# অসমৰ সংস্কৃতি

ডঃ লীলা গগৈ, এম-এ, পি-এইছ-ডি
ডিব্রুগড় বিশ্ববিদ্যালয়
আৰু
অবৈতনিক সঞ্চালক
বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ
অসম চৰকাৰ
গুৱাহাটী


বনলতা
গুৱাহাটী-১, ডিব্রুগড়-১

*ASAMAR SANSKRITI,* An outline history of Assamese culture written by Dr. Lila Gogoi, M, A., Ph.D., Reader in Assamese, Dibrugarh University and Honorary Director, Department of Historical and Antiquarian Studies in Assam, Guwahati under the scheme sponsored by the University Grants Commission and published by Shri Makhan Hazarika, M/s. Banalata, Dibrugarh Assam Reviced edition, 1994, Price : Rupees Sixty five only.

প্ৰকাশক:
শ্ৰীমাখন হাজৰিকা
বনলতা
ডিব্ৰুগড় - ৭৮৬ ০০১

শাখা ঃ-
পানবজাৰ
গুৱাহাটী - ৭৮১০০১



বেটুপাত ঃ- ৰাজু বৰা

ISBN- 81-7339-078-9

৫ম (বনলতা সংস্কৰণ) ১৯৯৪

মূল্য ঃ ৬৫.০০ টকা

মুদ্ৰক:
অসম প্ৰিন্টিং ওৱৰ্কচ প্ৰাঃ লিঃ
যোৰহাট - ১



অসমীয়া ভাষা, সাহিত্য, সংস্কৃতি
আৰু
জাতিৰ উদ্দেশ্যে
আত্মোৎসৰ্গকাৰী
শ্বহীদসকলৰ
পৱিত্ৰ স্মৃতিত
'অসমৰ সংস্কৃতি' পুথিখনি
আন্তৰিক শ্ৰদ্ধাৰে
উচৰ্গা কৰিলোঁ।

লীলা গগৈ
সুৰাগমণি,
ডিব্ৰুগড়

# আগকথা

কেঁচা ছপাৰ কাকতত অধ্যাপক লীলা গগৈৰ 'অসমৰ সংস্কৃতি' পঢ়ি চোৱাৰ সৌভাগ্য মোৰ ঘটিল। পুথিখন লেখকগৰাকীৰ জীৱনজোৰা অনলস সাধনাৰ পৰিণতি।

এতিয়ালৈকে এখন পুথিও—ইংৰাজীতেই হওক অথবা অসমীয়াতেই হওক —পোৱা নাছিলোঁ, য'ত এই বিষয়টোৰ সকলোকেইটা দিশ একেলগে সামৰি থোৱা হৈছে। সৰ্বমুঠ একুৰি দুটা অধ্যায়ত এইখন পুথিতেই অসমীয়া সংস্কৃতিৰ আটাইকেয়োটা দিশৰ ওপৰত পোহৰ পেলোৱা হৈছে। নৃতাত্ত্বিক গাঁথনি, ধৰ্মীয় ঐতিহ্যৰপৰা আৰম্ভ কৰি চাৰু কলা, কাৰু কলা আৰু দৈনন্দিন জীৱনধাৰাৰ বৈশিষ্টালৈকে— কোনোটো দিশকেই লেখকে উপেক্ষা কৰা নাই। অসমৰ মাটিত বুৰঞ্জীৰ দীঘল বাটত তৰপে তৰপে নতুন মানুহগোষ্ঠীৰ সংস্কৃতিৰ পলস পৰিছে। সেই সকলোকেয়োটা তৰপৰ সাংস্কৃতিক অৱিহণা ভালকৈ ফঁহিয়াই অতি ফটফটীয়াকৈ তুলি ধৰা হৈছে।

সচৰাচৰ সংস্কৃতি সম্পৰ্কীয় পুথিবোৰৰ এটা ডাঙৰ ত্ৰুটি হৈছে, সিবিলাকৰ মাথোন পুথিগত তথ্যপাতিৰ পয়োভৰ। তেনেকুৱা পুথিবোৰ হাতত ল'লেই প্ৰতিজোপা গছৰ উমান লৈ লৈ হাবিখনৰ ৰূপটো কোনোবা টলকত পাহৰি পেলাবলগীয়া হয়। অধ্যাপক গগৈৰ পুথিখন এই দুয়োটা ত্ৰুটিৰপৰা সম্পূৰ্ণকৈ মুক্ত। ইয়াৰ তথ্যপাতি প্ৰত্যক্ষ অভিজ্ঞতাৰ পথাৰৰপৰা দাই-মেলি চপাই অনা বস্তু। নকৈ গঢ়গাঁথৰ বতৰা দিয়া প্ৰয়াস ক'তোৱেই নাই। লগতে এইষাৰ কথা ন'কলে ভুল হ'ব—সকলোবোৰ তথ্যপাতিকেই বৈজ্ঞানিক বিচাৰ-বিশ্লেষণৰ কষটি শিলত নিৰিখি লৈহে পাটত তোলা হৈছে।

আনবোৰ গুণৰ লগতে পুথিখনৰ আন এটা বিশেষ গুণৰ মণিকাঞ্চন সংযোগ ঘটিছে। গুণটো হ'ল, পুথিখনৰ ভাষা। ভঁজুৱা ভাষাৰ ছাঁ তাত পৰা নাই। সিংহিনীৰ গাখীৰ যেনেকৈ সোণৰ চৰুতহে থ'ব পাৰি, অসমীয়া সংস্কৃতিৰ চা-চিনাকিও তেনেকৈ নিৰহ-নিপানী অসমীয়া ভাষাৰেহে দিব পাৰি। আমাৰ দেশৰ সংস্কৃতি-বুৰঞ্জীৰ ছাত্ৰসকলে এইখন পুথিত এই দুয়োটা বস্তুকেই একেকঠিকৈ পাব। মই নিজে পুথিখন পঢ়ি লাভবান হ'লোঁ। মোৰ বিশ্বাস, 'অসমৰ সংস্কৃতি' পুথিখনে ওপৰ খলপাৰ পঢ়ুৱৈসকলে সদায় অনুভৱ কৰি অহা এটা ডাঙৰ নাটনি দূৰ কৰিলে। যিটো উদ্দেশ্য আগত থৈ বিশ্ববিদ্যালয় অনুদান আয়োগে লেখকজনলৈ বিশেষ এটি অনুদান আগবঢ়াইছিল, সেই উদ্দেশ্য সৰ্বতোভাৱে সাৰ্থক হৈছে।

পাহৰিছোঁ, পুথিখনত অৰুণাচল, নগাৰাজ্য আৰু চাহ-বনুৱাৰ সংস্কৃতিৰো একোটিকৈ চমু চিনাকি দাঙি ধৰা হৈছে। এইকেইটি অধ্যায়ে পুথিখনৰ জেউতি বঢ়ালে।

ডিব্ৰুগড় বিশ্ববিদ্যালয়
২০ ফেব্ৰুৱাৰী, ১৯৮২

**মহেন্দ্ৰ বৰা**

# একান্ত ব্যক্তিগত

১৯৫৫ চনৰ শেহৰটো সন্ধিয়া। অসম সাহিত্য সভাৰ গুৱাহাটী অধিৱেশনৰ সাংস্কৃতিক সন্মিলনৰ সভাপতি ড° বিৰিঞ্চি কুমাৰ বৰুৱাক শ্ৰদ্ধা নিবেদন কৰি মাত লগাওঁতে তেখেতে মোক কৈছিল ঃ "তুমি শিৱসাগৰলৈ কেতিয়া ঘূৰিবা? যোৱাৰ আগতে মোক লগ পাই যাব পাৰিবানে?" পিছদিনা পুৰা দীঘলী পুখুৰীৰ পাৰৰ তেখেতৰ বাসভৱনত লগ ধৰিলোঁগৈ। তেখেতে ক'লে; "বিশ্ববিদ্যালয় অনুদান আয়োগৰ আঁচনিৰ অধীনত তুমি আমাক লোকসাহিত্য সংগ্ৰহত সহায় কৰি দিব লাগে।" মই সন্মতি জনালোঁ। মাত্ৰ পাঁচদিনৰ পিছত মই গুৱাহাটী বিশ্ববিদ্যালয়ৰ লোকসংস্কৃতি গৱেষণা আৰু জনজাতীয় সংস্কৃতি বিভাগৰ ৰিছাৰ্চ স্কলাৰ হিচাপে যোগ দিলোঁ। কাম কৰিছিলোঁ শ্ৰদ্ধেয় ড° বৰুৱাৰ অধীনত আৰু তদাৰক কৰিছিল শ্ৰদ্ধেয় ড° মহেশ্বৰ নেওগদেৱে। কাম কৰিছিলোঁ মাত্ৰ ছমাহ; কিন্তু সিয়েই আছিল মোৰ বাবে অতি সাৰুৱা সময় আৰু উপযুক্ত পৰিবেশ। গাঁৱে-ভূঁয়ে ফুৰি আমাৰ সংস্কৃতিৰ অনেক কথা শিকিবলৈ সুবিধা পাইছিলোঁ আৰু মনত অনুসন্ধিৎসা জাগি উঠিছিল। তেতিয়াৰেপৰা আলোচনী আৰু বাতৰি কাকতত দুই-এটা প্ৰবন্ধ লিখিবলৈ প্ৰয়াস কৰিছিলোঁ; কিন্তু বহু দিন ধৰি অসমৰ বিস্তৃত সাংস্কৃতিক বুৰঞ্জী এখন লিখি উলিওৱাৰ হেঁপাহ পুহি ৰাখিছিলোঁ। এসময়ত সেই আশা বুকুত বান্ধি অসম চৰকাৰৰ সাংস্কৃতিক পৰিক্ৰমা দপ্তৰলৈ এখন আঁচনিসহ আবেদন জনাইছিলোঁ; কিন্তু বিভাগীয় মন্ত্ৰীজনে আবেদনপত্ৰখন প্ৰকাশন পৰিষদলৈ ঠেলি নিজে টুপাই বুৰ মাৰিলে। মই নিজে প্ৰকাশন পৰিষদৰ সদস্য আছিলোঁ, গতিকে শলঠেকত পৰি আবেদনপত্ৰখন তুলি লৈ দুবছৰমান নিতাল মাৰি বহি থাকিলোঁ। এনেতে বিশ্ববিদ্যালয়ৰ অনুদান আয়োগৰ এটি বিজ্ঞাপন পঢ়ি উৎসাহিত হৈ আমাৰ ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ যোগেদি আয়োগৰ আগত পুনৰ এখনি আঁচনি দাখিল কৰোঁ। অনুদান আয়োগে উক্ত আঁচনিত অনুমোদন জনাই অসমৰ সংস্কৃতি বিষয়ক পুথি এখন লিখিবলৈ দহহেজাৰ টকা মঞ্জুৰ কৰাৰ কথা জনায় আৰু ময়ো পুনৰ কঁকালত টঙালি আঁটি কামত হাত দিওঁ। ইতিমধ্যে পুথিখনৰ পাণ্ডুলিপি যুগুত হৈ উঠে। বিশ্ববিদ্যালয় অনুদান আয়োগে প্ৰকাশৰ দায়িত্ব গ্ৰহণ কৰিব নোৱাঁৰো বোলাত মই যোৰহাটৰ ভাৰতী প্ৰকাশনৰ কাষ চাপোঁ। তেওঁবিলাকে এই বুজন পুথিখন প্ৰকাশ কৰিবলৈ দায়িত্ব গ্ৰহণ কৰাত মই সাময়িকভাৱে সকাহ পালোঁ।

আজিকালি ডিব্ৰুগড় আৰু গুৱাহাটী উভয় বিশ্ববিদ্যালয়তে অনাৰ্ছ আৰু স্নাতকোত্তৰ মহলাৰ পাঠ্যক্ৰমত সাংস্কৃতিক বুৰঞ্জী বিষয়টো অন্তৰ্ভুক্ত কৰা হৈছে। ছাত্ৰ-ছাত্ৰীসকলৰ অভাৱ পূৰণ কৰাৰ উপৰিও অনুসন্ধিৎসু আৰু আগবঢ়া ছাত্ৰ-ছাত্ৰীয়ে যাতে অধিক চৰ্চাৰ প্ৰেৰণা লাভ কৰে, সেই উদ্দেশ্য আগত ৰাখি ইয়াত কেতবোৰ তথ্য আৰু ইঙ্গিত সন্নিবিষ্ট কৰা হৈছে। একান্ত গতানুগতিক পুথি-নিৰ্ভৰ গ্ৰন্থ নিলিখি ব্যাপকভাৱে ফুৰি-চাকি বাস্তৱ জ্ঞান আহৰণ কৰি লিখিবলৈ যত্নৰ ত্ৰুটী কৰা নাই। সমস্যাবোৰো সেই দৃষ্টিভঙ্গীৰেই বিশ্লেষণ কৰি সমিধান দিবলৈ যত্ন কৰা হৈছে। পুথিখনৰ সামৰণি অধ্যায়টোত দিয়া ইঙ্গিত অনুসৰি বিস্তৃতি আকাৰত আৰু এখনি নতুন গ্ৰন্থ লিখাৰ আগ্ৰহ এতিয়াও মনতে সাঁচি থৈছোঁ।

অসমৰ সংস্কৃতি গঢ় লৈ উঠিছে বিভিন্ন বিশিষ্ট সংস্কৃতিৰ উপাদানৰ সমন্বয়ত। 'অসমৰ সংস্কৃতি' পুথিখনত সততে এই সমন্বয়-প্ৰক্ৰিয়াৰ মাধ্যমত সৃষ্টি হোৱা অসমীয়া সংস্কৃতিৰ দিশবোৰ আলোচনা কৰা হৈছে। সংস্কৃতিপ্ৰেমী ৰাইজে পুথিখন আদৰি লৈ দোষ-ত্ৰুটীসমূহ আঙুলিয়াই দিলে ভৱিষ্যতে অধিক চৰ্চা আৰু গৱেষণাৰ অৰ্থে উদগনি লাভ কৰিবলৈ সমৰ্থ হ'ম। নিৰ্দ্ধাৰিত সময়ৰ ভিতৰত পুথিখন লিখি শেষ কৰিবলগীয়া হোৱাত অসম্পূৰ্ণতা থাকি যোৱাটো স্বাভাৱিক।

পুথিখন লিখোঁতে প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে বহুতৰেপৰা সহায় পাইছোঁ। তাৰে ভিতৰত বিশ্ববিদ্যালয়ৰ অনুদান আয়োগৰ সাহায্যৰ কথা স্বীকাৰ কৰিবই লাগিব। এই ছেগতে ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ কৰ্ত্তৃপক্ষলৈকো কৃতজ্ঞতা জনাইছোঁ। পুথিখন লিখি থকা অৱস্থাত বা-বাতৰি লৈ, আলোচনা-বিলোচনা কৰি সহায় কৰোঁতাসকলৰ ভিতৰত ড° মহেন্দ্ৰ বৰা, ড° নগেন শইকীয়া এই দুজনৰ কথা স্বীকাৰ নকৰিলে দোষে পৰশিব। তাতে ড° বৰাই পুথিখনিৰ আগকথা এষাৰি লিখি দি আমাক ঋণী কৰিছে। দ্বিতীয়তে এই পুথিখনৰ পাণ্ডুলিপিৰ ফাইলকেইটা কাকত-পত্ৰ, পুথি-পাঁজিৰ মাজত সোমাই হেৰোৱালে বিচাৰি দিওঁতা আৰু লাগ বুলিলেই সহায়ৰ হাত আগবঢ়াওঁতা শ্ৰীমতী চন্দ্ৰপ্ৰভা গগৈৰ শলাগ নললে গালৈহে হানি হোৱাৰ ভয়। পুথিখনি প্ৰকাশ কৰিবলৈ আগবাঢ়ি অহা বাবে যোৰহাটৰ ভাৰতী প্ৰকাশনৰ ওচৰত কৃতজ্ঞ। বিশেষ যত্ন লৈ পুথিখনি ছপাই দিয়া বাবে ভাৰতী প্ৰেছৰ স্বত্বাধিকাৰী শ্ৰীযুত ব্ৰজেন ফুকন আৰু অন্যান্য কৰ্মচাৰীসকললৈ আন্তৰিক শলাগ জনালোঁ।

'অসমৰ সংস্কৃতি' পুথিখনি পৰিবৰ্দ্ধিত আকাৰত প্ৰকাশ কৰিবলৈ ইচ্ছা আছিল কিন্তু সময়ৰ অভাৱতে এই কাম কৰিব নোৱাৰিলোঁ। পৰবৰ্ত্তী সংস্কৰণত ঘাইকৈ 'অসমৰ মানুহ' আৰু 'বিহু আৰু অসমীয়া সংস্কৃতি' শিতানৰ অধ্যায় দুটা সংযোগ কৰি পৰিবৰ্দ্ধিত আকাৰত প্ৰকাশ কৰাৰ ইচ্ছা আছে। ছাত্ৰ-ছাত্ৰী, পণ্ডিত-গৱেষক আৰু অধ্যাপক -অধ্যাপিকাসকলৰ ৰচনাত্মক পৰামৰ্শ পালে নিশ্চয় উপকৃত হ'ম।

এই সংস্কৰণৰ প্ৰকাশক গুৱাহাটীৰ কলেজ হোষ্টেল ৰোডৰ বীণা লাইব্ৰেৰীৰ শ্ৰীসত্যৰঞ্জন দেৱ আন্তৰিক শলাগ ললোঁ।

ডিব্ৰুগড় বিশ্ববিদ্যালয়
২৫ আগষ্ট, ১৯৮৬

***শ্ৰীলীলা গগৈ***

# পঞ্চম সংস্কৰণৰ আগকথা

মোৰ স্বামী ড° লীলা গগৈদেউ অসম সাহিত্য সভাৰ মৰিগাওঁ অধিৱেশনৰ বাবে সভাপতি নিৰ্ব্বাচিত হোৱাৰ পাছত তেখেতৰ কিতাপখিনি বেলেগ বেলেগ খণ্ড কৰি প্ৰকাশ কৰাৰ কথা চিন্তা কৰিলে। সেই উদ্দেশ্যে তেখেতে বনলতাৰ স্বত্বাধিকাৰী শ্ৰীযুত মাখন হাজৰিকাৰ লগত যোগাযোগ কৰিলে। মাখন হাজৰিকাই একে আষাৰে সৈমান হোৱাত বুৰঞ্জী, উপন্যাস আৰু শিশু-সাহিত্যৰ বাহিৰে বাকীখিনি পুথি প্ৰকাশ কৰিবলৈ দিলে। তাৰে এটা খণ্ড "হাস্যৰসৰ সফুৰা" তেখেতে দেখি গ'ল। কিন্তু অতি পৰিতাপৰ কথা যে বাকী খণ্ডকেইটাৰ এটা "সাংস্কৃতিক অধ্যয়ন"ৰ প্ৰুফ আধাচোৱা অৱস্থাতে হৃদযন্ত্ৰৰ ক্ৰিয়া বন্ধ হৈ তেখেত স্বৰ্গগামী হয়। গতিকে বাকী কাম আধৰুৱা হৈ ৰ'ল।

শ্ৰীমাখন হাজৰিকাই এদিন আহি মোক কলেহি কিতাপৰ কাৰণে পাতনি এটা লিখি দিবলৈ। কিন্তু মোৰ বাবে অতি মৰ্ম্মান্তিক কথা যে সাগৰৰ বিশাল জলধিত মই জাল পেলাওঁ কেনেকৈ। মোৰ নিচিনা অল্পমতিৰ সেইকন যোগ্যতা নাই।

পুথিখনিৰ প্ৰকাশক বনলতাৰ স্বত্বাধিকাৰী শ্ৰীযুত মাখন হাজৰিকাৰ ওচৰত মই কৃতজ্ঞ। আগৰ দৰে এতিয়াও কিতাপখনিয়ে পাঠকসকলৰ আন্তৰিক সহযোগীতা পাব বুলি আশা কৰিলো।

"সুবাগমণি"
মিলন নগৰ, ডিব্ৰুগড়

**শ্ৰীমতী চন্দ্ৰপ্ৰভা গগৈ**
২৪ ছেপ্তেম্বৰ, ১৯৯৪ চন

# সূচীপত্ৰ

# অসম, অসমীয়া

অসম এই প্ৰাচীন দেশখনৰ আপেক্ষিকভাৱে এক অৰ্বাচীন নাম। পঞ্চদশ শতাব্দীৰপৰাহে এই ৰূপটোৰ প্ৰচলন আৰম্ভ হয়। শঙ্কৰদেৱৰ সমসাময়িক বৈষ্ণৱ সাহিত্যত আসাম, আসম আৰু অসম শব্দৰ ব্যৱহাৰ পোৱা যায়; কিন্তু এটা কথা মন কৰিবলগীয়া যে এই শব্দটো দেশখনতকৈ দেশৰ শাসক জাতিটোক বুজাবলৈহে ব্যৱহাৰ কৰিছিল। বৈষ্ণৱ সাহিত্যৰ সমসাময়িক বুৰঞ্জীসমূহত অচম, আচাম, অসম, আসাম, আসম, অহ্ম, আহ্ম, আহোম শব্দ দেশ আৰু জাতিবাচক উভয় অৰ্থতে ব্যৱহৃত হৈছে। এনেকুৱা খনচেৰেক বুৰঞ্জীতে আকৌ জাতি অৰ্থত আশ্যাম আৰু আস্যাম লিখাটো বিশেষ প্ৰাণিধানযোগ্য। চৰিত পুথিতো অচম, অসম আৰু আসম বুলি উল্লেখ কৰিছে। ইংৰাজ আগমনৰ সময়ৰেপৰা (১৮২৬) সণ্চালনিকৈ আচাম আৰু আসাম ব্যৱহাৰ হ'বলৈ ধৰে। পিছত অসম সাহিত্য সভাই এটা প্ৰস্তাৱযোগে অসম শব্দটো সৰ্বজনগ্ৰহণযোগ্য কৰি দাঙি ধৰে আৰু পূৰ্বতে ব্যৱহৃত হোৱা অচমিয়া, অসমিয়া শব্দৰ পৰিবৰ্তে অসমীয়া ( অসম+ঈয়া) সংশোধিত ৰূপত গৃহীত হয়।

অসম শব্দৰ ব্যুৎপত্তিগত অৰ্থ পম খেদি পণ্ডিতসকলে চাৰিওপিনে আঁকুহি-বাঁকুহি চলাথ কৰিছে। বুৰঞ্জীবোৰে কৈছে, 'আক সম নাই', সেয়ে অসম ( ন+সম)। আহোমসকলক ইন্দ্ৰবংশী, চুতীয়াসকলক কুবেৰবংশী, কোচ-কছাৰীসকলক শিৱবংশী, প্ৰাক্-আহোম যুগৰ ৰজাসকলক বৰাহ-বিষ্ণুবংশী বুলি যিসকলে এই কাহিনীবোৰ কল্পনা কৰিছিল, সেইসকলেই ন + সম = অসম এই বহুব্ৰীহি সমাসটোৰ সৃষ্টি কৰিছিল যেন অনুমান হয়। আনপিনে দুজনমান পণ্ডিতে বড়োমূলীয় হা-চাম শব্দৰপৰা আচাম শব্দটোৰ উৎপত্তি হৈছে বুলি ক'ব খোজে। বড়োসকল কিৰাত। কিৰাতসকল ৰামায়ণ-মহাভাৰতৰ সময়ৰেপৰা এই দেশখনত বাস কৰি আহিলেও প্ৰাক্-আহোম যুগৰ ক'তো এই নামটো উল্লেখ নাই। আনপিনে আহোম মানুহক কোনো কোনো বড়োমানুহে আৰু ঘাইকৈ ডিমাছাসকলে এতিয়াও হা-শাম্চা বুলি কয়। আগৰ দিনতো মানুহবোৰক হা-শাম্চা আৰু দেশখনক হা-শাম বুলিছিল। যদি সেয়ে হয়, তেনেহ'লে এই নামটো ত্ৰয়োদশ-চৰ্তুদশ শতিকাৰ। তেতিয়া এই হা-শাম শব্দৰ অৰ্থ আন উপায়েৰেও বিচাৰিব লাগিব। ফাতিয়া-ই-ইব্ৰিয়াহ গ্ৰন্থখন তাৰিখ-ই-আ-শ্যান্ বা তাৰিখ-ই-মুল্ক-ই-আ-শান্ নামেও জনজাত। ডঁ কাকতিয়ে থাই সমাৰ্থক অপৰাজেয়, স্বাধীন এনে অৰ্থত আ-চাম বুলি এটা তাৎ পৰ্যাপূৰ্ণ ইঙ্গিত দিছে ডঁ সুনীতিকুমাৰ চট্টোপাধ্যায়ে শান্ শব্দৰপৰাই চাম > অচম > আহোম শব্দৰ উৎপত্তি হ'ব পাৰে বুলি ধাৰণা কৰি এইটো থলুৱা জনজাতীয় নামবাচক শব্দ হ'ব পাৰে বুলি কৈছে।

ডঁ প্ৰতাপচন্দ্ৰ চৌধুৰী আৰু ডঁ পদ্মেশ্বৰ গগৈৰ হা-চাম (দ, জলাতক দেশ) এই ব্যাখ্যাটোৰ বাহিৰে বাকী আটাইৰে ধাৰণা শ্যান, শ্যাম বা আহোমসকলৰ লগত জড়িত। সেয়ে হ'লে এই নামটো ত্ৰয়োদশ শতিকাৰ পিছৰ। অৱশ্যে ষোড়শ শতিকাৰ 'যোগিনী তন্ত্ৰ'ত আহোমৰ ৰাজ্য আৰু মানুহ বুজাবলৈ 'সৌমাৰ' শব্দটোহে প্ৰয়োগ কৰিছিল।

দক্ষিণ চীনৰপৰা ক্ৰমে দক্ষিণ-পূবলৈ বিয়পি পৰা টাইসকলে খ্ৰীষ্ট জন্মৰ কেইবা শ বছৰৰ আগতেই খনচেৰেক ৰাজ্য প্ৰতিষ্ঠা কৰে। খ্ৰীঃ পূঃ ৫১৯ ত ম্যুং নই, খ্ৰীঃ পূঃ ৪৪১ ত শ্বেন-উই, খ্ৰীঃ পূঃ ৪২৩ শ্বি-প' আৰু ঠিক সেই সময়তে ম্যুং-টাই ৰাজ্য প্ৰতিষ্ঠা কৰে। টাইসকলৰে এটা ঘাই ঠাল লাওসকল। খ্ৰীষ্ট জন্মৰ এশ বছৰমানৰ আগতে এওঁবিলাক মেকং-মেনাম উপত্যকাত বিয়পি পৰে। নিজৰ বৈশিষ্ট্য প্ৰকাশ কৰিবলৈ আগৰ দিনত জনজাতীয় মানুহে একো একোটা সুকীয়া চানেকিৰ কাপোৰ ব্যৱহাৰ কৰিছিল। লাওসকলেও যথাক্ৰমে ক'লা, ৰঙা আৰু বগা পেটী মাৰিছিল আৰু সেই অনুক্ৰমে লাও-পুং-ডাম্, লাও-পুং-ডেং আৰু লাও-পুং-কাও নামে জনাজাত হৈছিল। লাও-পুং-ডাম্ শাখাটো ডাঙৰ আৰু শক্তিশালী আছিল। এওঁবিলাকে চোলা-চুৰিয়া, মেখেলা-ৰিহা সকলোবোৰ ক'লা ৰঙেৰে বোলাই লৈছিল। অসমলৈ অহা টাইসকলেও ক'লা কাপোৰ পিন্ধে। আহোমসকলেও ক'লা কাপোৰ পিন্ধিছিল। বুৰঞ্জীত 'লণ্ডা-মুণ্ডা মানুহবোৰ, গাতো কলীয়া কাপোৰ' বুলি উল্লেখ কৰিছে। পিছলৈ ক'লা কাপোৰ এৰি বগা কপাহী কাপোৰ পিন্ধিবলৈ ধৰাত পূব দেশৰ টাইসকলে টাই-ম্যুং-নুন্ অৰ্থাৎ বগা কপাহী কাপোৰ পিন্ধা অৰ্থাৎ নিজৰ ৰীতি-নীতি এৰা টাই বুলি মনে মনে উপলুঙা কৰিছিল। ইয়াৰপৰা এইটো প্ৰতীয়মান হয় যে দক্ষিণ-পূব এছিয়াৰ সকলো টাইজাতীয় মানুহেই ক'লা কাপোৰ পিন্ধিছিল।

সম্ৰাট অশোকৰ ৰাজত্বকালতে দক্ষিণ-পূব এছিয়াত বৌদ্ধ ধৰ্ম আৰু সংস্কৃতিয়ে বিকাশ লাভ কৰে। এই সুযোগতে দ্বীপময় ভাৰতকে ধৰি সমগ্ৰ দক্ষিণ-পূব এছিয়াত ভাৰতীয় উপনিবেশ পাতিবলৈ ধৰে আৰু ভাৰতৰ আৰ্হিৰে ঠাইৰ নাম দিবলৈ আৰম্ভ কৰে। ব্ৰহ্মদেশ ব্ৰহ্মাৱৰ্তৰ আৰ্হিৰে দিয়া নাম। ভামো (ব্ৰহ্মা), মান্দালয় (মহেন্দ্ৰালয়), আয়ুথিয়া (অযোধ্যা) আদি ভাৰতীয় নামৰ প্ৰতিধ্বনি মাত্ৰ। ভাৰতীয় উপনিবেশকাৰীসকলে দক্ষিণ-পূব এছিয়াক ছখন ৰাজ্যত ভাগ কৰিছিল-যৱন দেশ, চম্পা দেশ, কম্বোজ দেশ, ৰমণ্য দেশ, মালয় দেশ আৰু শ্যাম দেশ। ইয়াৰ ভিতৰত শ্যাম দেশ অৰ্থাৎ ম্যুং-টাই সৰাতোকৈ সমৃদ্ধিশালী ৰাজ্য আছিল। লাও-পুং-ডামসকল বসবাস কৰা ম্যুং-টাই ৰাজাখনেই শ্যাম দেশ। এই ক'লাপেটীয়া বা ক'লা কাপোৰ পিন্ধা মানুহবোৰেই শ্যাম> শ্যান> চাম। অৱশ্যে ব্ৰহ্মদেশত চাম নামেৰে আন এটা জনজাতিও আছে। বৰ্মীসকলে ব্ৰহ্মদেশৰ টাইসকলক শ্যান্ বোলে।

'খাম' এটা ৰাজকীয় উপাধি। সম্ৰাটে তলতীয়া শাসনকৰ্তাক স্বীকৃতিস্বৰূপে চনদসহ এই উপাধি দিয়ে। আহোমসকলে নিজকে টাই-খাম বা খাম-টাই বুলি পৰিচয় দিছিল। টাইসকলৰ মাজত টাই-খাম-তি, টাই-খাম-যাং, চম-অং-খাম্, কেং-খাম্ আদি খামযুক্ত কেইবাখনো ৰাজ্য আছিল। আ-খাম্ বুলিলে স্বাধীন শাসক বুজায়।

খ্ৰীষ্টীয় ত্ৰয়োদশ শতিকাৰেপৰা অষ্টাদশ শতিকালৈকে মোগল-পাঠানৰ লেথেৰি নিছিগা আক্ৰমণে এই দেশখনৰ মানুহক জাতিবৰ্ণ-নিৰ্বিশেষে এটা শিক্ষা দিছিল, স্বাধীন হৈ থাকিবলৈ হ'লে সকলোৱে একগোট হৈ থিয় দিব লাগিব। পৰাধীনতাৰ আশঙ্কাই সেয়েহে সকলোৰে অন্তৰত সহানুভূতিৰ সৃষ্টি কৰিছিল আৰু আৰ্য্য-অনাৰ্য্য-দ্ৰাবিড়-কিৰাত-নিষাদৰ ভেদ-ভাৱ দূৰ কৰি জাতীয়তাবাদৰ জন্ম দিছিল। তেতিয়াই অসম আৰু অসমীয়া আদৰ্শৰ গজালি মেলে আৰু



কালক্ৰমে সিয়েই বড়গছ হৈ আটাইকে ছাঁ দিবলৈ প্ৰয়াস পায়। যদি মোগল-পাঠানৰ সৰ্বগ্ৰাসী আক্ৰমণেই জাতিটোৰ প্ৰাণত অস্তিত্ব ৰক্ষাৰ বাবে অনুপ্ৰেৰণাৰ সঞ্চাৰ কৰিছিল, তেনেহ'লে তেওঁবিলাকেই আশ্যান বা আশ্যাম বুলি নামকৰণ কৰাটো একো আচৰিত নহয়। দেশখনৰ ভিতৰত যিটো জাতিয়ে আক্ৰমণৰ সুদূৰপ্ৰসাৰী পৰিণতি বোধ কৰিবলৈ নেতৃত্ব দিছিল, তেওঁবিলাকেই শ্যান বা শ্যাম। আনপিনে 'আ-চাম' অজেয়, স্বাধীন শব্দৰ সমাৰ্থক। গতিকে এই আটাইকেইটা শব্দৰ অৰ্থৰ সামঞ্জস্য সামৰি আসাম > আচাম শব্দৰ জন্ম হয় আৰু তাৰেপৰাই আজিৰ অসম, অসমীয়া ঠন ধৰি উঠিছে। বড়ো মূলৰ হা-চাম অৰ্থাৎ শ্যাম মানুহৰ ৰাজ্য শব্দয়ো এই ক্ষেত্ৰত বৰঙণি যোগাব পাৰে।

অসম বুলি কোনো নিৰ্দিষ্ট ভূখণ্ড নাই। ভূগোলৰ অসম আৰু বুৰঞ্জীৰ অসমৰ সীমা কাহানিও একে হোৱা নাই। সেইদৰে ৰাজনৈতিক অসম আৰু সাংস্কৃতিক অসমৰ সীমাও একে নহয়। প্ৰাচীন অসম আৰু আধুনিক অসমৰ সীমাৰ কোনো তুলনাই নহয়। একেদৰে অসমীয়া বুলি কোনো নিৰূপিত জনসমষ্টিয়ে প্ৰতিনিধিত্ব কৰিব নোৱাৰে। বিভিন্ন যুগত বিভিন্ন ভাষা-ভাষী মানুহ আহি, যি এই অসমৰ বৈশিষ্ট্যৰ লগত মিলাই দিছে, তেৱেঁই অসমীয়া। অসমৰ আদিম বাসিন্দা বুলি ক'বলৈ যথাৰ্থতে কোনো নাই। নৱপ্ৰস্তৰ যুগৰ মানুহৰ বসবাস আছিল; কিন্তু তেওঁবিলাকৰ বংশধৰ বা তেজৰ কণিকা আজিৰ অসমীয়াৰ মাজত পাবলৈ নাই। তাৰ বাহিৰে বিভিন্ন যুগত ৰাজ্য পাতি এই দেশৰ গৰাকী বোলোৱা আটাইবোৰ জাতি বা জনজাতিয়েই আপেক্ষিকভাৱে নতুন বা পুৰণি। আজিৰ অসমীয়াৰ গাত পৃথিৱীৰ মূল জনগোষ্ঠী আটাইকেইটাৰে তেজৰ সংমিশ্ৰণ আছে আৰু সকলো মানুহ মিহলি হৈ এই নতুন অসমীয়া জাতিটোৰ জন্ম হৈছে।

# ভৌগোলিক পৰিবেশ আৰু সংস্কৃতি

এখন দেশৰ সংস্কৃতিৰ গঠন আৰু বিকাশত ভৌগোলিক পৰিৱেশৰ প্ৰভাৱ বিশেষ মন কৰিবলগীয়া। অসমৰ ভৌগোলিক অৱস্থিতি আৰু পৰিবেশে ইয়াৰ সংস্কৃতিৰো গঢ় দিছে। অসমৰ মাটি সাৰুৱা। লুইতৰ পাৰৰ কেঁচামাটিৰ মাদকতাসনা গোন্ধত ভোল গৈ যুগে যুগে, জাকে জাকে মানুহ আহিছে আৰু বন্দী হৈ ৰৈ গৈছে। নৱপ্ৰস্তৰ যুগতে নিষাদসকল আহিল, গ্ৰাম্য-কৃষিমুখী সংস্কৃতিৰ ভেঁটি পাতি থৈ গ'ল। কিৰাতসকল আহিল, নিজৰ নিজৰ থলুৱা বৈশিষ্ট্য ৰক্ষা কৰি জনজাতীয় থূপত থূপ খাই ৰ'ল। আলপাইন-নৰ্ডিক আৰ্য্য আহিল, পূৰ্বৰ ৰীতি-নীতিত নতুন ৰীতি-নীতি যোগ দিলে। আক্ৰমণকাৰী মোগল-পাঠান, চাহ বাগিচাৰ বনুৱা, মাৰোৱাৰী বণিক, বিহাৰী মজদুৰ, বঙালী বুদ্ধিজীৱী, মৈমনসিঙীয়া পমুৱা, পঞ্জাবী শিখ, কোনো উলটি যোৱা নাই। এইদৰে জাতিগত সংমিশ্ৰণ ঘটিছে আৰু সাংস্কৃতিক সমন্বয় সাধিত হৈছে।

অসম মৌচুমী অঞ্চলত অৱস্থিত দেশ; গতিকে খেতিপ্ৰধান। ইয়াৰ লোক-সংস্কৃতিও কৃষিমুখী। উৎসৱ-পাৰ্বণ, লৌকিক আচাৰ-ব্যৱহাৰ সকলোতে কৃষিমুখিতা। মানুহৰ প্ৰধান আহাৰ ভাত। ভাতৰ লগত শাক-পাচলি, মাছ-মঙহ খায়। মূলত ঃ মাছ-মঙহ নোখোৱা আৰ্যসকলৰ বংশধৰসকলেও অসমত মাছ-মঙহ খায়। অনেক বনৰীয়া গছ-লতাৰ পাত, কুঁহি, আলু, ছাল আদি আহাৰ হিচাপে ব্যৱহাৰ হয়। সেইদৰে ভাতৰ বাহিৰেও ধানৰপৰা তৈয়াৰী লাওপানী, নানা তৰহৰ জলপান খায়। অনেক জনজাতীয় মানুহে বনৰীয়া মাছ-পহু, বৰা-গাহৰি, আদিৰ উপৰিও পোক-পতঙ্গ, চৰাই-চিৰিকতি আদি ভক্ষণ কৰে। বাঁহগাজ ভাজি বা খাৰ খায়। খৰিচা অসমীয়াৰ প্ৰিয় খাদ্য। কচু, ঢেঁকীয়া, ঔটেঙা, নলটেঙা, নেফাফু, মেচাকি, মেজেঙা, তংলতি আদি হাবিতলীয়া উদ্ভিদ, কাঠফুলা আদিও অনেকৰে খাদ্য।

অসমৰ জলবায়ু সেমেকা। খেৰ বা টকৌপাতেৰে ছোৱা বাঁহ-বেতৰ ঘৰ এই জলবায়ুৰ লগত খাপখোৱা। সেয়েহে প্ৰাচীন কালত ইটা বা শিলেৰে সজা পকীঘৰ পাৱলৈ টান। আনপিনে মাটি জেকা, বানপানী নিয়মীয়া। গতিকে ওখকৈ ভেঁটি বান্ধি ঘৰ সাজিবলৈ শিকাৰ আগতে চাংঘৰতহে বাস কৰিছিল। এতিয়াও ভৈয়ামত বাস কৰা দুই-চাৰিটা জনজাতি আৰু পৰ্বতত বাসকৰা সকলো জনজাতিয়েই চাংঘৰত বাস কৰে। বাঁহ-খেৰৰ ঘৰত জাৰতো জাৰ কম আৰু জহতো তাপ কমকৈ অনুভূত হয়। সেইদৰে ঘৰত ব্যৱহৃত বিভিন্ন সজুঁলিবোৰ বাঁহেৰে তৈয়াৰী। পাচি-খৰাহি আদি ঢেঁকীশালৰ, উঘা-চেৰেকি আদি তাঁতশালৰ, ৰুৱা-কামী আদি ঘৰৰ, পেড়া-পেটাৰি-জপা আদি বৰঘৰৰ, পল-জুলুকি আদি মাছধৰা সঁজুলি বাঁহেৰে তৈয়াৰী। বেৰ ইকৰাৰ; চাল উলু বিৰিণা, টকৌপাতৰ; থলুৱা কাঠেৰে ঘৰৰ খুঁটা-চ-তি, খাট-পালেং, ঠগা-সিংহাসন তৈয়াৰ কৰে।

সাজ-পাৰৰ বেলিকাও এই কথাটো খাটে। দেশৰ জলবায়ু অনুসৰি মানুহৰ সাজ-পাৰৰ প্ৰয়োজনীয়তা সুকীয়া সুকীয়া হয়। আনপিনে সহজলভ্য কেঁচা বস্তুৰো আৱশ্যক। একালত ভৈয়াম অঞ্চলত কপাহৰ ভাল খেতি নহৈছিল। কপাহ মিকিৰ পৰ্বত, গাৰো পৰ্বত আৰু মিচিমি পৰ্বতত পোৱা গৈছিল। আনহাতে ভৈয়ামত এৰাগছ, কেচেৰু গছ, চোমগছ, সোঁৱালু গছ,



মেজাঙ্কৰি, দীঘলতি গছ, চপা গছ, নুনি গছ প্ৰচুৰ পৰিমাণ পোৱা যায়। গতিকে মানুহে এৰী, মুগা আৰু পাট পলু পুহিছিল আৰু তাৰ কাপোৰ ব্যৱহাৰ কৰিছিল। সেয়েহে সাজ-পাৰলৈ অনেক পৰিবৰ্তন আহিলেও অসমীয়া পাট আৰু মুগাৰ ৰিহা-মেখেলাযোৰে এতিয়াও নিজৰ মূল্য অটুট ৰাখিছে। জাৰত এৰীসূতাৰ বৰ-কাপোৰ বা খনীয়া কাপোৰ লয়; জহত চুটি চোলা পিন্ধে।

অসমীয়া নাৰীৰ অলঙ্কাৰপ্ৰিয়তা, ঘাইকৈ সোণৰ অলঙ্কাৰ উল্লেখযোগ্য। অসমৰ নৈৰ বালিত সোণৰ কণিকা প্ৰচুৰ পৰিমাণে পোৱা গৈছিল। সেয়েহে অসমীয়া নাৰীয়ে হাতে-কাণে, ডিঙিয়ে-কঁকালে অনেক অলঙ্কাৰ পিন্ধিছিল। পাটকাইৰ সিপাৰৰপৰা, তিব্বত-ভোটানৰপৰা বাৰেবৰণীয়া বাখৰ আৰু জাংফাই আহিছিল। বাখৰখটোৱা অয়-অলঙ্কাৰ অসমীয়া সোণাৰিৰ পাকৈত হাতৰ চানেকি। সোণ, ৰূপ, তাম, পিতল অসমত সহজতে পোৱা গৈছিল। তাৰেই অয়-অলঙ্কাৰ, কাঁহী-বাটি আৰু অন্যান্য সা-সঁজুলি তৈয়াৰ কৰি লৈছিল।

কৃষিমুখী অসমত আজি উদ্যোগমুখিতাই দেখা দিছে। ঔদ্যোগিক পৰিবেশে সংস্কৃতিলৈ পৰিবৰ্তন আনিছে। ডিগবৈ, তিনিচুকীয়া, দুলিয়াজান, বঙাইগাওঁ, নামৰূপ আদিত যি উদ্যোগ-চক্ৰ গঢ় লৈ উঠিছে, ই ভৌগোলিক অৱদান মাত্ৰ।

অসমৰ স্থাপত্য-ভাস্কৰ্য্য-চিত্ৰকলা আদিতো ভৌগোলিক প্ৰভাৱ অতি সুস্পষ্ট। প্ৰকৃততে ভৌগোলিক প্ৰভাৱতে এইদেশৰ অৰ্থনীতি-কৃষি নিৰ্ভৰশীল হৈ পৰিছে। আধুনিক যুগত সংস্কৃতিৰ ওপৰত অৰ্থনীতিৰ প্ৰভাৱ অনস্বীকাৰ্য ।

# সংস্কৃতি

সংস্কৃতি এটা জাতিৰ জাতীয় জীৱনৰ বোৱতী সুঁতি। নৈৰ গতিয়েই সংস্কৃতিৰ গতি। নৈয়ে যেনেকৈ নিৰৱচ্ছিন্ন গতিৰে চিৰদিন বৈ থাকে, সংস্কৃতিও তেনেকৈয়ে ধাৰাবাহিক গতিৰে চলি থাকে। নৈয়ে গৰা খহায়; বলুকা পাতে। সেইদৰে সময়ৰ সোঁতত লাগি সংস্কৃতিৰ সম্পদ এৰা পৰে; নতুনৰ যোগ হয়। কেতিয়াবা কিবা কাৰণত নতুন আৰু পুৰণি সংস্কৃতিৰ দোমোজাত পৰে। তেতিয়া যদি নতুন সোঁতা কোবাল হয়, পুৰণি সোঁতা তৰাং পৰিবলৈ আৰম্ভ কৰে। কিন্তু সংস্কৃতিৰ গতি বৈ থাকে—নিৰৱিচ্ছিন্নভাৱে।

পশ্চিমীয়া 'কালচাৰ' (Culture) অৰ্থত সংস্কৃতি শব্দৰ ব্যৱহাৰ তেনেই নতুন। অসমীয়া ভাষালৈ সংস্কৃতি শব্দটো বঙলা ভাষাৰ দুৱাৰদলি গৰকিহে ন-বোৱাৰী হৈ আহিছে। সংস্কৃতি শব্দই ব্যাপক জনপ্ৰিয়তা লাভ কৰাৰ আগতে কৃষ্টি শব্দৰহে ব্যৱহাৰ আছিল। ধাতুগতভাৱে কৃষ্টি শব্দ 'কালচাৰ' শব্দৰ সমপৰ্য্যায়ৰ। আধুনিক ভাৰতীয় ভাষাসমূহৰ ভিতৰত বোধকৰোঁ মাৰাঠী ভাষাতহে সংস্কৃতি শব্দটোৰ ব্যৱহাৰ আছিল। মাৰাঠী ভাষাৰপৰা আহৰণ কৰি ৰবীন্দ্ৰনাথ ঠাকুৰে বঙলা ভাষাত শব্দটো জনপ্ৰিয় কৰি তোলে। তাৰেপৰা হিন্দীকে আদি কৰি প্ৰায় আটাইবোৰ ভাৰতীয় ভাষাই সংস্কৃতি শব্দৰ ব্যৱহাৰ বহুলভাৱে কৰিবলৈ ধৰে। ইংৰাজী কালচাৰ শব্দ লেটিন কুলতুৰা (Culture) মূলৰপৰা উদ্ভৱ হৈছে। কোল (Col) ধাতু সংস্কৃত কৃষ্ ধাতুৰ সমাৰ্থক। কৃষিজীৱী মানুহে উৎপাদিকা শক্তিসম্পন্না পৃথিৱী কৰ্ষণ কৰি বাৰেবৰণীয়া শস্য উৎপাদন কৰে। এই শস্যই দান কৰে মানুহৰ জীৱনীশক্তি। মানুহ জীয়াই থাকে একোটা সৃষ্টিশীল মন লৈ; লগে লগে আৰম্ভ হয় মনৰ কৰ্ষণ। সৃষ্টি হয় নতুন নতুন উপাদান। এয়ে কৃষ্টিৰ কঠীয়াতলী। সংস্কৃতি শব্দ নিষ্পন্ন হৈছে সম+কৃতি হৈ । কৃতি, কৰ্ম। যি শিল্পকৰ্মত সম্যক সৃজনিশীলতা আছে, সৌন্দৰ্য্য আছে, মানৱতা আছে, সিয়েই সংস্কৃতি। আজিকালি গাঁৱে-ভূঁয়ে, নগৰে-চহৰে সাংস্কৃতিক সন্ধিয়া অনুষ্ঠিত হয়। এই অনুষ্ঠানত থাকে এটা নৃত্য, দুটা গীত, এখন একাঙ্কিকা, এটা আবৃত্তি ইত্যাদি। ইয়েই সংস্কৃতিৰ স্বৰূপ নহয়। সঙ্গীত বা সাঙ্গীতিক উপকৰণসমূহ সংস্কৃতিৰ এটি উপাদান মাত্ৰ। সংস্কৃতিয়ে যথাৰ্থতে এটা জাতিৰ সমগ্ৰ সৃষ্টি প্ৰতিভাক প্ৰতিনিধিত্ব কৰে। সংস্কৃতিৰ জন্ম আৰু বিকাশ ঘটে কেইটামান অপৰিহাৰ্য্য কাৰণত। এক, মানুহৰ মনত সৃষ্টি ক্ষমতা আছে। আনপিনে প্ৰত্যেক ব্যক্তিৰ মনত আত্ম-প্ৰকাশৰ অদম্য প্ৰেৰণা শুই থাকে। আত্ম-প্ৰকাশৰ প্ৰেৰণাই যেতিয়া সাৰ পায়, তেতিয়া সি সৃষ্টিৰ পথ বিচাৰে। আনপিনে মানুহ কল্পনাপ্ৰিয়। বাস্তৱৰ গইনা লৈ কল্পনাৰ ৰহণ সানি নতুন সৃষ্টিৰ প্ৰয়াস কৰে। মানুহৰ স্বাভাৱিক সৌন্দৰ্য্য পিপাসা আছে। সৌন্দৰ্য্য পিপাসা, সৃষ্টিশীলতা আৰু আত্ম-প্ৰকাশৰ প্ৰেৰণাই এটা জাতিক নতুন নতুন সম্পদ দান দিয়ে; কিন্তু এই সম্পদবোৰক আমি বাহ্যিক অৰ্থত সংস্কৃতি বুলিলেও স্বৰূপাৰ্থত সংস্কৃতি সম্পূৰ্ণ হ'বলৈ এতিয়াও বাকী—সেয়ে হ'ল মানৱতা বা মানসিক উৎকৰ্ষণ অসম্পূৰ্ণ। ড° সুনীতিকুমাৰ চট্টোপাধ্যায়ে কৈছে, "একাধাৰে সভ্যতা—তৰুৰ পুষ্প আৰ তাৰ আভ্যন্তৰ প্ৰাণ বা মানসিক অনুপ্ৰেৰণা যা, তাই হচ্ছে Culture "



মানুহৰ মন প্ৰগতিশীল; সংস্কৃতিও গতিশীল। অৰণ্যত আহাৰ বিচাৰি ফুৰা আদিম মানুহে পৃথিৱী কৰ্ষণ কৰি, শস্য উৎপাদন কৰি পেট পুৰাই খাবলৈ শিকিলে। শস্য উৎপাদনৰ আনন্দই জন্ম দিলে উৎসৱৰ। শস্যদাত্ৰী পৃথিৱীৰ প্ৰতি কৃতজ্ঞতা জনাই সৃষ্টি ক্ষমতাক স্বীকৃতি দি পূজা কৰিলে মাতৃৰূপা পৃথিৱীক। পূজাৰ সময়ত পুঞ্জীভূত অনুভূতিয়ে আত্ম-প্ৰকাশ কৰিলে সঙ্গীত হৈ। স্থান, কাল পাত্ৰই জন্ম দিলে সীমাহীন লোকাচাৰ—লৌকিক সংস্কৃতি। যুগ বাগৰি গ'ল। মানুহে বিচাৰি পালে সৃষ্টিকৰ্তাৰ অপৰিসীম ক্ষমতা। পোনতে ভয়ত পিছলৈ ভক্তিত মন উপচি পৰিল। অসংখ্য দেৱ-দেৱীৰ কল্পনা কৰিলে। এই দেৱ-দেৱীসকলক কেন্দ্ৰ কৰি সৃষ্টি হ'ল মন্ত্ৰ-মননশীলতা, মন্দিৰ-স্থাপিত্য, সৌন্দৰ্য্য-ভাস্কৰ্য্য, সঙ্গীত, শাস্ত্ৰ-সাহিত্য, ভাষা, লিপি, লেখন-কলা। মানুহ যিমানেই কি ধাৰ্মিক বা ভগৱৎভক্তিপৰায়ণ নহওক, মানুহৰ জৈৱিক বাসনা শূন্য হ'ব নোৱাৰে। মানুহৰ এই জৈৱিক প্ৰয়োজনীয়তায়ো বস্তুগত সৃষ্টিৰ প্ৰেৰণা যোগায়। এইদৰে মানুহৰ বস্তুগত, ভাৱগত, আধ্যাত্মিক, জাগতিক সকলো সৃষ্টিকে সংস্কৃতিয়ে সামৰি লয়।'

সংস্কৃতি শব্দটো যদিও আধুনিক অৰ্থত নিতান্তই অৰ্বাচীন, আনপিনে বৈদিক সাহিত্যতেই এই শব্দটিৰ মূল পোৱা যায়। ঋগ্বেদত সংস্কৃতি শব্দটো নাথাকিলেও ঐতৰেয় ব্ৰাহ্মণত কিন্তু আধুনিক Culture শব্দৰ সমানে থিয় কৰিব পৰাকৈ ব্যৱহৃত হোৱা দেখা যায়। তাত আছে—

"ওঁ শিল্পানি শংসন্তি দেৱশিল্পানি। এতেষাং বৈ
দেৱশিল্পানাম্ অনুকৃতীহ শিল্পম্ অধিগম্যতে—হস্তী, কংসো,
বাসো, হিৰণ্যম্, অশ্বতৰীৰথঃ শিল্পম্।- - - আত্মসংস্কৃতিৰ্বাৱ
শিল্পানি, ছন্দোময়ং বা এতৈৰ্যজমান আত্মানং সংস্কুৰুতে।"

মানুহৰ শিল্পসমূহে দেৱশিল্পসমূহৰেই প্ৰশংসা পায়। দেৱশিল্পৰ অনুকৃতিয়েই পাৰ্থিৱ তথা মানুহৰ শিল্প। হাতীদাঁতৰ কৰ্ম, কাঁহ আদি ধাতুৰ নিৰ্মিত বস্তু, অনেক বিধৰ বস্ত্ৰ, সোণৰ অয়-অলঙ্কাৰ, ঘোঁৰা, নৌকা, ৰথ আদি শিল্পসমূহেই হৈছে আত্মাৰ সংস্কৃতি। এনে সাংস্কৃতিক সম্পদেৰে যজমানে জীৱন ছন্দোময় কৰি তোলে। ইয়াত উল্লেখ কৰা আত্মাৰ সংস্কৃতিয়েই হ'ল আধুনিক অৰ্থৰ সংস্কৃতি। ড° চট্টোপাধ্যায়ে ইয়াকে ভেঁটি কৰি ভাৰতীয় সংস্কৃতিৰ মূল সূত্ৰকেইটালৈ আঙুলিয়াইছে—ভাৱ, তত্ত্বানুসন্ধিৎসা, অহিংসা, আত্মদমন, ত্যাগ, অপ্ৰমাদ আৰু সত্য-শিৱ-সুন্দৰৰ আৰাধনা। যথাৰ্থতে দেৱসম কৃতিয়েই সংস্কৃতি।

মনৰ উৎকৰ্ষ সাধন কৰিয়েই মানুহে পশুত্বৰপৰা মনুষ্যত্বলৈ উধায়। তেনেকৈ মনুষ্যত্বৰপৰা দেৱত্বলৈ উৰ্দ্ধগামী হয়। ধৰ্মৰ প্ৰকৃত তাৎপৰ্য্যও সেয়ে। যি ধ্যান-ধাৰণাৰদ্বাৰা মানুহে মনৰ উৎকৰ্ষ সাধন কৰে আৰু পাৰ্থিৱ বা জৈৱিক বাসনাসমূহ সংযত কৰে, সিয়েই ধৰ্ম। সেয়েহে ধৰ্মক ভেঁটি কৰি সংস্কৃতিৰ বিকাশ বহুমুখী হৈ উঠে।

# অসমীয়া সংস্কৃতিৰ উপাদান

অসমীয়া সংস্কৃতি ভাৰতীয় সংস্কৃতিৰে এটি উপকৰণ মাত্ৰ। কোনো কোনোৱে কয়, ভাৰতীয় সংস্কৃতি একক সংস্কৃতি—এক ভাৰত-আত্মাৰ বিকাশ ঘটিছে বিভিন্ন প্ৰান্তত বিভিন্ন ৰূপ লৈ। আন এদলে কয়, ভাৰতীয় সংস্কৃতি যৌগিক সংস্কৃতি—সমন্বয়ৰ সংস্কৃতি। ভাৰত, ভাৰতীয় এই চিনাকি গঢ় লোৱাৰ কেইবাহেজাৰ বছৰৰো আগতেই ভাৰতবৰ্ষত স্বকীয় বৈশিষ্ট্যসম্পন্ন সংস্কৃতিয়ে গঢ় লৈ বিকাশ সাধন কৰিছিল। ইদলৰ পাছত সিদলকৈ অন্ততঃ ছটা বিশিষ্ট জনগোষ্ঠী এই দেশলৈ আহিছিল আৰু তেওঁবিলাকে নিজৰ নিজৰ সংস্কৃতি প্ৰতিষ্ঠা কৰিছিল। কালক্ৰমত বিভিন্ন জনগোষ্ঠী আৰু সংস্কৃতি পাৰস্পৰিক সংস্পৰ্শলৈ আহিছিল আৰু সমন্বয় সাধিত হৈছিল। সেয়েহে ভাৰতীয় সংস্কৃতি যৌগিক সংস্কৃতি।

ড° বিৰজাশঙ্কৰ গুহই তলত দিয়া ধৰণেৰে ভাৰতীয় লোকসংখ্যাত বিভিন্ন জনগোষ্ঠী সোমাই আছে বুলি উল্লেখ কৰিছে।

১। নেগ্ৰিটো বা নিগ্ৰো

২। প্ৰায়-অষ্ট্ৰেলীয় দীৰ্ঘ মস্তকী

৩। মঙ্গোলীয়: (ক) প্ৰত্ন-মঙ্গোলীয়
(খ) প্ৰশস্তমস্তকী
(গ) তিব্বত মঙ্গোলীয়

৪। ভূমধ্যসাগৰীয় : (ক) প্ৰত্ন-ভূমধ্যসাগৰীয়
(খ) ভূমধ্যসাগৰীয়
(গ) প্ৰাচ্য

৫। পশ্চিমীয়া প্ৰশস্ত মস্তকী :
(ক) আলপাইন
(খ) আৰ্মেনীয়
(গ) ডিনাৰিক

৬। নৰ্ডিক[১]

১1. Negrito
2. The proto-Austroloid
3. The Mongoloid (i) The long-headed Palaeo-Mongoloids
(ii) The broad-headed Palaeo-Mongoloids
(iii) The Tibeto-Mongoloids



ভাৰতবৰ্ষৰ মানুহৰ ইতিহাসেই হ'ল প্ৰব্ৰজনৰ ইতিহাস। বিভিন্ন পণ্ডিতে এনে প্ৰব্ৰজনকাৰীৰ গোষ্ঠী নিৰ্ধাৰণ কৰোঁতে ভিন্ ভিন্ মত পোষণ কৰিছে। সকলোবোৰ জুকিয়াই চালে ছটা গোষ্ঠীৰ সূত্ৰটোকে মানি ল'বলৈ সহজ। ভাষাগত দৃষ্টিকোণৰপৰা চালে মূল জনগোষ্ঠী পাঁচোটাত পৰেগৈ। নৰ্ডিক আৰু পশ্চিমীয়া প্ৰশস্তমস্তকী দুয়োটা গোষ্ঠী ককেচীয় বা আৰ্য্য শিতানত সামৰি থব পাৰি; কিন্তু সাংস্কৃতিক বৈশিষ্ট্যৰ পৰা পৰ্য্যবেক্ষণ কৰিলে নেগ্ৰিটো, অষ্ট্ৰিক, দ্ৰাবিড়, আলপাইন, বৈদিক আৰ্য্য আৰু মঙ্গোলীয়—এই ছটা ভাগত ভাগ কৰাই ভাল। এছ, এছ, সৰকাৰে ভাৰতীয় মানুহক ছটা ভাগত তলত দিয়াৰ দৰে নামকৰণ কৰিছে (১) অষ্ট্ৰলইড (২) ইণ্ডোআৰ্য্য (৩) ইৰাণোস্কাইথিয়ান (৪) মুণ্ডৰীভাষী (৫) মালয়-পলিনেচিয়ান (৬) মঙ্গোলীয়।

নৃতাত্ত্বিক দৃষ্টিৰে ভাৰতীয় জন-সমষ্টিক অষ্ট্ৰেলীয়, ককেচীয়, মঙ্গোলীয় আৰু নিগ্ৰো এই চাৰিটা শ্ৰেণীত থোৱতে ভাগ কৰিব পাৰি। ভাষিক দৃষ্টিৰে অষ্ট্ৰিক, আৰ্য্য, দ্ৰাবিড়, মঙ্গোলীয় আদি ভাগত ভাগ কৰি সংস্কৃতিসমূহৰো নামকৰণ কৰিব পাৰি। অসমৰ থলুৱা জনসমষ্টিৰ মূল অষ্ট্ৰেলীয়, মঙ্গোলীয় আৰু ককেচীয় তেজৰ সংমিশ্ৰণত গঢ় লৈ উঠিছে। সেইদৰে অষ্ট্ৰিক, মঙ্গোলীয় আৰু আৰ্য্য-সংস্কৃতিৰ সন্মিলিত উপাদানেৰে অসমীয়া সংস্কৃতিৰো বৰভেঁটি বান্ধিছে।

জনসমষ্টি কিম্বা সংস্কৃতি কোনোটোৱেই আজি উক্ত ছটা নামৰ ভিতৰত সীমা বান্ধি নিৰ্দিষ্টকৈ দেখুৱাব নোৱাৰি। ভৌগোলিক অৱস্থান আৰু প্ৰয়োজনীয়তাই এনেকৈ সমন্বয়ৰ বৰভেঁটি বান্ধিছে যে আজি তাৰ মূল উপাদানবোৰ বিশ্লেষণ কৰি উলিওৱা সহজসাধ্য হৈ থকা নাই। ইটোৰ বুকুত সিটো সংস্কৃতিৰ উপাদানৰ কঠীয়া গজিছে; ইটোৰ কঠীয়া অন্য এটাৰ পথাৰত সোণগুটি ধান হৈ তিব্‌বিৰাইছে। আনপিনে আকৌ এটাৰ ধানমুঠিয়ে আন এটাৰ পুষ্টিসাধন কৰিবলৈ চাউল হৈ সিজি সুস্বাদু ব্যঞ্জনৰ লগত মিহলি হৈ পেটত সোমাইছে। এইদৰে ওপৰত উল্লেখ কৰা ছটা সংস্কৃতিৰ উপাদানৰ যৌগিক ফল ভাৰতীয় সংস্কৃতিয়ে গঢ় লৈছে। এই সংস্কৃতিকেইটা হ'ল—নিগ্ৰো সংস্কৃতি, অষ্ট্ৰিক সংস্কৃতি, মঙ্গোলীয় সংস্কৃতি, দ্ৰাবিড় সংস্কৃতি, আলপাইন সংস্কৃতি আৰু আৰ্য্য সংস্কৃতি। দক্ষিণ ভাৰতত দ্ৰাবিড়-অষ্ট্ৰিক-আৰ্য্য সংস্কৃতি, পশ্চিম ভাৰতত আলপাইন-আৰ্য্য-দ্ৰাবিড় সংস্কৃতি, উত্তৰ ভাৰতত আৰ্য্য-অষ্ট্ৰিক-আলপাইন সংস্কৃতি আৰু উত্তৰ-পূব ভাৰতত অষ্ট্ৰিক-মঙ্গোলীয়-আৰ্য্য-আলপাইন সংস্কৃতিৰ সমন্বয় সাধিত হৈছে। ভাৰতীয় সংস্কৃতি যথাৰ্থতে সমন্বয়ৰ সংস্কৃতি। তাৰে অসমীয়া সংস্কৃতিত অষ্ট্ৰিক আৰু মঙ্গোলীয় সংস্কৃতিয়ে পলস পেলাই, সাৰুৱা কৰি থৈ যোৱা বহল পথাৰতহে আলপাইন আৰু আৰ্য্য সংস্কৃতিয়ে গা কৰি উঠিছিল।

# নেগ্ৰিটো সংস্কৃতি

ড° সুনীতিকুমাৰ চট্টোপাধ্যায়ৰ মতে ভাৰতবৰ্ষলৈ প্ৰব্ৰজন কৰি অহা পোনপ্ৰথম জনগোষ্ঠীটো হ'ল নেগ্ৰিটো বা নিগ্ৰইড্, যাক আমি নিগ্ৰো বুলি কওঁ। এওঁবিলাক আফ্ৰিকাৰ ফালৰপৰা আহি আৰব আৰু ইৰাণৰ উপকূলেদি পশ্চিম ভাৰতত আৰু দক্ষিণ ভাৰতত বিয়পি পৰে। গুহ আৰু হাৰ্টলেই এই মত সমৰ্থন কৰে; কিন্তু যিসকলে নৃতাত্ত্বিক খনন কাৰ্য্যত পোৱা নৰ-কঙ্কালৰ আকাৰ-প্ৰকাৰ অনুধাৱন কৰি সিদ্ধান্ত কৰিছে, তেওঁবিলাকৰ মতে নিগ্ৰোসকল অষ্ট্ৰিকসকলতকৈ আগ হ'ব নোৱাৰে। সম্ভৱতঃ ভাৰতবৰ্ষত অষ্ট্ৰিকসকল সুপ্ৰতিষ্ঠিত হৈ থকাৰ সময়তে পশ্চিমৰপৰা নিগ্ৰোসকল সোমাই অষ্ট্ৰিকসকল শক্তি আৰু সংস্কৃতিৰ আগত ঠাৱৰিব নোৱাৰি দক্ষিণ আৰু উত্তৰ-পূৱলৈ আগবাঢ়ি যায়। নগা ৰাজ্যৰ দুটামান জনজাতিৰ গাত নিগ্ৰো তেজৰ কণিকা পোৱাগৈছে। কালক্ৰমে তেওঁবিলাকে মূল ভাৰতভূমি এৰি ব্ৰহ্মদেশৰ দক্ষিণ উপকূল আৰু পূব-ভাৰতীয় দ্বীপপুঞ্জত ওলায়গৈ। তাৰপৰা সাগৰ পাৰ হৈ আন্দামান-নিকোবৰ দ্বীপপুঞ্জত সোমায়গৈ। দক্ষিণ ভাৰতৰ অৰণ্য অঞ্চলত যিকেইটা দল থাকি যায় তেওঁবিলাকেও নিজৰ ভাষা এৰি দ্ৰাবিড় ভাষা ক'বলৈ ধৰে। অৱশেষত মূল ভাৰতবৰ্ষত নিগ্ৰো সংস্কৃতি নিচিহ্ন হৈ পৰে।

আন্দামান-নিকোবৰ দ্বীপপুঞ্জত যিসকল নিগ্ৰো বংশধৰ এতিয়াও নিজা ঐতিহ্য-পৰম্পৰা লৈ জীয়াই আছে তেওঁবিলাকৰ সংস্কৃতি অতি আদিম স্তৰৰ। তেওঁবিলাক যি যুগতেই প্ৰবেশ নকৰক লাগে, তেওঁবিলাকৰ সংস্কৃতি প্ৰত্ন-প্ৰস্তৰ পৰ্য্যায়ৰ। সম্ভৱতঃ হাবি-বনৰপৰা ফল-মূল আহৰণ কৰি, বন্য জীৱ-জন্তু বধ কৰি আহাৰ সংগহ কৰিছিল। ভাৰতীয় সংস্কৃতিত নিগ্ৰো উপাদান পৰিলক্ষিত হোৱা নাই; কিন্তু নিকোবৰ দ্বীপৰ জনজাতিবিলাকৰ কিছুমান ৰীতি-নীতিৰ লগত অসমৰ পৰ্বতীয়া জনজাতিৰ মিল আছে। তিৰোতা মানুহৰ কবৰত V আকাৰৰ গছৰ ডাল পোতাটো মন কৰিবলগীয়া। তদুপৰি নাৱীক শস্যক্ষেত্ৰৰ গৰাকী বা উৎপাদিকা শক্তিৰ প্ৰতীক জ্ঞান কৰাটো বিশেষ প্ৰণিধানযোগ্য।

দক্ষিণ ভাৰতৰ হাবিতলীয়া পাৰ্বত্য অঞ্চলত বাস কৰা কেইটামান জনজাতি নিগ্ৰো মূলৰ; কিন্তু তেওঁবিলাকে দ্ৰাবিড় ভাষাহে কয়। আনপিনে নিকোবৰী জনজাতিৰ মানুহৰ মাজত থকা আত্মা-প্ৰেতাত্মা ধাৰণা আৰু পুনৰ্জন্ম ধাৰণা মূলতঃ অষ্ট্ৰিকৰপৰা পোৱা যেন লাগে। নিগ্ৰো সংস্কৃতি আদিম আৰু স্বকীয় বৈশিষ্ট্যপূৰ্ণ হ'লেও ভাৰতীয় সংস্কৃতিলৈ বিশেষ লেখৰ বৰঙনি দি যোৱা নাই।

# অষ্ট্ৰিক সংস্কৃতি

অষ্ট্ৰিক, প্ৰট'-অষ্ট্ৰলইড্ বা অষ্ট্ৰ-এচিয়াটিক নামে জনাজাত এই জাতিটোৰ সাংস্কৃতিক আৰু ৰক্ত-কণিকাৰ বৰঙনি ভাৰতীয় সংস্কৃতি আৰু জাতিৰ জীৱনীশক্তিৰ নিৰৱচ্ছিন্ন উপাদান। পৰৱৰ্তী যুগৰ বৈদিক সাহিত্যত এই জাতিটোক নিষাদ বুলি উল্লেখ কৰা হৈছে। প্ৰকৃততে এই জাতিটোৱেই ভাৰতৰ খিলঞ্জীয়া আদিম বাসিন্দা। হিমালয়ৰ পাদদেশ অঞ্চল আৰু উত্তৰ-পূব ভাৰতত বাস কৰা মঙ্গোলীয় বা কিৰাতসকলৰ সাংস্কৃতিক সাদৃশ্য অধিক হোৱা হেতুকে এই দুই সংস্কৃতি ইটোৰ বুকুত সিটো দীঘ-বাণি হৈ সোমাই পৰে আৰু অষ্ট্ৰ-মঙ্গলইড্ ৰূপ পৰিগ্ৰহণ কৰে। আজিকালি দক্ষিণ ভাৰতত কাডাৰ, পানিয়ন, কান্তিকৰ, উৰালি আদি জনসমষ্টিৰ গাত পোনপটীয়া অষ্ট্ৰিক লক্ষণ পৰিলক্ষিত হয়। দক্ষিণ ভাৰতত আৰু দক্ষিণ-পূব ভাৰতৰ উৰিষ্যা, পশ্চিমবঙ্গ আৰু বাংলাদেশৰ অনেক মানুহৰ গাত অষ্ট্ৰিক আৰু দ্ৰাবিড় তেজৰ সংমিশ্ৰণ ঘটিছে। সেইদৰে উত্তৰ ভাৰতৰ মানুহৰ গাতো অষ্ট্ৰিক-আলপাইন, অষ্ট্ৰিক-মঙ্গোলইড্, অষ্ট্ৰিক-আৰ্য্য তেজৰ সংমিশ্ৰণ কম-বেছি পৰিমাণে হোৱাৰ কথা জানিব পাৰি।

অষ্ট্ৰিক সংস্কৃতি মূলতঃ গাঁওমুখী কৃষি-সংস্কৃতি । অষ্ট্ৰিকসকলে ভাৰতবৰ্ষতে সভ্যতাৰ পাতনি মেলি পৰ্বত আৰু ভৈয়াম উভয়তে বিয়পি পৰে। মধ্যভাৰতৰ গভীৰ অৰণ্যাঞ্চল, হিমালয়ৰ পাদদেশ, ব্ৰহ্মপুত্ৰ-গঙ্গা উপত্যকাৰ সাৰুৱা পথাৰবোৰত এওঁলোকে গাঁও পাতি বাস কৰিছিল। কালক্ৰমত অসমৰ সীমা পাৰ হৈ দক্ষিণ-পূব এচিয়া আৰু পূবভাৰতীয় দ্বীপপুঞ্জ, আনকি মেলানেচিয়া, পলিনেচিয়া, অষ্ট্ৰেলেচিয়া আদিত বিয়পি পৰেগৈ আৰু ঘাইকৈ মঙ্গোলীয় তেজৰ আধিক্য লৈ আকৌ পিছৰ যুগত উলটি আহি ভাৰত সোমায়হি। নগাসকলৰ সংস্কৃতিত কিছুমান পৰোক্ষ লক্ষণ থকাৰ উপৰিও খাচী-জয়ন্তীয়াসকলৰ ভাষা (মন্‌খেমৰ) আৰু সংস্কৃতিত পোনপটীয়া উপাদান দেখা যায়। মধ্যভাৰতৰ কোল, মুণ্ডা, চাওতাল, শবৰ আদি জনজাতিৰ সংস্কৃতিও অষ্ট্ৰিক মূলৰ। বেদত যিবোৰ মানুহ পনি, কৰচ আদি নামেৰে নামকৰণ কৰা হৈছে, এইবোৰ মানুহৰ গাতো অষ্ট্ৰিক তেজৰ সোঁত প্ৰবাহিত হোৱাটো অসম্ভৱ নহয়।

অষ্ট্ৰিকসকল পোনতে নৱ-প্ৰস্তৰ সংস্কৃতিৰ মানুহ আছিল; কিন্তু ভাৰতবৰ্ষত থকা কালতে তেওঁবিলাকে কৃষি-সংস্কৃতিৰ পাতনি তৰে আৰু চিকাৰী-আহাৰ আহৰণকাৰীৰ স্তৰৰপৰা কৃষিজীৱী মানুহলৈ পৰিণত হয়। তেওঁবিলাকে প্ৰথমতে ঝুম খেতি কৰিছিল। ঝুম খেতিৰ মাটি চাহ কৰিবলৈ টান কাঠেৰে জোঙা হোলাং তৈয়াৰ কৰি তাৰেই মাটি খুঁচৰি খুঁচৰি খেতিৰ সঁচ সিঁচিছিল; লগে লগে খাদ্যসংগ্ৰহকাৰী অষ্ট্ৰিকসকলে এটা নিৰ্দিষ্ট সময়লৈ বাট চাবলগীয়া হ'ল। বছৰটোৰ খাদ্য সংগ্ৰহ কৰি অপৰিসীম আনন্দ লাভ কৰি উৎসৱৰ আয়োজন কৰিলে। এই উৎসৱ পোৱাৰ উৎসৱ, বাৎসৰিক নিৰাপত্তাৰ উৎসৱ। ঝুম খেতিৰ পিছত এওঁবিলাকে আহু আৰু শালি খেতি আৰম্ভ কৰিলে। জহা শব্দটো অষ্ট্ৰিক বুলি ড° কাকতিয়ে ঠাৱৰ কৰিছে। অন্যান্য ধানৰ নামবোৰতো অনাৰ্য্য ধ্বনি অনুভূত হয়।

নদীবাচক গঙ্গা শব্দটো সম্ভৱতঃ অষ্ট্ৰিক 'য়ঙ্গ' শব্দৰপৰা ওলাইছে। আদি ভাষাত

এতিয়াও নদীক য়ঙ্গ বোলে। ব্ৰহ্মপুত্ৰৰ আদি নাম চি-য়ঙ্গ। গঙ্গা শব্দটো নদীবাচক হোৱা বাবেই এসময়ত মানুহে কৰতোয়া গঙ্গা, ভাগিৰথী গঙ্গা, মন্দাকিনী গঙ্গা, ভোগৱতী গঙ্গা, কপিলী গঙ্গা, বশিষ্ঠী গঙ্গা, আকাশী গঙ্গা, বৰ গঙ্গা, বুঢ়ী গঙ্গা বুলিছিল। পিছলৈ গঙ্গা শব্দই ভাগিৰথী গঙ্গাকহে বুজাবলৈ ধৰে; কিন্তু বঙলা ভাষাত গাং শব্দটো এতিয়াও খাল বা নৈ অৰ্থত ব্যৱহাৰ হয়। হোং, হং, ওং, বং আদি নদীবাচক শব্দ যোগ হৈ সৃষ্টি হোৱা অনেক নদীৰ নাম আছে। প্ৰাচীন অসমৰ অনেক স্থানবাচক শব্দ অষ্ট্ৰিক মূলৰ। পিছৰ যুগত বড়ো শব্দই অষ্ট্ৰিক শব্দৰ স্থান লয় নতুবা সংমিশ্ৰিত ৰূপ পৰিগ্ৰহণ কৰে। এই নামবোৰ প্ৰধানকৈ ভৌগোলিক গুণবোধক। নদীৰ পাৰে পাৰে সাৰুৱা উপত্যকাবোৰত বাস কৰি তেওঁবিলাকে বতৰৰ উপযোগী খেতি কৰিছিল। গোটা কাঠ খুলি নাও তৈয়াৰ কৰিছিল আৰু গোটা কাঠ শাৰী শাৰীকৈ বান্ধি ভুৰ তৈয়াৰ কৰিছিল। ভুৰ, ভেলা, ডিঙা আদি অষ্ট্ৰিক অৱদান।

অষ্ট্ৰিকসকলেই কিছুমান বনৰীয়া জীৱ-জন্তু ধৰি পোহ মনাইছিল আৰু বনৰীয়া ফল-মূলৰ সঁচ আনি খেতি কৰিছিল। আও নগাৰ মাজত প্ৰচলিত এটা সাধুকথাৰপৰা অনুমান কৰিব পাৰি নিগনিয়ে ধান কুটি খাওঁতে, মানুহে দেখি, ধানৰ সঁচ আহৰণ কৰে আৰু সঁচ সিঁচি ধান উৎপাদন কৰিবলৈ শিকে। লাও, কোমোৰা, বেঙেনা, কেৰেলা, ভোল, জিকাৰ খেতিও এওঁবিলাকেই উলিয়ায়। কল, তামোল, নৰিকলবো খেতি কৰিছিল। হালধি, আদা, কচু আৰু কাঠআলুৰ খেতিও অষ্ট্ৰিকসকলেই প্ৰচলন কৰে। এই শব্দবোৰ অষ্ট্ৰিক মূলৰ। তদুপৰি অসমীয়া মানুহে খাদ্য বা শাক-পাচলি হিচাপে ব্যৱহাৰ কৰা কিছুমান গছ-বনৰ নামো অষ্ট্ৰিক মূলৰ যেন লাগে—মেচাকি, মেজেঙ্গা, নেফাফু, থেৰেবা, লফা, ঔ, মছন্দৰী ইত্যাদি। এইখিনিতে এইটো উল্লেখযোগ্য, হালধি দৰা-কন্যা নোৱাবলৈ পবিত্ৰ ঔষধি হিচাপে ব্যৱহাৰ কৰা হয়। লাও, বেঙেনা, কেৰেলা, হালধি বহাগ বিহুত গৰু গা ধুৱাবলৈ ব্যৱহাৰ কৰা হয়। অষ্ট্ৰিক সমাজত তামোলৰ স্থান মন কৰিবলগীয়া। অসমীয়া সংস্কৃতিত অষ্ট্ৰিক প্ৰভাৱ কিমান তামোলৰ ব্যৱহাৰ মন কৰিলেই ধৰিব পাৰি। খাচী ভাষাৰ 'কুৱা' অসমীয়া গুৱা। গুৱাহাটী নামটোতো অষ্ট্ৰিক গোন্ধ আছে। ধৰ্মীয় আচাৰ-অনুষ্ঠানত তামোলৰ ব্যৱহাৰ, তামোল দি প্ৰণয় যচা, তামোল-পাণ দি ক্ষমা খোজা, তামোল দি নিমন্ত্ৰণ জনোৱা, তামোলত আহুদি কৰা, ক্ষোভ বা অসন্তুষ্টিৰ চিনস্বৰূপে তামোল থুতকুৰিয়াই পেলোৱা, মৰিশালিত তামোল-পাণ দি থৈ অহা, শৰাইত তামোল-পাণ দি মন-সৎকাৰ কৰা আদি তামোলসম্বন্ধীয় সংস্কৃতিৰ উপাদান অষ্ট্ৰিকসকলৰপৰাই পাইছোঁ। ইণ্ডো-ইউৰোপীয় ভাষাত তামোল শব্দটো নাই; তামোলৰো ব্যৱহাৰ নাই। সংস্কৃতৰ তাম্বুল শব্দ পাছৰ যুগত গঢ় দিয়া হৈছে। এওঁবিলাকে হাতী আৰু বনকুকুৰা ঘৰচীয়া কৰিছিল। হাতী বিষয়ক গজ, মাতঙ্গ আদি শব্দবোৰ অষ্ট্ৰিকমূলৰ হোৱাৰ উপৰিও মখনা, চখনা, মাখুন্দী, কিৰিঙা, ফান, ফঁই আদি শব্দবোৰো অষ্ট্ৰিক যেন লাগে। পালকাপ্য মুনিয়ে ইয়াতেই হস্ত্যায়ুৰ্বেদ ৰচনা কৰাটো সম্ভৱ। কুকুৰা পুহি, নানান ধৰ্মীয় অনুষ্ঠানত কুকুৰাৰ ব্যৱহাৰ কৰা, কুকুৰা বলি দিয়া, কুকুৰা কাটি মঙল-চোৱা, কুকুৰাক খাদ্য হিচাপে ব্যৱহাৰ কৰা ৰীতি অষ্ট্ৰিকৰ। অষ্ট্ৰিকৰপৰা মঙ্গোলীয়সকলে এই ঐতিহ্য লাভ কৰিছিল। মঙ্গোলীয় লোকাচাৰত কুকুৰাই আজিও প্ৰাধান্য লাভ কৰি আছে। গঁড়, মেথোন, ভুৰা (গাহৰি), কেৰ্কটুৱা, জহামাল, হেঁপা,



কুকুৰনেচীয়া, লতামাকৰি, ৰাংকুকুৰ, টিয়া-ভাটৌ, কামচৰাই, কপৌ আদি অষ্ট্ৰিক মূলৰ শব্দ। অনেক গছ-বনৰ নাম, পোক-পৰুৱাৰ নাম, মাছৰ নাম, ধানৰ নাম, ঠাইৰ নাম অষ্ট্ৰিক মূলৰ। বৰ্তমান অসমীয়া ভাষাত প্ৰচলিত যিবোৰ শব্দৰ সমাৰ্থক শব্দ বা মূল সংস্কৃতত বিচাৰি পোৱা নাযায়, নতুবা তেনে শব্দ কাষৰীয়া মঙ্গোলীয় ভাষাবোৰতো নাই, সেইবোৰ শব্দৰ সৰহভাগেই অষ্ট্ৰিকভাষীসকলৰ অৱদান বুলি ভাবিবলৈ থল আছে। গছৰ নাম—হোলোং, পমা, উৰিয়াম, বিৰিং, চাকলাই, থৈলাঙনি, ফাকডেমা, ভাতঘিলা, শলখ ইত্যাদি।

অসমৰ পৰ্বত-ভৈয়াম উভয়তে সাংস্কৃতিক জীৱনৰ দীঘে-বাণিয়ে অষ্ট্ৰিক সংস্কৃতিৰ উপাদান উপচি আছে। ঘাইকৈ মঙ্গোলীয় সংস্কৃতিত ইয়াৰ প্ৰভাৱ অধিক । অষ্ট্ৰ-মঙ্গোলীয় সংস্কৃতিৰ উৰ্বৰতাই পাছৰ যুগত কোবাল আৰ্য্য সংস্কৃতিৰ সিৰে সিৰে সোমাই সমন্বয়ৰ সৌধ গঢ় দি তোলে। অসমৰ গ্ৰাম্য আৰু কৃষি সংস্কৃতি মূলত ঃ উৰ্বৰা বিশ্বাসৰ সংস্কৃতি। এই বিখ্যাত উৰ্বৰা মতবাদৰ বাটকটীয়া হ'ল অষ্ট্ৰিকসকল। অষ্ট্ৰিকসকলে সিঁচি থৈ যোৱা সংস্কৃতিৰ কঠীয়াতলীতে পিছৰ যুগৰ আৰ্য্য, দ্ৰাবিড়, মাঙ্গোলীয়সকলে খেতি কৰি নতুনৰ সৃষ্টি কৰে।

# সমন্বয়ৰ সংস্কৃতি অসমীয়া

অসমীয়া সংস্কৃতি সমন্বয়ৰ সংস্কৃতি; ই কোনো নিৰ্দিষ্ট জনগোষ্ঠীৰ সংস্কৃতি নহয়। আৰ্য্য, কিৰাত, নিষাদ, দ্ৰাবিড় সকলো সংস্কৃতিৰে উপাদান সংমিশ্ৰিত হৈ বহুযুগৰ ক্ৰমবিৱৰ্তনৰ ফলস্বৰূপে অসমীয়া সংস্কৃতি গঢ় লৈ উঠিছে।

ভাষা-সাহিত্য আৰু লিপিৰ বিষয়েই প্ৰথমতে আলোচনা কৰা হওক। অসমৰ শতকৰা নব্বৈজন মানুহ অনাৰ্য্য জনগোষ্ঠীৰ অন্তৰ্ভুক্ত আৰু তেওঁবিলাকৰ নিজাকৈ ভাষা বা উপভাষাও আছিল; কিন্তু আজি সকলোৰে মুখৰ ভাষা অসমীয়া-আৰ্য্যমূলীয় ভাষা। ইণ্ডো-ইউৰোপীয় মূলৰ সংস্কৃত ভাষা হ'ল অসমীয়া ভাষাৰ মূল ভেঁটি। সেয়ে হ'লেও আৰু শতকৰা সত্তৰভাগ বা তাতোকৈ অধিক সংস্কৃত তৎসম শব্দ থাকিলেও ইয়াৰ ব্যাকৰণ পদ্ধতিত অনাৰ্য্যমূলীয় উপাদান বিস্তৰ। কেতবোৰ সংস্কৃতৰ তৎসম প্ৰত্যয় থাকিলেও সম্পূৰ্ণ থলুৱা আৰু আনকি জনজাতীয় উপভাষাবপৰা অহা প্ৰত্যয়ো আছে। জাক, মখা, বোৰ, বিলাক আদি বহুবচনবোধক প্ৰত্যয়ৰ মূলো থলুৱা ভাষাৰপৰাই অহা। তদ্ধিত প্ৰত্যয়ৰ ক্ষেত্ৰতো OIA বা MIA মূলৰপৰা নহা কেতবোৰ প্ৰত্যয় আছে। সেইদৰে স্বাৰ্থিক প্ৰত্যয়ৰ চোন, হবলা, জানোচা, গৈ আদিও সংস্কৃত মূলৰপৰা অহা নাই। ধ্বন্যাত্মক শব্দ আৰু ধাতুৰূপো অনাৰ্যমূলীয়। ক্ৰিয়াৰ আগত নিষেধাৰ্থক ন বহি ধাতু বা ক্ৰিয়াৰ প্ৰথম স্বৰক অনুসৰণ কৰা ৰীতিও অন্য ভাৰতীয় ভাষাত নাই। পদাশ্ৰিতনিৰ্দেশকসমূহৰ কণ, খন, চটা আদি গোটাচেৰেকৰ বাহিৰে টা, টো, টি, ডাল, গৰাকী, টাৰ, বিৰা, খিলা, ফেৰা, আঁটি, পোলা, চিটা, জেবা, চলা, ফাল, বথলা, ওহালি আদি শব্দবোৰ বিভিন্ন অনাৰ্য্য মূলৰপৰা অহা। সাধাৰণ শব্দৰ ক্ষেত্ৰতো অষ্ট্ৰিক, বড়ো, টাই, খাচী আদি মূলৰ অসংখ্য শব্দ আছে। তাঁতশালৰ সঁজুলি, হাতী বিষয়ক শব্দ, মাছ আৰু গছ-বন-লতাৰ নামৰ ভিতৰত বহুতো অনাৰ্য্যমূলীয় শব্দই ওৰা পাতি বহি আছে। ধাতু বা ক্ৰিয়াৰ ক্ষেত্ৰতো চেলেক, চেবা, গম, জিৰা, ৰেপ, গছক, ভেকুৰ আদি, খাম বান্ধ, গবা মাৰ, বিৰ-দি, গম-পা আদি বড়ো বা তিব্বতো-বৰ্মান মূলৰ বুলি ঠাৱৰ কৰা হৈছে। সেইদৰে ম, মা, চা, ঙ আদি তদ্ধিত প্ৰত্যয়ো থলুৱা বড়োমূলীয়। অসমীয়া ক্ষুদ্ৰবাচক শব্দবোৰো অনাৰ্যমূলীয়। মাছ (মাগুৰ জালি, কাৰৈ টিলা, টিলিকা, গৰৈ চিৰিকা, ববালি চিটিকা, শ'ল ঠাৰি, ৰৌ মৰালি, পোনা), জন্তু (গেঁৰা, চেঁউৰী, দমৰা, চাৰিন্, কিৰিঙা), ফল (জালি, ডাবি, কলি, মুচি, মল) আদি শব্দবোৰ সংস্কৃত বা অন্য ভাৰতীয় ভাষাৰপৰা অহা নাই। এইবোৰ সম্পৰ্কে অৱশ্যে এতিয়াও সমক্য অধ্যয়ন হোৱা নাই।

সংস্কৃত ভাষাত ধাতু আৰু প্ৰাতিপদিকৰ অন্তত প্ৰত্যয় যোগ দিলে ক্ৰিয়া আৰু শব্দ সৃষ্টি হয়। অনাৰ্যমূলীয় ভাষাত এই ৰীতি সকলো ক্ষেত্ৰতে প্ৰযোজ্য নহয়। কেতবোৰ স্বয়ংসম্পূৰ্ণ শব্দ আছে । টাইমূলীয় শব্দবোৰ একধ্বনিবোধক । এনেকুৱা বিশিষ্ট ধ্বনি এক বা ততোধিক যোগ হৈ একোটা শব্দ হয় (কাৰেং = কা-ৰেণ্; বুৰঞ্জী = বু-ৰণ্-জি; বু-লান্-চি; মাইহাং = মাই-হাং;



নামডাং = নাম-ডেং; পাটকাই = পাট-কাই, পাট-কাই-চেং-কান্ ইত্যাদি)। এনেবোৰ শব্দত ইণ্ডো-ইউৰোপীয় ভাষাবিজ্ঞান প্ৰযোজ্য নহ'বও পাৰে; কিন্তু এইবোৰ শব্দ অসমীয়া ভাষাত সোমাই জীণ গৈছে।

অসমীয়া ভাষাত ব্যৱহৃত সম্বন্ধবাচক শব্দবোৰৰ ভিতৰত কিছুমান তৎসম বা তদ্ভৱ শব্দ থাকিলেও ভালেমান দেশজ মূলৰ শব্দ আছে। পিতা, মাতা, আই, খুৰা, সখি আদি তদ্ভৱ শব্দ হ'লেও ইয়াৰ ব্যৱহাৰৰ ৰীতি অন্যান্য নব্যভাৰতীয় আৰ্য্য ভাষাত অচল। সংস্কৃত, ইংৰাজী, হিন্দী, বঙলা আদি ভাষাত সকলো পুৰুষতে পিতা শব্দৰ ৰূপ একে; কিন্তু অসমীয়া ভাষাত মোৰ পিতা, পিতাই, তোমাৰ পিতায়েৰা, তোৰ পিতায়েৰ, তাৰ পিতায়েক; সেইদৰে মা শব্দৰ ৰূপো অন্য ভাষাত একে থাকে। অসমীয়া ভাষাত মোৰ আই, মা, তোমাৰ মাৰা, আয়েৰা, তোৰ মাৰ, আয়েৰ, তাৰ মাক, আয়েক ইত্যাদি। আতা, আবু, বোপা, বোপাই, ককাই, বৌ, আমৈ, তাৱৈ, বিয়ৈ আদি অনাৰ্যমূলীয় শব্দ। তদুপৰি ককাই-ভাই, বাই-ভনী, সৰু-ডাঙৰ সুকীয়াকৈ বুজোৱা পদ্ধতিও ইণ্ডো-ইউৰোপীয় ভাষাত নাই। আনপিনে আইদেউ, এনাই, পুথাও, পুলিন, আথাও, কাই, আপুটি আদি সম্বন্ধবাচক শব্দ টাই ভাষাবপৰা পোনপটীয়াকৈ আহিছে। এই শব্দবোৰৰ লিঙ্গ পৰিবৰ্তন পদ্ধতি আৰু গঠন স্বতন্ত্ৰ; অনাৰ্য্যমূলীয়। পেহা-পেহী, মহা-মাহী, বিয়ৈ-বিয়নী, মোমাই-মাই, দদাই-খুৰী, নিচাও-এপা, ভিনি-বাই, বৈনাই-ভনী, দেৱৰ-ননদ আদি শব্দ থলুৱা ৰীতিৰে গঢ় লৈছে। হেমকোষ বা চন্দ্ৰকান্তত নোসোমোৱা অনেক দেশজ শব্দ বকৰানিত পৰি আছে আৰু হেৰাই যাবলৈ উপক্ৰম কৰিছে। সংস্কৃত ভাষাৰ মাধ্যমত বা কোনো বিশিষ্ট ভাষাবিদৰ প্ৰভাৱত অধ্যয়ন নকৰি মুকলি অথচ অনুসন্ধিৎসু মন লৈ বিচাৰ কৰিলে অসমীয়া ভাষাৰ গঠন আৰু বিৱৰ্তনত অনাৰ্য্যমূলীয় উপাদান সোমাই আৰ্য্যমূলীয় উপাদানেৰে সৈতে সমন্বয় সাধন কৰাৰ অসংখ্য উদাহৰণ ধৰা পৰিব। উচ্চাৰণ পদ্ধতিতো অনাৰ্যমূলীয় উপাদান স্পষ্ট। যথাৰ্থতে অসমীয়া ভাষাই টাই, বড়ো, অষ্ট্ৰিক, কোল, মুণ্ডা, খাচী আৰু অন্যান্য কিৰাত বংশোদ্ভৱ উপভাষাবপৰা উচ্চাৰণ-পদ্ধতি আৰু গঠন আৰু বিকাশৰ অৰ্থে উপাদান গ্ৰহণ কৰিছে। আনপিনে ইয়াৰ ব্যাকৰণ অভিধান ৰচিত হৈছে সংস্কৃত ভাষাক নিৰ্ভৰ কৰি।

সাহিত্যৰ ক্ষেত্ৰতো এই কথা প্ৰযোজ্য। প্ৰাচীন অসমীয়া সাহিত্যৰ সৰ্ব্বাত্মক প্ৰেৰণা আহিছিল ৰামায়ণ, মহাভাৰত আৰু পুৰাণসমূহৰপৰা। পুৰাণসমূহৰ ভিতৰতো ভাগৱত পুৰাণ আৰু বিষ্ণুপুৰাণ, হৰিবংশৰ বৰঙনি অধিক। অসমীয়া ভাষাৰ গীত, পদ, কাব্য, নাটক আৰু ধৰ্মীয়তত্ত্বপ্ৰধান গ্ৰন্থবোৰে সংস্কৃত ভাষাৰ কঠিন, পাণ্ডিত্যবোধক কথাবোৰ স্ত্ৰী-শূদ্ৰ সদৌৱে বুজিব পৰাকৈ ভাৱানুবাদ, ছায়ানুবাদ বা আক্ষৰিক অনুবাদৰ যোগেদি অভিপ্ৰেত বক্তব্য প্ৰকাশ কৰিছিল। কেতিয়াবা তাৰে গইনা লৈ দুই-এখন মৌলিক পুথিও ৰচনা কৰিছিল। আনপিনে আধুনিক অসমীয়া সাহিত্যৰ ৰূপ আৰু ৰীতি সম্পূৰ্ণ পাশ্চাত্যধৰ্মী। 'জোনাকী' কাকতে কাটি উলিওৱা বাটেদি আজিও পশ্চিমৰপৰা নানান উপাদান আহিবই লাগিছে। অথচ ইয়াৰ ভিতৰতে অসমৰ লোকসাহিত্য নিজা মাটিৰ ৰসেৰে পুষ্ট হৈ থলুৱা ধ্যান-ধাৰণাৰে গঢ় লৈ উঠিছে। শক্তিশালী ভাৰতীয় আদৰ্শপুষ্ট প্ৰাচীন সাহিত্যৰ সমকালীন লোকগীত আৰু প্ৰবচনবোৰত ভাৰতীয় প্ৰভাৱৰ অভাৱ স্পষ্ট; ই স্বতন্ত্ৰবীয়া। অপেচৰা সবাহৰ নাম, লখিমী সবাহৰ নাম, আইনাম, বিয়ানাম, মালিতা, জুনা, প্ৰবচন, সাঁথৰ আদি বিভিন্ন লৌকিক ধ্যান-ধাৰণাৰে পুষ্ট।

সকলো মৌখিক সাহিত্যই দেশৰ কেঁচামাটিৰ গোন্ধ থকা সাহিত্য। মনসা পুৰাণ, পদ্মপুৰাণ আদিৰ উপৰিও দুৰ্গাবৰ, মনকৰ আৰু ভালেমান অখ্যাত লেখকৰ ভক্তিমাৰ্গীয় পুথিত থলুৱা আদৰ্শ প্ৰকাশ পাইছে। ভাৰতীয় আদৰ্শৰ বাবে নোহোৱা-নোপজা বুৰঞ্জী-সাহিত্য অসমীয়া সাহিত্যৰ ভঁৰাললৈ এটি লেখৰ বৰঙনি। লেখন-ৰীতি, সংৰক্ষণপদ্ধতি আৰু কথন-ৰীতি সকলোতে স্বকীয় বৈশিষ্ট্য বৰ্তমান। ফকৰা, যোজনা, পটন্তৰ, ডাকৰ বচন জাতীয় সাহিত্যত অসমীয়া ভাষা ভাৰতৰ ভিতৰতে চহকী আৰু ই যুগ যুগ সঞ্চিত থলুৱা অভিজ্ঞতা আৰু প্ৰজ্ঞাৰ ওপৰত নিৰ্ভৰ কৰি ৰচিত হৈছে। দুৰ্গাবৰৰ গীতিৰামায়ণ, মাধৱ কন্দলিৰ ৰামায়ণ, ৰামসৰস্বতীৰ বধকাব্যবোৰত অনুবাদৰ ডৌকাৰ আঁৰতে থাকি থলুৱা ধ্যান-ধাৰণাই পাখি মেলি উৰিবলৈ সক্ষম হৈছে।

অসমীয়া লিপিৰ ইতিহাস হয়তো খৃষ্টীয় পঞ্চম শতিকাতে আৰম্ভ হৈছে। এয়া সম্পূৰ্ণ ব্ৰাহ্মী আখৰ। অশোকৰ শিলালিপিত দেখা পোৱা ব্ৰাহ্মীলিপিয়ে কুষাণ যুগত অলপ চেহেৰা সলনি কৰি গুপ্ত যুগত সোমায়। এই সময়ৰেপৰা অসমত ভালেমান তামৰ শাসন-পত্ৰ দিয়া হয়। পৰবৰ্তী যুগত যি লিপিয়ে গঢ় লৈছে, সেই লিপিৰ দুই-চাৰিটা বৰ্ণই এই সময়তে গঢ় ল'বলৈ আৰম্ভ কৰিছিল। ত্ৰয়োদশ শতিকাত সম্পূৰ্ণ স্বতন্ত্ৰ হৈ অসমীয়া লিপিয়ে নিজা ৰূপৰীতি ঘোষণা কৰে। অসমীয়া লিপি যদিও মূল ভাৰতীয় লিপিৰে ঠাল আৰু বৰ্ণ সংখ্যাৰ ক্ষেত্ৰতো সমতা আছে, তথাপি ইয়াৰ আৰ্হি স্বকীয় হোৱাৰ গুৰিতে থলুৱা সাংস্কৃতিক কাৰণ আছে। অসমৰ লেখন-মাধ্যম ঘাইকৈ সাঁচিপাত। সাঁচিগছৰ বাকলি একুৱাই বিশিষ্ট প্ৰণালীৰে সাঁচিপাত তৈয়াৰ কৰে। সেই সাঁচিপাতত গৰুমুত, শিলিখা, কেহেৰাজ, জামুকৰ ছালৰ ৰসেৰে তৈয়াৰ কৰা মহী লৈ কাপটেঁকীয়া, পাখি বা খাগৰিৰ কাপেৰে লিখা হয়। গতিকে একে মূলৰপৰা ওলোৱা সমসংখ্যক আখৰো কৌণিক আকাৰত সৃষ্টি হয়। ভাৰতবৰ্ষৰ অন্য ঠাইত ভূৰ্জপত্ৰ, তালপাত আদিত ধাতুৰ কলমেৰে লিখা ৰীতি আছিল, গতিকে আখৰবোৰ কৌণিক নহৈ বৃত্তাকাৰ বা লতাবগোৱা ৰীতিৰ। একে পূৰ্বী মূলৰপৰা ওলোৱা উৰিয়া, নেৱাৰী আৰু মৈথিলী লিপিৰ ক্ষেত্ৰতো এই কথা প্ৰযোজ্য। ঊনবিংশ শতিকাৰ আদি ভাগত যান্ত্ৰিক সুবিধাৰ অৰ্থে খৃষ্টান মিছনেৰীয়ে শ্ৰীৰামপুৰত ব্যৱহৃত বঙলা লিপিকে অসমীয়া বাইবেল ছপাবলৈ ব্যৱহাৰ কৰিবলৈ ধৰে। প্ৰাচীন বঙলা লিপি আৰু অসমীয়া লিপিৰ মাজত ঘাইকৈ যুক্তাক্ষৰসমূহত বহুতো পাৰ্থক্য আছিল। ১৮১৩ চনত প্ৰকাশিত অসমীয়া ভাষাৰ প্ৰথম ছপা পুথি বাইবেলত হুবহু বঙলা লিপিকে ব্যৱহাৰ কৰিছিল; কিন্তু ১৮৩৩ চনত প্ৰকাশিত বাইবেলত যুক্তাক্ষৰসমূহ অসমীয়া প্ৰাচীন লিপিৰ আৰ্হিত কটা হৈছিল; কিন্তু পিছলৈ সেই আৰ্হি এৰি সম্পূৰ্ণ বঙলা লিপিকে ব্যৱহাৰ কৰিবলৈ ধৰে। সেয়েহে আধুনিক লিপিত পাৰ্গত মানুহ এজনেও এতিয়া পুৰণি অসমীয়া লিপিৰে লিখা পুথি পঢ়িব নোৱাৰে বা পঢ়িবলৈ টান পায়। সি যি কি নহওক প্ৰাচীনেই হওক বা আধুনিকেই হওক অসমীয়া লিপিৰ গঠন আৰু বিকাশিত সমন্বয় সাধিত হৈছে। বঙলা লিপিৰ ছপা আখৰকাটৌতা উইলকিনচ্ আৰু পঞ্চানন মালিকৰ বৰঙনি অনস্বীকাৰ্য্য।

সঙ্গীতৰ ক্ষেত্ৰতো সমন্বয়ৰ আদৰ্শ স্পষ্ট। শঙ্কৰদেৱ বা দুৰ্গাবৰৰ গীতত উল্লেখ কৰা ৰাগবোৰ, আনকি, চৰ্য্যাপদৰ ৰাগ-তালবোৰো ভাৰতীয় ৰাগ-সঙ্গীতৰ ঐতিহ্যপ্ৰসূত। বৰগীতবোৰ ৰাগ-তাল বান্ধি ৰচনা কৰিলেও তাৰ এটা নিজা বৈশিষ্ট্য আছে। শংকৰদেৱৰ ভাওনাত সূত্ৰধাৰ



থাকিলেও বা সংস্কৃত নাটকৰ আৰ্হিৰ প্ৰভাৱ থাকিলেও ভাওনা যথাৰ্থতে শঙ্কৰদেৱৰ নিজা সৃষ্টি। নিজ উদ্দেশ্য সাধনৰ অৰ্থে থলুৱা প্ৰয়োজন অনুসৰি পৰিবেশন কৰাৰ দিহা কৰিছিল। নৃত্যৰ ক্ষেত্ৰতো এই কথা খাটে। মুদ্ৰা, লয়, তাল মান আদিত ভাৰতীয় নৃত্যশাস্ত্ৰসমূহৰ লক্ষণ থাকিলেও চালি নাচ, নটুৱানাচ, সূত্ৰধাৰী নাচ আদি বোল আৰু তালত স্বকীয় বৈশিষ্ট্য আছে। ৰজাঘৰীয়া চালি নাচ আখ্যা দিয়া কমলাবৰীয়া চালি নাচত চীন আৰু থাইলেণ্ডৰ নাচৰ আৰ্হি দেখা পোৱা যায়। দেওধনি নৃত্য, দেৱদাসী নৃত্য, বিহু নৃত্য আদি সম্পূৰ্ণ থলুৱা ধ্যান-ধাৰণাৰ ভেঁটিতে জন্ম। যথাৰ্থতে ভাৰতীয় ঐতিহ্য আৰু থলুৱা আদৰ্শৰ সমন্বয়ত অসমৰ সঙ্গীতৰ বিকাশ সাধিত হৈছে। জ্যোতিপ্ৰসাদে যি শ্ৰেণী গীতৰ সৃষ্টি কৰিলে, তাত ৰাগ-সঙ্গীত, লোক সঙ্গীত আৰু পাশ্চাত্য সঙ্গীতৰ মধুৰ সমন্বয় ঘটিছে। সাম্প্ৰতিক যুগৰ আধুনিক গীতত পশ্চিমীয়া লঘুসঙ্গীতৰো প্ৰভাৱ পৰিছে। অসমীয়া লোকগীতসমূহ সাধাৰণতে 'নাম' নামেৰেই জনাজাত। পদ-পুথিও সুৰ লগাই পঢ়া হয়। আনকি, কীৰ্ত্তনৰ 'জয় হৰি গোবিন্দ নাৰায়ণ ৰাম, কেশৱ হৰি এ' ঘোষাৰ সুৰৰ লগত দক্ষিণ-পূব এচিয়াৰ সঙ্গীতৰ সুৰ আৰু ধ্বনিৰ বৈশিষ্ট্য শুনিবলৈ পোৱা যায়। কীৰ্ত্তনৰ অন্যান্য ঘোষাতো ধ্বনিৰ উঠা-নমা, নামঘোষাৰ সুৰতো তেনে সমধৰ্মিতা অনুভূতি হয়। বাদ্যসমূহৰ ক্ষেত্ৰতো ভাৰতৰ অন্যান্য ঠাইত ব্যৱহাৰ নোহোৱা বাদ্যও ইয়াত পোৱা যায়। টোকাৰী, ৰামতাল, টকা, পেঁপা, গগনা, চাৰেণ্ডা, চিফুং, ঢোল আদিৰ কথা উদাহৰণস্বৰূপে আঙুলিয়াব পাৰি। আনপিনে মৃদং, খোল, তবলা, বীণ আদি সৰ্ব্বভাৰতীয় বাদ্যও প্ৰচলিত। ৰুদ্ৰসিংহ আৰু পৰবৰ্তী যুগত বঙলুৱা সংকীৰ্ত্তন, পাখোৱাজ, খেয়াল, ঠুংৰি, টপ্পা আদিৰো আগমন হৈছিল। বঙলা সংকীৰ্ত্তনীয়া গীতৰ ধ্বনি অসমৰ বিখ্যাত ৰাজসত্ৰসমূহতো শুনিবলৈ পোৱা যায়। আনপিনে কৃষ্ণৰাম ভট্টাচাৰ্যই বান্ধি দিয়া পূজা-পদ্ধতিৰ দুৰ্গাপূজাৰ পূজামণ্ডপতো অসমীয়া লোকগীত, আইনামৰ সুৰ শুনিবলৈ পোৱা যায়।

অসমৰ ধৰ্মৰ ইতিহাসো সমন্বয়ৰ ইতিহাস। শিৱ অনাৰ্য্য দেৱতা। উত্তৰ-পূব ভাৰতত শিৱৰ প্ৰভাৱ অতুলনীয়। আহোম, চুতীয়া, তিৱা, বড়ো সকলো'ৰে কিবা এটা নামত বুঢ়াগোসাঁইক বলি-বাহন দি পূজা কৰে। ক'ৰবাত শালত বলি কাটে, ক'ৰবাত ডিঙি মুচৰি বলি মাৰি সংস্তায়ন কৰে। বলিমৰা নামৰ এটা খেলেই আছিল। পিছলৈ এইজন মহাদেৱ বুঢ়াগোসাঁয়েই বেদৰ ৰুদ্ৰলৈ পৰিবৰ্ত্তিত হয় আৰু বুঢ়ীগোসাঁনীও দুৰ্গা নামে অভিহিত হৈ দশমহাবিদ্যাৰ অন্তৰ্গত হয়। পূৰ্বতে থলুৱা পদ্ধতিৰে পূজা-সেৱা চলা পীঠবোৰৰ পূজা-পদ্ধতি সংস্কাৰ কৰোঁতে পৰ্ব্বতীয়া গোসাঁয়ে শিৱসিংহৰ দিনত সংস্কৃত শাস্ত্ৰসম্মত পূজা-পদ্ধতিৰ প্ৰচলন কৰে। আহোম ৰজাসকলে এনেকুৱা প্ৰাচীন পীঠত নতুনকৈ দ'ল-দেৱালয় সজাই সম্পূৰ্ণ আৰ্য্য-পদ্ধতিৰ পূজা-সেৱা চলায়। এই সময়তে অনেক লৌকিক ৰূপৰ দেৱ-দেৱী পুৰাণোক্ত দেৱ-দেৱীলৈ উন্নীত হয়।[১] পূৰ্বৰ মুকলি থান বা শালত অগ্নিপুৰাণৰ ৰীতি অনুসৰি শৈৱ, শাক্ত, বৈষ্ণৱ তিনি আৰ্হিৰ মন্দিৰ নিৰ্মিত হয়। তথাপি অসমৰ মন্দিৰত বৈশিষ্ট্য ৰৈ যায়। ভাৰতৰ অন্যান্য ঠাইৰ মন্দিৰৰ বিগ্ৰহৰ বেদী ভেঁটিৰ ওপৰত অৰ্থাৎ ওখকৈ সজোৱা। অসমৰ মন্দিৰৰ বিগ্ৰহৰ বেদী তলত, সমথলৰপৰা তললৈ নামি যাব লাগে। শঙ্কৰদেৱৰ পূৰ্ব্বৰ বৈষ্ণৱ পীঠবোৰত বিষ্ণুকো তন্ত্ৰমতে উপাসনা কৰা হৈছিল; বাসুদেৱৰ থানসমূহতো সেইমতেই পূজা-সেৱা চলিছিল; কিন্তু শঙ্কৰদেৱৰ বৈষ্ণৱ আদৰ্শ বিস্তৃতিৰ লগে লগে পূৰ্ব্বৰ বিষ্ণু কৃষ্ণলৈ ৰূপান্তৰিত হয় আৰু ভাগৱতকেন্দ্ৰী

কৃষ্ণভক্তিমাৰ্গৰ যোগেদি নাম-প্ৰধান উপাসনালৈ বাগৰি যায়। বাসুদেৱ, বিষ্ণু, বালগোপাল, বংশীগোপাল, লাৰুগোপাল বা গোপালৰ মূৰ্ত্তি সত্ৰবিশেষত পূজিত হয়; কিন্তু অন্যবিলাকত ভাগৱতকে চৈতন্য মূৰ্ত্তি বস্তু বুলি থাপনা কৰি কৃষ্ণৰ চৰণ চিন্তা কৰা হয়। শঙ্কৰদেৱৰ হাতত কৃষ্ণভক্তিয়ে ভাৰতৰ অন্য ঠাইতকৈ ৰূপ সলায়; কিন্তু মূল ভাৰতীয় ঐতিহ্যৰ লগত সূত্ৰ ৰক্ষা কৰি আহিছে। অসমৰ অনাৰ্য্যমূলীয় সংস্কৃতি আৰু ধৰ্মৰ পৰিবেশ শঙ্কৰদেৱেই কৃষ্ণভক্তিমাৰ্গৰ মাধ্যমত আৰ্য্যকৰণ আৰু ভাৰতীয়কৰণ কৰিবলৈ সক্ষম হয়। জাতিভেদ প্ৰথা ৰহিত কৰি এখন সৱল সমাজ গঢ়াৰ বাটো তেৱেঁই মুকলি কৰে।

অসমৰ স্থাপত্য আৰু ভাস্কৰ্য্যত ভাৰতৰ অন্য ঠাইৰ প্ৰভাৱ বা উপাদান থাকিব পাৰে; কিন্তু ইয়াৰ নিজা বৈশিষ্ট্য আছে। ভৌগোলিক পৰিবেশে একোটা জাতিৰ জীৱন ধাৰণ পদ্ধতিৰ গঢ় দিয়ে। অসমৰ জলবায়ু সেমেকা, বৰষুণ প্ৰচুৰ, বানপানী নিয়মীয়া। গতিকে ইয়াৰ মানুহে চাংঘৰ বা ওখ ভেঁটিৰ ঘৰ সাজে, বাঁহ-কাঠৰ খুটা দিয়ে, ইকৰাৰ বেৰ আৰু খেৰ বা টকৌপাতৰ চাল। এই থলুৱা প্ৰাচীন আৰ্হি অসমৰ প্ৰয়োজনীয়তাৰ ভেঁটিত গঢ় লৈ উঠিছে। অসমত টান শিল বা মাৰ্বল পাবলৈ নাই। গতিকে পকাঘৰ সাধাৰণ মানুহে সজাটো অসম্ভৱ; কিন্তু গুপ্তযুগৰ স্থাপত্য আৰু ভাস্কৰ্য্যৰ বৰ্হিপ্ৰভাৱ পষ্ট। আহোম যুগৰ স্থাপত্য আৰু ভাস্কৰ্য্যত কম্বোডিয়াৰ আংকৰভাটৰ সাদৃশ্য মন কৰিবলগীয়া, তত্ৰাচ তেজপুৰৰ ভগ্নাৱশেষৰ মাজত বিহুনাচ আৰু ঢুলীয়াৰ মূৰ্তি পোৱা গৈছে।

আহোম যুগৰ স্থাপত্য সম্পূৰ্ণ সমন্বয়ৰ। কোচবিহাৰৰপৰা অহা কাৰিকৰে ইটাত ফুল কাটি, থলুৱা মাছ, কণী, বৰাচাউল, শণ, ধুনা, চূণ, গুৰ দি তৈয়াৰ কৰা কৰালেৰে ইটা গাঁথি পকীঘৰ সাজিছিল। পকীঘৰ হ'লেও প্ৰৱল বৰষুণলৈ লক্ষ্য কৰিয়েই খেৰীঘৰৰ দৰে পকীঘৰো দুচলীয়া কৰি গাঁথিছিল। আনপিনে দুৱাৰ-খিৰিকীত মোগলাই ঠাঁচ অংকিত কৰিছিল। জয়সাগৰত গৌড়ীয় ৰীতিৰ এটি মন্দিৰ আছে, আনপিনে গড়গাঁৱৰ কাৰেঙৰ বেৰত ড্ৰেগনৰ ছবিও অংকিত হৈছিল। ৰুদ্ৰসিংহই ৰংপুৰ নগৰত কাঠৰ ৰুৱা-মাৰলিৰ ওপৰত ইটা-পাৰি পকী কৰি কাৰেংঘৰটো সজাইছিল; ইও এক সমন্বয়। অসমৰ প্ৰাকৃতিক পৰিবেশৰ লগত সঙ্গতি ৰাখি ভাস্কৰ্য্যসমূহত গছ-লতা, জীৱ-জন্তু, নৃত্য-বাদ্য আদি অঙ্কন কৰিছিল আৰু তাৰ মাজতে উটৰ ছবিও পোৱা গৈছে। নাতিগোসাঁইৰ দ'লত পিঠিত হোৱা লৈ নামি অহা নগা জনজাতীয় মানুহৰ আৰু হাতত শেন লৈ থকা শেনচোৱাৰ টেৰাকটা বা পোৱামাটিৰ ভাস্কৰ্য্য পোৱা গৈছে। আনপিনে ধৰ্মীয় ৰীতিৰ ভাস্কৰ্য্যসমূহৰ এটি সৰ্ব্বভাৰতীয় ৰূপো পোৱা যায়। বিষ্ণুৰ দশাৱতাৰ, পঞ্চদেৱতা আৰু অন্যান্য দেৱ-দেৱীৰ মূৰ্ত্তি অংকিত হৈছিল। শিৱ, বিষ্ণু আৰু দুৰ্গাৰ চতুৰ্ভুজ মূৰ্ত্তিৰ উপৰিও দুৰ্গাৰ অষ্টাদশ আৰু দশভুজা মূৰ্ত্তিও পোৱা গৈছে। ধাতুৰ ভাস্কৰ্য্যৰ ক্ষেত্ৰতো এই কথা খাটে। পিঙ্গলেশ্বৰৰ ভাস্কৰ্য্যত কোনাৰক বা খাজুৰাহোৰ দৰে যৌনধৰ্মী চিত্ৰও পোৱা গৈছে। আমবাৰীত

১। কমাখ্যা কা-মৈই-খা, বুঢ়াগোসাঁনী
কৈঁচাইখাতী কা-চেই-খা, গাভৰু গোসানী, বুঢ়াগোসাঁনীৰ জী, পিশাচীডেমা, পিশাডেমা



পোৱা নাৰী মূৰ্ত্তি পোৱামাটিৰ ভাস্কৰ্য্যৰ এটি উজ্জ্বল চানেকি; কিন্তু গঢ় আৰু সৌন্দৰ্য্যত ভেনাচৰ আৰ্হি বৰ্তমান। সাহিত্যৰ ৰূপ-ৰীতিয়ে যেনেকৈ ঠাই সলাই নতুনৰ লগত সমন্বয় সাধন কৰে, স্থাপত্য ৰীতি আৰু ভাস্কৰ্য্যয়ো তাকে কৰে। অসমৰ ভাস্কৰ্য্যৰ ক্ষেত্ৰতো সেয়ে ঘটিছে। চিত্ৰলেখাই চিত্ৰ আঁকিছিল; কিন্তু তাৰ কোনো বাস্তৱ প্ৰমাণ নাই। শঙ্কৰদেৱে সাতবৈকুণ্ঠৰ পট আঁকিছিল, চিহ্নযাত্ৰা কৰিছিল, তাৰ কোনো চানেকি পাবলৈ নাই। 'চিত্ৰ-ভাগৱত' বুলি শঙ্কৰদেৱৰ নাম আৰোপ কৰি যিখন পুথি দেখুওৱা হয়, তাৰ শাঁক থকা ঠাইডোখৰ কটাৰীৰে চাঁচি নতুনকৈ লিখাৰ চিন আছে আৰু তুলাপাতৰ বয়স চাই অষ্টাদশ শতিকাৰ আগলৈ যোৱাৰ সম্ভাৱনা নাই, তদুপৰি এই শতিকাটোত বহুতো পুথি সচিত্ৰকৈ লিখোৱা হৈছিল। তাৰে ভিতৰত 'হস্তীবিদ্যাৰ্ণৱ' এখন একক বৈশিষ্ট্যসম্পন্ন পুথি। পুথিখন লিখিছিল সুকুমাৰ বৰকাথে— সমল আহৰণ কৰিছিল এখন টাইভাষাৰ গ্ৰন্থৰপৰা আৰু 'কামন্দকীয় নীতিসাৰ'ৰপৰা। ছবি আঁকিছিল দিলবৰ আৰু দুখাই নামৰ দুজন মুছলমান চিত্ৰকৰে। সেয়েহে স্বাভাৱিকতে মোগলাই প্ৰভাৱ জিলিকি উঠিছিল। মানুহৰ আকৃতি আৰু সাজপাৰত থলুৱা আৰু মোগল উভয় ৰীতিৰেই নিদৰ্শন আছে। ৰাণী অম্বিকাৰ নেঘেৰী খোপা[২] অসমীয়া পদ্ধতিৰ; কিন্তু শিৱসিংহৰ পাগুৰি আৰু সাজ-পাৰ মোগল আৰ্হিৰ। ইয়াৰ বাহিৰেও অষ্টাদশ শতাব্দীত ৰজা-ঘৰীয়া পৃষ্ঠপোষকতাত বহুতো পুথি সচিত্ৰকৈ লিখোৱা হৈছিল আৰু এই চিত্ৰবোৰত বাহিৰৰ চিত্ৰকৰৰ হাত আছিল। ভূষণ দ্বিজৰ 'গুৰুচৰিত'ত অঁকা শঙ্কৰদেৱৰ ছবিটো সাক্ষাৎ মোগল নবাব যেন লাগে। আনপিনে বিজয় খনিকৰে অঁকা 'বনমালীদেৱৰ চৰিত' পুথিৰ চিত্ৰসমূহত অসমৰ সত্ৰীয়া সাজ-পাৰ আৰু ৰীতি-নীতিৰ আভাস পোৱা যায়। ৰামায়ণৰ বিভিন্ন কাণ্ড, ভাগৱত, বৃহৎ-উষাহৰণ আদিত বৈষ্ণৱ প্ৰভাৱ আৰু 'আনন্দ-লহৰীত' শাক্ত প্ৰভাৱ ধৰা পৰে। চিত্ৰকৰ আৰু চিত্ৰৰ আৰ্হি বা ৰীতি বাহিৰৰপৰা আহিলেও অসমৰ থলুৱা মাধ্যম সাঁচিপাত, তুলাপাত, মুগা আৰু পাটৰ কাপোৰৰ ওপৰতহে ছবি অঁকা হৈছিল। ১৪৭৩ চনতে অঁকা 'ফুল-চিং' পুথিত টাই-বৌদ্ধ ৰীতি সুস্পষ্ট। আহোম ভাষাৰ সচিত্ৰ জ্যোতিষ আৰু মঙলচোৱা পুথিবোৰত পোনপটীয়াকৈ টাই প্ৰভাৱ দেখা পোৱা যায়। তদুপৰি টাই-বৌদ্ধবিহাৰবোৰত সংৰক্ষিত বৌদ্ধ গ্ৰন্থসমূহৰ চিত্ৰবোৰত বৌদ্ধৰীতি, টাইৰীতি আৰু ব্ৰহ্মদেশীয় ৰীতিৰ সমন্বয় ঘটিছে। 'গীতগোবিন্দ', 'লৱ-কুশৰ যুদ্ধ', 'ধৰ্ম্মপুৰাণ' আদি পুথিত উত্তৰ ভাৰতীয় চিত্ৰণ-পদ্ধতিৰ প্ৰভাৱ অস্বীকাৰ নকৰি নোৱাৰি। অথচ চিয়াঁহী, ৰং-ৰহণ অসমৰ গছ-বনৰপৰা তৈয়াৰ কৰি উলিয়াইছিল। হেঙুল-হাইতাল থলুৱাকৈ উৎপাদিত হৈছিল। আহোম যুগৰ চিত্ৰকলাৰ এতিয়াও বিশ্লেষণাত্মক মূল্যায়ন হোৱা নাই।

অসমৰ জাতীয় উৎসৱ বিহু আৰু সামাজিক উৎসৱ বিয়া অসমীয়া সংস্কৃতিৰ একো একোটা মূল্যৱান সম্পদ। এই দুয়োটিতে সমন্বয়ৰ লক্ষণ দেখা পোৱা যায়। বিয়া আঠ প্ৰকাৰ। তাৰে হোম পুৰি সামাজিক প্ৰথামতে পতা বিয়াকেই উৎকৃষ্ট বুলি কোৱা হয়। যজুৰ্বেদীয় নীতিৰে মন্ত্ৰ গাই কন্যা সম্প্ৰদান দিয়া হয় আৰু দৰাই মন্ত্ৰ পঢ়ি প্ৰতিশ্ৰুত হৈ কন্যাৰ পাণি গ্ৰহণ কৰে; কিন্তু বিয়াৰ আনুষঙ্গিক জোৰণ-পিন্ধোৱা, টেকেলি-দিয়া, গাঁঠিয়ন-খুন্দা, সুৱাগুৰি তোলা, খোবা-খুবী আদি

২। নেঘেৰী চৰাইৰ নেজ বা ফানৰ নিচিনাকৈ ফেৰ মেলি যোৱা।

অনুষ্ঠান অসমৰ থলুৱা লোক-বিশ্বাসৰ ওপৰত গঢ় লৈ উঠিছে। জোৰণৰ লগত মাছ দিয়া, বেইৰ তলত কণী পোতা, দৰা-কন্যাক কণী খাবলৈ দিয়া, মূৰত চাউল দিয়া আদি ৰীতি সম্পূৰ্ণ থলুৱা উৰ্ব্বৰা বিশ্বাসৰপৰা জন্ম হৈছে। অথচ তাৰেই মাজতে বৈদিক পদ্ধতিৰ পুৰোহিত, হোম-যজ্ঞ, মন্ত্ৰ জীয়াই আছে।

বিহু উৎসৱৰ ক্ষেত্ৰত সমন্বয়ৰ পৰিমাণ অধিক আৰু ইয়াৰ থলো বিস্তৃত। এই উৎসৱ কৃষিজীৱী মানুহৰ উৰ্ব্বৰা বিশ্বাসৰ ভেঁটিত জন্ম। বিষুৱ শব্দৰ লগত বিহু শব্দৰ সমধ্বনিসূচক সামঞ্জস্য থাকিব পাৰে বা পিছৰ যুগত বিষুৱৰপৰাই বিহু শব্দটো অহা বুলি ধাৰণা জন্মিব পাৰে; কিন্তু এই মূল উৎসৱটোৰ জন্ম বহু যুগৰ আগতেই ; সম্ভৱতঃ অষ্ট্ৰিক সংস্কৃতিয়ে লুইতৰ পাৰত বিকাশ লাভ কৰাৰ সময়ৰে । আজি ইয়াৰ বুকুত যিমানেই নেকি অন্যান্য সংস্কৃতিৰ উপাদান নোলাওক, মূলতঃ ই কৃষিমুখী উৰ্ব্বৰা বিশ্বাসৰ অনুষ্ঠানহে আছিল। আজি এই উৎসৱৰ লগত সৰ্ব্বভাৰতীয় বহুতো উৎসৱৰ উপাদান দেখা পোৱা যায়। উৰিষ্যাৰ পৌষ-সংক্ৰান্তি, তামিলনাডুৰ পুঙ্গল, কেৰালাৰ বিচু, পঞ্জাৱৰ বৈশাখী, উত্তৰ ভাৰতৰ ষটপূজা, ফাকুৱা আদি উৎসৱৰ কোনো কোনো ধাৰণা বা বিশ্বাস বিহু উৎসৱৰ বুকুতো আছে। গৰু বিহু, বৈদিক ধাৰণাসম্ভূত। সেই গৰুক মাহ-হালধি, বেঙেনা-কেৰেলা, থেকেৰা-জাতিলাও দি গা ধুওৱা পদ্ধতিটো কিন্তু অনাৰ্য্যমূলীয়। গৰুক চৰুছাইৰে ফোঁটা দি পিঠা খুৱায়। এইবোৰ পৰম্পৰা যদি মূলতঃ বৈদিক বা আৰ্য্য ধাৰণা হ'লহেঁতেন, তেনেহ'লে ভাৰতৰ আৰ্য্যঅধ্যুষিত অঞ্চলতো থাকিব লাগিছিল। আনপিনে তামিলৰ পুঙ্গল উৎসৱতহে গৰু পূজা দেখা যায়। মাঘবিহুৰ ভোজৰ থলীৰ জুইকুৰা প্ৰাচীন আৰু থলুৱা প্ৰয়োজনীয়তাৰ পৰিণতি হ'লেও পৰৱৰ্ত্তী কালত বৈদিক ধাৰণা আৰু মন্ত্ৰ সংযোজিত হৈছে। প্ৰাক্-বৈদিক অগ্নি-উপাসক আৰ্য্যসকলৰ মূল দেৱতা মাগী বা মেজাই মাঘবিহুৰ মেজিলৈ ৰূপান্তৰিত হৈছে। মাঘবিহুত পৰশুৰাম কুণ্ডত স্নান কৰাটোৱে অগ্নি-উপাসক জমদগ্নি পুত্ৰ পৰশুৰামৰ সাংস্কৃতিক অৱদানকে সূচায়। প্ৰাকৃত জুইকুৰা সংস্কৃত হৈ মেজি তথা অগ্নিদেৱতালৈ ৰূপান্তৰিত হৈছে। বিহুৰ গীত, নৃত্য, বাদ্য আৰু অন্যান্য লোকাচাৰত অষ্ট্ৰিক, মঙ্গোলীয়, দ্ৰাবিড় ৰীতিৰ সংমিশ্ৰণ ঘটিছে। শঙ্কৰদেৱৰ সময়ত এই মুকলি যৌনমুখী কৃষি উৎসৱলৈ নামধৰ্ম্মৰ ৰীতি-সংযমৰো আগমন ঘটে। গুটিলগা গছ—আঁহত, জৰী, বৰ, জামুক, আম আদিৰ তলত বিহুৰ বিহুতলী অনুষ্ঠিত হৈছিল। নেগ্ৰিটোসকলেই ভাৰতত ডিমৰু জাতীয় গুটিলগা গছক উৰ্ব্বৰা বিশ্বাসৰ লগত সংযোজিত কৰি পূজা কৰাৰ পৰম্পৰা এৰি থৈ গৈছিল। এইদৰে ভাৰতৰ বিভিন্ন সংস্কৃতিৰ উপাদান বিহু উৎসৱৰ বুকুত বিলীন হৈ আছে।

খাদ্য আৰু ৰন্ধন-পদ্ধতি পূৰ্ব্বোল্লিখিত ভৌগোলিক পৰিবেশৰ ওপৰতে নিৰ্ভৰ কৰি সৃষ্টি হয়। এনেকৈয়ে অসমত নতুন ধানৰ চাউলেৰে চুঙা-চাউল খোৱা পৰম্পৰাৰ জন্ম হয়। আনপিনে পিঠা শব্দটোৰ মূল সংস্কৃত ভাষাত পোৱা যায়। যোগিনীতন্ত্ৰত উল্লেখ থকা মতে অসমৰ মানুহৰ খাদ্যত কোনো বাধা-নিষেধ নাই। জাতি বা জনজাতি বিশেষে সকলো জন্তুৰ মাংস আৰু মাছ খোৱাৰ উপৰিও কিছুমান কীট-পতঙ্গও মুকলিকৈ ভক্ষণ কৰিছিল। জিলী, আমৰলি পৰুৱাৰ টোপ, কোদো-ববলৰ টোপ, নিংকৰি, উঁইচিৰিঙা (ডাওৰ বিধ), কুঁচিয়া, কেঁকোৰা, মুগাৰ লেটা, গুই, কেঁটেলাপহু, গাহৰি, বনৰৌ বা কেমটাই পহু, সকলো খায়; কিন্তু



ভাৰতৰ অন্যান্য অঞ্চলৰ আৰ্য্য হিন্দুৱে মাছ-মাংস নাখাইছিল; কিন্তু অসমলৈ আহি তেওঁবিলাকৰ 'অখাদ্য'ক ইয়াত খাদ্যৰূপে গ্ৰহণ কৰিছিল। ঘৰচীয়া কুকুৰা, কিছুদিনলৈ অভক্ষ্য হৈ থাকিলেও হাঁহ, পাৰ, বনৰীয়া কুকুৰা, বৰাগাহৰি ভক্ষণীয় হৈ পৰিছিল। ঘৰচীয়া জীৱ-জন্তুৰ মঙহ খোৱাটো নিষেধ বুলি ধৰা বৈষ্ণৱ পৰম্পৰাতো শৰ-সুগৰি-হৰিণা পহুৰ মাংস খোৱাটো মুকলি আছিল। শাল, শিঙী, মিৰিকা পুঙা, নাদনী আদি গোটাচেৰেক মাছ খোৱাটোত সামাজিকভাৱে বাধা-নিষেধ আৰোপ কৰিলেও অন্যান্য মাছ খোৱাটোত বাধা নাছিল। সত্ৰসমূহ মাছ-পুঠি পাবলৈ সহজ ঠাইতহে প্ৰতিষ্ঠিত হৈছিল। কাহানিও বাঁহগছ নেদেখা পূৰ্ব্বপুৰুষৰ বংশধৰসকলে পকা-খৰিচা, শুকান-খৰিচা খাই আজিও জিভা-টকালি পাৰে। সেইদৰে কচু-ঢেঁকীয়া, মানিমুনি-মাটিকাদুৰিও লেখৰ শাকৰ ভিতৰলৈ সোমায়। বহুতে কাঠফুলাও খায়। পৰৱৰ্ত্তী যুগত অসমত খেতি নোহোৱা মাহৰ ডাইল, মা-মচলা আৰু অন্যান্য কৃষিজাত পণ্যদ্ৰব্যও অসমীয়া মানুহৰ আহাৰৰ তালিকাত সোমায়। কলাখাৰ বা খালোণৰ পৰিবৰ্ত্তে চৌদাখাৰ আহে। কাঁহুদি, খাৰলি, পানীটেঙা খাই বাহিৰৰ মানুহে মুখ-টপালে। এনেকৈয়ে সমন্বয় সাধিত হৈছে।

অসমৰ হাবিত চোম, সোঁৱালু, দীঘলতি, চঁপা, মেজাংকৰী গছ আছে। এইবোৰ গছৰ পাত মুগা পলুৱে খায়। দেওমুগাৰ সাঁচ ধৰি আনি ঘৰচীয়া কৰি মানুহে মুগা পোহে। কেঁচা সোণবৰণীয়া মুগা কাপোৰৰ জন্ম হয়। অসমীয়া মানুহে ৰিহা-মেখেলা, কাপোৰ, চোলা-চুৰিয়া মুগা কাপোৰেৰে তৈয়াৰ কৰে। পাট-পলুৰ ক্ষেত্ৰতো একে কথা। ভাস্কৰবৰ্মাৰ দিনতেই অসমৰ পাটকাপোৰৰ সৰ্ব্বভাৰতীয় খ্যাতি আছিল। এৰী কাপোৰৰ বং আৰু দীৰ্ঘস্থায়ী গুণ সৰ্ব্বজনবিদিত। পাটৰ কাপোৰত কুহুম ফুলৰ বং দি কৰা কুহুমবুলীয় পাগ আভিজাত্যৰ চিনাকি। পলুৰ মুখৰ আঁহেৰে কৰা সূতাৰ কাপোৰ বুলি দুই-চাৰিজন নৈষ্ঠিক মানুহে উক্ত কাপোৰ ল'বলৈ টান পালেও অসমীয়া মুগা-পাট-এৰী কাপোৰৰ সমাদৰ দিনকদিনে বৃদ্ধি পাইছে। অসমীয়া তিৰোতাই একালত বুকুত ৰিহাৰে মেথনি মাৰিছিল। মেখেলা, ৰিহা আৰু কাপোৰ তিনিখন বস্ত্ৰ ব্যৱহাৰ কৰিছিল। তিৰোতাই সাধাৰণতে চোলা ব্যৱহাৰ নকৰিছিল। আহোমসকলৰ ৰজাঘৰত আৰু ডা-ডাঙৰীয়াসকলৰ তিৰোতাই 'চীনা আৰ্হিৰ হাত দীঘল চুটি চোলা পিন্ধিছিল। দিহিঙীয়া ৰজাৰ দিনত কোঁচ ৰজাই শাড়ী উপহাৰ হিচাপে পঠাওঁতে সেইবোৰ খাৰছাই তিৰোতাইহে পিন্ধে বুলি উপলুঙা কৰিছিল। ৰুদ্ৰসিংহৰ দিনত মোগলাই সাজ-পাৰ আমাৰ দেশলৈ আহিছিল অথচ অসমীয়া মুছলমান তিৰোতাই ৰিহা-মেখেলাহে পিন্ধিছিল। আনপিনে মোগলাই আৰ্হিৰ পাগ-জামা সত্ৰৰ ভিতৰলৈ সোমাই গৈ সূত্ৰধাৰী নৃত্য, নটুৱা নৃত্যৰ বিশিষ্ট সাজ-পাৰৰ ভিতৰুৱা হৈছিল। ৰজাঘৰতো পাগ-জামাৰ ব্যৱহাৰ হৈছিল। উনবিংশ শতিকাত চাহাব আৰু বঙালী আমোলাই অনা সাজ-পোছাকে অসমীয়া ভদ্ৰলোকৰ সাজ-পাৰ সলমি কৰাইছিল। মুগাৰ চোলা-চুৰিয়া পিন্ধি পাগুৰি মৰা বুঢ়া শেষ হৈ আহিল। ৰিহা-মেখেলাত ফুল বছা, বনকৰা কাম কৰিবলৈ ৰুদ্ৰসিংহই মুছলমান জোলা-তাঁতী অনাইছিল। জনজাতীয় কৌণিক কিম্বা জ্যামিতিক চানেকিৰ ফুলতকৈ এইবোৰ ফুল-জালি সুকীয়া। আনপিনে গুৱালকুছি, পলাশবাৰীৰ মিহি, ধুনীয়া, ফুলাম কাপোৰলৈ মোগল সম্ৰাটৰো চকু আছিল। পাট-পলুৰপৰা সূতা আহৰণ কৰি কাপোৰ বোৱা বিদ্যাটো খৃষ্ট জন্মৰ আগতেই এগৰাকী চীনা ৰাণীয়ে আৱিষ্কাৰ কৰিছিল।

চঁপাপতীয়া কাপোৰ[১] মেজাংকৰী[২] কাপোৰ আহোমসকলৰ প্ৰিয় আছিল। কিংখাপ খাছী-জয়ন্তীয়াসকলৰ সম্পত্তি। ইপিনে মোগল ৰাজ্যৰপৰাও সলনিত মাৰি কাপোৰ আনিছিল। উনবিংশ শতিকাত 'বঙালহাট'ৰপৰা বহুতো কাপোৰকানি অসমলৈ আহিছিল। এইদৰে অসমৰ মানুহৰ সাজ-পাৰৰ বিকাশ সাধিত হৈ আজিৰ অৱস্থা পাইছেহি।

অসমলৈ যুগ যুগ ধৰি মানুহ আহিছে। তেওঁবিলাকে নতুন নতুন সমল আনিছে। যোগ-বিয়োগৰ চিৰাচৰিত ৰীতি মানি অনেক উপাদান সংযোজিত হৈছে। অনেক উপাদান এনেকৈ জীণ গৈছে যে, তাক আজি বিশ্লেষণ কৰি বিচাৰি উলিওৱা টান। বৈচিত্ৰ্যৰ মাজত ঐক্য সাধনেই অসমীয়া সংস্কৃতিৰ বৈশিষ্ট্য।

---

১। চঁপাপতীয়া কাপোৰ : পাণ চঁপা নামৰ চঁপা গছৰ পাত খুৱাই পুহিলে সেই মুগাৰ সূতা বৃপৰদৰে চক্‌চকীয়া বগা আৰু টান হয়। এনে সূতাৰ কাপোৰকে চঁপাপতীয়া কাপোৰ বোলে। বুৰঞ্জীত ইয়াকে ধলপাট বুলি উল্লেখ কৰিছে।

২। মেজাংকৰী কাপোৰ : মেজাংকৰী নামৰ গছৰ পাত খাই হোৱা মুগাৰ সূতা উজ্জ্বল সোণবৰণীয়া হয়। বুৰঞ্জীত ইয়াক সোণাবলী (সোণোৱালী) পাট বুলি উল্লেখ কৰিছে।

# প্ৰাক্-শঙ্কৰী যুগৰ সংস্কৃতি

শঙ্কৰদেৱৰ জন্ম হয় ১৪৪৯ খৃষ্টাব্দত। তেওঁ এক সাংস্কৃতিক পৰম্পৰা গঢ় দিওঁতে অৰ্দ্ধ শতাব্দীৰ প্ৰয়োজন হৈছিল বুলি ধৰি ললে ষোড়শ শতিকাৰ দোক-মোকালিলৈকে ইতিহাসে ঢুকি পোৱা যুগটোকে প্ৰাক্-শঙ্কৰী যুগ আখ্যা দিব পাৰি। অসমৰ ইতিহাস আৰু সংস্কৃতি অতি প্ৰাচীন হ'লেও খৃষ্ট জন্মৰ আগৰ নিৰ্ভৰযোগ্য তথ্য-পাতি অতি কষ্ট কৰিহে সংগ্ৰহ কৰিব পাৰি; সিও যথেষ্ট নহয়। শিলালিপি, তামৰ ফলি, শাস্ত্ৰীয় গ্ৰন্থসমূহত পোৱা কথা আৰু কেতবোৰ প্ৰতীকধৰ্মী কাহিনীৰপৰা এই যুগৰ সাংস্কৃতিক ইতিহাসৰ আঁত ধৰিবলৈ প্ৰয়াস কৰিব পাৰি। যোগিনীতন্ত্ৰই এই যুগৰ ধৰ্ম আৰু সংস্কৃতিৰ স্বৰূপ নামকৰণ কৰিছে। এই সংস্কৃতিয়েই হ'ল কৈৰাতজ সংস্কৃতি। প্ৰাক্-শঙ্কৰী সংস্কৃতিত সোঁৰে-বাঁৰে ভাৰতীয় হিন্দু সংস্কৃতিৰ উপাদান দৃষ্টিগোচৰ হ'লেও মূল নাড়ী-কেন্দ্ৰ ৰচিত হৈছিল কিৰাত বা মঙ্গোলীয় উপাদানেৰে।। তদুপৰি শঙ্কৰদেৱে প্ৰতিষ্ঠা কৰা ধৰ্মীয় ধাৰণা আৰু সংস্কৃতিৰ অন্তৰালতো ঠায়ে ঠায়ে প্ৰাচীন থলুৱা ঐতিহ্যৰ চিন ৰৈ গ'ল।

ইতিহাসে ঢুকি পোৱা নামৰ ভিতৰত কামৰূপ নামটো খৃষ্টীয় চতুৰ্থ শতিকাৰপৰা পোৱা গৈছে। কালিদাসৰ ৰঘুবংশত কামৰূপ, লৌহিত্য আৰু প্ৰাগ্‌জ্যোতিষ নামকেইটাৰ উল্লেখ আছে। ইয়াৰ উপৰিও ৰামায়ণ-মহাভাৰতত প্ৰাগ্‌জ্যোতিষ আৰু লোহিত্য নাম পোৱা যায়। এই দেশৰ বাসিন্দাক ম্লেচ্ছ, কিৰাত, চীন আদি আখ্যা দিয়া হৈছে। ৰজা ভগদত্তই যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞত হাতীদাঁত, গঁড়ৰ খড়্গ আৰু অন্যান্য পৰ্ব্বতীয়া সম্ভাৰেৰে উপহাৰ দিছিল। সম্ভৱতঃ প্ৰাগ্‌জ্যোতিষ ৰাজ্যৰ সীমাই ভোটান, নেপাল আৰু হিমালয়ৰ পাদদেশ অঞ্চলৰ বিৰাট অংশ সামৰি লৈছিল। 'স কিৰাতৈশ্চ চীনৈশ্চ বৃত: প্ৰাগ্‌জ্যোতিষো ভবেৎ' কথাষাৰে ভোটান আৰু আজিকালিৰ অৰুণাচলৰ মনপা, খেৰদুকপেন, অকা, ডফলা, আপাটানিসকলৰ পূৰ্ব্বপুৰুষকে ইঙ্গিত কৰিছে যেন লাগে। সি যি কি নহওক, "পূৰ্ব্বস্যাং গিৰিকন্যকা"—কন্যাক নগাৰ বাসভূমি পাটকাই পৰ্ব্বত; পশ্চিমে কৰতোয়া, উত্তৰে কাঞ্চনাদ্ৰি আৰু দক্ষিণে "ব্ৰহ্মপুত্ৰস্য সঙ্গমাৱধি' প্ৰাচীন কামৰূপ ৰাজ্যৰ সীমা আছিল। সেয়ে হ'লে আজিৰ ৰাজনৈতিক অসম, অৰুণাচল, নগাৰাজ্য, মণিপুৰ, মিজোৰাম, মেঘালয় আৰু ত্ৰিপুৰা সমন্বিতে কোচবিহাৰ আৰু উত্তৰ বঙ্গ এই সাংস্কৃতিক মানচিত্ৰৰ অন্তৰ্ভুক্ত আছিল। বিচিত্ৰ জনগোষ্ঠী, বিচিত্ৰ সংস্কৃতি আৰু বিচিত্ৰ জীৱন-ধাৰণ পদ্ধতিৰে বৈচিত্ৰ্যময় এই দেশত মধুৰ ঐক্য বিৰাজ কৰিছিল আৰু এই ঐক্যৰ ভেটি প্ৰতিষ্ঠা কৰিছিল অষ্ট্ৰ-মঙ্গোলইড্ অৰ্থাৎ নিষাদ কিৰাত সংস্কৃতিয়ে। সমগ্ৰ উত্তৰ-পূব ভাৰতৰে সংস্কৃতিত উক্ত সংস্কৃতিৰ উপাদান উপচি আছে। টটেমিষ্টিক পূজা, মন্ত্ৰ আৰু ভূত-প্ৰেত বিশ্বাস, 'মেজিক', মৃতকৰ অস্তিত্ব স্বীকাৰ, পাট-মুগা, চাহ, ধান, তামোল খেতি আদি এই অষ্ট্ৰ-মঙ্গোলইড্ সংস্কৃতিৰ অৱদান।

সংস্কৃতিৰ গঠন আৰু বিকাশত জাতিগত সমন্বয়ে পোনপটীয়াকৈ সহায় কৰে। ব্ৰহ্মপুত্ৰ উপত্যকা আৰু পৰ্ব্বতীয়া অঞ্চলত বাস কৰা অষ্ট্ৰিকসকল মঙ্গোলীয়সকলৰ পৰাক্ৰমত তিষ্ঠিব নোৱাৰি ক্ৰমে দক্ষিণলৈ আৰু পশ্চিমলৈ আঁতৰি যায়। মঙ্গোলীয়সকলৰ চৰিত্ৰগত বৈশিষ্ট্য

ঘাইকৈ দুটা–(১) যুঁজৰ কুকুৰা যুঁজত মৰে (২) সমূহীয়া মনোভাৱ বা সাম্প্ৰদায়িক মনোবৃত্তি। প্ৰথমটো স্বভাৱৰ বাবেই অষ্ট্ৰিকসকলে পাতনি মেলা সংস্কৃতিৰ পোহাৰখন এৰি যাবলৈ বাধ্য হয়। জাতিগত সমন্বয় সাধনৰ সুযোগ নোলালেও সেই অতীতে সাংস্কৃতিক সমন্বয় সাধন হৈছিল। দ্বিতীয় খাপত অষ্ট্ৰিক আৰু দ্ৰাবিড় সংস্কৃতি সংমিশ্ৰিত হৈ নতুন সংস্কৃতিৰ সৃষ্টি হয়। সেই সংস্কৃতিৰ মানুহবোৰ আকৌ পিছত আৰ্য্যেতৰ আৰু বৈদিক আৰ্য্যৰ লগত সানমিহলি হৈ নতুন জাতিত পৰিণত হয়। যথাৰ্থতে অসমত বিশুদ্ধ নিষাদ, কিৰাত, আৰ্য্য তেজৰ মানুহ বিচাৰি পোৱা টান। নৃতাত্ত্বিকভাৱে বিশ্লেষণ কৰিলে আৰ্য্যগোষ্ঠীৰ মানুহৰ গাত মঙ্গোলীয় লক্ষণ, মঙ্গোলীয় বুলি ছাপ মৰা মানুহৰ গাতো আৰ্য্য লক্ষণ ধৰা পৰা দেখা যায়। দ্ৰাবিড় আৰু আলপাইন আৰ্য্য সংমিশ্ৰিত মানুহো অসমত আছে। জাতিগত উচ্চতা-নীচতা ৰাজনৈতিক ক্ষমতাৰ পটভূমিত জোখ-মাখ হয়। তদুপৰি বুদ্ধিগত উচ্চাম্বিকাও আন এটা লক্ষণ। যেতিয়া যি জাতিয়ে ৰাজনৈতিক ক্ষমতা হস্তগত কৰে, তেতিয়া সেই জাতিয়ে সমাজত উচ্চ আসন লাভ কৰে। তদুপৰি কেতবোৰ ব্যৱসায় আৰু ব্যৱসায়-বুদ্ধিয়েও মানুহৰ সামাজিক মৰ্য্যাদা হানি কৰে। সেইবাবে যুগৰ উত্থান-পতনৰ লগে লগে জাতিৰ উত্থান-পতন ঘটে। যেতিয়া কোনো জাতিয়ে সামাজিক মৰ্য্যাদা লাভ কৰে তেতিয়া সুবিধা বুজি আন জাতিয়েও সেই মৰ্য্যাদাসম্পন্ন জাতিলৈ উন্নীত হ'বলৈ প্ৰয়াস কৰা দেখা যায়। এইদৰে জাতিগত সংমিশ্ৰণ ঘটি সংস্কৃতিৰ গঠন, বিবৰ্ত্তন আৰু বিকাশত সহায়তা কৰে। প্ৰাক্-শঙ্কৰী যুগত যে বিভিন্ন জনগোষ্ঠীৰ সংমিশ্ৰণ হৈছিল কোচ, চুতীয়া, কলিতা, কেওট কৈৱৰ্ত্ত আদিৰ মাজত নৃতাত্ত্বিক সম্পৰীক্ষা পৰিচালনা কৰিলেই বুজা যাব। পানী কোচ, বৰ কোচ, সৰু কোচ, ৰাজবংশী কোচ, বৰ কলিতা, সৰু কলিতা, হালোৱা কেওট, জালোৱা কেওট, হিন্দু চুতীয়া, আহোম চুতীয়া, মিৰি চুতীয়া, দেউৰী চুতীয়া, বৰাহী চুতীয়া, বুৰুক চুতীয়া আদি ভাগ বা নামবোৰে জাতিগত সমন্বয়ৰেই প্ৰমাণ দিয়ে।

শঙ্কৰদেৱে 'ভাগৱত পুৰাণৰ দ্বিতীয় স্কন্ধত' কিৰাত, কছাৰী, খাসি, গাৰো, মিৰি, যৱন, কঙ্ক, গোৱাল, অসম, মুলুক, ৰজক, তুৰুক, কুবাচ, ম্লেচ, চণ্ডাল আদি জাতিৰ নাম উল্লেখ কৰিছে। যৱন আৰু তুৰুক শব্দ দুটা সমাৰ্থক। কুবাচ শব্দটো বেদৰ কৱচ শব্দৰপৰা আহিছে আৰু বেদৰ পণি আৰু কৱচ শব্দৰ সমন্বয়ত পানী-কোচ হোৱাই সম্ভৱ। পণি আৰু কৱচ দুয়োটাই প্ৰাক্-বৈদিক জাতি আৰু বৈদিক আৰ্য্যৰ সংঘৰ্ষলৈ আহিছিল। 'যোগিনীতন্ত্ৰ'তো কুবাচ জাতিৰ উল্লেখ আছে আৰু তাৰদ্বাৰাই কোচসকলকে বুজাইছে। সেইদৰে শঙ্কৰদেৱে উল্লেখ নকৰা প্লৱ নামৰ জাতি এটাৰ কথা 'যোগিনীতন্ত্ৰত' আছে। মুলুকসকলৰ বাসস্থান সৌমাৰৰ উত্তৰ-পূৱ প্ৰান্তত। সম্ভৱত: চিংফৌ-দোৱনীয়াসকলকে এই মুলুক শব্দই সামৰিছিল। এতিয়াও ছৈখোৱাৰ ওচৰত মুলুক গাঁও নামৰ পুৰণি গাঁৱৰ চিন আছে। গুৱাল, ৰজক, চণ্ডাল আদি বৃত্তিধাৰী জাতি। এইবোৰৰ উপৰিও আহোমসকলে পাটকাই পাৰ হৈ আহি কিছুমান নগা, মৰাণ, বৰাহী মানুহ লগ পাইছিল। চুতীয়া, ভূঞা, কমতা আদি শাসক জাতিবোৰো প্ৰাক্-শঙ্কৰী যুগৰে। নগা শব্দটোৱে দক্ষিণৰ পৰ্বতৰ আটাইবোৰ জনজাতিকে সামৰি আছিল। খাছীয়া আৰু জয়ন্তীয়া মূলতে খৈৰামী আৰু ছিন টেং বুলি জনাজাত হৈছিল। সপ্তম শতিকাৰপৰা দ্বাদশ-ত্ৰয়োদশ শতিকাৰ ভিতৰত দিয়া তামৰ ফলিবিলাকত কেতবোৰ জাতিৰ নাম পোৱা যায়। ব্ৰাহ্মণ, দৈৱজ্ঞ, বৈদ্য, কুমাৰ, তাঁতী, কায়স্থ আদি জাতিৰ নাম উল্লেখযোগ্য। ব্ৰাহ্মণ আৰু শূদ্ৰ বুলিও শ্ৰেণীগত বিভাগ আছিল। নিধানপুৰ তামৰ ফলিত ব্ৰাহ্মণৰ দত্ত, ঘোষ, কৰ, কুণ্ডু, মিত্ৰ, দেৱ, ভট্ট, সেন, নাগৰ, নন্দী, সোম আদি উপাধি ওলোৱাটো বিশেষ তাৎপৰ্য্যপূৰ্ণ। অসমৰ প্ৰাচীন ব্ৰাহ্মণসকল আলপাইন আৰ্য্যসকলৰ পুৰোহিত শ্ৰেণীৰ অন্তৰ্গত। পৰশুৰামৰ পিতৃ জমদগ্নি তেনে এজন অগ্নি-উপাসক ব্ৰাহ্মণ আছিল। হাবুঙীয়া ব্ৰাহ্মণসকলো সম্ভৱত: প্ৰাক্-বৈদিক আৰ্য্য আছিল। পৰৱৰ্তী যুগত অহা ব্ৰাহ্মণসকলে হাবুঙীয়াসকলৰ মাজত বামুণীয়া ৰীতি-নীতিৰ অভাৱ দেখিছিল আৰু পিছলৈ এওঁবিলাক মিচিমি পৰ্বতত সোমাই নিশ্চিহ্ন হৈ গৈছিল। 'বৃহদ্ধৰ্ম পুৰাণ' আৰু 'ব্ৰহ্মবৈৱৰ্ত্ত পুৰাণ' পুথিত কেতবোৰ জাতিৰ সৃষ্টি সম্বন্ধে যিবোৰ কাহিনী আছে তাৰপৰা ভাৰতত তথা অসমত জাতিগত ৰক্তসংমিশ্ৰণৰেই ইতিহাস সদৰি কৰে। ত্ৰয়োদশ-পঞ্চদশ শতিকাৰ ভিতৰত আহোম ৰজাসকলেও জাতত তুলিলোৱা প্ৰথাৰে জাতিগত সমন্বয়ৰ প্ৰচেষ্টা চলাইছিল।



অসমৰ ধৰ্মীয় ইতিহাস অতি প্ৰাচীন। যোগিনীতন্ত্ৰই নামকৰণ কৰা কৈৰাতজ ধৰ্মই মূলত: অষ্ট্ৰ-মঙ্গোলইড্ জাতি-গোষ্ঠীৰ ঘাই-ভেঁটি হ'লেও ভাৰতীয় ধৰ্মীয় সংস্কৃতিৰ ৰতাহে নোকোৰোৱাকৈ থকা নাছিল। মৃতক, মৃতকৰ আত্মা, দেও-ভূত আদি নানান আধিভৌতিক শক্তিৰ উপাসনাই আছিল প্ৰাচীন অসমৰ মানুহৰ ধৰ্মীয় ধাৰণাৰ ভেঁটি। যেতিয়াৰেপৰা আৰ্য্য মানুহৰ আগমন হ'ল, তেতিয়াৰেপৰা বৈদিক বা প্ৰাক্-বৈদিক ৰীতি-নীতিও আৰ্য্যেতৰ মানুহৰ মাজত সোমাল আৰু সেইদৰেই থলুৱা লোকবিশ্বাস আৰু ৰীতি-নীতি আৰ্য্যসমাজত সোমাবলৈ ধৰিলে; কিন্তু লিখিত ভাষা আৰু শাস্ত্ৰৰ সহায়ত আৰ্য্যভাষী মানুহে অনাৰ্য্য সমাজত উচ্চাসন লাভ কৰিবলৈ সমৰ্থ হ'ল। তথাপি অনেক বৈদিক আচৰণ আৰু ৰক্ষণশীলতা শিথিল হৈ পৰিল। প্ৰাক্-বৈদিক আৰ্য্যসকলৰ অগ্নিপূজা 'মেজাই' অসমত মাঘবিহুৰ 'মেজি' হোৱাৰদৰে যজুৰ্বেদীয় বিয়া এখনতো অনেক থলুৱা লোকাচাৰ সোমাই স্বকীয় বৈশিষ্ট্য আৰোপ কৰিছে। সেইদৰে বৈদিক যাগ-যজ্ঞবিশ্বাসী ব্ৰাহ্মণ অনেক অনাৰ্য্য ধাৰণা সম্ভূত দেৱ-দেৱীৰ পূজক হৈ উঠিছে আৰু কালক্ৰমত নতুন নতুন পদ্ধতি উলিয়াই অনাৰ্য্য দেৱ-দেৱীক আৰ্যীকৰণ কৰা হৈছে। অষ্ট্ৰিক 'কা-মেই-খা' হিন্দু কামাখ্যালৈ, অনাৰ্য্য বুঢ়ীগোসাঁনী হিন্দু দুৰ্গালৈ, অনাৰ্য্য বুঢ়াগোসাঁই হিন্দু শিৱলৈ ৰূপান্তৰিত হৈছে। ইয়াকে কৰোঁতে নাম-ধাম সংস্কৃতীয়া কৰিবলৈ চেষ্টা কৰা হৈছে। কেঁচাইখাতীক তাম্ৰেশ্বৰী, চৰাইদেওক বিহগাদ্ৰি; দিখৌক দীক্ষু, লুইতক লৌহিত্য কৰা হৈছে।

হিন্দু ধৰ্ম পুৰাণৰ যুগত শাক্ত, শৈৱ আৰু বৈষ্ণৱ তিনিটা স্পষ্ট শাখাত বিভক্ত হয়। হৰি-হৰৰ যুদ্ধৰ কাহিনীয়ে শৈৱ-বৈষ্ণৱৰ সাময়িক সংঘৰ্ষৰ ইঙ্গিত দিলেও শিৱ-পাৰ্ব্বতীৰ পৰিণয়ৰ কাহিনীয়ে শাক্ত-শৈৱৰ সহ-অৱস্থানৰেই সাক্ষ্য দিয়ে। প্ৰাচীন কামৰূপত নানান থলুৱা ৰূপত শিৱৰ প্ৰাধান্যই অধিক। আটাইবোৰ জনজাতিৰ মাজতেই বুঢ়াগোসাঁই, শিৱৰ পূজা প্ৰচলিত। শিৱ প্ৰাক্-বৈদিক অনাৰ্য্য দেৱতা। সম্ভৱত: দ্ৰাবিড়সকলৰপৰাই শিৱপূজাৰ আদৰ্শ কিৰাতসকলে আহৰণ কৰে। আনপিনে আকৌ শিৱৰ বাসস্থান হিমালয়ৰ কৈলাশ শৃঙ্গত বুলি ঠাৱৰ কৰা ঘটনাই মূলত: কিৰাত দেৱতা বুলি ভাবিবৰ থল আছে। শিৱই কিৰাত বেশ লোৱা কাহিনীয়েও তাকেই প্ৰতিপন্ন কৰে। শিৱই কামদেৱক শাপ দি ভষ্ম কৰা কাহিনীয়েও শৈৱ ধৰ্মৰশ্ৰেষ্ঠত্বকে প্ৰতিষ্ঠা কৰিব খুজিছে।

বৌদ্ধ ধৰ্মই বিহাৰত বিস্তৃতি লাভ কৰি ক্ৰমে পূৱলৈ উজাই গৈ তান্ত্ৰিক ৰূপ লয়। এই তান্ত্ৰিক বৌদ্ধ ধৰ্ম ক্ৰমে উত্তৰলৈ গৈ তিব্বত আৰু নেপালত খোপনি পোতে। উত্তৰ বঙ্গ আৰু কামৰূপত বৌদ্ধ ধৰ্মৰ কেতবোৰ মঠ আৰু কেন্দ্ৰ প্ৰতিষ্ঠিত হয়। যোগীঘোপা, পঞ্চৰত্ন, হাজো আৰু কামাখ্যাৰ ওচৰৰ গুৱাহাটীতো বৌদ্ধ ধৰ্মৰ মঠ-মন্দিৰ নিৰ্মিত হৈছিল। হয়গ্ৰীৱ মাধৱ মন্দিৰৰ বিগ্ৰহক বৌদ্ধ ভুটীয়া মানুহে এতিয়াও মহামুনিৰ মূৰ্তি বুলি বিশ্বাস কৰে। গুৱাহাটীৰ শুক্ৰেশ্বৰৰ বিষ্ণু জনাৰ্দ্দন মূৰ্তিও বৌদ্ধ মন্দিৰৰ বিগ্ৰহ আছিল আৰু হয়তো বুদ্ধই হিন্দুৰ অৱতাৰ হিচাপে স্বীকৃতি লাভ কৰাৰ পিছত এই মূৰ্তিয়ে বিষ্ণুত্ব লাভ কৰে। কাশ্মীৰৰ ৰজা মেঘবাহনে কামৰূপ ৰাজকন্যা অমৃতপ্ৰভাক বিয়া কৰাইছিল। কল্হনৰ 'ৰাজতৰঙ্গিনী' মতে মেঘবাহনৰ সময় খৃষ্টীয় প্ৰথম শতিকা। অমৃতপ্ৰভাই পিতাকক খুজি লৌহ (লৌহিত্য) দেশৰ স্তৌন্‌পা নামৰ বৌদ্ধ ভিক্ষু এজন কাশ্মীৰলৈ নিছিল আৰু তেওঁ গৈ তাত এটা স্তুপ নিৰ্মাণ কৰিছিল। সেয়ে হ'লে খৃষ্ট জন্মৰ আগে-পাছে কামৰূপত বৌদ্ধধৰ্ম বিশেষ প্ৰৱল আছিল; কিন্তু সপ্তম শতিকাৰ চীনা পৰিব্ৰাজক হিউৱেনচাঙৰ মতে বৌদ্ধ ধৰ্ম ক্ষীণ আৰু গোপনেহে চলিছিল। অৱশ্যে আঞ্চলিক ভাষাত বৌদ্ধ সাহিত্যৰ উৎকৃষ্ট নিদৰ্শন চৰ্য্যাপদৰ ৰচয়িতা, কেইবাগৰাকীও সিদ্ধাচাৰ্য্য কামৰূপৰ মানুহ আছিল। ধ্বনিগত আৰু ৰূপগত বিচাৰত চৰ্য্যাপদৰ ভাষা প্ৰত্ন-অসমীয়া পৰ্য্যায়ৰ বুলি ঠাৱৰ কৰা হৈছে। তদুপৰি 'চৰ্য্যাগীতি কোষ' পুথিৰ কবিসকলৰ ভিতৰত কেইবাজনো কামৰূপৰ মানুহ আছিল। তাৰে ভিতৰত সৰহপা আৰু লুইপা কামৰূপৰ মানুহ আছিল বুলি খাটাংকৈ কবৰ থল আছে। লুইপা, মীননাথ, মৎস্যেন্দ্ৰনাথ বা মচ্ছীন্দ্ৰনাথ নামেৰেও জনাজাত আছিল। কামৰূপত বৌদ্ধ ধৰ্মৰ চৰ্চা থকা গুণেই সাহিত্য সৃষ্টিৰ প্ৰেৰণা লাভ কৰিছিল। হাজো আৰু কামাখ্যাৰ ধ্বংসাৱশেষৰ মাজত বৌদ্ধ ভাস্কৰ্য্যৰ নিদৰ্শন দেখিবলৈ পোৱা যায়। বৌদ্ধ ধৰ্মই তান্ত্ৰিক ৰূপ পৰিগ্ৰহণ কৰি গোপনীয় আচৰণক মাধ্যম হিচাপে লোৱাত প্ৰক্ষিপ্ত হ'বলৈ আৰম্ভ কৰে। ৰাতিখোৱা সম্প্ৰদায়ৰ ধৰ্মীয় ৰীতি-নীতিত কেতবোৰ বৌদ্ধ ধাৰণা দেখিবলৈ পোৱা যায়। শঙ্কৰদেৱৰ সময়লৈকে ক্ষীণকৈ হ'লেও বৌদ্ধ ধৰ্ম চলি আছিল আৰু শঙ্কৰদেৱে বৌদ্ধ টাটকীয়া লগ পোৱাৰ কথা 'কথা গুৰুচৰিত' পুথিত পোৱা যায়।

শৈৱ ধৰ্মই প্ৰাচীন কামৰূপত দৃঢ়তাৰে খোপনি পুতিছিল। নৰকাসুৰৰ ৰাজ্যত শৈৱ ধৰ্ম চলি আছিল। ভগদত্তক শিৱৰ সখা বুলি কোৱা হৈছে। বাণ শিৱভক্ত হ'লেও শিৱৰ লগত অভিন্নহৃদয় বুলি বৰ্ণনা কৰা হৈছে। 'কালিকা পুৰাণ' মতে কামৰূপৰ কিৰাতসকলে আগৰেপৰাই শিৱক পূজা কৰিছিল। এই পুৰাণ মতেই ম্লেচ্ছসকলেও শিৱক আন্তৰিকতাৰে পূজা কৰিছিল। জলপাইগুৰিৰ জল্পেশ্বৰ শিৱৰ দেৱালয় অনেক পুৰণি।

'হৰ্ষচৰিত' মতে ভাস্কৰবৰ্মাই শিৱৰ বাহিৰে অন্য দেৱতাৰ আগত মূৰ নোদোৱাঁবলৈ কৃতসংকল্প—"অয়মস্য চ শৈশৱাদাৰভ্য সংকল্প: স্থেয়ান্ স্থাণুপাদাৰ-বিন্দদ্বন্দাদৃতে নাহমন্যং নমস্কুৰ্য্যামীতি।" আন এঠাইত ভাস্কৰবৰ্মাক "শশিশেখৰ পিনাকী ভস্মকণাবিভুষিত" বুলি কোৱা হৈছে। সপ্তম শতিকাৰেপৰা একাদশ-দ্বাদশ শতিকালৈকে হৰ্জৰবৰ্মা, বনমালবৰ্মা, বলবৰ্মা আদি ৰজাসকল 'পিনাকী-পাণিভক্ত' আছিল । প্ৰাচীন কামৰূপত সাধাৰণতে শিৱক লিঙ্গ ৰূপত পূজা



কৰা হৈছিল। শিৱলিঙ্গ এক যোনিপীঠত স্থাপন কৰা হয়। তদুপৰি ঈশান বা ঈশানেশ্বৰ, মহেশ বা মহেশ্বৰ, লকুলীশ, নটৰাজ, ভৈৰৱ, উমা-মহেশ্বৰ আৰু হৰি-হৰ ৰূপত শিৱক পূজা কৰা হৈছিল। কোচ ৰজা শিৱবংশী, শদিয়লীয়া কছাৰী মাণিকৰ জোঁৱায়েক মুকুতা সন্যাসীবেশে মহাদেৱে দিয়া বৰ অনুযায়ীহে ৰজা হৈছিল। আন এটি কাহিনী মতেও বীৰহাস নামৰ এজন কছাৰী ৰজাৰ ৰাজত্ব কালত মহাদেৱৰ ইচ্ছাত এজনী দেওধানীৰ গৰ্ভত জন্ম লোৱা এটি সন্তানকে বিচাৰপতিফা নাম দি ৰজা পাতিছিল। বিচাৰপতিফাৰে পুতেক বিক্ৰমাদিত্যফাই সোণাপুৰ আৰু বাণপুৰ নগৰ কৰি বাণেশ্বৰ শিৱৰ মূৰ্তি স্থাপন কৰি মন্দিৰ সজাইছিল। এই বিক্ৰমাদিত্যৰে পুতেক মহামাণিফা, যি মহামাণিকা নামে জনাজাত হৈছে। তদুপৰি বড়ো-কছাৰীসকলে শিৱক বাথো, বাথৌ, বাথৌ-ব্ৰাই; সোণোৱাল কছাৰীয়ে বুঢ়া-বুঢ়ী; দেউৰী-চুতীয়াই কুণ্ডিমামা আৰু বলিয়া বাবা বুলি লোকাচাৰ মতে পূজা কৰে। স্বৰ্গদেও প্ৰতাপসিংহ ৰাজপাটত বহাৰ আগতে মহেশ্বৰ শিৱৰ পূজক আছিল আৰু মাজে-সময়ে দেও লম্ভিছিল। শঙ্কৰদেৱৰ পূৰ্বপুৰুষসকলেও শিৱ পূজা কৰিছিল। কুসুম্বৰ ভূঞাই শিৱপূজা কৰি পুত্ৰ-সন্তান লাভ কৰাৰ বাবেই শঙ্কৰ বা শঙ্কৰবৰ নাম ৰাখিছিল। কমতাৰ ৰজায়ো পাষাণময় ভৈৰৱক হাঁহ-ছাগলী দি নিয়মীয়াকৈ পূজা কৰিছিল। শিৱ মন্দিৰবোৰৰ লগত দেৱদাসী নৃত্যৰ বিকাশ ঘটিছিল। প্ৰাক্-শঙ্কৰী যুগত প্ৰতিষ্ঠিত দহপৰ্বতীয়া, বিশ্বনাথ, দেৰগাঁও, হাটকেশ্বৰ, ডুবি, উমানন্দ শিৱ মন্দিৰত নিয়মীয়াকৈ নৃত্যানুষ্ঠান হৈছিল। এনেকুৱা মন্দিৰলৈ উচৰ্গা কৰা নটীসকলৰ কিছুমানে যৌন স্বাধীনতা লাভ কৰিছিল। বনমালবৰ্মাই হাটকেশ্বৰ মন্দিৰলৈ বেশ্যা দিয়াৰ কথা তামৰ ফলিত পোৱা যায়। চিনাতলীয়া নটৰ জীয়ৰী ফুলমতী পোনতে দেৰগাঁৱৰ নেঘেৰীটিঙৰ শিৱদ'লৰ নটী আছিল । ডুবি দেৱালয়ত এই পৰম্পৰাৰ নটী এই শতিকালৈকে আছিল। শৈৱ ধৰ্মক কেন্দ্ৰ কৰি স্থাপত্য, ভাস্কৰ্য্য আৰু সঙ্গীতৰ উৎকৰ্ষ সাধন হৈছিল। প্ৰাক্-শঙ্কৰী যুগৰ শেষৰফালে নিষ্প্ৰভ হৈ অহা এনেকুৱা অনেক শিৱপীঠ আহোম যুগত শক্তিশালী শৈৱ মন্দিৰৰ থলী হৈ উঠে। অসমত য'তে ত'তে অসংখ্য শিৱলিঙ্গ পোৱা যায়। উনকোটি শিৱলিঙ্গ সংগ্ৰহ কৰি দ্বিতীয় কাশী স্থাপনৰ পৰিকল্পনাও এই কামৰূপতে সম্ভৱ হৈছিল। শঙ্কৰদেৱৰ সময়লৈকে অসমত শৈৱ ধৰ্ম কোৱাল গতিৰে চলি আছিল আৰু শঙ্কৰদেৱে নিজেও 'কীৰ্ত্তন'ৰ নামাপৰাধ অধ্যায়ত শিৱ-বিষ্ণু অভিন্ন বুলি স্বীকৃতি দিছে।

অসমত বৈষ্ণৱ আদৰ্শ তুলনামূলকভাৱে অৰ্বাচীন হ'লেও একেবাৰেই নতুন নহয়। অন্ততঃ খৃষ্টীয় পঞ্চম শতিকাত লিখিত ৰূপত ভাস্কৰবৰ্মাৰ প্ৰ-প্ৰপিতামহ মহাভূতিবৰ্মাক তেওঁৰ অমাত্য আৰ্য্যাগুণে 'শ্ৰীপৰমদৈৱত পৰমভাগৱত' বুলি উল্লেখ কৰিছে। আনপিনে কামাখ্যাৰ পঞ্চম শতিকাৰ শিলালিপিত সুৰেন্দ্ৰবৰ্মনক 'ভগৱত: বলভদ্ৰস্বামিনে' বুলিও উল্লেখ কৰিছে। বৈষ্ণৱ ধাৰণাৰ মূল মন্ত্ৰ ওঁ নমোনাৰায়ণায় বেদ্মহে', 'বাসুদেৱায় ধীমহি', 'ওঁ তন্নো বিষ্ণু প্ৰচোদয়াৎ' হ'লেও কৃষ্ণ চৰিত্ৰৰ মাধ্যমেদিহে বৈষ্ণৱ আদৰ্শ জনপ্ৰিয় হৈ উঠে। কৃষ্ণচৰিত্ৰ নীল বৰণীয়া দ্ৰাবিড় যৌৱন দেৱতাৰ এক নতুন অভিব্যক্তি। কৃষ্ণচৰিত্ৰ আৰু কৃষ্ণভক্তিধাৰা জনপ্ৰিয় কৰাৰ মূলতে বেদব্যাস। 'ভাগৱত পুৰাণ'ত ব্যাসে কৃষ্ণচৰিত্ৰক স্থায়ী ৰূপত প্ৰতিষ্ঠা কৰিছে। ব্যাস নিষাদ মাতৃৰ সন্তান। হয়তো অষ্ট্ৰ-দ্ৰাবিড় সন্ততিও হ'ব পাৰে। যজ্ঞবিশ্বাসী আৰ্য্যৰ মাজলৈ ভক্তি আদৰ্শ দ্ৰাবিড়ৰপৰাই বাগৰি আহে। সেইদৰে পূজা-পদ্ধতিও মূলতঃ দ্ৰাবিড় সংস্কৃতিৰ উপাদান। সি যি কি নহওক, অনেকেই বেদৰ দেৱতা মিত্ৰই বিষ্ণু ৰূপ লৈ পৰৱৰ্তী যুগত প্ৰতিষ্ঠা

লাভ কৰে বুলিও অনুমান কৰে। ৰামায়ণত সৃষ্টি কাহিনীৰ সন্দৰ্ভত নাৰায়ণেই পালকৰূপে বিষ্ণুৰ মাহাত্ম্য প্ৰদৰ্শন কৰাৰ কথা উল্লেখ কৰিছে। ভাৰতৰ পুব প্ৰান্তত স্থায়ী অথচ কোবাল গতিৰে বৈষ্ণৱ আদৰ্শৰে চৌৰাই নিয়াত শঙ্কৰদেৱে যি কৰিলে, আন কোনোৱে পৰা নাই। তদুপৰি এই লুইতৰ পাৰত বৈষ্ণৱ আদৰ্শই স্থায়ী আসন লাভ কৰিবলৈ বিৰাট হৰিহৰৰ যুদ্ধ আৰু কৃষ্ণ-ৰুক্মবীৰৰ যুদ্ধত জয়ী হ'বলগীয়া হৈছিল। বিষ্ণুৰ নৰসিংহ অৱতাৰে হিৰণ্যকশিপুক বধ কৰাটোও বৈষ্ণৱ আদৰ্শ বিস্তৃতিৰ আন এটি অধ্যায়। সেইদৰে প্ৰহ্লাদৰ বিষ্ণুভক্তিও, কিবাত সমাজত বৈষ্ণৱ আদৰ্শৰ ক্ৰমিক অনুপ্ৰবেশৰ অনুসূচনা মাত্ৰ। হৰিহৰ যুদ্ধৰ পিছত বাণৰদ্বাৰা বিষ্ণুৰ শ্ৰেষ্ঠত্ব স্বীকাৰ কৰোৱাটোৱে মহাভাৰতৰ যুগতে বৈষ্ণৱ ধৰ্মই থিতাপি লৈছিল বুলি অনুমান কৰিব পাৰি।

প্ৰাচীন কামৰূপত বৰাহ-বিষ্ণু আৰু ধৰিত্ৰীৰ গৰ্ভজাত ৰাজবংশৰ কল্পনা তাৎপৰ্য্যপূৰ্ণ। আনপিনে কামাখ্যাৰ অম্বুবাচী আৰু সেই সময়ত পৃথিৱী ৰজ:স্বলা হোৱাৰ লোকবিশ্বাসত কামাখ্যা আৰু পৃথিৱীৰ সত্ত্বাক একীভূত কৰাৰ প্ৰয়াস আছে। বোধকৰোঁ অষ্ট্ৰিক সমাজৰ মাতৃপূজাক পৰোক্ষে স্বীকাৰ কৰি বৈষ্ণৱ আদৰ্শ প্ৰতিষ্ঠা কৰিবলৈ প্ৰয়াস কৰিছিল। আনপিনে বিষ্ণুৰ বৰাহ অৱতাৰে পৃথিৱীক প্ৰলয়ৰপৰা উদ্ধাৰ কৰাৰ কাহিনীও তাৎপৰ্য্যপূৰ্ণ। ধৰ্মপালৰ পুষ্পভদ্ৰা শিলালিপিত ৰজাই নিজকে 'বসুমতী মণ্ডলালীঢ়-দ্ৰংষ্ট্ৰ' বুলি বৰাহ বিষ্ণুকে ইংগিত কৰিছে। বাণভট্টই ভাস্কৰবৰ্মাক বৈষ্ণৱ-বংশ বুলিয়েই চিনাকি দিছে। প্ৰাচীন কামৰূপৰ ইতিহাসৰ লগত বিষ্ণুৰ বৰাহ, বামন, নৰসিংহ আৰু পৰশুৰাম অৱতাৰৰ নাম জড়িত। গুপ্তযুগত অৱতাৰবাদে বৈষ্ণৱ ধৰ্মৰ সৃষ্টি কৰিছিল। প্ৰাক্-শঙ্কৰী যুগৰ বৈষ্ণৱ ধৰ্মত গুপ্ত সংস্কৃতিৰ প্ৰভাৱ দেখা যায়।

প্ৰাক্-শঙ্কৰী যুগৰ স্থাপত্য-ভাস্কৰ্য্যৰ যি অলপ ধ্বংসাৱশেষ পোৱা যায়, তাত বৈষ্ণৱ ধৰ্মৰ অৱস্থিতিৰ প্ৰমাণ আছে। গোলাঘাটৰ দেওপানীৰ ওচৰত পোৱা বিষ্ণু মূৰ্তি নৱম-দশম শতিকাৰ বুলি জনা যায় আৰু তাত "ভগৱতো নাৰায়ণস্য শৈলী প্ৰতিমা ভক্তয়ন্তং" বুলি ব্ৰাহ্মীলিপিৰে লিখা আছে। ডিব্ৰুগড়ত পোৱা পিতলৰ বিষ্ণু মূৰ্তি আৰু শিৱসাগৰত পোৱা শিলৰ মূৰ্তি দশম-একাদশ শতিকাৰ। শুক্ৰেশ্বৰৰ বিষ্ণু জনাৰ্দন মূৰ্তি অষ্টম-নৱম শতিকাৰ আৰু কামাখ্যাৰ বেণুগোপালৰ মূৰ্তি সপ্তম-অষ্টম শতিকাৰ হ'ব পাৰে বুলি ধাৰণা কৰা হৈছে। উত্তৰ গুৱাহাটীৰ অশ্বক্ৰান্তৰ অনন্তশায়ী বিষ্ণু, বৰপেটাৰ চতুৰ্ভুজ বিষ্ণু, ডবকাৰ বিষ্ণু মূৰ্তি আৰু গুৱাহাটীৰ আমবাৰীৰ বিষ্ণু মূৰ্তিৰ সময় দ্বাদশ-ত্ৰয়োদশ শতিকাৰ আগৰ। তাৰে ভিতৰত ডিব্ৰুগড়ৰ পিতলৰ বিষ্ণু মূৰ্তি, বৰপেটাৰ চতুৰ্ভুজ বিষ্ণু মূৰ্তিৰ ভাস্কৰ্য্য উচ্চ খাপৰ। তদুপৰি হয়গ্ৰীৱ বিষ্ণু আৰু বাসুদেৱক তান্ত্ৰিক পদ্ধতিৰে পূজা কৰা হৈছিল। 'কালিকা পুৰাণ' আৰু 'যোগিনী তন্ত্ৰ'ত উক্ত বাসুদেৱ আৰু হয়গ্ৰীৱ বিষ্ণু উপাসনাৰ তান্ত্ৰিক পদ্ধতি উল্লেখ আছে। ঢকুৱাখনাৰ চামপৰা নৈৰ পাৰত এখন পুৰাণি বাসুদেৱ থান আছিল, য'ত ল'ৰাৰজাই এটা মন্দিৰ সজাই দিছিল।

বহুতে ভাবে যে অসমত শঙ্কৰদেৱেই বৈষ্ণৱ আদৰ্শৰ বাটকটীয়া আৰু প্ৰথম লেখক। কথাটো আচলতে সঁচা নহয়। শঙ্কৰদেৱৰ পূৰ্বসূৰী হেম সৰস্বতী, মাধৱ কন্দলি, হৰিবৰ বিপ্ৰ, ৰুদ্ৰ কন্দলি, কবিৰত্ন সৰস্বতীৰ সাহিত্যত প্ৰচাৰগন্ধী বৈষ্ণৱ আদৰ্শৰ চানেকি নাপালেও, বৈষ্ণৱ ধ্যান-ধাৰণাৰ লগত চিনাকি থকাৰ প্ৰমাণ পোৱা যায়। মহামাণিক্যই মাধৱ কন্দলিৰ হতুৱাই



ৰামায়ণ অনুবাদ কৰোৱাইছিল। কাশীনাথ দীক্ষিতে প্ৰাক্-আহোম যুগত শিৱসাগৰ অঞ্চলত এটা মন্দিৰ আছিল বুলি অনুমান কৰিছে। এই মন্দিৰ বৰাহী ৰজাৰ ৰাজ্যতে থকাই সম্ভৱ। এইদৰে শঙ্কৰদেৱে ভাগৱত পুৰাণৰ আৰ্হিত কৃষ্ণচৰিত্ৰক কেন্দ্ৰ কৰি নৱবৈষ্ণৱ আন্দোলন প্ৰতিষ্ঠা কৰাৰ আগতেই কেইবা শতিকা জোৰা দীঘলীয়া ইতিহাসেৰে বৈষ্ণৱ ধৰ্মই কামৰূপত থিতাপি লৈছিল। যেতিয়া অসমত বৈষ্ণৱ ধৰ্মৰ উপাসনা-মন্ত্ৰ ধ্বনিত হৈছিল তেতিয়া হয়তো শঙ্কৰদেৱৰ পূৰ্ব-পুৰুষ 'চণ্ডীবৰ' হে শক্তিৰ উপাসনাত নিমগ্ন আছিল।

মাতৃপূজা আৰু মাতৃতন্ত্ৰ সৃষ্টিৰ আদিম সংস্কৃতিৰ প্ৰতীক। ভাৰতবৰ্ষতো অতি প্ৰাচীন কালৰেপৰা নাৰীপূজা তথা মাতৃপূজাৰ পৰম্পৰা গঢ় লৈ উঠিছিল। হৰপ্পা-মহেঞ্জোদাৰোৰ প্ৰাক্-বৈদিক সংস্কৃতিত মাতৃপূজাৰ লগতে লিঙ্গ আৰু যোনিপূজাৰ প্ৰমাণ পোৱা যায়। অনেকে ধাৰণা কৰে, ভাৰতত মাতৃপূজাৰ পৰম্পৰা হৰপ্পা সংস্কৃতিৰপৰাই আৰম্ভ হৈছে। মাতৃপূজা উৰ্বৰা বিশ্বাসৰ প্ৰতীক। মধ্যপ্ৰাচ্যৰ মাতৃপূজা কৃষিৰ লগত সংশ্লিষ্ট। বৈদিক সাহিত্যত পৃথিৱীৰ উপৰিও নদী, অপ আৰু ওষধিক মাতৃৰূপে স্বীকৃতি দিছে। সম্ভৱতঃ অষ্ট্ৰিক আৰু দ্ৰাবিড় সংস্কৃতিৰ সমন্বয়ত মাতৃপূজাই প্ৰাধান্য লাভ দ্ৰুত কৰি বিকাশৰ সুযোগ লাভ কৰে। উমা সম্ভৱতঃ দ্ৰাবিড় অম্মা, আম্মাৰ সংস্কৃত ৰূপো হ'ব পাৰে। অম্বা, অম্বিকা অম্বালিকাও দ্ৰাবিৰ ৰূপান্তৰ। উমা, পাৰ্বতী বা দুৰ্গাই ভাৰতবৰ্ষত মাতৃপূজাৰ সৰ্বশ্ৰেষ্ঠ প্ৰাধান্য অধিকাৰ কৰিছে। পণ্ডিতসকলে দুৰ্গাৰ বিভিন্ন নাম, ৰূপ আৰু পূজা-পদ্ধতিলৈ চাই আৰ্য্য, অনাৰ্য্য, হিন্দু, বৌদ্ধ, অষ্ট্ৰিক, দ্ৰাবিড়ী, মঙ্গোলীয় আনকি সুমেৰীয়, বেবিলনীয় আৰু হেলেনিক বিশ্বাস আৰু ধ্যান-ধাৰণাৰ উপকৰণ দেখা পাইছে। প্ৰাচীন কামৰূপত শক্তি-পূজা তেনেই আদিম ৰূপৰপৰা আৰম্ভ কৰি শেহতীয়া ৰূপতো প্ৰচলিত হৈছিল। শক্তি নানান ৰূপত আৰু নামত পূজিতা। কুমাৰী, কালী, কপালী, মহাকালী, চণ্ডী, চামুণ্ডা, কৰালা, কাত্যায়নী, তাৰা, উগ্ৰতাৰা, উমা, পাৰ্বতী, দুৰ্গা, শ্যামা, ভদ্ৰা, ভদ্ৰকালী, বিজয়া, কৌশিকী, কণ্টাৰবাসিনী, কালিকা, হৈমৱতী, দেৱী, মহাদেৱী, ভৈৰৱী, ত্ৰিনয়নী, অম্বিকা, ভৱানী, জগন্মাতা, ভগৱতী, মহেশ্বৰী, জগদ্ধাত্ৰী, মহিষমৰ্দিনী ইত্যাদি নামত শক্তিপূজা কৰা হয়। তদুপৰি শক্তিৰ কিছুমান থলুৱা নাম আৰু ৰূপো দেখা পোৱা যায়। প্ৰাচীন কামৰূপত আই, মহামায়া, কেঁচাইখাতী, ভুৰুলী, মালিনী, বুঢ়ীগোসাঁনী আৰু কামাখ্যা নামতো পূজিতা আছিল। শক্তিক সদায়েই জীৱৰ তেজেৰে পূজা কৰা হৈছিল। 'কালিকা পুৰাণ' মতে চৰাই, হাঁহ, পাৰ, কুকুৰা, কাছ, পহু, ম'হ, গুই, গৰু, ছাগলী, গাহৰি, গঁড়, সিংহ, বাঘ, মানুহ আদিক দেৱীৰ আগত বলি দিব পাৰি। 'যোগিনী তন্ত্ৰ' আৰু 'মহানিৰ্ব্বাণতন্ত্ৰ'তো প্ৰায় একে ধৰণৰ তালিকা আছে। কোমোৰা, কুঁহিয়াৰ আদিৰো বলি বিধান আছে। কেঁচাইখাতী, কামাখ্যাৰ ভৈৰৱী মন্দিৰত একালত নৰবলি হৈছিল। মাটিৰ চৰুত তপত তেজ ধৰি মূৰ্তিৰ আগত উপহাৰ দিয়া হৈছিল। আই, শীতলা, অপেচৰা আদিৰ পূজা অৱশ্যে ফুল, আখৈ, পিঠা, পৰমান্ন আদিৰেও দিয়া হৈছিল। অসমত মৃন্ময়মূৰ্তিৰ দুৰ্গাপূজা ষোড়শ শতিকাৰপৰাহে আৰম্ভ হৈছে; অৱশ্যে ইয়াতোকৈ প্ৰাচীন কালত শিলৰ বা ধাতুৰ মূৰ্তিত পূজা দিয়া হৈছিল। জনজাতীয় বা থলুৱা পৰম্পৰাত হোৱা অনেক শক্তিপূজাৰ ঠাইত তেনে কোনো স্থায়ী মন্দিৰ বা মূৰ্তি নাছিল। এনে ঠাইত বছৰেকীয়া পূজাৰ সময়ত কাঠবাঁহৰ খুটিৰে শাল পাতি বলি দিয়া হৈছিল। ক'ৰবাত হয়তো শিলৰ খুটাৰ শালো আছিল। এনে ঠাইক দেওশাল বোলা হৈছিল। এনে বহুতো

দেওশাল পৰ্বতে-কন্দৰে সিঁচৰতি হৈ আছে। শিৱ বা বুঢ়াগোসাঁইৰ থানেই হওক বা বুঢ়ীগোসাঁনীৰ থানেই হওক, য'ত জীৱ-জন্তু বলি দিয়া হৈছিল তাক দেওশাল বুলিছিল। চুতীয়া আৰু ভূঞাসকলৰদ্বাৰা প্ৰতিষ্ঠিত অনেক দেওশাল শঙ্কৰদেৱৰ সময়লৈকে জাগ্ৰত আছিল। জনজাতীয়সকলৰ তেনেকুৱা দেওশাল এতিয়াও জীয়াই আছে।

অসমৰ খাছীয়াসকল মাতৃ-তন্ত্ৰ অনুগামী। তেওঁবিলাকে মাতৃপূজা কৰিছিল। য'তেই সৃষ্টিশক্তি নিহিত বুলি ধাৰণা কৰিছিল, তাকেই পূজা কৰিছিল। নাৰী, যাৰ গাত সৃষ্টিশক্তি আছে; পৃথিৱী, যাৰ গাত উৰ্বৰতা আৰু উৎপাদিকাশক্তি আছে; শস্য, যাৰ গাত জীৱনীশক্তি আৰু বংশ বৃদ্ধিৰ ক্ষমতা আছে; তাকেই আদিম মানুহে পূজা কৰিছিল। আগতে কৈ আহিছোঁ, একালত মানুহে কামাখ্যা আৰু পৃথিৱীক একে শক্তিৰ প্ৰতীকৰূপে পূজা কৰিছিল। খাছীয়াৰ 'কা-মেই-খা', বুঢ়ীগোসাঁনী আৰ্য্য প্ৰব্ৰজনকাৰী, যাইকৈ মধ্যপ্ৰাচ্যৰ মাতৃপূজাৰ লগত চিনাকি আলপাইন আৰ্য্যসকলৰ হাতত পৰি নতুন ৰূপ লয়। ইতিমধ্যে খাছীয়াসকলে দক্ষিণৰ পৰ্বতলৈ আঁতৰি যোৱাত 'কা-মেই-খা' কামাখ্যা হৈ বলিবাহন খাই লাহে লাহে হিন্দু হ'বলৈ ধৰে। কামাখ্যাৰ পূৰণি পূজাৰীসকল থলুৱা জনজাতীয় পুৰোহিত শ্ৰেণীৰ অন্তৰ্ভুক্ত আছিল। সম্ভৱত: কামাখ্যা বামাচাৰী শাক্ত সম্প্ৰদায়ৰ প্ৰভাৱত পৰিছিল। কুমাৰীপূজা আৰু ত্ৰিপুৰা দেৱীৰ পূজা সুন্দৰী ছোৱালী এজনীৰ বাস্তৱ গুপ্তাঙ্গৰ পূজা। এনে সুন্দৰী দেৱদাসীও হ'ব পাৰে। নৰকাসুৰে কামাখ্যাক বিয়া কৰাব খোজা কাহিনীটো এনে হ'ব পাৰে—নীলাচলত দেৱীৰূপে পূজিতা কোনোবা সুন্দৰী নাৰীৰ সৌন্দৰ্য্যত মোহিত হৈ বিয়াৰ প্ৰস্তাৱ দিছিল। এই দেৱী শব্দই নাৰীকে বুজাইছে। কামাখ্যাৰ পূজাৰী কেন্দুকলায়ে ৰজাক দেৱীৰ নৃত্যৰতা মূৰ্তি কুন্দ্ৰাক্ষইদি দেখুওৱাটোও দেৱীৰূপে পূজিতা কোনোবা দেৱদাসীৰ মূৰ্তি হ'ব পাৰে। কামাখ্যাৰ মূল বিগ্ৰহ যোনি। সেয়েহে বছৰেকত এবাৰ, আহাৰ মাহত ৰজ:স্বলা হয় বুলি লোকবিশ্বাস আছে।

'কালিকা পুৰাণ'ত শবৰোৎসৱ বুলি এটা শাৰদীয় দুৰ্গাপূজাৰ সমসাময়িক উৎসৱৰ বৰ্ণনা আছে। বিজয়া দশমী উপলক্ষে এই যৌনসম্পৰ্ক থকা উৎসৱ পালন কৰা হয়। শবৰ দক্ষিণ ভাৰতৰ এটা জনজাতি। অষ্ট্ৰিক মূলসম্ভূত এই জনজাতিৰ নামযুক্ত উৎসৱটো মূলতে অষ্ট্ৰিকসকলৰপৰা আহিছিল বুলি ভাবিবলৈ অনেক থল আছে। এই উৎসৱত সধৱা তিৰোতা, কুমাৰী ছোৱালী, বেশ্যা, নৰ্তকী আদি লৈ ক্ৰীড়া-কৌতুক কৰি যৌনোদ্দীপক গীত গাই গুপ্তাঙ্গৰ নাম চিঞৰিব লাগে। কুমাৰীপূজা, ত্ৰিপুৰা দেৱীৰ পূজা আদি বাস্তৱতে যোনিপূজা। কোনো এটা সময়ত ইয়াক দুৰ্গাপূজাৰ লগত সাঙুৰি দিয়া হয়। দুৰ্গাপূজা মূলত: কৃষি-দেৱীৰ পূজা। এই পূজাত হালধিৰ একান্ত প্ৰয়োজনীয়তা মন কৰিবলগীয়া। হালধি অষ্ট্ৰিক সংস্কৃতিৰ উপাদান। তদুপৰি দুৰ্গাপূজাৰ নৱপত্ৰিকাৰ দ্ৰব্য কলগছ, কচুগছ, হালধিগছ, মানকচু, ধান, পঞ্চশস্যৰ সংযোজনাই কৃষি-সংস্কৃতিৰ সমন্বয়ৰে এটি পাহৰি যোৱা অধ্যায়ৰ কথা সোঁৱৰায়।

প্ৰাচীন কামৰূপত দুৰ্গাৰ মূৰ্তিত পূজা দিয়া হৈছিল। মিকিৰ পাহাৰ আৰু নগাঁৱৰ দক্ষিণ অঞ্চলত ভালেমান দুৰ্গাৰ মূৰ্তি আৰু ভগ্নাৱশেষ পোৱা গৈছে। মালিনীথানৰ দুৰ্গা মূৰ্তিটো ভাগিলেও ইয়াৰ ভাস্কৰ্য্য চকুত লগা। বৰাহী ৰজা বিক্ৰমাদিত্যফাই সোণাপুৰ (সোণাৰি) নগৰ কৰি সোণৰ দশভুজা মূৰ্তিৰে মন্দিৰ সজাৰ কথা বুৰঞ্জীত আছে। গুৱাহাটীৰ উগ্ৰচণ্ডা দুৰ্গা,



দেওপানীৰ জয়দুৰ্গা, ডয় পৰ্বতৰ মহিষমৰ্দ্দিনী দুৰ্গা, ডিমাপুৰৰ জয়দুৰ্গা, হোজাইৰ চৰ্চিকা কালী, শ্ৰীসূৰ্য্য পাহাৰৰ দশভুজা দুৰ্গা আদি প্ৰাক্-শঙ্কৰী যুগৰ শক্তিপূজাৰ প্ৰমাণ।

শক্তিপূজাৰ লগত নৰবলিৰো সম্পৰ্ক আছে। সমগ্ৰ প্ৰাচীন কামৰূপতে নৰবলি চলিছিল। শদিয়াৰ তাম্ৰেশ্বৰী মন্দিৰত বছৰি দুৰ্গাপূজাৰ সময়ত একোটা নৰবলি হৈছিল। চুতীয়া ৰজাৰ ৰাজত্বত নৰবলিৰ অৰ্থে যাঁড়ৰ খেলৰপৰা সুস্থ, সবল, ডেকা নিৰ্বাচন কৰা হৈছিল। তেওঁবিলাকক সৰ্বতোপ্ৰকাৰ স্বাধীনতা দিয়া হৈছিল। যৌন স্বাধীনতাও আছিল। কামাখ্যাৰ নৰবলিলৈ উচৰ্গা কৰা ডেকাজনক ভোগী বোলা হৈছিল। তেওঁৰো মান-মৰ্য্যাদা ষাঁড়কোঁৱৰৰ দৰেই। আহোম ৰাজত্বৰ আধালৈকে নৰবলি চলি আছিল। পৰ্বতীয়া নগাৰ মূৰ-চিকাৰ নৰবলিৰে অন্য ৰূপ। কোনো কোনো জনজাতিৰ মাজত ধৰি নিয়া মানুহ বলি দি সামাজিক মৰ্য্যাদা আৰু সমৃদ্ধি কামনা কৰিছিল টিৰাপ জিলাৰ বাং-পাং নামৰ এটা জনজাতিৰ বিষয়ে লোকগীতৰপৰা জনা যায়। ছিন্‌টেং বা জয়ন্তীয়াসকলৰ জয়ন্তী দেৱীৰ আগতো এইদৰে বাহিৰৰ মানুহ ধৰি নি বলি দিয়া হৈছিল। খাছীসকলৰ মাজতো একালত থেলন নামৰ সৰ্পদেৱতাৰ আগত নৰহত্যা কৰি তেজ, নখ, চুলি আগ বঢ়োৱা হৈছিল। ত্ৰিপুৰাৰ শিৱপূজা আৰু ৰাজপৰিয়ালৰ কুলদেৱতাৰ আগতো নৰবলি আগ বঢ়াইছিল। ভাৰতবৰ্ষৰ অনেক জাতি আৰু জনজাতিৰ মাজত নৰবলি প্ৰথা চলিছিল।

শক্তিপূজাৰ গইনা লৈ মঠ-মন্দিৰ নিৰ্মিত হৈছিল, কিন্তু প্ৰাক্-শঙ্কৰী যুগৰ তেনে কোনো প্ৰাচীন মন্দিৰ আজি দেখিবলৈ পোৱা নাযায়। সেইবুলি একেবাৰেই নাই বুলিও ক'ব নোৱাৰি। কাৰণ শদিয়াত তাম্ৰেশ্বৰী মন্দিৰ, মালিনীথানৰ মন্দিৰ, নুমলিগড় দেওপানীৰ মন্দিৰ আদিৰ ভগ্নাৱশেষেই অন্যান্য অঞ্চলতো মন্দিৰ নিৰ্মিত হোৱাৰ প্ৰমাণ দিয়ে। তদুপৰি এইবোৰ ভগ্নাৱশেষৰ মাজত ধুনীয়া উচ্চ খাপৰ ভাস্কৰ্য্য দেখিবলৈ পোৱা যায়। সি যি কি নহওক, এইটো সত্য যে শঙ্কৰদেৱৰ জন্মৰ সময়ত শৈৱ-শাক্ত ক্ৰিয়া কাণ্ডভাগেই প্ৰবল আছিল।

প্ৰাক্-শঙ্কৰী যুগত ভাৰতীয় হিন্দু পৰম্পৰাৰপৰা উদ্ভূত শাক্ত-শৈৱ-বৈষ্ণৱ আদৰ্শ বা বৌদ্ধ ধৰ্ম-ৰীতি যিমানেই কি ব্যাপকভাৱে প্ৰচলন নহওক লাগিলে কামৰূপৰ কিৰাত-অধ্যুষিত সমাজত গভীৰভাৱে যি ধৰ্ম শিপাই পৰিছিল, তাক কোনোৱে উচ্ছেদ কৰিব পৰা নাছিল। তদুপৰি প্ৰাক্-শঙ্কৰী যুগৰ তাম্ৰ-শাসনবোৰে যি ধৰ্ম আৰু সমাজৰ ছবি দাঙি ধৰে, সি ৰজাঘৰীয়া, নিতান্তই বহণসনা সমাজৰ ছবি। তাত জন-জীৱনৰ ধ্যান-ধাৰণা, লোক-বিশ্বাস, ৰীতি-নীতিৰ পৰিচয় ফুটি উঠা নাই। যোড়শ শতিকাৰ 'যোগিনীতন্ত্ৰ'ই একমাত্ৰ গ্ৰন্থ, য'ত কামৰূপৰ ধৰ্মৰ এটা সামূহিক থূল-মূল আভাস দিব পাৰিছে। এই গ্ৰন্থৰ মতে কামৰূপ তীৰ্থক্ষেত্ৰৰে ভৰপূৰ। ইয়াৰ সকলো মানুহেই দেৱতা স্বৰূপ[৩], সকলো জলপূৰ্ণ স্থানেই তীৰ্থ[৪] আৰু অন্য ঠাইত দেৱী বিৰলা হলেও কামৰূপত গৃহে গৃহে[৫] দেৱী বিৰাজ কৰে আৰু কামৰূপত জল-স্থল সকলোতে সমান ফল পোৱা

৩। তত্ৰ যে মানবাঃ সন্তি তে দেবা নাত্ৰ সংশয়ঃ । ১।১১।২৩
৪। তত্ৰ যদ্যজ্জলং দেৱ তৎ সৰ্বং তীৰ্থমেৱ হি। ১।১১।২৪
৫। অন্যত্ৰ বিৰলা দেৱী কামৰূপে গৃহে গৃহে। ২।৬।১৫।

যায়।[৬] ইয়াৰদ্বাৰাই কামৰূপৰ থলুৱা মানুহৰ কথাকে থোৰতে প্ৰকাশ কৰিছে। ইয়াত শিল, গছ, নদী, মানুহ (কুমাৰী) সকলোতে দেৱত্ব আৰোপ কৰা হয়। প্ৰাক্-শঙ্কৰী যুগৰ কথা বাদ দিও শঙ্কৰদেৱৰ বিপুল প্ৰভাৱ আৰু বৈষ্ণৱ ধৰ্ময়ো কামৰূপৰ প্ৰাচীন ঐতিহ্য বা লোকবিশ্বাস দুৰ কৰিব নোৱাৰিলে। বৈষ্ণৱ ধৰ্মৰ অন্তৰালতো লোকবিশ্বাস বুলি বড়-আঁহত-বেল-তুলসী গছত দেৱত্ব আৰোপ, তীৰ্থ বুলি জলত শুদ্ধি কৰাৰ বিশ্বাস, অশোকাষ্টমী স্নান, নদীপূজা আদি জীয়াই থাকিল। প্ৰাচীনতন্ত্ৰৰ মালা-জপা ৰীতি বৈষ্ণৱ আদৰ্শতো সোমাল। সেইবাবেই 'যোগিনীতন্ত্ৰ'ই কামৰূপৰ ধৰ্মক কিৰাত জাতিৰ ধ্যান-ধাৰণাৰপৰা সম্ভূত কৈৰাতজ বুলি নামকৰণ কৰিছে।[৭] কৈৰাতজ ধৰ্মত দীঘলীয়া ব্ৰত-সন্যাস নাই। ইয়াত মাছ-মাংস খোৱাত দোষ নাই, ব্ৰহ্মচৰ্য্য পালনৰ ৰীতি নাই। ইয়াত জাতিগত সংসৰ্গদোষে নুচোৰে। স্ত্ৰী-ধৰ্ম, ঋতুৰক্ষা কৰিব পৰাটো ধৰ্ম। শুক্ৰদৰ্শন পালন নকৰে আৰু সদায় তামোল খায়। কামৰূপত হাঁহ, পাৰ, কাছ, গাহৰি সৰ্বদায় ভক্ষণীয়। কামৰূপত এইবোৰ পৰিত্যাগ কৰিলেহে দুখ-দুৰ্গতিয়ে লগ নেৰে।[৮] সৌমাৰপীঠত মানুহ আচাৰ-বৰ্জিত, সৰ্বভক্ষী আৰু সৰ্ববিক্ৰয়ী (ইয়াৰ মানুহে জীয়ৰী বিয়া দি গা-ধন লয়)। ইয়াৰ নাৰী সদায় সন্তোষত থাকে আৰু ৰজাসকল পুণ্যবান হয়।[৯] কৌলপীঠত জাতিবিচাৰ আৰু ধৰ্ম, জাতি অনুসাৰে নিৰূপিত হয় আৰু সেই অনুক্ৰমে পালন কৰে।[১০] যদি সেয়ে হয়, তেন্তে কামৰূপৰ ধৰ্ম আৰু আচৰণসমূহ মূল বৈদিক তথা আৰ্য্য ধৰ্মতকৈ সম্পূৰ্ণ পৃথক। এই যুগত কোনো নিৰ্ধাৰিত শাস্ত্ৰৰ অনুশাসন মানি চলাৰ প্ৰমাণ নাই, বৰঞ্চ জাতি অনুসৰি নিজৰ লগত খাপ, খোৱা আচাৰ-নীতি প্ৰয়োগ কৰিছিল। থলুৱা আচাৰসমূহ অস্বীকাৰ নকৰি, আনকি মদ্যপানো ধৰ্মৰ লেখতেই ধৰিছিল।[১১] কামৰূপলৈ প্ৰব্ৰজন কৰা আৰ্য্যসকলেও কামৰূপত কামৰূপী থলুৱা ৰীতি-নীতি গ্ৰহণ কৰিবলৈ বাধ্য হৈছিল। যথাৰ্থতে অসমৰ মঠ-মন্দিৰসমূহৰ বৰ্তমানৰ পূজা-ব্যৱস্থা আহোম যুগতহে গঢ় লৈছিল, সিয়েই আজিও চলি আছে।

কিৰাতসকল বিভিন্ন শাখাত বিভক্ত হ'লেও আটাইৰে মাজত বুঢ়া-বুঢ়ী অৰ্থাৎ বুঢ়াগোসাঁই-বুঢ়ীগোসাঁনীক বলি-বাহন দি পূজা কৰাৰ ৰীতি প্ৰচলিত। তদুপৰি সকলো পূজাতে তেজৰ প্ৰায়োজনীয়তা মন কৰিবলগীয়া। সেইবাবেই আলপাইন আৰ্য্যসকলে, সম্ভৱতঃ পোন প্ৰথমে

৬। জলে-স্থলে কামৰূপে পূজনাচ্চ সমং ফলম্। ২।৬।১৪৯

৭। সৰ্ব্বেশি যোগিনীপীঠে ধৰ্ম্ম কৈৰাতজ মত।
কামৰূপে ন সন্যাস্তথা দীৰ্ঘব্ৰতং প্ৰিয়ে।

৮। ন ত্যজেৎ সামিষং দোৰ ব্ৰহ্মচৰ্য্যমতং ন চ।।
সংসৰ্গাৎ পাতকং নৈৱ স্ত্ৰীধৰ্ম্মে ধৰ্ম্মমাশ্ৰয়েৎ।
ন শুক্ৰদৰ্শনং স্ত্ৰীণাং তাম্বুলাশা সদা ভৱেৎ।।
হংসপাৰাবতং ভক্ষ্যং কূৰ্ম্মবৰাহমেৱ চ।
কামৰূপে পৰিত্যাগাদ্দুৰ্গতিস্তত্ৰ সম্ভৱেৎ।। ২।৯।১৩

৯। হীনাচাৰস্তু সৌমাৰে সৰ্ব্বাশী সৰ্ব্ববিক্ৰয়ী।
তত্ৰ নাৰী সদা তুষ্টা তত্ৰ ৰাজা পুণ্যবান।। ২।৯।১৭

১০। কৌলপীঠে জাতিধৰ্ম্মান্ স্বজাত্যুক্তেন কৰ্ত্তয়েৎ।
ধৰ্ম্মাদস্য বিচাৰেণ স্বৰূপং স্বনিৰূপণম্। ২।৯।১৮

১১। ন লঙ্ঘয়েৎ পানধৰ্ম্মং দেশধৰ্ম্মং ন লঙ্ঘয়েৎ
যস্মিন পীঠে য আচাৰঃ স আচাৰো বিধিস্মৃত। ২।৯।১৯



লোহিত অৰ্থাৎ তেজৰ ক্ৰিয়াকাণ্ড দেখি এই দেশখনৰ নাম লৌহিত্য দেশ বুলিছিল। আনপিনে মৃতকৰ নামত বস্তু উচৰ্গা কৰা ৰীতিও প্ৰচলিত। মৃতকৰ দেৱত্ব আৰোপ কৰিছিল। দেওশালত বলি দিবৰ সময়ত ব্যক্তি-বিশেষৰ গাত দেওধনি উঠা আৰু দেওধনি নচাটোও কৈৰাতজ ধৰ্মৰ আন এটি তাৎপৰ্যাপূৰ্ণ দিশ। এই সকলো কাম নিজা পুৰোহিতৰদ্বাৰা সমাধা হয়। এই পুৰোহিত শ্ৰেণীটোক বিশেষকৈ দেও-উঠা পুৰোহিতক 'দেউৰী' বোলা হয়। চুতীয়া পুৰোহিত শ্ৰেণীটো স্থায়ীভাৱে এই কামত নিয়োজিত বাবেই দেউৰী বোলা হয়। অসমত ৰাতিখোৱা, পূৰ্ণভগীয়া নামৰ যিটো গোপনীয় অনুষ্ঠান আছে, সিও কৈৰাতজ ধৰ্মৰে অন্য নাম মাত্ৰ। ইয়াত মদ-মাংস-মাছ-গাহৰি সকলো ভক্ষণ কৰা হয়। ভকতে ৰুদ্ৰাক্ষ, সৰ্পাস্থিৰ মালা পিন্ধি শৈৱ ধাৰণাৰ ইঙ্গিত দিয়ে। এই অনুষ্ঠানত নাৰীৰো সমান অধিকাৰ। নাৰীক পুৰুষে 'আই,' 'মাতৃ আই' বুলি সম্বোধন কৰে। আনপিনে আকৌ অনুষ্ঠানত বধ কৰা জীৱই নিৰ্বাণ লাভ কৰে বুলি বিশ্বাস কৰে। সকলো পৰ্য্যায়তে তামোলৰ ব্যৱহাৰ কৰে। নিজসেৱা' বা 'বৰসেৱা'ত পূৰ্ণশঙ্কৰ আবিৰ্ভাৱ হৈ সৃষ্টিৰ তত্ত্ব ব্যাখ্যা কৰে। পিছৰ বৈষ্ণৱ যুগত এই অনুষ্ঠানবোৰ অবীতিয়া নামে আখ্যা দিয়া হয়। 'যোগিনীতন্ত্ৰ'ই হয়তো ইয়াকেই 'হীনাচাৰী' বুলিছিল। দেও-ভূত বিশ্বাস আৰু প্ৰতিটো আধিভৌতিক শক্তিৰ তুষ্টিৰ অৰ্থে পূজা দিয়া ব্যৱস্থাও অন্যতম। কুকুৰাৰ ঠেং, কুকুৰাৰ আগমণ্ডহ, পাণ, চাউল আদিৰে মঙল চাই দেও-ভূতৰ নাম-ধাম নিৰ্ণয় কৰি পূজাৰ ব্যৱস্থা কৰা হয়। শঙ্কৰদেৱৰ নামধৰ্মই এই কৈৰাতজ ধৰ্মৰ ওপৰত দকৈ প্ৰভাৱ পেলালেও সি লোকবিশ্বাসৰ গইনা লৈ তলে তলে জীয়াই থাকিল। বিভিন্ন সত্ৰৰ শৰণীয়া-কৰণীয়া, সেৱক বুলি চিনাকি দিয়া সকলো মঙ্গোলীয় মানুহৰে পূৰণি ৰীতি-নীতিত বিশ্বাস থাকি গ'ল। পূৰ্ণভকত হোৱাজনে প্ৰাচীন ক্ৰিয়া-কাণ্ড নামানিলেও একেখন ঘৰতে কেঁচা, সামান্য নাম-কথা লোৱা মানুহে আজিও কৈৰাতজ ধৰ্মকে পালন কৰি আহিছে।

প্ৰাক্-শঙ্কৰী যুগৰ অসমীয়া সংস্কৃতিৰ বিষয়ে আমি তাম্ৰশাসন, 'হৰ্ষচৰিত' আৰু হিউৱেনচাঙৰ ভ্ৰমণ-বৃত্তান্ত 'চি-য়ু-কি' গ্ৰন্থৰপৰা কিছু আভাস পাওঁ। প্ৰাক্-শঙ্কৰী সাহিত্যতো ইয়াৰ বৰ্ণনা আছে। সপ্তম শতিকাত ভাস্কৰবৰ্মাই পঠোৱা উপহাৰ তালিকাত থকা বস্তুবোৰে হৰ্ষবৰ্দ্ধনৰ ৰাজসভাত প্ৰশংসা লাভ কৰিবলৈ সক্ষম হোৱাটোৱে প্ৰাচীন কামৰূপৰ সাংস্কৃতিক ঐশ্বৰ্য্যৰে প্ৰমাণ দিয়ে। পাট-মুগা, বাঁহ-বেত, হাতীদাঁত আৰু সোণ-ৰূপৰ অয়-অলংকাৰ নিৰ্মাণত পূৰণি অসমীয়া মানুহ অতি পাকৈত আছিল। কিৰাতসকল পাট-মুগা পুহি কাপোৰ তৈয়াৰ কৰা আৰু বাঁহ-বেতৰ সা-সঁজুলি তৈয়াৰ কৰাত আজিও নিপুণ। নানান বহুমূলীয়া অয়-অলংকাৰ, আসন-ভূষণ, মণি-মুকুতাৰ লগতে অগৰু-বাকলি অৰ্থাৎ সাঁচিপাতত লিখা সচিত্ৰ পুথিও আছিল। ভাস্কৰবৰ্মাৰ সময়ত অসমলৈ অহা চীনা পৰিব্ৰাজক হিউৱেনচাঙে 'কিয়া-ম'-লু-প' ৰাজ্যৰ চহকী কৃষি সংস্কৃতিৰ বৰ্ণনা দি থৈ গৈছে। কামৰূপৰ মাটি সাৰুৱা। তাত কঁঠাল আৰু নাৰিকল প্ৰচুৰ পৰিমাণে উৎপাদিত হয়। বলবৰ্মাৰ তামৰ ফলিত পাণ-লতাই সাৰটি থকা শাৰী শাৰী তামোলগছৰ কথা আছে। আদিত্যসেনৰ তামৰ ফলিতো লুইতৰ পাৰত থকা তামোল-পাণৰ বাৰীৰ শীতল ছাঁৰ বৰ্ণনা আছে। হৰ্ষবৰ্দ্ধনলৈ হংসবেগে নিয়া উপহাৰৰ মাজত হাৰুৱা কপৌৰ বৰণৰ সেউজীয়া কেঁচা তামোলৰ থোক থকাৰ কথা জনা যায়। ধান খেতি প্ৰচুৰ হৈছিল। 'যোগিনীতন্ত্ৰ'ত অনেক ধানৰ নাম আছে; কিন্তু এইবোৰ থলুৱা অনাৰ্য্য নামক সংস্কৃতীয়া

কৰিবলৈ চেষ্টা কৰা হৈছে। বৃহৎধান্য, সোমধান্য, ৰক্তশালিক, ষষ্টি আদি বৰ ধান, বৰা ধান, ৰঙা শালি, জহা আদি থলুৱা নামৰ প্ৰতিধ্বনি মাথোন। তামৰ ফলি আৰু প্ৰাক্-শঙ্কৰী সাহিত্যত আম, কঁঠাল, জামু, বেল, ডিমৰু বগৰি, আমলখি, টেঙা, কল, নাৰিকল, পনিয়ল, মধুৰী আদিৰ উল্লেখ পোৱা যায়।

প্ৰাক্-শঙ্কৰী যুগতো মানুহৰ প্ৰধান আহাৰ আছিল ভাত। সকলো শ্ৰেণীৰ মানুহেই আমিষ ভোজন কৰিছিল। ব্ৰাহ্মণ আদি উচ্চবৰ্ণৰ মানুহে বাকলি নথকা, দেখাত সাপৰদৰে মাছ নেখাইছিল।[১২] বোধকৰোঁ, শিঙী, কুঁচিয়া, চেঙা, শাল আদি মাছ নাখাইছিল; কিন্তু অন্য জাতিয়ে সকলো মাছ ভক্ষণ কৰাৰ উপৰিও কেঁকোৰা, কুঁচিয়া, নিংকৰি আদি পানীত থকা জীৱও ভক্ষণ কৰিছিল। হাঁহ, পাৰ, গাহৰি, কুকুৰা, ছাগলী, হৰিণা, গঁড় আদিৰ মাংসও খাইছিল। পৰ্বতীয়া মানুহে বান্দৰ, সাপ, বাঘ-ঘোং আদি খোৱাটোতো কোনো বাধা নাছিল। ম'হ বলি দি তাৰ মাংস ভক্ষণ কৰাৰ কথা জনা যায়। বোধকৰোঁ অঞ্চল বিশেষত ম'হৰ মাংস ভক্ষণীয় আছিল। গো-মাংস ভৈয়ামত ভক্ষণ কৰাৰ কোনো লিখিত প্ৰমাণ নাই; কিন্তু পৰ্বতত অতীতৰেপৰাই ভক্ষণীয়। মেথোনৰ মাংস গো-মাংস নোখোৱা জাতিয়েও খাইছিল। একালত আহোমৰ 'ওমৃফা' পূজাত গৰু বলি দিয়া হৈছিল। 'সুবচনী পূজাত পিঠাৰ গৰু সাজি বলি দিয়া হয়। সম্ভৱতঃ অতীতত গৰু বলি দিয়া হৈছিল। কল-পচলা আৰু বাঁহগাজ জনপ্ৰিয় খাদ্য। কলমধুনাৰ খাৰ, বাঁহগাজৰ খৰিচা গোটেই বছৰলৈ সাঁচি থোৱা হৈছিল। মঙ্গোলীয় সমাজত যদিও গাখীৰ খোৱাৰ অভ্যাস নাছিল 'যোগিনীতন্ত্ৰ'ত দৈ, ঘিউ আৰু গাখীৰৰ মিষ্টান্নৰ উল্লেখ আছে। অৱশ্যে 'ম'হৰ গাখীৰ' বুলি বিশেষত্ব আৰোপ কৰাটো মন কৰিবলগীয়া। বৰাহী মানুহে থলুৱা শাক-পাত, মেচাকি, মেজেঙা, বেতগাঁজ আদি জুটি লগাকৈ ৰান্ধি দিব জনা বাবেই চুকাফা স্বৰ্গদেৱে ৰান্ধনি-চাংমাই বাব দিছিল। লাওপানী, আপং বা জু প্ৰাচীন কামৰূপত জনজাতীয় সমাজত প্ৰচুৰ পৰিমাণে প্ৰচলিত আছিল। তান্ত্ৰিক নৈবেদ্য আৰু ৰাতি-খোৱা সম্প্ৰদায়ৰ 'সাজ'ৰ ভিতৰত ভাত সিজাই, ঔষধ সানি তৈয়াৰ কৰা মদ একান্ত প্ৰয়োজনীয়। জনজাতীয় জীৱনত সকলো অনুষ্ঠানতে আপং লাগেই। তামোল-পাণ খোৱা অসমীয়াৰ জনপ্ৰিয় অভ্যাস। তামোল খুব সম্ভৱ অষ্ট্ৰ-মঙ্গোলইড্ সংস্কৃতিৰ পোনপটীয়া অৱদান। খাছীয়াসকলেও প্ৰচুৰ তামোল খায়। বিয়াৰ প্ৰস্তাৱ দিবলৈ তামোল কটাটো নতুন সমাজৰো ৰীতি। কেঁচা-তামোল, পাণ আৰু চূণ খোৱাৰ নিয়মটো মুছলমান লেখকসকলেও লক্ষ্য কৰি গৈছে। তামোলৰ লগত বঁহত (দেৱা), মেকুৰীছালি (এবিধ লতা গছ) ৰ ছালিখোৱা প্ৰথাই 'তামোল-ছালি' শব্দৰ সৃষ্টি কৰিছে। আঞ্জাত আদা, জালুক, জলকীয়া, হালধি, সৰিয়হ আদি মচলা হিচাপে ব্যৱহাৰ হোৱাৰ কথা 'কুমৰ-হৰণ'ত পোৱা যায়। 'যোগিনীতন্ত্ৰ'ত মুলা, পালেং, লফা, লাই, চুকা আৰু ঢেঁকীয়া শাকৰ নাম আছে। মাছ-মঙহৰ লগত জুতি-বুধি লগাই ৰন্ধাৰ কথা 'ডাকৰ-বচন' আৰু প্ৰবচনবোৰৰপৰা জানিব পাৰি।

সাজ-পাৰ আৰু অয়-অলংকাৰত ভৌগোলিক আৰু থলুৱা প্ৰভাৱৰ স্পষ্ট প্ৰমাণ পোৱা যায়। প্ৰাচীন ভাস্কৰ্যসমূহলৈ লক্ষ্য কৰিলে দেখা যায়, পুৰুষে ধুতি পিন্ধিছিল আৰু কঁকালত

১২। মৎস্যাম্ চ বল্কহীনাম্স্ চ বৰ্জয়েৎ



টঙালিৰ-দৰে 'পৰিবেশ' বান্ধিছিল। চোলা বোধকৰোঁ প্ৰাক্-আহোম যুগত প্ৰচলন নাছিল। গাত উত্তৰীয় নাইবা কাপোৰ লৈছিল। আহোমসকলৰ মাজত কিন্তু চোলা আৰু পটলুং পিন্ধাৰ নিয়ম আছিল। কোনোৱে অৱশ্যে ক'লা কাপোৰৰ চুৰীয়া পিন্ধিছিল। তিৰোতাই কঁকালত মেখেলা পিন্ধি বুকুত মেথনি মাৰি, মূৰত এখন কাপোৰ লৈছিল। ৰিহা আহোম যুগৰপৰাহে জনপ্ৰিয় হয়; ই বিবাহিতা নাৰীৰ চিনাকি। সকলো শ্ৰেণীৰ মানুহৰ মাজতে মূৰত এখন কাপোৰ বন্ধাটো নিয়ম আছিল। সম্ভ্ৰান্ত, মুখিয়াল মানুহে মূৰত পাগুৰি মাৰিছিল। কপাহী পাট, মুগা আৰু এৰীসূতাৰ কাপোৰ তৈয়াৰ হৈছিল। মঙ্গোলীয়সকলে কপাহী কাপোৰতকৈ পাট, মুগা আৰু এৰীকাপোৰ পছন্দ কৰিছিল। এইবোৰ কাপোৰ দীৰ্ঘস্থায়ী আছিল। মানুহে নিজে পলু পুহি, সূতা কাটি কাপোৰ বৈছিল। তদুপৰি কিছুমান গছৰ আঁহৰপৰা সূতা উলিয়াই, সেই সূতাৰেও পখৰুতং, হাঁচতি আদি বোৱা হৈছিল। একোখন এৰী আৰু এৰীয়াকাপোৰৰ ব্যৱহাৰ কেইবাপুৰুষো ধৰি চলিছিল। 'হৰ্ষচৰিত' আৰু কৌটিল্যৰ 'অৰ্থশাস্ত্ৰ'ত উল্লেখ থকা ফেঁহুৰবৰণীয়া মিহি কাপোৰ আৰু ক্ষৌম বস্ত্ৰ অসমৰ পাট-মুগাৰ বাহিৰে আন একো নহয়। এটা মন্ত্ৰত কছাৰীয়ে শিৱৰ পৰা বৰ পাই মুগা পুহিবলৈ শিকাৰ কথা আছে। এইবোৰ কাপোৰত গছৰ ছালৰ ৰং উলিয়াই, আঁচু তৈয়াৰ কৰি ফুলাম কৰাৰ কথাও জনা যায়। তিৰোতাই মূৰত ওৰণি লৈছিল। জনজাতীয় সমাজত ওৰণি আৰু সেন্দুৰৰ ব্যৱহাৰ দেখা নাযায়। জনজাতীয় তিৰোতাই ফুল আৰু গাঢ় ৰং থকা কাপোৰ পিন্ধি ভাল পাইছিল। আহোম তিৰোতায়ো আদিতে ক'লা ৰঙৰ মেখেলা পিন্ধি মূৰত বগা কাপোৰৰ পাগুৰি মাৰিছিল।

অসমত পুৰণিকালৰেপৰা অলংকাৰৰ প্ৰাচুৰ্য্য আছিল। আহোম যুগৰ ভাস্কৰ্যবোৰত, ঘাইকৈ জয়সাগৰৰ জয়দ'লৰ ভাস্কৰ্যত ভালেমান অসমীয়া অলংকাৰ দেখিবলৈ পোৱা যায়। 'কালিকা পুৰাণ'ত নাৰীৰ অলংকাৰৰ দীঘলীয়া তালিকা এখন আছে । দুগ্‌দুগীৰ আকৃতিৰ বাখৰ-পতোৱা ডিঙিৰ অলংকাৰ, কাণত থুৰীয়াৰ আকৃতিৰ অলংকাৰ, হাতত খাৰু পিন্ধাৰ প্ৰমাণ পোৱা যায়। জেঠি, মকন কুণ্ডল, গলপতা, পেচন্দাৰ, কিঙ্কিণী, কঙ্কণ, উজন্টি, আঙঠি আদিৰ নাম পোৱা যায়। তদুপৰি ম'ৰকত, মুকুতা, পোৱাল আদি ৰত্নখচিত হৈছিল বুলি জানিব পাৰি। আহোম যুগত অলংকাৰৰ আকাৰ-প্ৰকাৰ বৃদ্ধি পায়। সোণৰ কেৰু, জাংফাই, বাখৰামি আঙঠি, খাৰু, চেওমণি আদি যোগ হয়। দিহিঙীয়া ৰজাৰ দিনত (১৪৯৭—১৫৩৯) চুতীয়া ৰজাই দিয়া অলংকাৰ তালিকাত সোণৰ হাৰ ১ গছ, কঁৰীয়া ১ যোৰ, সোণৰ টাৰ ২ যোৰ, খাৰু ১ যোৰ আছিল। গড়গঞা ৰজাৰ দিনত (১৫৩৯—১৫৫২) ন'ৰা-ৰজাৰ কুঁৱৰীলৈ দিয়া অলংকাৰৰ তালিকাত সোণৰ খাৰু ৪ পাত, সোণৰ আঙঠি ৪ যোৰ, বাখৰপতা ২টা, হাতৰ-ডিঙিৰ মণি ৫ চেও দিয়াৰ কথা আছে। বিলাসিতা আৰু প্ৰসাধনৰ প্ৰমাণো পোৱা যায়। অৱশ্যে জনগোষ্ঠী অনুযায়ী তাৰতম্য আছিল। কস্তুৰী, অগৰু চন্দন আদি সুগন্ধি বস্তুৰ ব্যৱহাৰ আছিল। সুগন্ধি তেল, সুগন্ধি প্ৰলেপ ব্যৱহাৰ কৰাৰ উপৰিও চকুত অঞ্জন ঘঁহিছিল। কাঁজিলাৰে দাঁত ক'লা কৰি লৈছিল। তদুপৰি ছাতি, জাপি, টুপী, পাদুকা, পয়জাৰ, ফানটি, খৰমৰ ব্যৱহাৰ আছিল। জনজাতীয় মানুহে কাষলতিৰ তলত এটা ফুলাম মোনা লৈ ফুৰিছিল।

প্ৰাচীন কামৰূপৰ স্থাপত্য সিমান চহকী নাছিল। সঘনে হৈ থকা বৰ ভূঁইকপ আৰু প্ৰলয়ঙ্কৰী বানপানীৰ বাবে মানুহে স্থায়ী অট্টালিকা সজাৰ কাহানিও পৰিকল্পনা কৰা নাছিল যেন লাগে।

কাঠ, বাঁহ-বেত-ইকৰাৰে সজা ঘৰ খেৰেৰে চাইছিল। এনে ঘৰৰ চানেকি দীৰ্ঘস্থায়ী নহয়। তদুপৰি ইটাৰ ব্যৱহাৰ আহোম যুগতহে আৰম্ভ হৈছে। প্ৰাক্-আহোম যুগত যি য'ত দেৱমন্দিৰ প্ৰতিষ্ঠা হৈছিল আটাইবোৰ শিলৰ। তেজপুৰ, নুমলিগড়, ডবকা, গুৱাহাটী, যোগীঘোপা আদিত প্ৰচুৰ ধ্বংসাৱশেষ আছে। দেৰগাঁৱৰ প্ৰাচীন দেৱালয়ৰ স্থান ব্ৰহ্মপুত্ৰই খহাই নিলে। মালিনীথানৰ ভগ্নাৱশেষৰপৰাও স্থপতি বিদ্যাৰ উৎকৰ্ষ সাধন হোৱাৰ প্ৰমাণ পোৱা যায়; কিন্তু এই ঘৰ-দুৱাৰবিলাকৰ আকাৰ-প্ৰকাৰ কেনে আছিল সঠিক অনুমান কৰা টান। গুপ্ত ভাস্কৰ্য্যৰ প্ৰভাৱ য'ত য'ত পৰিছে তাত এটা সৰ্ব্বভাৰতীয় সাঁচ আছে। মালিনীথানৰ হাতীৰ মূৰবোৰে কিন্তু ভাস্কৰবৰ্মা আদি ৰজাসকলৰ ৰাজকীয় মোহৰটোৰ লগত সাদৃশ্য আছে । এই মন্দিৰটোৰ গাঁথনি আৰু স্থাপত্য-ভাস্কৰ্য্য উচ্চখাপৰেই আছিল বুলি ঠাৱৰ কৰিব পাৰি। বিক্ৰমাদিত্যফাই তৈয়াৰ কৰা সোণাপুৰ আৰু বাণপুৰৰ স্থাপত্য কেনে আছিল বা কেঁচাই-খাতী মন্দিৰৰ আদিম গঢ় বা কেনে আছিল, 'চৰাইদেও' মন্দিৰৰ বা কি আকৃতি আছিল তাক আজি জানিবৰ উপায় নাই। কাছমাৰিপথাৰ আৰু ডিমাপুৰৰ ভাস্কৰ্যত কিবা এটা যেন বৈশিষ্ট্য আছে দেখিলেই ধৰিব পাৰি। ইটাৰ গড় বন্ধা বাবে আহোমসকলে ডিমাপুৰক ইটাগড়ো বুলিছিল। প্ৰাক্-শঙ্কৰী যুগৰ বুলি ঠাৱৰ কৰা দেৱমূৰ্ত্তিসমূহৰ ভিতৰত বিষ্ণু আৰু দুৰ্গাৰ মূৰ্ত্তিয়েই সৰহ। এইবোৰৰ ভিতৰত শুক্ৰেশ্বৰৰ বুদ্ধ জনাৰ্দ্দন, অশ্বক্ৰান্তৰ অনন্তশায়ী বিষ্ণু, কামাখ্যাৰ সূৰ্য্যৰ তমসা-চিকাৰ, শুক্ৰেশ্বৰৰ শ্ৰীসূৰ্য্য, কামাখ্যাৰ মাতৃমূৰ্ত্তি, নাৰীমূৰ্ত্তি, মধুসূদন বিষ্ণু, বামুণী পৰ্ব্বতৰ লাস্যমূৰ্ত্তি আৰু সূৰ্য্যমূৰ্ত্তি, নুমলিগড়ৰ বিদ্যাধৰমূৰ্ত্তি; ত্ৰিপুৰাৰি শিৱ, বেতাল-ভৈৰৱ, গুৱাহাটীৰ নৰসিংহ বিষ্ণু অৱতাৰ, দশভূজা শিৱ আৰু অষ্টাদশভূজা দুৰ্গা, দেওপানীৰ বিষ্ণুমূৰ্ত্তি, চতুৰ্ভুজা দুৰ্গা, মহিষমৰ্দ্দিনী দুৰ্গা, হলেশ্বৰৰ ব্ৰহ্মামূৰ্ত্তি, গণেশমূৰ্ত্তি, শিঙৰিৰ ৰাহু-কেতু, ডবকাৰ বাসুদেৱমূৰ্ত্তি, ডিমাপুৰৰ জয়দুৰ্গা, তাম্ৰেশ্বৰীৰ সপ্তাশ্ব শ্ৰীসূৰ্য্য, যোগীঘোপা-পঞ্চৰত্নৰ পঞ্চ বোধিসত্ব, ত্ৰিৰত্ন বুদ্ধ আৰু শ্ৰীসূৰ্য্যৰ মূৰ্ত্তি ভাস্কৰ্য্য লেখত ল'বলগীয়া। তদুপৰি ধৰ্ম্মনিৰপেক্ষ ভাস্কৰ্য্যসমূহৰ ভিতৰত দহ পৰ্ব্বতীয়া শিৱ মন্দিৰৰ গঙ্গা-যমুনা অঙ্কিত তোৰণ,[১] জীয়াজুৰিৰ তোৰণ, ডিমাপুৰৰ তোৰণ ডবকাৰ ৰজাৰ মূৰ, দুৱাৰ-স্তম্ভ, গজসিংহ, নুমলিগড়ৰ ঋষিৰ আগত নৃত্যৰতা অপ্সৰা, আমবাৰীৰ বিষ্ণুমূৰ্ত্তি, যুদ্ধৰ দৃশ্য, তেজপুৰৰ ভগ্নাৱশেষৰ মাজত পোৱা বিহুনাচৰ দৃশ্য উচ্চখাপৰ। তাম্ৰেশ্বৰী মন্দিৰৰ ভগ্নাৱশেষৰ মাজত উচ্চখাপৰ 'টৌবাকটা' ভাস্কৰ্য্য পোৱা গৈছে। ভীষ্মক নগৰ নামে জনাজাত প্ৰাচীন নগৰৰ ধ্বংসাৱশেষৰ ইটা আৰু ইটাৰ গাঁথনি কিন্তু আহোম যুগৰ যেনহে লাগে।

শঙ্কৰদেৱৰ জন্মৰ আগৰ প্ৰাচীন কামৰূপতো সঙ্গীতৰ যথেষ্ট উৎকৰ্ষ সাধন হৈছিল। লোকসঙ্গীতৰ জন্ম কৃষি-সংস্কৃতিৰ জন্মৰ লগে লগে। বিহুনাচ আৰু জনজাতীয় নাচবোৰ দূৰ অতীততে গঢ় লৈছিল। পুতলা-নাচ, পাঞ্চালিকা বিহাৰ, পাচালি-বিহাৰ, দেওধনি আদি থলুৱা আদৰ্শৰপৰাই জন্ম। নাটকাচল নামৰ পৰ্ব্বতৰ পৰা প্ৰাচীন কালতে নাট্যানুষ্ঠানৰ আয়োজন হৈছিল বুলি অনুমান কৰিব পাৰি। তদুপৰি নটৰাজ শিৱৰ উপাসনাই নৃত্য-গীতৰ উৎকৰ্ষৰ

১। তোৰণৰ ওপৰভাগৰ ভাস্কৰ্য্যত ড্ৰেগনৰ চিত্ৰ মন কৰিবলগীয়া। ভালুকপুং আৰু কেঁটেলা বাগানৰ ভাস্কৰ্য্যতো তিব্বতী আৰ্হি দেখা পোৱা যায়।



কথাকে সূচায়। শিৱমন্দিৰবিলাকৰ সন্মুখত একোটা ঘৰ আছিল আৰু তাক নাটঘৰ বুলিছিল। নাটঘৰত নিয়মীয়াকৈ নৃত্য-গীতৰ আয়োজন হৈছিল। ৰজাঘৰীয়া পৃষ্ঠপোষকতাত দেৱদাসী, নটী, বেশ্যাই মন্দিৰত নৃত্য কৰিছিল। কালিকা পুৰাণত ১০৮ টা মুদ্ৰাৰ কথা কৈছে। ধেনু, সংপুট, প্ৰাঞ্জলি, বিল্ব, পদ্মক আদি মুদ্ৰাৰ নাম পোৱা যায়। ডুবিৰ দেৱদাসী নৃত্যলৈ চালে নৃত্যশাস্ত্ৰৰ অনুশাসন মানি, বাদ্যৰ তাল-মান ৰাখি নৃত্য কৰিছিল। পাঠান আক্ৰমণকাৰীয়ে দেওঘৰৰ নটিনী ধৰি নিয়াৰ কথা বুৰঞ্জীত আছে। শৰাইঘাটত মোগল সৈন্যই অসমীয়া সৈন্য কোৱামৃন্ধাক ধৰি নি নাচিবলৈ দিয়াৰপৰা অসমৰ প্ৰাচীন নৃত্যৰ ঐতিহ্য জনাজাত আছিল যেন লাগে। ওজা পালি প্ৰাচীন কালৰেপৰা চলিত আছিল। গুৰুচৰিতত মাধৱদেৱেও ডাইনা পালি হৈ কীৰ্ত্তন কৰাৰ কথা আছে।[২]

চৰ্য্যাপদ অৰ্থাৎ চৰ্য্যাগীতি বুলিলে এবিধ বিশেষ গীতক বুজায়।[৩] প্ৰতীকধৰ্ম্মী ভাষাৰে বৌদ্ধদৰ্শনৰ কেতবোৰ তাৎপৰ্য্যপূৰ্ণ কথা বুজাবলৈ কিছুমান গীত ৰচনা কৰা হৈছিল। চৰ্য্যাবোৰৰ ৰচয়িতা কেইবাজনো সিদ্ধাচাৰ্য্য কামৰূপৰ মানুহ আছিল। চৰ্য্যাবোৰ ৰাগত বান্ধি দিয়া হৈছিল। এই ৰাগবোৰ ভাৰতীয় সঙ্গীত শাস্ত্ৰৰ অন্তৰ্গত। চৰ্য্যাপদত পটমঞ্জৰী, গৱড়া, অৰু, গুঞ্জুৰী, গুঞ্জৰী, দেৱক্ৰী, দেশাখ, ভৈৰৱী, কামোদ, ধনসী, ৰামক্ৰী, বৰাড়ী, বলাড্ডি, শবৰী, মল্লাৰী, মালসী, মালসী-গবুড়া, কহ্নু গুঞ্জৰী ইত্যাদি। শঙ্কৰদেৱৰ পৰম্পৰাৰ বাহিৰত থকা কবি দুৰ্গাবৰৰ গীতি-ৰামায়ণ ওজাপালি অনুষ্ঠানৰ জনপ্ৰিয় বস্তু আছিল। গীতি-ৰামায়ণতো ৰাগ বন্ধা আছে। শঙ্কৰীযুগ আৰম্ভ হোৱাৰ আগতেই ৰাগ-তাল-মানৰ চৰ্চ্চা-সাধনা কৰি গীত গোৱা হৈছিল। 'গীতি-ৰামায়ণ'ত চৰ্য্যাপদত থকা ৰাগ গোটাচেৰেকৰ নাম থকাৰ উপৰিও কেইটামান অধিক নাম পোৱা যায়। অহিৰ, আকাশমণ্ডলি, কম্বাৰ, চালনী, দেৱজিনি, দেৱমোহন, বসন্ত, বেলোৱাৰ, ভাঠিয়ালি, মাবোৱাৰ, মেঘমণ্ডল, ৰামগিৰি, শ্ৰীগন্ধকালী, শ্ৰীগান্ধাৰ, সুহাই আদি নতুন ৰাগৰ উপৰিও গুঞ্জৰী, ধনশ্ৰী, পটমঞ্জৰী, বৰাড়ী, মঞ্জৰী, মালচি আদি চৰ্য্যাপদত থকা ৰাগৰ গীতো আছে। ওপৰত উল্লিখিত গোটাচেৰেক ৰাগৰ নাম শঙ্কৰদেৱ-মাধৱদেৱৰ বৰগীতত পোৱাৰ উপৰিও শঙ্কৰী পৰম্পৰাৰ অন্যান্য গীততো পোৱা যায়। তাৰপৰা এনে অনুমান হয় যে এই উমৈহতীয়া ৰাগবোৰ অসমীয়া মানুহৰ পুৰণি চিনাকি। প্ৰাচীন ভাস্কৰ্য্যসমূহৰ ভিতৰত তেজপুৰৰ ভগ্নাৱশেষত বিহুনাচৰ কেইটামান চকুতলগা চিত্ৰ আছে। নুমলিগড়ৰ দেওপৰ্ব্বতৰ বিদ্যাধৰমূৰ্ত্তিৰ হাতত নৃত্যৰ মুদ্ৰা আছে। ধ্যানৰত ঋষিৰ আগত অপ্সৰাৰ নৃত্যভঙ্গীতো পুৰণি নাচোনৰ আৰ্হি পোৱা যায়। চিত্ৰলেখাৰ নৃত্যপটুতাৰ কথা 'কুমৰ-হৰণ'ত বঢ়িয়াকৈ পোৱা যায়। প্ৰাচীন কামৰূপত বিবিধ বাদ্যৰ ব্যৱহাৰ আছিল। মাধৱ কন্দলিৰ 'ৰামায়ণ'ত বীৰঢাক, ঢোল, তবল, ডগৰ, দণ্ডি, ভেমচ, ক্ষেমচ, ঝাঝৰ, ৰেমচি, ৰামতাল, কৰতাল, টোকাৰী, কেন্দৰা,

২। ৰাম নাম শুক আৰু ৰামদাস আতা দুই।
মাধৱে কীৰ্ত্তন কৰে ডাইনা পালি হই।।

৩। পদ্ধতি প্ৰভৃতিছন্দা, পাদান্ত প্ৰাসশোভিতাঃ।
[illegible] দ্বিতীয়াদি তালতঃ ।।

ৰুদ্ৰবিপাক, দোতাৰা, বীণা, বাঁহী, দোশৰী, মোহৰী, জিজিৰি, কাহালি, শিঙা, ভেৰী আৰু হৰিবৰ বিপ্ৰৰ 'বব্ৰুবাহন পৰ্বত' ঢাক, ঢোল, ভেৰী, টুপেছি, খুমুচি, ডগৰ, টোকাৰী, বীণা, কৰতাল, ঝাঝৰ, ডম্বৰু আদি বাদ্যৰ নাম পোৱা যায়। ঢোল, পেঁপা, বীণা, টোকাৰী, ৰামতাল, কৰতাল, ছাৰেন্দা আদি বাদ্য সকলো সমাজতে জনপ্ৰিয় আছিল। শুভঙ্কৰ কবিৰ 'হস্তমুক্তাৱলী', 'সঙ্গীত দামোদৰ' আদি বহুল প্ৰচলন আছিল।

লিপি, ভাষা, সাহিত্য আৰু লেখন সামগ্ৰী ইটোৰ লগত সিটোৰ সম্পৰ্ক থকা বিষয়। ভাষা এটাই ভাব প্ৰকাশৰ উপযোগী হৈ গঢ় ললে তাক লিপিবদ্ধ কৰিব পাৰি। লিপিবদ্ধ কৰিবলৈ হ'লেই লেখন সামগ্ৰীৰ প্ৰয়োজন। স্থায়ী সাহিত্য সৃষ্টি তাৰ পাছৰ কথা। এইটো ঠিক যে শঙ্কৰদেৱৰ জন্মৰ পূৰ্ব্বেই অসমীয়া ভাষা আৰু সাহিত্যৰ ভেঁটি কটকটীয়া হৈছিল। মাধৱ কন্দলিৰ ৰামায়ণেই প্ৰাক্-শঙ্কৰী সাহিত্যৰ প্ৰথম চানেকি বুলি ধৰিলে এনে লাগে যেন ইয়াৰ কেইবা শতিকাৰো আগতেই অসমীয়া সাহিত্যই বিকাশ লাভ কৰিছিল। অসমৰ সেমেকা জলবায়ু, বান পানী আৰু ভূঁইকঁপৰ উৎপাতত অনেক প্ৰাচীন পুথি নষ্ট হৈ যায়। মাধৱ কন্দলিৰ আগৰ এনে সাহিত্যৰ পুথি চিৰদিনলৈ নষ্ট হৈ যোৱাটো একো আচৰিত নহয়। আমবাৰীৰ ভগ্নাৱশেষৰ মাজত পোৱা ১২৩৩[১] আৰু গছতলত পোৱা ১৩৬২[২] খৃষ্টাব্দৰ শিলালিপি দুখনে কাব্য-সাহিত্য সৃষ্টিৰ উপৰিও প্ৰাচীন অসমীয়া গদ্য সৃষ্টিৰেই প্ৰমাণ দাঙি ধৰে। চৰ্য্যাপদৰ ৰূপগত আৰু ধ্বনিগত বৈশিষ্ট্য বিচাৰ কৰি পণ্ডিতসকলে ইয়াক প্ৰত্ন-অসমীয়া বুলি ঠাৱৰ কৰিছে। ইয়াৰ কাব্যিক সৌন্দৰ্য্য আৰু তাত্বিক উচ্চতা সমসাময়িক ভাৰতীয় ভাষাৰ সাহিত্যতে বিৰল। চৰ্য্যাপদৰ পৰৱৰ্ত্তী যুগত সেই সময়ত প্ৰচলিত ধৰ্ম্মীয় আদৰ্শৰ পুথি নিশ্চয় ৰচিত হৈছিল; কিন্তু শঙ্কৰদেৱৰ বৈষ্ণৱ ধৰ্ম্মৰ পোহৰত এই শাস্ত্ৰবোৰ গোপন হৈ পৰিল। গুপুতে গুপুতে প্ৰচলন কৰোঁতে পিছলৈ নিচিহ্ন হ'বলৈ ধৰিলে। ব্ৰাহ্মীমিশ্ৰিত প্ৰাচীন অসমীয়া লিপিৰে লিখা ৰাতিখোৱা সম্প্ৰদায়ৰ কেইখনমান পুথি শিৱসাগৰত দেখা পোৱা হৈছিল। বড়ুচণ্ডীদাসৰ 'কৃষ্ণকীৰ্ত্তন' প্ৰাক্-শঙ্কৰী যুগৰ পুথি বুলি বহুতেই কব খোজে ; কিন্তু পেটকটা 'ৰ' থকা মূল পাণ্ডুলিপিৰ পাঠ দেখিলে চৈতন্যদেৱৰ পৰৱৰ্ত্তী যুগৰ বস্তু যেন লাগে। শঙ্কৰী বৈষ্ণৱ ধৰ্ম্মৰ কোবাল প্ৰভাৱত 'কৃষ্ণকীৰ্ত্তন'ৰ আদৰ্শই অসমত গা কৰিব নোৱাৰিলে। মাধৱ কন্দলি, হৰিবৰ বিপ্ৰ, হেম সৰস্বতী, ৰুদ্ৰ কন্দলি, কবিৰত্ন সৰস্বতী, দুৰ্গাবৰ, পীতাম্বৰৰ সাহিত্যত বৈষ্ণৱ আদৰ্শই ভূমুকি মাৰিছে। ই যেন গৌৰবোজ্জ্বল বৈষ্ণৱ যুগৰ আগমনিৰ ফেঁহুজালি মাথোন। এইটো সঠিক যে দ্বাদশ শতিকামানৰপৰাই অসমীয়া সাহিত্যৰ পৰম্পৰা গঢ় লৈ নুঠিলে আচম্বিতে চতুৰ্দশ শতিকাত ভাৱে-ভাষাই ইমান পুৰঠ সাহিত্যৰ সৃষ্টি হ'ব নোৱাৰে।

অসমীয়া ভাষা ভাৰতীয়-আৰ্য্য ভাষা বৈদিক আৰু সংস্কৃতৰপৰাই যথাক্ৰমে প্ৰাকৃত আৰু অপভ্ৰংশ স্তৰৰ মাজেদি জন্ম হৈছে। খৃষ্টীয় দশম শতিকামানত ভাৰতীয় আঞ্চলিক ভাষা বা

---

১। আদিত্যসম শ্ৰীসমুদ্ৰপাল ৰাজ্যে প্ৰবল সৰ্বাৰ্থিক সত্ৰ সগুণ কৃযা। সন্যাসীণ বোলে দান পুষ্ঠ্যত্ৰ সজ্জ। যোগীহাতী। সক ঈশ বান চক্ৰ ১১৫৪। মূঢ় ভণতি।

২। শিমা এবিয়া যবন ভবাকত গয়ত। (শক) ১২৮৭ বেদান্তৰাশি গণন। ইতি শ্ৰীবিষ্ণু বাসৰৰ শৈলকাৰ।



নব্যভাৰতীয় আৰ্য্য ভাষাবোৰে গঢ় ল'বলৈ আৰম্ভ কৰে। মাগধী অপভ্ৰংশৰপৰাই অসমীয়া, বঙলা, উৰীয়া, মৈথিলী, ভোজপুৰী ভাষা ওলাইছে। সপ্তম শতিকাৰ চীনা পৰিব্ৰাজক হিউয়েনচাঙে কামৰূপৰ ভাষাটো মধ্য ভাৰতৰ ভাষাতকৈ অলপমান সুকীয়া বুলি কৈছে। ইয়াৰ অৰ্থ হয়তো এনে হ'ব পাৰে যে সপ্তম শতিকাৰপৰাই ধ্বনিগত আৰু ৰূপগত পাৰ্থক্য সৃষ্টি হৈছিল। খৃষ্টজন্মৰ সময়ৰেপৰা আৰ্য্যভাষী মানুহ আৰু ইণ্ডো-মঙ্গোলইড্ মানুহৰ সংমিশ্ৰণ আৰম্ভ হৈছিল বুলি ধৰিলে, সাতশ বছৰত কিছুমান বৈশিষ্ট্য বিনিময় হোৱাটোত আচৰিত হ'বলগীয়া একো নাই। অসমীয়া ভাষা ভাৰতীয় আৰ্য্য ভাষাৰপৰা ওলালেও ধ্বনিগত আৰু ৰূপগত স্বকীয় বৈশিষ্ট্য স্পষ্ট। অনাৰ্য্য ভাষাই অনেক বৰঙনি যোগাইছে আৰু ঘাইকৈ অসমৰ অধিক সংখ্যক বাসিন্দাই অনাৰ্য্যমূলীয় হোৱা বাবে কথন-ভঙ্গীত থলুৱা প্ৰভাৱ পৰাটো অতি স্বাভাৱিক। সম্ভৱতঃ হিউয়েনচাঙে চ, ছ, জ, ঝ, ৰ, শ, ষ, স আদিৰ বৈশিষ্টপূৰ্ণ উচ্চাৰণ, দন্ত্য-মূৰ্দ্ধণ্যৰ পাৰ্থক্যহীনতা আদি লক্ষ্য কৰিছিল। তদুপৰি হিউয়েনচাং বৌদ্ধ-সংস্কৃতিৰ কেন্দ্ৰ বিহাৰতহে আছিল। গতিকে মাগধী অপভ্ৰংশৰপৰা ওলোৱা পূৰ্ব্বী হিন্দী বা মৈথিলীতকৈ সামান্য পাৰ্থক্য দেখাটো স্বাভাৱিক। ভাস্কৰবৰ্ম্মা আদি হিন্দু ৰজাসকলৰ তাম্ৰশাসনবোৰৰ ভাষা সংস্কৃত। শাস্ত্ৰীয় ভাষা হিচাপে সংস্কৃতৰ স্থান আহোম ৰাজত্বলৈকে একেই আছিল। আহোম ৰজায়ো চিঠি-পত্ৰ আৰু তামৰ ফলিৰ সম্বোধনাংশ বা প্ৰশস্তি অংশ সংস্কৃত ভাষাৰে লিখিছিল। সৰ্ব্বসাধাৰণৰ কথিত ভাষা আৰু লিখিত সংস্কৃত ভাষাৰ মাজত সদায়েই এটা পাৰ্থক্য আছিল। গছৰ নাম, মাছৰ নাম, ঠাইৰ নাম, নদ-নদীৰ নাম, চৰাই-চিৰিকতিৰ নাম, ধানৰ নাম, মানুহৰ নাম আৰু অনেক থলুৱা বস্তুৰ নাম অনাৰ্য্যমূলীয় ভাষাৰপৰা জন্ম হৈছিল। এনেকুৱা কিছুমান শব্দ তাম্ৰশাসনবিলাকত সংস্কৃত শব্দৰ শাৰী পূৰাবলৈ সক্ষম হৈছিল। ড° বিৰিঞ্চিকুমাৰ বৰুৱাই কালিয়া, ধনি, সনি, অনি, দক্ষিণপাট, শিঙৰি, পাৰলি, জান, জোল আদি শব্দলৈ লক্ষ্য কৰিছে। ইয়াৰপৰা এইটো অনুমান কৰিব পাৰি যে ৬ষ্ঠ-৭ম শতিকাৰপৰাই থলুৱা ভাষাই গঢ় ল'বলৈ আৰম্ভ কৰিছিল আৰু দ্বাদশ শতিকামানত সম্পূৰ্ণ স্বকীয় ৰূপ পৰিগ্ৰহণ কৰিছিল। ত্ৰয়োদশ শতিকাত আহোমসকলে ব্ৰহ্মপুত্ৰ উপত্যকাত যিবোৰ মানুহ লগ পাইছিল, তেওঁবিলাকৰ ভাষা অসমীয়া আছিল। তেওঁবিলাক আছিল চুতীয়া, মৰাণ, বৰাহী, কছাৰী। এওঁবিলাক মূলতঃ তিব্বতো-বৰ্মী ভাষাগোষ্ঠীৰ মানুহ হ'লেও সুদূৰ ত্ৰয়োদশ শতিকাৰ আগতেই অসমীয়া ভাষা গ্ৰহণ কৰিছিল। অসমৰ মঙ্গোলীয় ভাষাসমূহৰ ওপৰত অষ্ট্ৰিক প্ৰভাৱ অনস্বীকাৰ্য্য। অষ্ট্ৰিক ভাষা আৰু সংস্কৃতি মঙ্গোলীয় সংস্কৃতিলৈ গৈ মঙ্গোলীয় সংস্কৃতিৰ স্বৰূপটোকে সলনি কৰি পেলাইছিল।

অসমীয়া ভাষাত অষ্ট্ৰিক প্ৰভাৱ অতি স্পষ্ট। অষ্ট্ৰিক শব্দবোৰ বড়ো, টাই আদি ভাষাৰ মাজেদি পিছত অসমীয়ালৈ আহিছে। 'ডি' মানে পানী; মূলতঃ অষ্ট্ৰিক শব্দ। গঙ্গা নদীবাচক শব্দও অষ্ট্ৰিক। 'ডি' শব্দই পানী বুজালেও পানীৰ পাৰত থকা স্থলভাগকো বুজাইছিল। অষ্ট্ৰিক 'ডি' শব্দটো কছাৰীসকলে 'ডি' ৰূপত আৰু চীন-শ্যামী টাইসকলে 'টি' ৰূপত গ্ৰহণ কৰে। এটা কথা মন কৰিবলগীয়া, কামৰূপ-গোৱালপাৰা আৰু উত্তৰবঙ্গৰ বড়ো অধ্যুষিত অঞ্চলতকৈ উজনি অসমৰ অনা-বড়ো অধ্যুষিত অঞ্চলৰ ঠাই আৰু নদীৰ নামৰ আগত 'ডি' থকাটো পৰ্য্যবেক্ষণ কৰিবলগীয়া। উজনি অসমৰ বৰাহী-মৰাণ আৰু সোণোৱাল কছাৰীসকল ঠায়ে ঠায়ে সংমিশ্ৰিত হৈ পৰে। বৰাহীসকলে একেবাৰেই আহোম আৰু চুতীয়াসকলৰ মাজত নিজকে বিলীন কৰি

দিয়ে। চুতীয়াসকল বিভিন্ন জাতিৰ লগত মিহলি হোৱাৰ কথা আগতে কৈ অহা হৈছে। ভাষা আৰু সংস্কৃতিৰ বৰঙনি ফর্মুটি মাৰি দিব নোৱাৰি; দিয়া-লোৱা সমন্বয়ৰ মাজেদিহে সম্ভৱ। প্ৰাক্-আহোম যুগত যিবোৰ জাতিয়ে নিজৰ অহমিকা এৰি এটা উমৈহতীয়া জীৱনৰ বাট মুকলি কৰিছিল, তেওঁবিলাকেই অসমীয়া ভাষাৰ সংস্কৃতীয়া জকাটোত ৰক্ত-মাংস দি জীৱনীশক্তি দান কৰিছিল। অষ্ট্ৰিক, তিব্বত-বৰ্মী, টাই—এই তিনিটা মূল অনাৰ্য্য ভাষা-উৎস আৰু সংস্কৃতৰ তৎসম, তদ্ভৱ, অৰ্দ্ধ-তৎসম ভগ্ন-তৎসম আদি শব্দ সংমিশ্ৰিত হৈ মূল অসমীয়া ভাষাৰ শব্দ-ভঁৰাল ভৰপূৰ হৈ উঠিছে আৰু ধ্বনি-বৈশিষ্ট্যৰ উপৰিও ধাতু, যৌগিক শব্দ, প্ৰত্যয়,পদাশ্ৰিত নিৰ্দেশক, সম্বন্ধবাচক শব্দ, ধ্বন্যাত্মক শব্দত অনাৰ্য্য প্ৰভাৱ সুস্পষ্ট।

অসমীয়া লিপি প্ৰাচীন ভাৰতীয় ব্ৰাহ্মী লিপিৰপৰাই উদ্ভৱ হৈছে। কোনো কোনোৱে কুটিল স্তৰৰপৰাই পূব ভাৰতৰ অসমীয়া, বঙলা, মৈথিলী, উৰিয়া আৰু নেৱাৰী লিপিৰ জন্ম হৈছে বুলি কয়। এই ধাৰণাতে গইনা লৈ বঙলা লিপিৰপৰাহে অসমীয়ালিপিৰ জন্ম হৈছে বুলি কোৱা এচাম বঙালী পণ্ডিত আছে। বঙলা লিপিৰ আদিমতম চানেকি বুলি আঙুলিয়াই দেখুওৱা 'হে বজ্ৰ তন্ত্ৰটীকা' (১১৯৮) আৰু 'কাল চক্ৰাৱতাৰ' (১১২৫) পুথিৰ ৰচনা-কাল দ্বাদশ শতিকা। মাকতকৈ জীয়েক বয়সত ডাঙৰ হয় কেনেকৈ? কুটিল লিপিৰ সময় ৭ম-৮ম শতিকা; হৰ্ষবৰ্দ্ধনৰ মৃত্যুৰ পিছৰ কথা। আনপিনে অসমত ব্ৰাহ্মী লিপিৰ প্ৰাচীনতম চানেকি পোৱা গৈছে কামাখ্যাত, পঞ্চম শতিকাৰ সুৰেন্দ্ৰবৰ্মণৰ উমাচল শিলালিপিত আৰু মহাভূতিবৰ্মাৰ বৰগঙ্গাৰ শিলালিপিত। তাৰ পাছৰ তাম্ৰশাসনবিলাকৰ লিপিও ব্ৰাহ্মীহে। ব্ৰাহ্মী লিপিৰ মাজে মাজে অসমীয়া লিপিয়ে স্বকীয় গঢ় ল'বলৈ আৰম্ভ কৰাটো ভাস্কৰবৰ্মাৰ নিধনপুৰ তামৰফলিতে দেখা পোৱা যায়। ভাস্কৰবৰ্মাই হৰ্ষবৰ্দ্ধনলৈ পঠোৱা সাঁচিপাতত লিখা পুথিৰ লিপি, ভাষা আৰু বিষয়-বস্তু কি আছিল জানিব পৰা হ'লে এটা হেৰোৱা অধ্যায়ৰ কথা উদ্ধাৰ কৰিব পৰা গ'লহেঁতেন। প, ম, জ, য, ধ, ল, গ, ব, ৰ, ক, ফ আদি আখৰ ব্ৰাহ্মীৰপৰা আঁতৰি আহি থলুৱা গঢ় লোৱাটো ৭ম–১০ম শতিকাৰ তামৰ ফলি কেইবাখনতো দেখিবলৈ পোৱা যায়। ত্ৰয়োদশ শতিকাৰ 'কানাই বৰশীবোৱা' শিলালিপিত অসমীয়া আখৰৰ পূৰ্ণ গঢ় লৈছে। তাৰ পাছৰ লিপিয়ে স্বকীয় ৰূপ পৰিগ্ৰহণ কৰাৰ উপৰিও লিখাৰ ৰীতি অনুযায়ী গড়গএগ্ৰা, বামুণীয়া, কাইথেলী আৰু লহকৰী নামে চাৰিটা ভাগত বিভক্ত হৈছে। আমবাৰীৰ শিলালিপিৰ সময়ো কানাই বৰশীবোৱা লিপিৰ প্ৰায় সমসাময়িক। যদিও শিলালিপি আৱিষ্কৃত হোৱা নাই, কোনো প্ৰাচীন সাঁচিপতীয়া পুথি, ঘাইকৈ গুপুতীয়া তন্ত্ৰশাস্ত্ৰসমূহ উদ্ধাৰ হোৱা হ'লে, অন্ততঃ দশম শতিকামানৰ সম্পূৰ্ণ কামৰূপী গঢ়ৰ লিপি পোৱা গ'লহেঁতেন। আহোমসকলে নিজৰ লিপি আৰু সেই লিপিৰে লিখা পুথি লগত লৈ আহিছিল। কামাখ্যা আৰু উমানন্দৰ তামৰ ফলিত এই আহোম আখৰক 'অসমাক্ষৰ' বুলি উল্লেখ কৰিছে। এই লিপিৰে ত্ৰয়োদশ-চতুৰ্দশ শতিকাত বুৰঞ্জী, ধৰ্মশাস্ত্ৰ আৰু ৰাজকীয় নথি-পত্ৰ লিখাৰ উপৰিও, বুৰঞ্জী লিখা কামত ইয়াক ঊনবিংশ শতিকালৈকে ব্যৱহাৰ কৰিছিল। শঙ্কৰ-মাধৱে কাইথেলী লিপিৰেই শাস্ত্ৰ-ভাগৱত ৰচনা কৰিছিল আৰু আহোমসকলে ষোড়শ শতিকামানৰপৰা গড়গএগ্ৰালিপি ব্যৱহাৰ কৰিছিল। অৱশ্যে ৰজাঘৰত গড়গএগ্ৰা, বামুণীয়া, কাইথেলী, লহকৰী চাৰিওবিধ লিপিৰ প্ৰচলন আছিল। বামুণীয়া টোলবোৰত দেৱনাগৰী মিহলি বামুণীয়া লিপি আৰু মাটিৰ জোখ-মাখৰ হিচাপ লিখা কামত লহকৰী লিপিৰ ব্যৱহাৰ হৈছিল।



লেখন সামগ্ৰী হিচাপে শিল, মাটি, ধাতু, গছৰ বাকলি আৰু পাত ব্যৱহাৰ কৰা হৈছিল। চীন দেশৰ ফালৰপৰা অহা তুলাপাতো ব্যৱহৃত হৈছিল। ধাতুৰ ভিতৰত তাম সহজলভ্য, সোণ-ৰূপ দুৰ্লভ আছিল। কাপোৰৰ ওপৰতো আঠা আৰু কৰাল লগাই পুথি আৰু চিঠি-পত্ৰ লিখা হৈছিল। শিলাখণ্ড বা শিলৰ পাট তৈয়াৰ কৰি বটালিৰে কাটি কাটি লিখা হৈছিল। মাটিৰ পাট কৰি তাত লিখি, পিছত জুইত পুৰি পকী কৰা হৈছিল। নালন্দাত পোৱা ভাস্কৰবৰ্মাৰ ছীলকেইটা পোৰা মাটিৰ উৎকৃষ্ট নিদৰ্শন। তামৰ পাট তৈয়াৰ কৰি সৰু বটালিৰে আখৰ কাটি কাটি লিখা হৈছিল। আহোম ৰজাৰ দিনত এই কাৰ্য্যৰ বাবে 'আখৰকটীয়া' নামে এটা খেলেই সৃষ্টি হৈছিল। গছৰ বাকলিৰ ভিতৰত সাঁচিপাত আৰু ভূৰ্জপত্ৰ ব্যৱহৃত হৈছিল। নিৰ্দিষ্ট বয়সৰ সাঁচি গছৰ বাকলি এৰুৱাই ৰ'দত শুকুৱাই, চুঁচি, মিহি কৰি জোখৰ আকাৰত কাটি সাঁচিপাতত লিখা হৈছিল। ভূৰ্জপত্ৰ ভোটানৰপৰা আহিছিল। গছৰ পাতৰ ভিতৰত তালপাতৰ ব্যৱহাৰ ভাৰতৰ সকলো ঠাইতে আছিল। ভিন্টাৰনিজৰ মতে খৃষ্টীয় প্ৰথম শতিকাৰপৰাই তালপাতৰ ব্যৱহাৰ আৰম্ভ হয়।[১] অসমত প্ৰাচীন তালপাতৰ পুথি পোৱা নাই; কিন্তু পাছৰ যুগৰ বৌদ্ধগ্ৰন্থ দিচাংপানী বৌদ্ধবিহাৰত পোৱা গৈছে। 'যোগিনীতন্ত্ৰ'ত কেতেকী ফুলৰ পাত, বড় গছৰ পাত আৰু তেজপাতৰ নামো পোৱা যায়। তামৰ ফলি মিহি কৰি তাত লিখা হৈছিল। ৰজাই মাটি-বাৰী দান কৰি বক্তব্য লিখি দিয়াৰ উপৰিও তামৰ পাতত পুথিও লিখা হৈছিল। 'ধাতু-তাম্ৰাক্ষৰী শাস্ত্ৰ' তেনে এখন পুথি। 'যোগিনীতন্ত্ৰ'ই স্বৰ্ণপত্ৰ, মৃৎপত্ৰ আৰু ৰৌপাপত্ৰৰ নামো উল্লেখ কৰিছে। পুথি লিখিবলৈ স্থানীয় গছৰ বাকলি, গুটি আৰু শিপা খুন্দি তাৰ ৰস উলিয়াই মৈলামত ৰাখি মহী অৰ্থাৎ চিয়াঁহী তৈয়াৰ কৰিছিল। পুথিবোৰ ৰঙীন চিত্ৰৰে ৰঞ্জিত কৰা হৈছিল। ঢেঁকীয়া, খাগৰি, ইকৰা, নল আৰু চৰাইৰ পাখি-কাপ হিচাপে ব্যৱহাৰ কৰিলেও 'যোগিনীতন্ত্ৰ'ই তাম, ৰূপ আৰু সোণেৰে তৈয়াৰ কৰা বেজিক পৱিত্ৰ বুলি গণ্য কৰিছিল।

লেখক, কায়স্থ আদি বৃত্তিগত শব্দই লেখন-কলাৰ লগত তেওঁবিলাকৰ প্ৰাচীন সম্পৰ্কক সূচায়। ব্ৰাহ্মণৰ টোলবিলাকত ছাত্ৰই বিদ্যাভ্যাস কৰা কালতে পুথি লিখাৰ প্ৰণালীও শিকিছিল। তদুপৰি কোনো কোনো বংশত পুথি লিখা, সংৰক্ষণ কৰা আদি বিদ্যা পুৰুষানুক্ৰমিকভাৱে চলিছিল।

প্ৰাক্-শঙ্কৰী যুগৰ সংস্কৃতিৰ বিষয়ে ব্যাপক অধ্যয়নৰ থলী এতিয়াও পৰি আছে। স্থপতি বিদ্যা, ভাস্কৰ্য্য, লেখন-কলা আদিৰ অধ্যয়ন কৰিবলৈ যথেষ্ট সমলৰ অভাৱ। সেইদৰে এই যুগটোৰ ধৰ্ম্ম, লোকবিশ্বাস, ৰীতি-নীতি আদিৰ বিষয়েও বিস্তৃত অধ্যয়নৰ থল আছে।

---

১। History of Indian Literature, P. 33

# আহোম যুগৰ সংস্কৃতি

আহোম যুগ মানে অসম বুৰঞ্জীৰ দীঘলীয়া ছশ বছৰ। ত্ৰয়োদশ শতিকাৰ তৃতীয় দশকৰপৰা উনবিংশ শতিকাৰ চতুৰ্থ দশকলৈকে নিৰৱচ্ছিন্নভাৱে আহোমসকলৰ শাসনত থাকি অসমে অনেক জয়-পৰাজয়, ঘাত- প্ৰতিঘাত, সন্ধি-বিগ্ৰহ, মিত্ৰতা-শত্ৰুতা, বিনিময় -সংগ্ৰহ আদিৰ সন্মুখীন হ'বলগীয়া হৈছিল। এই যুগটো অসমীয়া সংস্কৃতিৰ বাবে এটি লেখৰ যুগ । চুতীয়া, বৰাহী, কছাৰী, মৰাণ, ভূঞা আদি বিভিন্ন জনগোষ্ঠীৰ হাতত খণ্ড-বিখণ্ড হৈ থকা লুইতৰ দুয়োপাৰ 'অসম' নামৰ এখন ৰাজ্যত পৰিণত হ'ল আৰু তাতোকৈয়ো টুকুৰাটুকুৰ হৈ থকা জাতি-জনজাতি-উপজাতি মিলি 'অসমীয়া' নামৰ এটা নতুন জাতিলৈ উন্নীত হ'ল। আহোম যুগৰ সংস্কৃতি মানেই সমন্বয়ৰ সংস্কৃতি; কেৱল ৰাজনৈতিক নিয়ন্ত্ৰণ নহয়। এই মানুহবোৰৰে গুণগ্ৰাহিতা, সহিষ্ণুতা আৰু সৌন্দৰ্য্য-প্ৰীতিয়ে অসমৰ সংস্কৃতিৰ বুৰঞ্জীৰ কষটি শিলত এটি স্বৰ্ণৰেখা অঙ্কন কৰি থৈ গ'ল।

আহোমসকল শ্যামী-চীন ভাষাগোষ্ঠীৰ মানুহ। তেওঁবিলাকৰ সংস্কৃতি অতি পুৰণি। থোৰতে ক'বলৈ গ'লে চীন দেশত পৰৱৰ্ত্তী যুগত চীনা সংস্কৃতি নামেৰে জনাজাত হোৱা বিশাল সংস্কৃতিৰ ভেঁটি প্ৰতিষ্ঠা কৰিছিল এই টাইসকলেই। এই বিৰাট টাই জাতিৰে এটা ঠাল আহোমসকল। আহোম-সকলে নিজা সংস্কৃতি, ধৰ্ম, পৰম্পৰা আৰু ভাষা লৈ এই দেশত সোমাইছিলহি; কিন্তু কালক্ৰমত থলুৱা সংস্কৃতি, ধৰ্ম্ম আৰু ভাষা গ্ৰহণ কৰি এইখন দেশৰ সংস্কৃতিৰ বিকাশ সাধনত আত্মনিয়োগ কৰিবলৈ ধৰিলে। ইয়াকে কৰোঁতে বিভিন্ন জাতিগোষ্ঠীৰ মাজত সমন্বয় সাধন কৰি অসমীয়া জাতিৰ জন্ম দিলে। তেওঁবিলাক অসমলৈ আহোঁতে সামান্য সংখ্যক তিৰোতা লগত লৈ আহিছিল ; গতিকে ৰজাকে আদি কৰি বা-বিষয়া আৰু সাধাৰণ প্ৰজায়ো ইয়াত থলুৱা মানুহৰ, ঘাইকৈ চুতীয়া, মৰাণ, বৰাহী আৰু কছাৰী মানুহৰ তিৰোতা বিয়া কৰাইছিল। আনপিনে ৰজাই নিজৰ প্ৰজা আৰু সমৰ্থক বঢ়াবলৈ উক্ত জাতিগোষ্ঠীৰ মানুহক বিভিন্ন বাব দি খেললৈ তুলি লৈছিল আৰু তেনেকৈ তুলি লোৱা মানুহে কালক্ৰমত বৰগোহাঁই, বৰপাত্ৰগোহাঁই, বৰবৰুৱা, বৰফুকনৰ নিচিনা প্ৰথম শ্ৰেণীৰ মৰ্য্যাদাসম্পন্ন বিষয়-বাবো উপভোগ কৰিছিল। তদুপৰি প্ৰতাপসিংহৰ দিনত মোমাই তামুলী বৰবৰুৱাৰ গাওঁ-সংগঠনৰ পৰিণতি-স্বৰূপে বিভিন্ন জাতিৰ মানুহে একে খেলত একেলগে বসবাস কৰি সহানুভূতি-সম্পন্ন হৈ বিয়া-বাৰু কৰাই মিহলি হৈ গৈছিল। বিভিন্ন ঠাইত থকা 'বেবেজিয়া' খেলৰ মানুহেই ইয়াৰ প্ৰমাণ। ৰুদ্ৰসিংহই সৃষ্টি কৰা 'ঘৰফলীয়া' নামৰ খেলৰ মাজতো দেশৰ সকলো মানুহৰ মাজৰপৰা বাছি অনা শকত-আৱত, বলী-সাহসী ৰণুৱা মানুহ আছিল। এইদৰে ৰজাৰ দিনত নগা, মিৰি,গাৰো, মিকিৰ, চুতীয়া, কছাৰী মানুহ আহোম মানুহৰ মাজত মিহলি হৈছিল। আনকি ঘৰচেৰেক বামুণ আৰু ভূঞা-কায়স্থ মানুহৰ উপৰিও কলিতা মানুহ আহোম খেলত সোমাই পৰিছিল। আনপিনে কোচৰ ৰণলৈ লগুণ পিন্ধি গৈ 'আললগা বামুণ' হোৱা কাহিনীও জাতিগত সমন্বয়ৰেই পৰিচায়ক। তদুপৰি সকলো জাতিৰ মাজতে বিয়া-বাৰুৰ বাট মুকলি আছিল। বৰাহী, কছাৰী, জয়ন্তা, মণিপুৰ, কোচ, কমতা, চুতীয়া ৰাজকন্যা ৰজাই বা ৰাজকোঁৱৰে বিয়া কৰাইছিল। তদুপৰি দেশৰ কলিতা-কায়স্থৰ ছোৱালীও ৰজাই আনি কুঁৱৰী কৰিছিল। কেৱল সেয়ে নহয়, বিভিন্ন সময়ত কেইবাগৰাকীও নগাকুঁৱৰী আহি



ভৈয়ামত ৰজাৰ কাৰেং শুৱনি কৰিছিল। যদিও সময়ত, বিশেষকৈ মোৱামৰীয়া বিদ্ৰোহৰ পিছত সাম্প্ৰদায়িক ভেদ-ভাৱ জাগি উঠিছিল; তাৰ আগতে পঞ্চদশ-ষোড়শ শতিকাৰপৰা ৰজাঘৰীয়া উদাৰতাৰ বাবে জাতিগত ভেদ-ভাৱ পাহৰি 'এটা জাতি' এই আদৰ্শত উদ্বুদ্ধ হৈছিল আৰু সিয়েই 'অসম' আৰু 'অসমীয়া' শব্দৰ মূল ভেঁটি।

জাতিগত সমন্বয়ে সদায়েই সংস্কৃতিৰ বিকাশত যাদু-মন্ত্ৰৰদৰে কাম কৰে। অসমতো আহোম যুগত সিয়ে ঘটিল। শাসকে পাহৰিলে নিজৰ সাংস্কৃতিক অহমিকা আৰু শাসিতে পাহৰিলে যে এটা বহিৰাগত শক্তিয়ে লাহে লাহে আটাইৰে সংস্কৃতিৰ সান-মিহলি এটা পকামিঠৈ পাতিছে। প্ৰাক্-আহোম যুগত চুকে চুকে বাস কৰি থকা 'জনজাতি'বোৰ গোট খাই 'জাতিত' পৰিণত হ'ল। আনকি, এই কালছোৱাতেই শদিয়লীয়া কছাৰীসকল সম্পূৰ্ণ হিন্দু আদৰ্শত দীক্ষিত হৈ সোণোৱাল কছাৰী বা শৰণিয়াল নামেৰে জনাজাত হ'ল। এওঁবিলাকৰ অনেক পৰিয়াল আজি আহোম, চুতীয়া, কোচ, কলিতা, কায়স্থৰ মাজত সোমাই আছে। তেনেকৈ বৰাহী জনজাতিটোৱেই বিভিন্ন খেলত আহোমৰ মাজত বিভক্ত হৈ পৰিল। চুতীয়া ৰাজ্যৰ এই যুগতে পতন হয়। পুনৰ একগোট হৈ বিদ্ৰোহ কৰিব নোৱাৰাকৈ চুতীয়া ৰজা-প্ৰজা সকলোকে শদিয়াৰপৰা কপিলীলৈকে ঠায়ে ঠায়ে এনেকৈ ছেদেলি-ভেদেলিকৈ বহুৱায় যে তেওঁবিলাকে থলুৱা মানুহৰ সংস্পৰ্শলৈ আহি ৰীতি-নীতি লৈ হিন্দু-চুতীয়া, আহোম-চুতীয়া, মিৰি-চুতীয়া, দেউৰী-চুতীয়া, বৰাহী-চুতীয়া, বুৰুক-চুতীয়া আদি ভাগত বিভক্ত হয়। সময়ৰ সোঁতত অনেক হিন্দু-চুতীয়া মানুহ কলিতা-কায়স্থৰ ৰীতি-নীতি লৈ তেওঁবিলাকৰ মাজত সোমাল। মিৰি-চুতীয়া বুলি আজি কোনেও চিনাকি নিদিয়ে। চুতীয়া মিৰি আজি বিশুদ্ধ মিৰিয়েই। আহোমৰ বুকুত সোমোৱা চুতীয়া অনেক যুগৰ আগতেই আহোম হ'ল। হিন্দু-চুতীয়া বুলি চিনাকি দিয়া ঠালটোও তেনেই স'ৰু নহয়; কিন্তু বিয়া-বাৰুৰ ক্ষেত্ৰত সিমান ৰক্ষণশীল বাধা-নিষেধ নাই। অসমৰ ভাষা আৰু সংস্কৃতিত বড়োমূলীয় উপাদান যিখিনি পোৱা যায়, সেইখিনি উজনিৰ বৰাহী-কছাৰী-চুতীয়াৰ বৰঙণিহে। ভাষাগত বিচাৰত চুতীয়াসকলো তিব্বতো-বৰ্মী বড়ো শাখাৰ অন্তৰ্ভুক্ত। আহোমসকলৰদৰেই চুতীয়া, মৰাণ, কছাৰী, বৰাহী এই আটাইকেইটা জনগোষ্ঠীয়েই নিজৰ ভাষা এৰি অসমীয়া ভাষাক ভাৱ প্ৰকাশৰ বাহন হিচাপে গ্ৰহণ কৰে। এই জনগোষ্ঠীসমূহৰ আৰু দাঁতি-কাষৰীয়া, পৰ্বতীয়া জনজাতিৰ লগত যুগজোৱা সম্বন্ধ থকাত এই ভাষা হিমালয়ৰপৰা পাটকাইলৈকে আৰু দক্ষিণে সাগৰৰ সঙ্গমলৈকে বিয়পি পৰে। একালত, আৰু আজিও অনা-চৰকাৰীভাৱে এই ভাষা থুলমুল ভাৱ প্ৰকাশৰ উমৈহতীয়া মাধ্যমৰূপে চলি আছে। ইয়াৰ উপৰিও বিভিন্ন যুদ্ধত বন্দী হৈ ৰোৱা বা মোগল-পাঠান ৰাজ্যৰপৰা অহা মুছলমান মানুহৰো এটা বুজন সংখ্যা আহোম যুগতেই অসমীয়া ৰূপত দেখা দিয়ে। এই মুছলমান জনসংখ্যাৰ মাজত অনেক থলুৱা মানুহো দীক্ষিত হৈ জীণ যায়। এইবোৰৰ উপৰিও অষ্ট্ৰিক, দ্ৰাবিড়, আৰ্য্য মানুহৰ বিভিন্ন সংমিশ্ৰিত ম্লেচ্ছ, কুবাচ, ব্ৰাত্য, শূদ্ৰ আদি নামেৰে জনাজাত জাতিবোৰ কোচ, কলিতা, কেওট, কৈৱৰ্ত্ত, কায়স্থ আদি নামেৰে জনাজাত হৈ উঠাৰ উপৰিও বিভিন্ন বৃত্তিত নট-কলিতা, নাপিত-কলিতা, কুমাৰ-কলিতা, সোণাৰি-কলিতা, হালোৱা-কেওট, জালোৱা-কেওট, মৰল, চঁড়াল, শূঁৰী, হীৰা, শালৈ, তাঁতী আদি ভাগবোৰ স্পষ্ট হৈ উঠে। তদুপৰি জাতিনিৰ্বিশেষে সকলোৱে ৰজাঘৰীয়া বিষয় ভোগ কৰিবলৈ সুবিধা পোৱাত আহোম ৰজাই দিয়া বৃত্তিগত আৰু মৰ্য্যাদাগত উপাধিসমূহ ব্যৱহাৰ কৰি ফুকন, বৰুৱা, বৰা,

শইকীয়া, হাজৰিকা, ৰাজখোৱা হৈ নিজকে ৰাজকীয় গোটত বিলীন কৰি দিছিল। এইদৰে এই যুগত জাতিগত সমন্বয় সাধিত হৈছিল আৰু বিভিন্ন জনগোষ্ঠীৰ সংস্কৃতিৰ উপাদান সান-মিহলি হৈ যৌগিক অসমীয়া সংস্কৃতিৰ জন্ম দিছিল। জাতিগত সমন্বয়ৰ ফলত কেনেকৈ সাংস্কৃতিক উপাদান নতুনকৈ যোগ হৈছিল, তাৰ দুটামান উদাহৰণ থাওকতে উনুকিয়াই থব খোজোঁ। চুহংমুং দিহিঙীয়া ৰজাৰ দিনত বাৰভূঞাক অধীন কৰি, পূৰ্বে ভূঞাসকলে ব্যৱহাৰ কৰা বচোৱাল, টঙালি আৰু হাঁচতিৰ চানেকি লৈ কাপোৰ তৈয়াৰ কৰি বা-বিষয়াক নিবন্ধ কৰি দিলে।[১] সেইদৰে ভূঞাৰ কেঁকোৰা দোলাকে আৰ্হি কৰি মূল নক্সা সলাই টেঁকৰ দাপোণ লগাই কেঁকোৰাদোলা কৰি ৰজাই ল'লে। ববাহী মানুহ এজনে চাং-ঘৰৰ নিচিনা চৰাইৰ দুটুপীয়া সজা এটা কুঁহিলাৰে সাজি টুনি চৰাই এসজা ভেটিছিল। সেই সজাটোৰ আৰ্হিৰেই দুটুপীয়া চাংঘৰ সাজি ৰজাই কাৰেং কৰিলে। ৰংপুৰৰ ৰংঘৰটোত সেই চানেকি আজিও জিলিকি আছে। আহোম ৰজাই আৰোৱান ব্যৱহাৰ কৰিছিল; কিন্তু সেই আৰোৱানৰ আৰ্হি লৈছিল চুতীয়াৰপৰা। তদুপৰি দবা, কালী, হিলৈ-তোলা চৰা-নাও, জৰা, বেলা, মাইহাং, সিংহাসন, খাত, বাৰু, বৰ্চা, দণ্ড, ছত্ৰ, কেঁকোৰা-দোলা, পিকদান আদি বস্তু পোৱাৰ উপৰিও চুতীয়া ৰাজ্যত পাই গণক, বামুণ, তাঁতী, সোণাৰি, কমাৰ, তেলী, মালী, ধোবা , চমাৰ আদি অনেক বৃত্তিৰ মানুহ আনি নিজৰ ৰাজ্যত পাতিলেহি। জয়ন্তাৰপৰা বুঢ়ী-গোসাঁনীৰ মূৰ্ত্তি আনি যোৰহাটত বুঢ়ীগোসাঁনী দেৱালয় পাতিলে। ৰুদ্ৰসিংহ ৰজাৰ দিনত মোগল ৰাজ্যৰপৰা ভালেমান বিভিন্ন বৃত্তিৰ মানুহ আনিলে আৰু তেতিয়াৰেপৰা মোগলাই পাগুৰি, পাগ-জেমা আৰু অলঙ্কাৰ প্ৰচলন হ'ল। সেইদৰেই আহোমসকলে লগত লৈ অহা খেতিৰ সঁচ,— যেনে, আহোমবগৰী, আহোমশালী, আহোম-আঠা, আহোমকাপোৰ, আহোমমেখেলা, নৰা-চোলা, নৰা-জাংফাই, জৰা, বান, মইহাং, হেংদান আদি অসমীয়া সংস্কৃতিৰ বুকুত সোমাই পৰে।

## ধৰ্ম

আহোম যুগৰ ধৰ্ম্ম আৰু আহোমৰ ধৰ্ম্ম ইটোৰ লগত সিটোৰ অঙ্গাঙ্গী সম্বন্ধ। প্ৰাক্-শঙ্কৰী যুগত অসমত যি ধৰ্ম্ম আছিল, অসমলৈ আহি আহোমসকলে সেই ধৰ্ম্মকে আচৰিছিল। শদিয়াত কেঁচাইখাতীক পূজিছিল, চৰাইদেওত 'চৰাইদেওক' পূজিছিল, দেৱৰগাঁৱৰ দেওশাল, ৰাম খাঁ দেওশালত বলি দিছিল। আন কি, চৰাইদেওত নগৰ পাতিবলৈ নিম গছৰ তলত বগা ঘোঁৰা বলি দিছিল। তাৰ পিছত ৰাজনৈতিক কাৰণত আহো ম ৰজা আৰু শিৰোমণি ভূঞা শঙ্কৰদেৱৰ মাজত সংঘৰ্ষ লাগিলেও, প্ৰকৃততে আহোম ৰজাৰ পৃষ্ঠপোষকতাতে দেৱোত্তৰ-ব্ৰহ্মোত্তৰ-নিষ্পিখেৰাজ মাটি লৈ সত্ৰ-সভাসমূহ ঠন ধৰি উঠিল। সেইদৰে পৃষ্ঠপোষকতা পাই পৰ্বতীয়া গোসাঁই উঠি ৰজা, ফুলেশ্বৰী কুঁৱৰী বৰৰজা হৈ শাক্ত ধৰ্ম্মৰ বঘুমলাৰে ৰজাঘৰীয়া বৰগছজোপাকে মেৰাই ধৰি ঘাই গছজোপাকে মাৰি পেলালে।

অহোমসকল মূলতঃ তাওধৰ্মী মানুহ। লাওৎছেই প্ৰচাৰ কৰা তাও ধৰ্মৰ মূল বস্তু 'তাও'

১। ইয়াৰ আগতে আহোম ৰীতিমতে বচোৱাল টঙালি আৰু দুইমূৰে ৰঙা আঁচুৰ ফুল দিয়া গামোচাৰদৰে দীঘল কাপোৰ, পখৰৌ মূৰত মেৰাই লৈছিল; খামতিসকলে এতিয়াও তেনেকৈ কাপোৰ বান্ধে; কিন্তু আঁচুৰলীয়া কাপোৰ নহয়, শুধ বগা।



আৰু 'তেহ'— অসীম, অনন্ত, পূৰ্ণব্ৰহ্ম। ইয়াৰ লগতে কন্‌ফুছিয়াচৰ বাস্তববাদী দৰ্শনৰো সমন্বয় ঘটে। তাও ধৰ্ম্মৰ 'তাও'ৰেই আহোমৰ ফ্ৰা-ত্ৰা, ফুৰা-তেৰা। জৰ্জ্জ স্কটে কৈছে, সম্ৰাট অশোকৰ ৰাজত্বকালতে দক্ষিণ-পূব এছিয়াত বৌদ্ধ ধৰ্ম্ম প্ৰচাৰিত হয়, সেয়ে হ'লেও দক্ষিণ চীনত বাস কৰা টাই-সকলৰ মাজত বৌদ্ধ ধৰ্ম্ম বিয়পি পৰোঁতে কেইবা শ বছৰো লাগিছিল। তদুপৰি বৌদ্ধ হ'লেও, বৌদ্ধ ৰীতি-নীতিতকৈ লোকাচাৰ আৰু প্ৰাচীন তাওধৰ্মী আদৰ্শসমূহ অধিক সজীৱ আছিল। অসমলৈ অহা আহোমসকলেও এই আদৰ্শকে লৈ আহিছিল। ইতিমধ্যে বিয়পি পৰা, দূৰণিবটীয়া লৈও, বৌদ্ধ সংস্কৃতি টাই সংস্কৃতিৰ মাজত সোমাই পৰিছিল। আহোমসকলৰ প্ৰাচীন ৰীতি-নীতি আদি বিশ্লেষণ কৰি দেখা গৈছে, আহোমসকল প্ৰাথমিক স্তৰৰ বৌদ্ধ আছিল। (১) আহোম লিপি ভাৰতীয় ব্ৰাহ্মী লিপিৰ দক্ষিণী শাখাৰপৰা লঙ্কা দ্বীপৰ বৌদ্ধ ভিক্ষুৰ যোগেদি গৈ দক্ষিণ-পূব এছিয়াত নতুন ৰূপ লৈছে। বৌদ্ধ ধৰ্ম্ম আৰু সংস্কৃতিৰ সংস্পৰ্শলৈ নাহিলে এই লিপি টাই ভাষাৰ মাধ্যম হ'ব নোৱাৰে। টাইসকলৰ চীনা আৰ্হিৰ নিজা লিপি আছিল। ধৰ্ম্মৰ প্ৰভাৱতে সেই লিপি এৰি নতুন লিপি গ্ৰহণ কৰে। (২) সম্ৰাট অশোকৰ ধৰ্মীয় আদৰ্শমতেই পাৰ্য্যমানে ৰাজপথ নিৰ্মাণ কৰাই কাষত বৰ বৰ পুখুৰী খনাই, পাৰত মন্দিৰ সজাই দিছিল। বাটৰ কাষত বাটৰৰ, আওৰৰ (আয়ুৰৰ) কই যথাৰ্থতে বাটৰুৱাক ছাঁ দিছিল। তদুপৰি অনেক ঠাইত বৰ গছৰ উপৰিও বাটৰ দুয়োকাষে জৰী আৰু আঁহত গছ যুৰীয়াকৈ ৰোৱাৰ নিয়ম আছিল। আওৰৰ-বাটৰৰ ৰোওঁতে ধৰ্মীয় ৰীতি-নীতি মানি চলা হৈছিল। (৩) আহোমৰ বিবাহ-পদ্ধতি চকলং মতে ফ্ৰা-ত্ৰা, পূৰ্ণব্ৰহ্মক সাক্ষী কৰি দাম্পত্য জীৱনৰ মন্ত্ৰ প্ৰদান কৰা হয়। মূল চকলং টাই ভাষাৰ মন্ত্ৰৰ লগত বুদ্ধ পূজাৰ প্ৰদীপদানৰ মন্ত্ৰৰ অনেকখিনি সাদৃশ্য আছে। বিয়াৰ ৰীতি-নীতিও বাস্তৱধৰ্মী। ইয়াৰ বাহিৰে অসমলৈ অহা আহোমসকলৰ মাজত অধিক বৌদ্ধ আদৰ্শ দেখা পোৱা নাযায়। আহোমসকলে চোমদেওক কুলদেৱতা হিচাপে মানিছিল। চোমদেও প্ৰকৃততে দেৱমূৰ্ত্তি নহয়। এডোখৰ বহুমূলীয়া ৰত্ন (চন্দ্ৰকান্ত মণি) আছিল। পূৰ্বতে চোমদেওক সুকীয়া ঘৰত ৰখা হৈছিল। দায়িত্বশীল বিষয়াৰ অধীনত সশস্ত্ৰ পালি-পহৰীয়াই চোমদেওঘৰ পহৰা দিছিল আৰু কেৱল চিৰিং ফুকনেহে যথা-ৰীতি পূজা দিব পাৰিছিল। ৰজাই ব্ৰাহ্মণ্য ধৰ্ম্মৰ প্ৰতি অধিক আগ্ৰহ প্ৰকাশ কৰাত চোমদেও অৱহেলিত হ'বলৈ ধৰিলে আৰু সেই সুযোগতে পূজাৰীয়ে নকল ৰত্ন এডোখৰ থৈ চোমদেওক সৰকাই নিয়ে আৰু তেতিয়াৰেপৰাই আহোমৰ ৰাজ্য শ্ৰীহীন হৈ ৰাজ্যৰ পতন ঘটে বুলি এতিয়াও আহোম মানুহে বিশ্বাস কৰে।

আহোমসকলে চোমদেওৰ উপৰিও লাং-কুৰি বা বুঢ়াগোসাঁই, লেং-ডন বা ইন্দ্ৰ, খাওখাম বা লক্ষ্মী আদি দেৱতাক পূজা দিয়াৰ উপৰিও অনেক দেও-ভূত বিশ্বাস কৰিছিল আৰু দেওধাই পুৰোহিতৰ হতুৱাই বলি-বাহন দি পূজা কৰাইছিল। এই দেও-ভূতবোৰৰ সৰহভাগেই থলুৱা লোকবিশ্বাসৰপৰা জন্ম হোৱা। ইয়াৰে অনেক পূজা-পাতল চুতীয়াৰ পুৰোহিত দেউৰী-চুতীয়াসকলৰ মাজত প্ৰচলিত পূজা-পাতলৰ লগত মিলে। বাকী আহোমসকল সম্পূৰ্ণ হিন্দু আদৰ্শলৈ গ'লেও মোহন-দেওধাই-বাইলুং পুৰোহিতৰ মাজত এতিয়াও পুৰণি ৰীতিৰ পূজা-পাতল চলি আছে। অসমত বস-বাস কৰি চুতীয়াৰ সংস্পৰ্শলৈ আহি কেঁচাইখাতীৰ পূজা কৰিবলৈ শিকে। সাধাৰণ মানুহে ক'লা ছাগলী এটা, হাঁহ এযোৰ আৰু কুকুৰা এযোৰ বলি দিহে পূজা দিছিল। আহোমসকলৰ মনত এনেকুৱা ধাৰণা সুমুৱাই দিয়া হৈছিল যে কেঁচাইখাতীক তুষ্ট কৰি ৰাখিব নোৱাৰিলে ৰাজ্য ৰক্ষা কৰিব নোৱাৰি। আনপিনে আকৌ কছাৰী আৰু ভূঞাসকলে আগতে প্ৰতিষ্ঠা কৰা বুঢ়াগোসাঁই

আৰু বুঢ়ীগোসাঁনীৰ জাগ্রত দেওশালবোৰতো পূজা দিব লগা হৈছিল। এইদৰে 'যোগিনীতন্ত্রই' উল্লেখ কৰা কৈৰাতজ ধৰ্মৰ ঘনিষ্ঠ সংস্পৰ্শলৈ আহিছিল। আহোমসকল স্বভাৱতে ৰাজভক্ত আছিল। ৰজাৰ ধৰ্মই প্ৰজাৰ ধৰ্ম এই কথাষাৰ সততে প্ৰয়োগ কৰিব পৰা হৈছিল; কিন্তু যেতিয়াই এই সূত্ৰত ফাট মেলিলে, যথাৰ্থতে তেতিয়াই আহোম ৰাজ্যৰ পতনৰ সূচনা হ'ল। চুডাংফা বামুণী কোঁৱৰক (১৩৯৭-১৪০৭) সকতে তুলি-তালি ডাঙৰ-দীঘল কৰা বামুণজনৰ লক্ষ্মীনাৰায়ণ শালগ্ৰাম এখন আছিল। ৰজা হোৱাৰ পিছত সেই বামুণ আৰু লক্ষ্মীনাৰায়ণ শালগ্ৰাম উভয়কে ৰজাৰ ৰাজকাৰেঙত ঠাই দিলে। এয়ে আহোম ৰজাঘৰত পোনপ্ৰথম ব্ৰাহ্মণ্য তথা হিন্দু আদৰ্শৰ অনুপ্ৰৱেশ ঘটিল। তাৰ পিছত চুচেনফা স্বৰ্গদেৱে (১৪৩৯-১৪৮৮) নাগশঙ্কৰ দেৱালয় সজাই দিয়ে। এইজনা ৰজাই হিন্দুৰ সদাশিৱ বুলি, নে কিৰাতৰ বুঢ়াগোসাঁই বুলি এই দেৱালয় প্ৰতিষ্ঠা কৰিছিল সেইটো খাটাংকৈ জনা নাযায়। সেইদৰে দিহিঙীয়া ৰজাৰ দিনত কনচেং বৰপাত্ৰ গোহাঁই আৰু তনখাম বৰগোহাঁয়ে তুৰ্বকক পৰাস্ত কৰি কৰতোয়াৰ পাৰত কোন দেৱতাৰ দ'ল সজাইছিল জানিবৰ উপায় নাই ; কিন্তু গৰু-গাহৰি কাটি উচৰ্গা কৰালৈ চাই দেৱমন্দিৰ নাছিল, স্মৃতি-স্তম্ভহে আছিল; কিন্তু এইজনা স্বৰ্গদেৱেই জগন্নাথত এটা পুখুৰী খনোৱাই দুশ সোণৰ মোহৰ দি উচৰ্গা কৰিছিল।[১] খোৰা ৰজাৰ দিনত (১৫৫২-১৬০৩) আহোম ৰজাই পোন প্ৰথমে হিন্দু জ্যোতিষৰ সংস্পৰ্শলৈ আহে আৰু দেওধাই-বাইলুঙৰ লগতে জ্যোতিষীয়া দৈৱজ্ঞৰ লগত আলোচনা প্ৰয়োজনীয় বুলি বিবেচনা কৰা হ'ল। শৰাইঘাটৰ যুদ্ধৰ নিচিনা সঙ্কটৰ সময়তো গণকৰ আদৰ্শমতে হিলৈ মাৰিবলৈ হিলৈদাৰীয়ে বাট চাই আছিল। প্ৰতাপ সিংহ স্বৰ্গদেৱে 'মহেশ্বৰ-ঘৰ' নামে দিখৌৰ কাষত এটা ঘৰ সজাই তেওঁৰ গাত লম্বা দেও প্ৰতিষ্ঠা কৰিছিল। তেৰেঁই পোনতে হিন্দুৱানী নাম গ্ৰহণ কৰি বুদ্ধিস্বৰ্গনাৰায়ণ প্ৰতাপসিংহ আখ্যাৰে বিভূষিত হৈছিল। তদুপৰি এইজনা ৰজাই আহোম কটকীৰ ঠাইত তেৰ ঘৰ ব্ৰাহ্মণ কটকী নিয়োগ কৰি আহোম কূটনৈতিক ব্যৱস্থালৈ এক বৈপ্লৱিক পৰিৱৰ্তন আনে। আহোম ৰজাঘৰত এয়া অধিক ব্ৰাহ্মণ্য প্ৰভাৱৰ বাট মুকলি হোৱাৰ আৰম্ভণি মাত্ৰ। এই ব্ৰাহ্মণ কটকীসকলৰ কূটনীতি আৰু টুটকীয়া-লগনীয়া কথাত যে ৰজাই অনেক সময়ত বিপাঙত পৰিছিল সেইটো খাটাং; কিন্তু ৰাজ্যৰ শাসন-কাৰ্য্য পৰিচালনাতো সহায়তা লাভ কৰিছিল। এই ব্ৰাহ্মণ পণ্ডিতসকলৰ পৰামৰ্শক্ৰমেই হিন্দু আখৰেৰে বুদ্ধি স্বৰ্গনাৰায়ণ আৰু স্বৰ্গনাৰায়ণ নামেৰে সোণৰ মোহৰ মৰাইছিল আৰু ৰজা লাহে লাহে হিন্দু আদৰ্শৰ প্ৰতি অনুৰাগী হৈ আহিছিল। এইজনা ৰজাই মৰঙিয়াল খনিকৰক পঠাই মাটিৰ দুৰ্গা মূৰ্তি সাজিবলৈ শিকি আহিবলৈ আদেশ কৰিলে আৰু তেতিয়াৰপৰাই ৰজাৰ দেৱীঘৰত শাৰদীয় পূজা মৃম্ময় মূৰ্তিত আৰম্ভ হ'ল। এইদৰে প্ৰতাপসিংহৰ দিনতেই আহোম ৰজাঘৰত হিন্দু ধৰ্ম আৰু ব্ৰাহ্মণ্য প্ৰভাৱ অধিক বৃদ্ধি পালে। ইপিনে মহাপুৰুষ শঙ্কৰদেৱৰ জন্ম চুচেনফা (১৪৩৯-৮৮) ৰজাৰ দিনত হ'লেও তেওঁৰ কাৰ্য্য-কলাপে পৰিণতি লাভ কৰিছিল দিহিঙীয়া ৰজা (১৪৯৭-১৫৩৯) আৰু গড়গঞা ৰজাৰ দিনত (১৫৩৯-১৫৫২)। ৰজাঘৰৰ বাহিৰত ইতিমধ্যে বৈষ্ণৱ ধৰ্মই গা-কৰি উঠিছিল এই সময়তেই। খোৰা ৰজা (১৫৫২-১৬০৩) আৰু প্ৰতাপসিংহৰ দিনত (১৬০৩-১৬৪১) শঙ্কৰদেৱৰ শিষ্য-প্ৰশিষ্যসকলে চাৰি সংহতিত বিভক্ত হৈ অসংখ্য সত্ৰ-সভা প্ৰতিষ্ঠা

১। আহোমসকলে ৰণযাত্ৰা আৰু ৰণজয় উভয় উদ্দেশ্যে উৎসৱৰ আয়োজন কৰে। গড়গঞা ৰজাই গড়গাঁৱত ৰণজয় উৎসৱৰ আয়োজন কৰি দৈৱজ্ঞ, ব্ৰাহ্মণ, দেওধাইসকলক সাতদিন খুৱাই-বুৱাই পুহিছিল।



কৰি শঙ্কৰদেৱৰ পৰৱৰ্তী এশ বছৰৰ ভিতৰত আহোম ৰাজ্য ছানি পেলাইছিল। ৰাজনৈতিক কাৰণত যদিও কোচ ৰাজধানীত আঁতৰি আছিল, শঙ্কৰদেৱৰ আদৰ্শৰ অধিক বিস্তাৰ হ'ল আহোম ৰাজ্যতহে।

স্বৰ্গদেও জয়ধ্বজ সিংহই (১৬৪১-১৬৪৪) পোনপটীয়াকৈ বৈষ্ণৱ আদৰ্শত শৰণ ল'বলৈ মনকৰি কুৰুৱাবাহীৰপৰা গোবিন্দ ঠাকুৰক আনি দিখৌৰ গালপুঘাটত যজ্ঞ কৰি নিৰঞ্জন বাপুত শৰণ লৈ আউনীআটী সত্ৰ প্ৰতিষ্ঠা কৰে।[১] তেৰেঁই পোনতে তামৰ ফলি কৰি সত্ৰৰ নামত দেৱোত্তৰ মাটি-সম্পত্তি দান কৰে। তদুপৰি কোচবিহাৰৰপৰা বনমালী বাপুক আনি জখলাবন্ধা আৰু জতকবাত সত্ৰ পাতি থয়। সম্ভৱতঃ চক্ৰধ্বজসিংহৰ দিনতহে বনমালীদেৱৰ সত্ৰই দক্ষিণপাট নাম লৈ ৰাজসত্ৰৰ শাৰীলৈ উঠে। এই সময়ৰেপৰা সত্ৰৰ অধিকাৰজনচেৰেকেও আহোম-ৰাজনীতিৰ দৃশ্যপটত ভূমুকি মাৰিবলৈ আৰম্ভ কৰে। ইয়াৰ সুদূৰপ্ৰসাৰী পৰিণতিও নোহোৱা নহয়। ইয়াকে দেখি আহোম পুৰোহিত দেওধাই-বাইলুঙে আক্ষেপ কৰি উঠিছিল। জয়ধ্বজসিংহই শৰণ-দীক্ষা মন্ত্ৰ লৈ ৰাজ্য শাসনলৈ পিঠি দিয়া বাবেই ৰাজ্যত অস্ত্ৰ-শস্ত্ৰ উপচি থকা সত্ত্বেও সংগঠনৰ অভাৱত 'কাঁড়-কাঠী এটাও মাৰোঁতা ন'হল'; মিৰজুম্লাই গড়গাঁও দখল কৰিলে। গড়গাঁও এৰি পলাই যাবৰ সময়ত এজনী পোহাৰীয়ে কৈছিল, "স্বৰ্গদেৱ, কুৰিবছৰে যদি কুৰিচপৰা মাটি দিলাহেঁতেন, আজি তুমিও আঁতৰি যাব নালাগে, আমাৰো দুৰ্গতি নহয়।" ৰজাই মিৰজুম্লাই ৰাজ্য এৰি যোৱাৰ পিছতো অনুশোচনাত চকুপানী টুকি টুকি মৃত্যুবৰণ কৰে। চক্ৰধ্বজসিংহৰ (১৬৬৩-৭০) স্বাভাৱিকভাৱে মৃত্যু হয়। উদয়াদিত্যৰপৰা ল'ৰাৰজালৈকে (১৬৭৯-৮১) আটাইকেইজন ৰজাই দক্ষিণপাট, ন-মাটি, দিহিং, সৌকাজান আদি সত্ৰৰ শিষ্য। মাজতে গকুলপুৰী সন্যাসীৰ দীক্ষায়ো ৰাজনীতিৰ বা-মৰলী সৃষ্টি কৰিছিল। ৰুদ্ৰসিংহ আউনীআটী সত্ৰৰ শিষ্য আছিল; কিন্তু পাছৰফালে শাক্ত পৰ্বতীয়া গোসাঁইৰ দীক্ষা-মন্ত্ৰ ল'বলৈ ইচ্ছুক হৈছিল। এই সময়তে আউনীআটী, গড়মূৰ, কুৰুৱাবাহী আৰু দক্ষিণপাট সত্ৰই 'চাৰিসত্ৰ' আখ্যা পাই 'ৰাজসত্ৰ' শাৰীলৈ উঠে। ৰজাৰ লগে লগে প্ৰজায়ো সত্ৰত শৰণ ল'বলৈ ধৰে। এই 'বামুণীয়া' সত্ৰকেইখনৰ বাহিৰেও গোপালদেৱ প্ৰতিষ্ঠিত কালসংহতিৰ বিভিন্ন সত্ৰত অনেক আহোম প্ৰজাই শৰণ লয়। শিষ্য সংখ্যাত নিকাসংহতি আৰু পুৰুষসংহতিতকৈ ব্ৰহ্মসংহতি আৰু কালসংহতি আগবাঢ়ি যায়। ৰজা আৰু প্ৰজা বিভিন্ন সংহতিৰ অনুগামী হোৱাত ভিতৰি ভিতৰি অনৈক্যৰ বীজ গজিবলৈ আৰম্ভ কৰে। শিৱসিংহৰ দিনত (১৭১৪-৪৪) ৰজাই পৰ্বতীয়া গোসাঁইৰ দীক্ষা লৈ ঘোৰ শাক্ত হোৱাৰ লগে লগে ব্ৰহ্মসংহতিৰ একাংশ শিষ্যই ৰজাক ভালৰি বোলাবলৈ শাক্ত-মন্ত্ৰ গ্ৰহণ কৰে। অনেক 'ৰাজ-সত্ৰ'ৰ শিষ্য পৰ্বতীয়া গোসাঁইৰ দীক্ষা-মন্ত্ৰত দীক্ষিত হয়; কিন্তু কালসংহতিৰ শিষ্যসকলে শাক্ত-মন্ত্ৰ গ্ৰহণ কৰিবলৈ অস্বীকাৰ কৰে আৰু এইখিনিতেই শাক্ত-বৈষ্ণৱৰ 'শীতল-সংঘৰ্ষ' আৰম্ভ হয়। ইয়াৰেই পৰিণতি মোৱামৰীয়া বিদ্ৰোহ।

গদাধৰসিংহৰ ৰাজত্বকাললৈকে দেখদেখকৈ আহোম ৰজা আৰু প্ৰজাঘৰত দ্বৈত ধৰ্মীয় অনুশাসন চলিছিল। এফালে হিন্দু আদৰ্শক প্ৰশ্ৰয় দিছিল আৰু আনপিনে প্ৰাচীন আহোম ৰীতি-নীতিও মানি চলিছিল। প্ৰতাপসিংহই মেচাগড় পুখুৰী আৰু জয়ধ্বজসিংহই ভটীয়াপাৰৰ পুখুৰী

১। ১৫৭৮ শকৰ মাঘ মাহত যজ্ঞ কৰালে। গোবিন্দ ঠাকুৰক কুৰুৱাবাহীৰপৰা আনি তাতে উচৰ্গা কৰিলে। নৰোত্তম বৰপূজাৰী ১, বেজনি নবদেউৰী ১ এই দুই ব্ৰাহ্মণ, নাহৰণি ১, চৰাইবাহী ১ এই দুই খাত, লাউপাতি ১, দোআদশ ১ এই দুটা কুমাৰ দিলে ... নিৰঞ্জন বাপুক সুবৰ্ণৰ নৰগুণ দিলে। (সাঁচিপতীয়া বুৰঞ্জী)

গৰু-গাহৰি কাটি আহোমমতে উচৰ্গা কৰিছিল। গদাধৰসিংহই হিন্দু আদৰ্শ নেমানিছিল অথচ ৰাজধানীত দুৰ্গাপূজা পাতিবলৈ অনুমতি দিছিল; কিন্তু নিজে পূজাৰ কেইদিন ৰাজধানীৰ বাহিৰত আছিল আৰু মৰিবৰ সময়ত ৰুদ্ৰসিংহক উপদেশ দি কৈছিল; "স'ৰুক বৰ বিষয় নিদিবি; পথালিফোঁটাক বিশ্বাস নকৰিবি; ৰাজসভাত জোঙা ঢোল বজাই নটিনী ননচুৱাবি।" অৱশ্যে গদাধৰসিংহই মাইবেলা, চৰাইদেও, বশিষ্ঠাশ্ৰম, বহদৈ আৰু উমানন্দত কেইবাটাও শিৱ মন্দিৰ সজাইছিল— লাং-কুৰি বা বুঢ়াগোসাঁইৰ দ'ল হিচাপেহে। হয়তো এই মন্দিৰবোৰত থলুৱা ৰীতিতহে পূজা-পাতল চলিছিল। গদাধৰসিংহৰ পৰৱৰ্তী ৰজাসকলৰ দিনতো চোমদেও পূজা, পিতৃকৰ্ম, চৰাইদেও দেওশালৰ পূজা আদি আহোম ৰীতিমতে চলিলেও পূৰ্বৰ আড়ম্বৰ টুটি আহিছিল; কিন্তু সিংহাসন আৰোহণ, শিঙৰিঘৰত উঠা, মৃতকৰ সকাম, মৈদাম স্থাপন আদি শেহলৈকে পূৰ্বৰ ৰীতিতে চলি আছিল। সেইবাবেই আহোম পৰম্পৰাৰ ধৰ্মকাৰ্য্য চলাবলৈ চিৰিং ফুকন, দেওধাই ফুকন, বাইলুং ফুকন, দেওধাই বৰুৱা, বৰচিৰিং বৰুৱা, বাইলুং বৰুৱা, মৈদাম ফুকন, মোচাই ফুকন আদি বিষয়া নিযুক্ত কৰিছিল আৰু সমান্তৰালভাৱে দ'লচোৱা ফুকন, সত্ৰীয়া বৰুৱা, দেৱলীয়াবৰুৱা, ৰাজগুৰু ফুকন আদি নতুন বিষয়াবো সৃষ্টি হৈছিল।

আহোম যুগৰ ধৰ্ম বা আহোম ৰজাঘৰৰ ধৰ্মৰ নীতি উদাৰপন্থী। ৰজাঘৰৰপৰা কোনো কোনো ধৰ্মৰ মানুহক ঠেক দিলেও সি আছিল ৰাজনৈতিক নতুবা সাময়িক। দিহিঙীয়া ৰজাই শঙ্কৰদেৱক ধৰি নিবলৈ পঠোৱা কাৰণটো ধৰ্মীয় নাছিল, ৰাজনৈতিক। আহোমৰ কৰতলীয়া ভূঞা হিচাপে হাতী ধৰাত ব্যৰ্থ হোৱাৰ বাবেহে এই দ্বন্দ উপস্থিত হৈছিল। জয়ধ্বজসিংহৰ দিনত মনথিৰ ভঁৰালী বৰুৱাই 'অকথা কৈ ৩ দেৱত গোচৰ দি ঠাকুৰীয়া চাৰি মেধিক মৰোৱালে।' পূৰ্বতে প্ৰতাপসিংহৰ দিনতো অভকতীয়া সতাই নাৰকীয়ে কূট-কথা লগাই মিশ্ৰ গোসাঁইক মৰোৱাৰ উপৰিও ঠাকুৰীয়া মেধি জনচেৰেকক মৰোৱালে। গদাধৰসিংহকো সন্ত-মহন্তক নিৰ্য্যাতন দিবলৈ ৰঙাচৰণ ভণ্ডাৰী বৰুৱাইহে পৰামৰ্শ দিছিল। তদুপৰি বন্দৰ বৰফুকনে গদাধৰ সিংহক ৰজা পাতিবৰ সময়ত দক্ষিণপাট সত্ৰৰ বনমালী গোসাঁয়ে "ল'ৰা ৰজা মোৰ শিষ্য। গতিকে ময়ে ৰজা হৈ আছোঁ" বুলি হকা-বধা কৰাত স্বাভাৱিকতে স্বৰ্গদেও ৰুষ্ট হৈছিল। তদুপৰি গোসাঁই আৰু ভকতে শাৰীৰিক শ্ৰমৰপৰা অব্যাহতি লাভ কৰাৰ সুবিধা থকাত দেশৰ বিৰাট সংখ্যক পাইকে 'ভকতৰ ভাও' দিয়াত ৰজাঘৰীয়া কাম কৰিবলৈ পাইকৰ অভাৱ হোৱাত গদাধৰসিংহই তথাকথিত গোসাঁই-ভকত সবাকো ধৰাই 'ধোদৰ আলি' বন্ধোৱাত নিয়োগ কৰিছিল। ৰুদ্ৰসিংহ নিজে ব্ৰহ্মসংহতিৰ শিষ্য হৈ ৰাজ-গুৰুৰ উচটনিতে মহাপুৰুষীয়া মেধিমহাজন-মহন্তসকলক নিৰ্য্যাতন দিছিল। সেইদৰে পৰ্বতীয়া গোসাঁইৰ প্ৰসাদ খাই অন্ধ হোৱা ফুলেশ্বৰী কুঁৱৰীয়ে মহাপুৰুষীয়া গোসাঁইসকলক নগুৰ-নাগতি কৰিছিল। কমলেশ্বৰসিংহ (১৭৯৫-১৮১১)ৰ দিনতো অৰীতিয়া পন্থত প্ৰৱৰ্ত্ত বুলি দুজনমান কালসংহতিৰ গোসাঁইক শাস্তি দিয়া হৈছিল। এইবাবেই আহোম ৰজাসকল গোসাঁই-বিদ্বেষী বা ধৰ্ম-বিদ্বেষী আছিল বুলি কোৱা হ'লেও বাস্তৱক্ষেত্ৰত কিন্তু আহোম ৰাজ্যৰ ভিতৰতে কেইবাশও সত্ৰ প্ৰতিষ্ঠা কৰিবলৈ ৰজাই অনুমতি দিয়াৰ উপৰিও তামৰ ফলি কৰি দেৱোত্তৰ-ব্ৰহ্মোত্তৰ মাটি দিছিল। এই সত্ৰবোৰক কেন্দ্ৰ কৰি ধৰ্ম, সাহিত্য, নাটক-সঙ্গীতৰ বিকাশ সাধন হৈছিল। আজি প্ৰায়বিলাক সত্ৰই নিজৰ ঐতিহ্য সুঁৱৰিবৰ বেলিকা ৰজাঘৰীয়া পৃষ্ঠপোষকতা আৰু সত্ৰত থকা সম্পত্তিৰ বিষয়ে উনুকিয়ায়। তেনে সত্ৰত ৰজা, ডা-ডাঙৰীয়া, বা-বিষয়া আৰু সাধাৰণ প্ৰজাই বিনাপ্ৰতিবাদে শৰণ লৈছিল। ভিতৰি প্ৰাচীন ৰীতি-নীতি মানি



চলিলেও বাহিৰে বৈষ্ণৱ পৰম্পৰাৰ সত্ৰতে শৰণ লৈছিল।

আহোম ৰজাই শাক্ত, শৈৱ, বৈষ্ণৱ সকলো সম্প্ৰদায়কে সমান চকুৰে চাইছিল। শিৱ, বিষ্ণু আৰু দেৱীৰ লগতে শ্ৰীসূৰ্য্য আৰু শ্ৰীগণেশকো পূজা কৰিছিল। জয়সাগৰত এই পঞ্চদেৱতাৰ মন্দিৰ আছে; গৌৰীসাগৰতো আছে। নেঘেৰীটিঙত ৰাজেশ্বৰসিংহই (১৭৫১-৬৯) মাজত শিৱ বিগ্ৰহ ৰাখি চাৰিওকাষত চাৰিটা অঙ্গ-দ'ল আৰু দুৱাৰ দি পঞ্চ দেৱতাৰ মন্দিৰ সজাইছিল। সমগ্ৰ অসমতে প্ৰাচীন পীঠসমূহত আহোম ৰজাই মন্দিৰ সজাই, ব্ৰহ্মোত্তৰ-দেৱোত্তৰ সম্পত্তি দিছিল। ৰজাৰ বাহিৰেও কোনো কোনো ডা-ডাঙৰীয়ায়ো মন্দিৰ সজাইছিল। ৰাজ-সত্ৰকেইখনিতো মন্দিৰ সজাই উচৰ্গি দিছিল। তদুপৰি ঠায়ে ঠায়ে জাগ্ৰত হৈ থকা প্ৰাচীন দেওশালবোৰলৈকো ৰজাঘৰীয়া পৃষ্ঠপোষকতা আগবঢ়োৱা হৈছিল।

বিদেশী পৰ্য্যটকৰ দৃষ্টিত অসমৰ মুছলমানক 'মুছলমান বোলাতকৈ হিন্দু বোলাহে ভাল' বোলা উক্তি মন কৰিবলগীয়া। আজান পীৰ চাহাবেই যদি প্ৰথম ইছলাম ধৰ্মৰ প্ৰৱৰ্ত্তক হয়, তেওঁৰ ৰচনাত 'কোৰাণ'তকৈ 'পুৰাণ'ৰ প্ৰভাৱহে অধিক। 'ৰোজা-ৰেকাত-নামাজ-ফৰজতকৈ নাম, দেৱ, গুৰু, ভকত'ৰ উল্লেখহে অধিক। সম্ভৱতঃ আহোম যুগত মুছলমান মানুহে 'ৰোজা-ৰেকাত নামাজ-ফৰজ'ৰ অনুশাসনতকৈ 'কলিমা'কে থোৰতে ইছলামৰ মূল বুলি মানিছিল। অনেক মুছলমান মানুহে বিয়া, বিহু আদি অসমীয়া হিন্দুৰ নিয়মেৰে পাতি নাম গাইছিল। জিকিৰ গাওঁতেও বৈষ্ণৱী নামৰ তালত চাপৰি বজাইছিল।

## স্থাপত্য

আহোম যুগৰ স্থাপত্যৰ চানেকি এতিয়াও অক্ষত অৱস্থাত দেখিবলৈ পোৱা যায়। সেমেকা জলবায়ু, ভূমিকম্প আৰু বানপানীৰ গৰাহত পৰি অনেক সম্পদ কালৰ বুকুত হেৰাই গ'ল যদিও ৰংঘৰ, তলাতলঘৰ, শিলাসাঁকো আৰু গড়-আলি আদিয়ে সেই যুগৰ স্থপতিবিদ্যাৰ প্ৰমাণ দাঙি ধৰিছে। সাধাৰণ মানুহে কাঠ-বাঁহৰ ঘৰত বাস কৰিছিল। পোনতে চাংঘৰ ব্যৱহাৰ কৰিছিল যদিও পাছলৈ সেই অভ্যাস এৰিছিল; কিন্তু ৰজাৰ কাৰেং, পাট ঘৰ, শিঙৰীঘৰ আৰু হোলোংঘৰ আদি দুমহলীয়া চাংঘৰ আছিল। ৰুদ্ৰসিংহ স্বৰ্গদেৱে ৰংঘৰটোও কাঠৰ খুঁটাৰ দুমহলীয়াকৈ সজাইছিল। কাঠৰ চ'টি-খুঁটা হলেও সেইবোৰত লতা, ফুল, জীৱ-জন্তু আদিৰ মূৰ্তি কাটি, হেঙুলহাইতালৰ ৰহণ সানি জেউতি চৰোৱা হৈছিল। গদাধৰসিংহ স্বৰ্গদেৱৰ দিনলৈকে ৰজাৰ কাৰেং কাঠ-বাঁহৰ আছিল। মিৰজুম্লাই অসম আক্ৰমণ কৰোঁতে যিটো হোলোংঘৰ পাইছিল তাৰ দীঘ ১২০ হাত আৰু পথালি ৩০ হাত। ঘৰটোত চাৰিহাত বেৰৰ ৬৬টা বিতোপন স্তম্ভ আছিল। বোধকৰো, দুখন হাতেৰেহে সাৱটিবপৰা বং-চঙীয়া কাঠৰ খুঁটাৰ ওপৰত ঘৰটো সজা হৈছিল। সাধাৰণ মানুহৰ ঘৰবোৰ দুচলীয়া আছিল। ৰংপুৰত পকীকৈ সজা উক্ত আৰ্হিৰ কেইটামান পকী ঘৰ আজিও আছে, যেনে— খাৰঘৰ, দেৱীঘৰ, তলাতলঘৰৰ ওপৰ মহলাৰ বাটঘৰ আদি।

ৰংঘৰ, তলাতল, কাৰেং আদিৰ দুৱাৰ-খিড়িকীত সামান্য পৰিমাণে পাৰ্চী বা মোগলাই আৰ্হি থকা যেন লাগিলেও, প্ৰকৃততে আহোম যুগত অসমীয়াৰ এটি স্বকীয় স্থাপত্য ৰীতি গঢ় লৈ উঠিছিল। আনপিনে কম্বোডিয়াৰ আঙ্কৰ ভাটৰ স্থাপত্য-শৈলীৰ লগত হুবহু মিল থকাটোৱে নিজা টাই-স্থাপত্যৰ প্ৰভাৱৰো সূচনা কৰে। অসমীয়া শিলাকুটি, বাঢ়ৈ আৰু খনিকৰৰ কৃতিত্ব

শলাগিবলগীয়া। ৰুদ্ৰসিংহ স্বৰ্গদেৱে ৰংপুৰ নগৰৰ পকী ঘৰ-দুৱাৰ নিৰ্মাণ কৰিবলৈ কোচবিহাৰৰপৰা ঘনশ্যাম খনিকৰ নামেৰে এজন কাৰিকৰ অনাইছিল সঁচা; কিন্তু প্ৰকৃততে গঢ় দিছিল অসমীয়া বনুৱাইহে। ৰংঘৰৰ চালখন পুৰণি দুটুপীয়া ঘৰৰ আৰ্হিৰ। তদুপৰি ঘৰ-দুৱাৰ, দলং-সাঁকো তৈয়াৰ কৰিবলৈ যিবোৰ বস্তু ব্যৱহাৰ কৰিছিল, আটাইবোৰ থলুৱাভাৱে সংগ্ৰহ কৰা হৈছিল। পকীঘৰৰ বাবে শিল, ইটা ব্যৱহাৰ কৰা হৈছিল। এই শিল নগাপৰ্বতৰপৰা সংগ্ৰহ কৰি বিভিন্ন আকাৰত কাটি লৈছিল। ঘৰ আৰু মন্দিৰৰ ভেঁটিত গুটীয়া শিল আৰু গাঁথনি কৰিবলৈ চটীয়া শিল ব্যৱহাৰ কৰিছিল। শিলাকুটিৰ হাতৰ পৰশত চটীয়া শিলবোৰত দেৱ-দেৱী, জীৱ-জন্তু, গছ-লতা সজীৱ হৈ উঠিছিল। কেতিয়াবা ইচলাৰ পাছত সিচলাকৈ লতাবোৰ বগাই গৈছিল। চটীয়া শিলবোৰ কৰাল দি গাঁথনি কৰি সজাই নিয়া হৈছিল। আহোম যুগৰ ইটাবোৰ বৈশিষ্ট্যপূৰ্ণ। আঠালতীয়া মাটিৰে কেঁচা ইটা তৈয়াৰ কৰি ইটা-ভটাত অতি টানকৈ পকী কৰা। আকাৰত দীঘলে-পুতলে এবেগেত আৰু ডাঠ দুআঙুলমান। ইটাবোৰ টান কৰিবলৈ কেঁচামাটিৰ লগত কৰাল মিহলাইছিল। কৰাল তৈয়াৰ হৈছিল ঘৰৰ জোখমাপ চাই। পকী মৈদামত ব্যৱহাৰ হোৱা কৰালতকৈ কাৰেং, মন্দিৰ আদিত ব্যৱহাৰ কৰা কৰাল উচ্চ খাপৰ। মিঠাতেল, ধুনা, গুৰ, বৰালি মাছ, চূণ,শণ, মাটিমাহ, বৰা চাউলৰ কৰাইগুৰি, হাঁহকণী আদি নিৰ্দিষ্ট পৰিমাণত সান-মিহলি কৰি ব্যৱহাৰৰ উপযোগী কৰাল তৈয়াৰ কৰিছিল। কৰাল তৈয়াৰ কৰিবলৈ কেতবোৰ নিৰ্দিষ্ট খেলৰ মানুহ নিয়োগ কৰিছিল। গড়গাঁৱৰ কাৰেং, ৰংপুৰৰ তলাতল আৰু ৰংঘৰৰ চানেকি স্থানীয় প্ৰয়োজনীয়তাৰ ভিত্তিত নিৰ্মিত; কিন্তু মন্দিৰবিলাক উত্তৰ-ভাৰতীয় 'নাগৰ' শৈলীৰ। দক্ষিণ ভাৰতীয় 'দ্ৰাবিড়' আৰু মধ্য ভাৰতীয় 'বেসৰ' শৈলীৰ মন্দিৰ অসমত পাবলৈ নাই। নাগৰ শৈলীক অনুকৰণ কৰিলেও আৰু অগ্নিপুৰাণৰ উল্লেখ অনুসৰি শিৱ, বিষ্ণু আৰু দেৱীদ'লৰ ভাস্কৰ্য্য অঙ্কিত হ'লেও অসমৰ আহোম যুগৰ মন্দিৰবিলাকত এটা স্বকীয় বৈশিষ্ট্য দেখিবলৈ পোৱা যায়। জয়সাগৰৰ পশ্চিমপাৰৰ নামনিত 'নাতি গোসাঁইৰ দ'ল' বুলি এটা সম্পূৰ্ণ গৌড়ীয় আৰ্হিৰ সৰু দ'ল আছে। এইটো পোৰামাটি ভাস্কৰ্য্যৰ উৎকৃষ্ট আহোমযুগীয় নিদৰ্শন। আহোম ৰজাৰ মৈদামসমূহো স্থপতিবিদ্যাৰ এক বিশেষ নিদৰ্শন। মাটিৰ সমানে চাৰিওমেৰে কাঠৰ খুঁটাৰে এটা ঘৰ সজা হয়। ঘৰৰ ওপৰত দ'ল যেনেকৈ মৈদাম তোলা হয়। কেতিয়াবা তাৰ ওপৰত ইটা পাৰি কৰাল সানি পকী কৰে। কোনো মৈদামৰ গৰ্ভ-ঘৰ ইটাৰে সাজি, এফালে দুৱাৰ ৰাখে। গদাধৰসিংহৰ মৈদামত কেইবা পুৰাও মাটি আছে। চৰাইদেওত থকা এটা মৈদামৰ চাৰিওমেৰে ইটাৰ পকী বেৰ এখনো আছে। উজনি অসমৰ অনেক ঠাইত ওখ ওখ মৈদাম দেখিবলৈ পোৱা যায়।

আহোম যুগত সৰু নৈ আৰু জান-জুৰিৰ ওপৰত ভালেমান শিলৰ সাঁকো তৈয়াৰ কৰিছিল। তাৰে ভিতৰত নামডাং নৈৰ শিলাসাঁকোৰ গাঁথনি চমৎকাৰ। দেখাত এটা প্ৰকাণ্ড শিল কাটি সাঁকো খন তৈয়াৰ কৰা হৈছে। তদুপৰি দৰিকাৰ শিলাসাঁকো, দিজৈৰ শিলাসাঁকো এতিয়াও ভাল হৈ আছে। ইয়াৰ উপৰিও জয়সাগৰৰ দক্ষিণে খৰিকটীয়া আলিত ডিমৌৰ শিলাসাঁকো, ৰহদৈ আলিৰ মুৰত দিজৈৰ শিলাসাঁকো, ৰহদৈ পুখুৰীৰ পাৰত ৰহদৈ শিলাসাঁকো,নাফুক নৈৰ ওপৰত ধোদৰ আলিৰ শিলাসাঁকো, গড়গাঁৱৰ আলিত হাঁহচৰা শিলাসাঁকো, জয়সাগৰৰ ওচৰত বৰ আলিৰ শিলাসাঁকো আদিৰ নামো উল্লেখযোগ্য। চটীয়া শিল শলখামাৰি গাঁথি এই সাঁকোবোৰ নিৰ্মাণ কৰা হৈছিল। সাঁকোৰ দুইমুৰে থিয়কৈ শিলৰ খুটা পুতি ফুল, মূৰ্তি আদিও কাটিছিল।



আহোম যুগত অসংখ্য আলি, গড় আৰু পুখুৰী নিৰ্মাণ কৰাৰ উপৰিও ঠায়ে ঠায়ে পানী অহা-যোৱা কৰিব পৰাকৈ পকী ধোন্দ নিৰ্মাণ কৰিছিল। ৰংপুৰ নগৰৰ ন-দুৱাৰৰ মুখৰ আৰু ন-আলিৰ ধোন্দটো এতিয়াও বৰ্তিয়া হৈ আছে। জয়সাগৰ পুখুৰীৰপৰা ৰংপুৰৰ কাৰেঙৰ কাষত থকা 'সোণতোলা' পুখুৰীলৈ পানী অনা পকী নলীৰ কিছু অংশ উদ্ধাৰ কৰা হৈছিল। গড়গাঁৱৰ কাৰেঙৰ পৰা ৰংপুৰৰ কাৰেঙলৈ মাটিৰ তলেদি এটা সুৰঙ্গ নিৰ্মিত হৈছিল। বেণুধৰ ৰাজখোৱাই ৰংপুৰৰপৰা গুৱাহাটীলৈও তেনে এটা সুৰঙ্গ আছিল বুলি উল্লেখ কৰিছে।

## ভাস্কৰ্য্য

আহোম যুগৰ ভাস্কৰ্য্যতো কিছুমান বৈশিষ্ট্য পৰিলক্ষিত হয়। প্ৰাক্-আহোম যুগৰ ভাস্কৰ্য্যত গুপ্ত ভাস্কৰ্য্যৰ প্ৰভাৱ স্পষ্ট। আহোম যুগৰ ভাস্কৰ্য্য শিল, ইটা, কাঠ আৰু ধাতু এই তিনিওটাৰে ওপৰত কৰা হৈছিল। শিলৰ ভাস্কৰ হিচাপে অসমীয়া শিলাকুটিয়েই শিলৰ বুকুত শিল্পীৰ সপোন ফুটাই তুলিছিল। প্ৰাক্-আহোম যুগৰ ভাস্কৰ্য্যতকৈ আহোম যুগৰ ভাস্কৰ্য্য সাধাৰণতে কিছু খহটা বা স্থূল। অৱশ্যে জয়সাগৰৰ জয়দ'লৰ ভাস্কৰ্য্য উচ্চ খাপৰ। শিলত কটা ভাস্কৰ্য্যত দেৱ-দেৱীৰ মূৰ্তি, শাস্ত্ৰীয় কাহিনীৰ কোনো কোনো ধৰ্মীয় দৃশ্য, ধৰ্মনিৰপেক্ষ স্বাভাৱিক জীৱনৰ দৃশ্য, জীৱ-জন্তু, গছ-লতা-ফুল-পাত আদি দেখা যায়। কোনো কোনো ঠাইত ঐতিহাসিক ব্যক্তিৰ চিত্ৰও কটা হৈছিল। জয়দ'লত ৰুদ্ৰসিংহই ঘোঁৰাত উঠি যোৱাৰ দৃশ্য থকাৰ উপৰিও দক্ষিণফালৰ বেৰত জয়মতী বুলি ঠাৱৰ কৰা নাৰীমূৰ্তি এটাও দেখা পোৱা যায়। ৰাজেশ্বৰসিংহৰ দিনত নিৰ্মিত হৰ-গৌৰী দেৱালয়ত সেই সময়ৰ ক্ষমতাশালী ডাঙৰীয়া কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰ মূৰ্তি এটাও বেৰত খাঁজি দিয়া হৈছিল। দ'ল-দেৱালয়বিলাকত খাঁজ দিয়া শিলৰ মূৰ্তিবিলাকৰ অধিকাংশই স্থানান্তৰিত হোৱাত বিস্তৃত অধ্যয়নৰ বাট বন্ধ হৈ পৰিছে। গৌৰীসাগৰৰ দ'লৰ বেৰ আৰু জয়দ'লৰ বেৰৰ ভাস্কৰ্য্যত সুষমা, সৌন্দৰ্য্য আৰু সূক্ষ্মতা উচ্চখাপৰ। এই শতিকাৰ চতুৰ্থ দশকত দিখৌৰে খহাই নিয়া মৈদাম এটা খানি সংগ্ৰহ কৰা কাঠৰ খাট-পালেং আদিত ফুল-লতা কাটি সোণ খটুৱাই দিয়া গৈছিল। কাঠ-খোদাই ভাস্কৰ্য্যত অসমীয়া মানুহ এলাকত অতি পাকৈত আছিল। বাঢ়ৈ আৰু খনিকৰ খেল কাঠ-খোদাইৰ বাবে নিয়োজিত হৈছিল। খাট-পালেং, চালপীৰা, নৰাপীৰা, তামুলীপীৰা সিংহাসন, মুখা, মূৰ্তি, শৰাই, পেড়া, সঁফুৰা আদি কুন্দত কাটি নানা চানেকিৰে সজাৰ উপৰিও তাৰ ওপৰত ৰং-ৰহণ লগাই আৰু ধুনীয়া কৰি তুলিছিল। চ'ৰানাও, বাচৰু, হয়কলি, মগৰী নাও আদিৰো বাহিৰফালে খোদাই কৰি হেঙুল-হাইতাল লগাই জিক্‌মিকীয়া কৰিছিল। কেঁকোৰা-দোলা আদিৰ নালডালত চৰাই, জন্তু আদি কাটি উলিওৱাৰ উপৰিও দোলাখনৰ কাষতো লতা-ফুল কাটি সোণ খটুওৱা হৈছিল। কাঠেৰে নিৰ্মিত পাটঘৰ, হোলোংঘৰ, শিঙৰিঘৰ, কাৰেং, বাটচ'ৰা, বুলনিচ'ৰা, বৰমেলৰ বৰঘৰ আদিৰ চ'টি, খুটা, দুৱাৰ আদিত নানা তৰহৰ ফুল-পাত কাটি সুন্দৰ কৰা হৈছিল। ৰাজঘৰৰ সমান্তৰালভাৱে সত্ৰসমূহতো কাঠ-খোদাই ভাস্কৰ্য্যই গা-কৰি উঠিছিল।

আহোম যুগৰ পোৰামাটিৰ ভাস্কৰ্য্যও উল্লেখ কৰিবলগীয়া।[১] ইটা তৈয়াৰ কৰিবৰ সময়ত

১। অ'ৰুণাচলৰ ৰ'ইংগুৰ ওচৰত পোৱা পকী ইটাবিলাকৰ ভাস্কৰ্য্যও উল্লেখযোগ্য। ইয়াৰ আকাৰ-প্ৰকাৰ অধ্যয়ন কৰিলে এই ইটাবোৰ আহোম যুগৰ যেন লাগে।

ফুল-লতা আদি সাঁচত মাৰি উলিওৱা হৈছিল। পিছত সেইবোৰ পকী কৰি যথাস্থানত খাজি মনোমত ফুল-লতা গঢ় দি উলিওৱা হয়। ৰংঘৰ আৰু তলাতলঘৰৰ দুৱাৰমুখত এনেকুৱা ইটা দেখিবলৈ পোৱা যায়। তদুপৰি কিছুমান কৰ্দৈসিবীয়া ইটাও পোৱা গৈছে। নাতিগোসাঁই দ'লটো পোৰামাটিৰ ভাস্কৰ্য্যৰ এটি অপূৰুগীয়া নিদৰ্শন। ৰামায়ণৰ কাহিনী অঙ্কিত হোৱাৰ উপৰিও শেনমেলা',পৰ্বতীয়া মানুহ, ৰজা আদিৰ চিত্ৰও আছে। সম্ভৱতঃ ইয়াৰ ওপৰত চিত্ৰৰ লগত খাপখোৱা ৰহণ সানি জিলিকাই তোলা হৈছিল। পোৰামাটিৰ ভাৰ্স্কয্যৰ লগতে কৰালেৰেও দ'ল-দেৱালয় আৰু ঘৰ-দুৱাৰৰ বেৰত মূৰ্তি, গছ-লতা, জীৱ-জন্তু আদিৰ চিত্ৰ গঢ় দি তুলিছিল। বেৰত কৰালৰ লেপন দিবৰ বেলিকাই য'ত যি শোভনীয়, তেনেকৈ ফুল-লতা আঁকিছিল। তলাতলঘৰৰ গাত আৰু গড়গাঁবৰ কাৰেঙৰ বেৰত এনেকুৱা ভাৰ্স্কয্য দেখা যায়। এই কাৰেঙৰ দক্ষিনফালে এহাল ড্ৰেগনৰ ছবি আছিল। বেৰৰ 'কাৰ্নিচ'বিলাক সাধাৰণতে কৰালেৰেই কৰা হৈছিল।

## ধাতু-শিল্প

ধাতু-শিল্পত এই যুগৰ অগ্ৰগতি মন কৰিবলগীয়া। অসমত সোণ, ৰূপ, লো, তীখা, তাম আদি ধাতুৰ আকৰ আছিল আৰু ইয়াৰ থলুৱা ৰীতি অনুযায়ী এই ধাতু পগাই উলিয়াইছিল। এসময়ত অসম সোণেৰে চহকী আছিল। ব্ৰহ্মপুত্ৰ, দিহিং, সোৱণশিৰী ,জাজী, দিক্ৰং আদি নৈৰ বালি পগাবলৈ 'সোণোৱাল', গাৰো পৰ্বত, খাচিয়া পৰ্বত আদিৰপৰা ৰূপ-মাটি আনি ৰূপ পগাবলৈ 'ৰূপোৱাল' আৰু তিৰু পথাৰৰ আকৰৰপৰা লো-মাটি উলিয়াই লো পগাবলৈ 'তিৰুৱাল' কছাৰীৰ বিভিন্ন দলক নিয়োগ কৰিছিল। ইয়াৰপৰা এইটো প্ৰতীয়মান হয় যে প্ৰাক্-আহোম যুগৰ কছাৰী চুতীয়া আদি জনগোষ্ঠীৰ মানুহ সোণ-শিল্পৰ লগত জড়িত আছিল। সোণাৰিসকলে অসমৰ থলুৱা কেঁচাসোণ পগাই তাৰে অয়-অলঙ্কাৰ, সাজ-বাচন কৰাইছিল। ৰজাৰ ঘৰত সোণৰ তাও কিন, তাওবান, মাইহাং , শৰাই ,কাহী , টেমি , সফুৰা ,কাঁকৈ ,ফনী ,নানান বিধৰ হাতৰ, কাণৰ , ডিঙিৰ অলঙ্কাৰ গঢ়িছিল। সোণাৰি মানুহ সৰহভাগেই কলিতা। অৱশ্যে অন্য মানুহৰ মাজতো সোণাৰি আছিল। অসমীয়া সোণাৰিৰ অলঙ্কাৰ গঢ়া ৰীতিটো বিশেষ বৈশিষ্ট্য পূৰ্ণ। অসমীয়া সোণাৰিয়ে সোণত বাখৰ খাঁজে। লাৰ ওপৰত পটা সোণ মাৰি অলঙ্কাৰৰ বাকী কাৰুকাৰ্যখিনি সমাপ্ত কৰে। স্বৰ্গদেও চুডাংফাৰ দিনৰেপৰা ৰজাই শিঙৰিঘৰত উঠি সোণৰ মোহৰ মৰাইছিল আৰু এনেকৈ সোণৰ মোহৰ মৰা পৰম্পৰা আহোম ৰাজত্বৰ শেষলৈকে আছিল। তদুপৰি অন্য ধাতুৰ আৰু কাঠৰ সা-সৰঞ্জাম আদিতো সোণখটোৱা ৰীতি আছিল। সোণেৰে গুণা আৰু সূতা তৈয়াৰ কৰি কাপোৰতো ফুল বাছিছিল। ৰূপৰো বহুল প্ৰচলন আছিল। ৰূপৰ মোহৰ, সাজবাচন, শৰাই আদি সৰঞ্জাম সোণৰ সলনি ৰূপেৰে তৈয়াৰ কৰিছিল। তাম, পিতল, কাঁহ আদি ধাতুৰ ব্যৱহাৰ সৰ্বসাধাৰণ প্ৰজাৰ মাজত অধিক জনপ্ৰিয় আছিল। পিতলৰ কলহ, লোটা, চৰিয়া, টৌ, কাঁহৰ বাটি , কাঁহী, বান, মাইহাং, চৰিয়া, লোটা, তাল, থাল ইত্যাদি নিৰ্মিত হৈছিল।[১] কাঁহৰ শিল্পৰ লগত কঁহাৰ, পিতলৰ শিল্পৰ লগত মৰীয়া জনগোষ্ঠী জড়িত আছিল। তিৰুৰ পৰা

১। কাঁহেৰে নিৰ্মিত বৰতোপ এটাৰ কথাও জনা যায়।



আছিল। তিৰুৰ পৰা লো-মাটি উলিয়াই লো-শলীয়াই লো তৈয়াৰ কৰিছিল আৰু সেই লোৰে বৰতোপ, হাতহিলৈ, সৰু হিলৈ, হেংদান, তৰোৱাল, দা, কটাৰী, কোৰ, কাচি, লোৱলি বা লুহীয়া আদি নিৰ্মিত হৈছিল। দোলাৰ টেঁকৰ, পালেঙৰ শিতানৰ মূৰৰ অংশ সোণ খটুৱাই ব্যৱহাৰ কৰিছিল। ৰাং,[২] সীহ, দস্তা আদিৰো প্ৰয়োজনীয় ব্যৱহাৰ আছিল আৰু বুৰঞ্জীত এইবোৰ ধাতুৰ নামোল্লেখ পোৱা যায়। পাৰা বা পাৰদ ধাতু পুখুৰীৰ নাদত ঢালি পানী নিকা কৰিবলৈ ব্যৱহাৰ কৰা হৈছিল। অয়-অলঙ্কাৰত বহুমূলীয়া ৰত্ন, মণি, মুকুতা আদি খটুৱাই ধুনীয়া কৰিছিল। জাংফাই, থুৰীয়া অসমীয়া তিৰোতাৰ অতি প্ৰিয় আছিল। জাংফাই, প্ৰৱাল, বাখৰ আদি ব্ৰহ্মদেশৰপৰা অসমলৈ আহিছিল। চুণৰো বহুল ব্যৱহাৰ আছিল। চুণশিলৰপৰা তৈয়াৰ কৰা চূণ আৰু শামুক পুৰি কৰা চুণ[৩] দ'ল-দেৱালয়ৰ কৰাল তৈয়াৰ কৰোঁতে ব্যৱহাৰ কৰা হৈছিল। কাঁহ, পিতল, আঠধাতু, সোণ-ৰূপৰ অসংখ্য দেৱ-দেৱীৰ মূৰ্তি তৈয়াৰ হৈছিল।

আহোম যুগৰ সকলো শিল্পকে কুটিৰ-শিল্পই বুলিব লাগিব। অৱশ্যে এই শিল্পবিলাক পুৰুষানুক্ৰমে একো ফৈদ মানুহৰ হাতত আছিল। কঁহাৰ, কমাৰ, কুমাৰ, চমাৰ, সোণাৰি, তাঁতী, যোগী, তেলী, দৰ্জি, খনিকৰ, বাঁঢ় আদি খেলৰ সেই সেই শিল্পবিলাকৰ বিকাশ সাধনত আত্ম-নিয়োগ কৰিছিল। ৰজাই এইবোৰ শিল্পৰ কাম-কাজ পৰিচালনা কৰিবলৈ বিষয়া নিয়োগ কৰিছিল। মঙ্গোলীয়া সংস্কৃতিৰ নাম দিছে বাঁহ-সংস্কৃতি। বাঁহেৰে ঘৰ-দুৱাৰ সজাৰ উপৰিও তাঁতশালৰ সঁজুলি[৪], ঢেঁকীশালৰ সঁজুলি[৫], মাছধৰা সঁজুলি[৬], পেড়া, পেটাৰি, জপা, খাং টোপা সাজিছিল। বেতৰ জপা , টোনা ,খালৈ, তেলপেৰা বেতেৰী তৈয়াৰ কৰিছিল মাদুৰিবনৰ কঠ, পাটিদৈৰ শীতল পাটি, বাঁহৰ ঢৰা আদি ঘৰতে তৈয়াৰ কৰিছিল। মানুহে তেলীশালত ঘৰতে তেল পেৰিছিল; সেইদৰে কুঁহিয়াৰৰ খেতি কৰি গুৰো পগাইছিল। হাতীদাঁতৰ শিল্প বুৰঞ্জী বিখ্যাত।

## যুদ্ধ-বিদ্যা

আহোম যুগৰ যুদ্ধ-বিদ্যাৰ সৰাতোকৈ বৈশিষ্টাপূৰ্ণ বিষয় হ'ল দুৰ্গ ব্যৱস্থাৰ অভাৱ। যেনেকৈ স্থায়ী দুৰ্গ নাছিল, তেনেকৈ বেতনভোগী স্থায়ী সৈন্যবাহিনীও নাছিল। যথাৰ্থতে দেশৰ সকলো প্ৰাপ্তবয়স্ক পাইকেই একোজন সাধাৰণ সৈনিক। তেওঁবিলাকে দা, বাৰু, যাঠি বৰছা, ধেনু-কাঁড় লৈ যুদ্ধ কৰিব পাৰে। নাও বাব পাৰে, গড় বান্ধিব পাৰে আৰু যাৱতীয় কামো কৰিব পাৰে। জন্তুৰ ভিতৰত হাতী আৰু ৰাংকুকুৰ সৈন্য-বাহিনীৰ অঙ্গ আছিল। তাৰ বাবে প্ৰশিক্ষণপ্ৰাপ্ত কাজুৱা মাউত আৰু হাতীহে নিয়োগ কৰা হৈছিল; কিন্তু 'হিলৈদাৰী' বুলি বন্দুক-বৰতোপ পৰিচালনা কৰিবলৈ নিৰ্দিষ্ট খেলক নিযুক্তি দিয়া হৈছিল। যুদ্ধৰ বাবে প্ৰথমতে পাইকৰ মূল

২। ৰাং চলীয়া নামৰ খেলটোৱে ৰাং চালি উলিয়াইছিল।
৩। শামুক পুৰি চূণ তৈয়াৰ কৰা মানুহক চমাৰ বুলিছিল।
৪। শলি, চিৰী, চিপকাঠী, ব-চুঙা, ভাংমাৰি চালিমাৰি, ৰাঁচ, গৰকা ,কুৰ্মৰা, ফুলকাঠী কাঁইমাৰি, কাঁকিলামাৰি।
৫। ডলা, কুলা, চালনী, পাচি,খৰাহি , বাখৰু।
৬। ঠোহা, খোকা, জাকৈ, খালৈ, পাঁউৰি , হুকুমা, দলঙা , ডিঙৰা , উভতি, চেপা , বান ইত্যাদি।

তোলা হৈছিল আৰু যুদ্ধ ডাঙৰ হ'লে বা প্ৰয়োজন হ'লে দোৱাল তোৱালো পঠিওৱা হৈছিল। যুদ্ধৰ সমুখভাগত যুদ্ধ কৰিবলৈ সেনাপতি, পালি-সেনাপতিৰ তলে বছা বছা পাকৈত সৈন্য আৰু চোৰবছা নিয়োগ কৰা হৈছিল। তেঁওবিলাকে দিনটোত পালি এৰিব নোৱাৰিছিল। সেই সময়ত চাউল-সমলীয়াই পাছফালৰপৰা ভাপত দিয়া বৰা চাউলৰ টোপোলা ভাত, সান্দহগুড়ি, কৰাইগুৰি ,কোমল চাউল, গোট কৰাই আদি যোগাই আছিল। যুদ্ধৰ মাজত আজৰি উলিয়াই মাছ-পহু মাৰি ভোজ-ভাত খোৱাৰ কথা বুৰঞ্জীত পোৱা যায় । যুদ্ধৰ কামত কেতবোৰ খেল নিগাজীকৈ নিযুক্তি দিয়া হৈছিল, যেনে— ধনুচোঁচা, কাঁড়চোঁচা, যাঠিপতীয়া, বাবুৰতী, দাধৰা, হিলৈদাৰী, খাৰঘৰীয়া খাৰকৰীয়া, বৰছাধৰা ইত্যাদি। 'চোৰবছা' নামৰ অতি সলিসিয়ান, তীখৰ, বুদ্ধিয়ক এশ্ৰেণী সৈন্য আছিল আৰু ইহঁতে শত্ৰুৰ ছাউনীত চোবাং চাই, গতি-বিধি নিৰ্ণয় কৰি, কেতিয়াবা হিলৈত পানী ভৰাই থৈ আহিছিল।

যুদ্ধ-সন্ধি আদি গুৰুত্বপূৰ্ণ সিদ্ধান্তৰ বাবে ৰজাই ৰাজহুৱা অনুমতি পাবলৈ বৰমেল আহ্বান কৰিব লাগিছিল। বৰমেলত ৰজা-ডাঙৰীয়াকে আৰম্ভ কৰি টেকেলা, নেওগ, তামুলী, লিগিৰালৈকে সকলো স্তৰৰ বিষয়াই নিজৰ নিজৰ ঠাইত বহি উপস্থিত থাকিব লাগে। সাধাৰণতে ওপৰ খাপৰ বা-বিষয়াই মতামত দিলেও তামুলী-লিগিৰায়ো উচিত কথাত মাত মাতিব পাৰিছিল। সেই বৰমেলতে কোন বিষয়াই কিমান সামৰিক সমল যোগাব পাৰিব তাৰ হিচাব দিছিল। সেই বৰমেলতে ৰজাই যুদ্ধখনৰ বাবে বৰ সেনাপতি আৰু পালি সেনাপতি নিয়োগ কৰি জনাই দিছিল। আহোম সামৰিক ব্যৱস্থাত স্থায়ী সেনাপতি নাছিল। সাধাৰণতে ৰজা, ডাঙৰীয়া তিনিজনা, বৰবৰুৱা, বৰফুকন বা উচ্চ খাপৰ চ'ৰাৰ ফুকনক সেনাপতি নিয়োগ কৰিছিল। কেতিয়াবা তল খাপৰ বিষয়ায়ো সেনাপতি বাব পাইছিল। যুদ্ধক্ষেত্ৰৰ বাস্তৱ দায়িত্ব, সৈন্য-পৰিচালনা, গড়-প্ৰাঞ্চি নিৰ্মাণ আদি কাম ৰজাৰ অনুমতিসাপেক্ষে সেনাপতিৰ হাতত। কেতিয়াবা সমানে দুজন বা দুৰলীয়া সেনাপতি থকাৰো উদাহৰণ আছে। শৰাইঘাটৰ যুদ্ধত লাচিত বৰফুকন আৰু আতন বুঢ়াগোহাঁই ব্ৰহ্মপুত্ৰৰ দক্ষিণ আৰু উত্তৰপাৰে পূৰ্ণ ক্ষমতাৰ সেনাপতি আছিল। তদুপৰি দলীয় ভিত্তিতো (Group leadership) সেনাপতিয়ে সমানে কাম কৰা দেখা যায়। যুদ্ধৰ মাজতে কোনো গুৰুত্বপূৰ্ণ সিদ্ধান্তৰ প্ৰয়োজন হ'লে ৰজাৰ অনুমোদন ল'ব লাগিছিল। অকৃতকাৰ্য্য বা অসমৰ্থ বুলি প্ৰমাণিত হোৱা সেনাপতিক শাস্তি বিহা হৈছিল। বৰমেলৰ পাছত সৈন্যৰ আখৰা চলিছিল। এইকেইদিন ৰাতিক দিন কৰি ৰণৰ প্ৰস্তুতি চলাই সৈন্যক সক্ষম কৰি তোলা হৈছিল। সাধাৰণতে গড়গাঁৱৰপৰা দিখৌমুখলৈ বৰ আলিৰ দুয়োপাৰে দুদল সৈন্য ভাগ হৈ ভুৱা-ৰণ কৰিছিল। যুদ্ধৰ সমল কঢ়িয়াবলৈ হাতী আৰু নাও ব্যৱহাৰ কৰা হৈছিল। নৌ-বাহিনী আহোম যুগৰ যুদ্ধ-ব্যৱস্থাৰ এটা অপৰিহাৰ্য্য অঙ্গ। গড়গাঁও আৰু গুৱাহাটীত হাজাৰ হাজাৰ নাও নাওশলীয়া পানীফুকনৰ অধীনত ৰখা হৈছিল। গড়গাঁৱত বৰ নাওশাল, শাকবাৰী নাওশাল আৰু লাই নাওশাল নামৰ তিনিখন নাওশাল আছিল। এই নাওশালবোৰ একোখন শাখা নৈৰ নিচিনা; দিখৌ নৈৰ লগত সংলগ্ন । গুৱাহাটীৰ দীঘলী পুখুৰী আগতে ব্ৰহ্মপুত্ৰৰ লগত সংলগ্ন আছিল আৰু উজান বজাৰৰপৰা বিহাবাৰীয়েদি ভৰলু নৈৰ লগত সংযোগ কৰা হৈছিল। এইখনক লতাশিল নাওশাল বোলা হৈছিল । হাতীবৰুৱাৰ অধীনত হাতীৰ প্ৰশিক্ষন হৈছিল, 'হস্তীবিদ্যাৰ্ণৱ' পুথিত কেনেকুৱা হাতী যুদ্ধলৈ নিবলৈ ভাল, তাৰ লক্ষণ-কাৰণ বৰ্ণোৱা আছে। আহোম যুদ্ধ-ব্যৱস্থাৰ আন এটা উল্লেখ কৰিবলগীয়া বিষয় হল গড়। মাটিৰে নিৰ্মিত স্থায়ী গড়



কেতবোৰ থকাৰ উপৰিও যুদ্ধৰ সাময়িক প্ৰয়োজনীয়তা পূৰণ কৰিবলৈ পচলা-গড়, বাঁহ-গড়, বালি-গড় আদি নিৰ্মাণ কৰিছিল। সামৰিক গুৰুত্বপূৰ্ণ ঠাইত এলানিকৈ কলগছ পুতি তাৰ আঁৰত লুকাই শত্ৰুপক্ষলৈ কাঁড় মাৰিছিল। সেইদৰে বাঁহৰ গোঁজপুতিও তেনেকুৱা গড় তৈয়াৰ কৰিছিল। শৰাইঘাটৰ যুদ্ধৰ সময়ত আন্ধাৰু বালিয়েদি মোগল সৈন্য উজাই আহিব নোৱাৰাকৈ দুয়োকাষে শাৰী শাৰীকৈ গোঁজ পুতি, ভিতৰে নগাঢাৰী বান্ধি মাজত বালি দি গড় বন্ধা হৈছিল। স্থায়ী গড়বিলাকৰ বাহিৰফালে হাতীয়ে-মাউতে থাউনি নোপোৱা দ পানীৰ খাৱৈ আছিল। তদুপৰি গড়টোৰ গৰাটোত ঘন ঘনকৈ কাঁইটীয়া কোঁটোহা মোকাল বাঁহ ৰুই দিছিল। এইবোৰ গড় 'দেৱৰো দুৰ্গম' বুলি বিদেশীয়ে শলাগিছিল। গড়বিলাকৰ দিশ নিৰূপণ কৰোঁতে যুদ্ধৰ কৌশল খটুৱাইছিল। যুদ্ধ জয় কৰি আহিলে ৰাজধানীত বিৰাট উৎসৱ হৈছিল আৰু আহোমীয়ামতে পূজা-পাতলো হৈছিল। যুদ্ধযাত্ৰাৰ বাবে আহোম আৰু হিন্দু জ্যোতিষীৰ গণনাৰ ওপৰত নিৰ্ভৰ কৰা হৈছিল।

## সাহিত্য

আহোম যুগৰ অসমীয়া সাহিত্যৰ বুৰঞ্জীয়ে পুৰণি অসমীয়া সাহিত্যৰ সমগ্ৰ বুৰঞ্জীকে সামৰি আছে। এই যুগৰ সাহিত্যক দুটা ভাগত ভাগ কৰিব পাৰি (১) সত্ৰীয়া ঐতিহ্যৰ সাহিত্য আৰু ৰজাঘৰীয়া পৃষ্ঠপোষকতাত সৃষ্টি হোৱা সাহিত্য। সত্ৰীয়া পৰম্পৰাত সৃষ্টি হোৱা সাহিত্য মূলতঃ ধৰ্মমূলক। ধৰ্ম-গুৰুসকলৰ জীৱনৰ কাহিনীৰে ৰচিত গুৰুচৰিতসমূহৰ ৰীতিও ধৰ্মীয় সাহিত্যৰ অনুৰূপ। ৰামায়ণ, মহাভাৰত, পুৰাণ আৰু কিছুমান সংস্কৃত সাহিত্যৰ মুকলি অনুবাদ। প্ৰাচীন ভাৰতীয় গ্ৰন্থসমূহৰ ভাৱানুবাদ আৰু ছায়ানুবাদ লৈয়েই বৈষ্ণৱ সাহিত্যৰ ভঁৰাল পুৰঠ হৈ উঠিছে। কথা-গুৰুচৰিত কেইখন বাদ দিলে বাকী থকা ৰচনাসমূহ আৰু নাটকৰ গদ্য নিতান্তই কৃত্ৰিম আৰু জন-সাধাৰণৰ কথোপকথনৰ বাবে আচহুৱা। সি যি কি নহওক আহোম ৰজাসকলৰ দেৱোত্তৰ-ব্ৰহ্মোত্তৰ পাই প্ৰতিষ্ঠা লাভ কৰা সত্ৰসমূহেই এই শ্ৰেণী বৈষ্ণৱ সাহিত্য সৃষ্টি কৰিছে। দ্বিতীয় শ্ৰেণীৰ সাহিত্যত বৈষ্ণৱ আদৰ্শৰ ধৰ্মীয় ৰচনাৰ উপৰিও এক শ্ৰেণী ধৰ্মনিৰপেক্ষ ব্যৱহাৰিক সাহিত্য, বুৰঞ্জী আৰু শাক্ত সাহিত্যৰ জন্ম হয়। সাহিত্য সৃষ্টিৰ বাবে পোনপটীয়াকৈ পৃষ্ঠপোষকতা আগবঢ়ায় আৰু সেই উদ্দেশ্যে ধন-সোণৰ মাননিও যাচে। ভালেকেইখন পুথিৰ ভণিতাৰপৰা এই কথা স্পষ্টকৈ জানিব পৰা যায়।

স্বৰ্গদেওসকলৰ ভিতৰত জয়ধ্বজসিংহৰ নামেই পোন প্ৰথমে সাহিত্য-ৰচনাৰ লগত জড়িত থকা দেখা যায়। দিহিঙীয়া ৰজাই অৱশ্যে মেছাগড় পুখুৰী পাৰৰ বাহৰত মাধৱদেৱক ৰামায়ণ পাঠ কৰি শুনাবলৈ নিয়োগ কৰি সাহিত্যানুৰাগৰ চিন দৰশাইছিল। জয়ধ্বজসিংহই পদ্মপুৰাণৰ জনকৰ আখ্যানৰ পদ ৰচনা কৰাৰ উপৰিও আন পদ-পয়াৰ ৰচনা কৰে বুলি বুৰঞ্জীত উল্লেখ আছে। উক্ত গ্ৰন্থখনৰ মাত্ৰ দুটিমানহে পদ পোৱা গৈছে ; পূৰ্ণ পুথিখন উদ্ধাৰ হোৱা নাই। এই সময়ৰেপৰা আহোম ৰাজত্বৰ বেলি মাৰ যোৱালৈকে স্বৰ্গদেও,কুঁৱৰী, ডা-ডাঙৰীয়া, ৰাজকোঁৱৰ আদিৰ পৃষ্ঠপোষকতা লাভ কৰি নানাজনে সাহিত্য চৰ্চা কৰিছিল। এইসকলৰ ভিতৰত কবিৰাজ চক্ৰৱৰ্তীৰ বৰঙণি সৰাতোকৈ উচ্চ খাপৰ। ডা-ডাঙৰীয়াসকলৰ ভিতৰত ৰজাশহুৰ নাওবৈছা

ফুকন আৰু বাঁহগড়ীয়া আতন বুঢ়াগোহাঁইৰ পৃষ্ঠপোষকতা সৰ্বাতোকৈ আগ। ইয়াৰ পাছতেই কেন্দুগুৰিৰ দিলিহিয়াল ৰামচন্দ্ৰ বৰপাত্ৰ গোহাঁই। আতন বুঢ়াগোহাঁয়ে ভৱানীপুৰীয়া গোপাল আতাৰ আজ্ঞাপৰ শ্ৰীৰামদেৱৰ দ্বিতীয় পুত্ৰ ৰামানন্দ দ্বিজক আঁহতগুৰিত সত্ৰ পাতি দিয়াৰ উপৰিও 'শঙ্কৰদেৱৰ চৰিত' ৰচনা কৰিবলৈ নিৰ্দেশ দি নিজে এখনি বুৰঞ্জী লিখায়। ৰামানন্দ দ্বিজে ৰজাঘৰীয়া পৃষ্ঠপোষকতাতে তিনিকুৰি আঠোটা শাস্ত্ৰীয় গীতো ৰচনা কৰিছিল। ৰজাশহুৰ নাওবৈছা ফুকনৰ অনুৰোধক্ৰমে 'ভীষ্মপৰ্ব', ভদ্ৰসেন ফুকনৰ আদেশত 'হিতোপদেশ' আৰু তৰুণ দুৱৰা বৰফুকনৰ পৃষ্ঠপোষকতাত 'পুতলা চৰিত্ৰ' ৰচনা কৰে। তৰুণ দুৱৰাৰ প্ৰথমজন বৰফুকন হয় ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ দিনত (১৬৯৬-১৭১৪)। সম্ভৱতঃ শেষৰখন পুথি ৰামমিশ্ৰৰ বুঢ়া বয়সৰ ৰচনা। তেওঁৰ অৱশ্যে 'বৃন্দাবন চৰিত' নামৰ এখন পুথিত কাৰো পৃষ্ঠপোষকতাৰ উল্লেখ নাই যদিও জয়ধ্বজসিংহ নাইবা চক্ৰধ্বজসিংহৰ ৰাজত্বকালৰ ৰচনা। গদাধৰসিংহ ৰাজপাটত থকাৰ সময়তে ৰামচন্দ্ৰ বৰপাত্ৰ গোহাঁয়ে 'যোগিনীতন্ত্ৰ'ৰ বিষয়-বস্তু লৈ কীৰ্তনীয়া ঠাঁচত 'হয়গ্ৰীৱ মাধৱ' পুথি ৰচনা কৰে। সেয়ে হলে গদাধৰসিংহৰ ৰাজত্বকালৰপৰা (১৬৮১-৯৬) নিৰৱচ্ছিন্নভাৱে আহোম ৰাজত্বৰ বেলি মাৰ যোৱালৈকে এই দুশ বছৰৰ অধিককাল সাহিত্যৰ সৃষ্টি আৰু বিকাশৰ কাল।

ৰুদ্ৰসিংহ নিজে এজন সাহিত্য-সংস্কৃতি-সঙ্গীতৰ প্ৰতি গভীৰ অনুৰাগ থকা ৰজা আছিল। তেওঁ নিজে কেইটিমান গীত ৰচনা কৰাৰ উপৰিও ৰামনাৰায়ণ কবিৰাজ চক্ৰৱৰ্তীক ৰাজকবি পাতি ৰাজসভাত ৰাখিছিল। এওঁৰ পূৰ্বপুৰুষে জয়ধ্বজসিংহৰ দিনৰেপৰা ৰজাঘৰীয়া অনুগ্ৰহ লাভ কৰি আহিছিল আৰু শিৱসিংহৰ দিনলৈকে অব্যাহত আছিল। কবিৰাজে জয়দেৱৰ 'গীতগোবিন্দ'ৰ ভাঙনি এটি ৰুদ্ৰসিংহৰ পৃষ্ঠপোষকতাত ৰচনা কৰে। এৱেঁই একেজন ৰজাৰ আদেশক্ৰমে 'ভাস্বতী' নামৰ জ্যোতিষৰ পুথি এখনো ৰচনা কৰিছিল। শিৱসিংহ আৰু তেওঁৰ ৰাণী ফুলেশ্বৰী কুঁৱৰীৰ দাম্পত্য জীৱন যেনে ৰোমান্টিক, তেনে আদৰ্শৰ প্ৰতি আকৃষ্ট হৈয়েই 'শকুন্তলা কাব্য' আৰু 'শঙ্খচূড় বধ' ৰচনা কৰোৱায়। দুয়োখন পুথিয়েই আদিৰসাত্মক। তদুপৰি 'ব্ৰহ্মবৈৱৰ্ত পুৰাণ'ৰে 'কৃষ্ণ-জন্ম-খণ্ড' ও উক্ত ৰজা-ৰাণীৰ আদেশতে ৰচিত হয়। এইখন পুথিৰো শেষৰফালে বৃন্দাবনত কৃষ্ণ-গোপীৰ ক্ৰীড়া বৰ্ণনা আছে। ৰজাঘৰীয়া গীতৰ পুথি এখনত কবিৰাজ চক্ৰৱৰ্তীৰ ভালেমান আদিৰসাত্মক গীত পোৱা গৈছে। 'শঙ্খচূড় বধ' কাব্যৰ লগত কাহিনীৰ অৰ্থব্যঞ্জক ৰঙীন ছবিও আছে।

শিৱসিংহ, তেওঁৰ ৰাণী ফুলেশ্বৰী বা প্ৰমথেশ্বৰী আৰু অম্বিকাৰ পৃষ্ঠপোষকতাত কবিৰাজ চক্ৰৱৰ্তীৰ উপৰিও আৰু কেইবাজনো পণ্ডিতে কাব্য ৰচনা কৰে। তাৰে ভিতৰত অনন্ত আচাৰ্যৰ 'আনন্দ লহৰী', কবিচন্দ্ৰ দ্বিজৰ 'ধৰ্মপুৰাণ', ৰমানন্দ দ্বিজৰ 'বৃহৎ উষাহৰণ' আৰু সুকুমাৰ বৰকাথে 'হস্তীবিদ্যাৰ্ণৱ' ৰচনা কৰে। এই আটাইকেইখন পুথিয়েই সচিত্ৰ; আহোম যুগত সৃষ্টি হোৱা বৈশিষ্ট্যপূৰ্ণ চিত্ৰ-শৈলীৰ পৰিচায়ক। ইয়াৰ ওপৰিও এইজন ৰজা আৰু তেওঁৰ ভায়েক-কেইজনৰ ৰাজত্বকালত ভোলানাথ দ্বিজৰ 'শল্য পৰ্ব', দ্বিজ ৰমানন্দৰ 'উদ্যোগ পৰ্ব', দুৰ্গেশ্বৰ দ্বিজৰ 'ব্ৰহ্মবৈৱৰ্ত পুৰাণৰ প্ৰকৃতি-খণ্ড', কচিনাথ কন্দলিৰ 'চণ্ডী-পদ' আৰু 'কল্কি-পুৰাণ', লক্ষীনাথ দ্বিজৰ 'শান্তি পৰ্ব', বিদ্যাচন্দ্ৰ কবিশেখৰৰ 'হৰিবংশ' ৰচিত হয়। শিৱসিংহৰ পাছতেই অধিক পৃষ্ঠপোষকতা আগবঢ়োৱা ৰজাজন হ'ল ৰাজেশ্বৰসিংহ (১৭৫১-৬৯)। এইজনা ৰজাই 'কীচক বধ' নামৰ 'দেশীয় ভাষা'ৰ নাটক ৰচনা কৰি কবি-চূড়ামণি উপাধি লাভ কৰিছিল বুলি জনা যায়। তেওঁ খেয়াল-



টপ্পা জাতীয় কেতবোৰ শাস্ত্ৰ গীতো ৰচনা কৰিছিল। শেষৰফালে মোৱামৰীয়া বিদ্ৰোহ, মানৰ আক্ৰমণ আদিৰ বাবে সাহিত্য সৃষ্টিত বাধা আহিলেও বাগীশৰ 'নীতি-লতাঙ্কুৰ', শ্ৰীকান্ত সূৰ্য্যবিপ্ৰৰ 'ৰামচৰিত মানস', পৃথুৰাম দ্বিজৰ 'মুষলপৰ্ব', 'মহাপ্ৰাস্থানিক পৰ্ব', 'স্বৰ্গাৰোহণ পৰ্ব' ৰচিত হয়। ইয়াৰ উপৰিও এই কালছোৱাত ভৱকান্ত বিপ্ৰৰ 'সম্বৰাসুৰ বধ', লক্ষ্মীকান্ত দাসৰ 'কুমৰ-হৰণ', ধৰ্মদেৱ ভট্টৰ 'ধৰ্মোদয়', বিদ্যাপঞ্চানন কবিৰ 'শ্ৰীকৃষ্ণ-প্ৰয়াণ', কবিচন্দ্ৰ দ্বিজৰ 'কাম-কুমাৰ হৰণ', গৌৰীকান্ত দ্বিজৰ 'বিঘ্নেশ-জন্মোদয়', দীননাথ দ্বিজৰ 'শঙ্খচূড়-বধ'ৰ বিষয়ে ভালকৈ জানিব পাৰি। এটা কথা মন কৰিবলগীয়া যে, এই যুগৰ সাহিত্য সৃষ্টিত দৈৱজ্ঞ আৰু ব্ৰাহ্মণৰেই অৱদান বেছি। তালৈ চালে সংস্কৃত ভাষা-সাহিত্যৰো বিস্তৰ চৰ্চা হৈছিল; কিন্তু ইংৰাজ আগমনৰ লগে লগে সংস্কৃত ভাষাৰ চৰ্চা কমি যোৱাৰ ফলত অসংখ্য সংস্কৃত পুথি অনাদৰত পৰি নষ্ট হয়। সি যি কি নহওক, পৰিমান আৰু গুণ উভয় দিশ পৰ্য্যবেক্ষণ কৰি কব লাগিব, আহোম যুগৰ অসমীয়া সাহিত্যৰ বৰঙণি সঁচাকৈয়ে উচ্চ খাপৰ।

## বুৰঞ্জী-সাহিত্য

আহোমসকলৰ শ্ৰেষ্ঠ আৰু একক অৱদান বুৰঞ্জী-সাহিত্য। বুৰঞ্জী ৰচনাৰ ৰীতিয়েই নহয়, বুৰঞ্জীৰ লগতে আহোমসকলে লেখন-কলা, লিপি আৰু সংৰক্ষণ-ব্যৱস্থাৰে অসমীয়া সংস্কৃতিক চহকী কৰি তোলে। বুৰঞ্জী লিখা প্ৰথাৰ লগতে 'বুৰঞ্জী' শব্দটোও আহোমসকলে অসমীয়া ভাষালৈ দান দিয়ে। আজিকালি বুৰঞ্জী শব্দটো ইংৰাজী 'হিষ্টৰী' শব্দটোৰ সমাৰ্থক হিচাপে ব্যৱহৃত হ'লেও 'ক্ৰনিকল্' শব্দৰ লগতহে অৰ্থৰ অধিক সামঞ্জস্য আছে। অৱশ্যে স্থানবিশেষে 'এনালছ্' শব্দৰ সলনিও ব্যৱহাৰ কৰা হয়। বুৰঞ্জীবিলাকৰ বিষয়বস্তু বিচাৰ কৰি কেইটামান ভাগ কৰিব পাৰি (১) প্ৰাক্-আহোম যুগৰ বুৰঞ্জী, (২) আহোমযুগৰ বুৰঞ্জী, (৩) দাঁতিঅলীয়া বুৰঞ্জী, (৪) বিদেশৰ বুৰঞ্জী, (৫) চাং-ৰুং ফুকনৰ বুৰঞ্জী, (৬) চকীয়ালৰ বুৰঞ্জী, (৭) কটকী বুৰঞ্জী, (৮) সত্ৰীয়া বুৰঞ্জী ইত্যাদি। আহোমসকলে বুৰঞ্জীক ধৰ্ম-সাধন আৰু জ্ঞান অৰ্জনৰ মাধ্যম হিচাপে গণ্য কৰিছিল। চকলং কৰিবৰ সময়ত দৰা-কন্যাই বুৰঞ্জীৰ কাহিনী শুনাৰ নিয়ম আছিল। ডা-ডাঙৰীয়া আৰু বা-বিষয়াই বুৰঞ্জী লিখাই ঘৰত ৰখাৰ উপৰিও সাধাৰণ প্ৰজায়ো বুৰঞ্জীক পৱিত্ৰ ভাৱ, শ্ৰদ্ধা আৰু নিষ্ঠাৰে সংৰক্ষণ কৰিছিল। বুৰঞ্জীবোৰত নিজৰ নিজৰ বংশৰ গৌৰৱপূৰ্ণ কাহিনী আৰু বংশ-লতা লিখি ৰাখিছিল।

স্বৰ্গদেও চুকাফা অসমলৈ আহোঁতে লগত পূৰ্বপুৰুষৰ বুৰঞ্জী আৰু চিৰিং,ৰাই-লুং, ম'-হুং পণ্ডিত লৈ আহিছিল। তদুপৰি চুকাফাই অসমলৈ বুলি আহোঁতে নাম-কিউ অৰ্থাৎ ইৰাৱতী নৈ পাৰ হৈয়েই বুৰঞ্জী লিখিবলৈ পণ্ডিতক আদেশ দিছিল। সেইদিন ধৰি ঊনবিংশ শতিকাৰ মাজভাগলৈকে আহোম পৰম্পৰামতে বুৰঞ্জী লিখি ৰখাৰ নিয়ম ধাৰাবাহিকভাৱে চলি আছিল। এনেকুৱা বুৰঞ্জীৰ সংখ্যা ডেৰশমান হ'ব পাৰে বুলি অনুমান কৰিলেও মান-মৰাণৰ উৎপাত আৰু নৈসৰ্গিক কাৰণত ধ্বংস হোৱাৰ আৰু কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই বুৰঞ্জীদাহ অঘটন ঘটোৱাৰ আগতে কেইবা হাজাৰো বুৰঞ্জী আছিল বুলি ডাঠি কব পাৰি। এই বুৰঞ্জীবোৰ প্ৰত্যেকখনেই প্ৰত্যেকখনৰ অনুপূৰক আৰু পৰিপূৰক। বিভিন্ন ঠাই আৰু সময়ত লিখা বুৰঞ্জীবোৰত সেই সেই সময়ৰ ঘটনা সন্নিবিষ্ট হয়। বুৰঞ্জীবোৰ পোনতে আহোম ভাষাতহে লিখা হৈছিল; কিন্তু এই ৰীতি

মণিৰাম দেৱানৰ ফাঁচীৰ সময়লৈকে (১৮৫৮) অব্যাহত আছিল। চিৰিং ফুকন আৰু বৰচিৰিং বৰুৱাৰ তত্ত্বাৱধানত দেওধাই-বাইলুং পণ্ডিতে এই কাম কৰিছিল; কিন্তু আহোম মানুহে থলুৱা মানুহৰ লগত বিয়া-বাৰুৰ সম্বন্ধ ঘটোৱাত অনেকৰ মাতৃ-ভাষা অসমীয়া হ'বলৈ ধৰে। ফলত অসমত ৰাজ্য-স্থাপন কৰাৰ দুশ বছৰমান পিছৰপৰা ৰাজকীয় কাম-কাজ অসমীয়া ভাষাৰেও চলিবলৈ ধৰে। কোনো কোনোৱে যদিও অসমীয়া বুৰঞ্জীৰ প্ৰাচীনতম চানেকিৰ সময় সপ্তদশ শতিকা হ'ব পাৰে বুলি উল্লেখ কৰিছে বাস্তৱক্ষেত্ৰত ই অন্ততঃ দুই শতিকা উজাই যাব পাৰে। চতুৰ্দশ শতিকাত নিভাঁজ অসমীয়া ভাষাত মাধৱ কন্দলিৰ ৰামায়ণ ৰচিত হ'ব পাৰিলে, পঞ্চদশ শতিকাত সেই ভাষাৰে বুৰঞ্জী ৰচিত হ'ব নোৱাৰাৰ কোনো কাৰণ নাই। তাতে ১৫৫৫ চনত খোৱা ৰজাই নৰনাৰায়ণলৈ দিয়া চিঠিখন অসমীয়া গদ্যত লিখা আৰু এসেই চিঠিখন বুৰঞ্জীত সন্নিবিষ্ট হৈছে। তদুপৰি আন এটা ঐতিহাসিক ঘটনাই অসমীয়া বুৰঞ্জী ৰচনাৰ কাল পঞ্চদশ শতিকালৈ উজুৱাই নিয়াৰ সম্ভাৱনা আছে। চুহুংমুং দিহিঙীয়া ৰজাৰ দিনত (১৪৯৭-১৫৩৯) ৰজাৰ বংশ-পৰিয়াল আৰু বুঢ়াগোহাঁইৰ গোষ্ঠী অনেক বৃদ্ধি পোৱাত আৰু প্ৰত্যেকেই ৰাজকীয় মৰ্যাদা দাবী কৰাত ৰজাই সকলোকে বুৰঞ্জী আৰু বংশাৱলী দেখুৱাই নিজৰ দাবী সাব্যস্ত কৰিবলৈ আদেশ দিয়ে। যাৰ যাৰ হাতত বুৰঞ্জী আৰু লিখিত বংশৱলী আছিল তেওঁবিলাকক স্বীকৃতি দিলে। স্বীকৃতি পোৱা কোঁৱৰক ৰাজকোঁৱৰ বুলি, বাকীবোৰক ৰাজুৱাল কোঁৱৰ, সন্দিকৈ এনে নাম দিলে; সেইদৰে বুঢ়াগোঁহাই-বৰগোঁহাইৰ স্বীকৃত পৰিয়ালক গোঁহাই বুলি বাকীবিলাকক বিনৈগুটি কৰিলে। বুৰঞ্জী আৰু বংশাৱলী দেখুৱাব নোৱাৰাত অনেক প্ৰকৃত বংশধৰো এলাই-এথানি হ'ল। এই সময়তে আহোম মানুহৰ মাজত বুৰঞ্জী আৰু বংশাৱলী লিখাৰ ধুম পৰিল। ইতিমধ্যে প্ৰায়বোৰ আহোম মানুহেই অসমীয়াভাষী হৈ উঠাত কথনভংগীত মাজে মাজে আহোম ভাষাৰ শব্দ ব্যৱহাৰ কৰি আহোমীয়া বাক্য-গাঁথনিৰে বুৰঞ্জীও ৰচনা কৰিছিল; কিন্তু সম্প্ৰতি ষোড়শ শতিকাৰ আগৰ চানেকি পাবলৈ নাই। ৺হেমচন্দ্ৰ গোস্বামীৰ 'পুৰণি অসম বুৰঞ্জী'খন কেইবাখনো বুৰঞ্জীৰ সংকলন। তাৰে প্ৰথমৰপৰা চতুৰ্থ অধ্যায়লৈ এই অংশটো চুহুংমুং ৰজাৰ দিনত লিখা। সম্ভৱত: 'স্বৰ্গমহাৰাজাৰ বংশ নিৰ্ণয়' নামৰ পুথিখনেই সৰাতোকৈ পুৰণি চানেকি। ইয়াৰ ৰচনা-কাল ষোড়শ শতাব্দী; কিন্তু এটা কথা মন কৰিবলগীয়া— সৰহভাগ বুৰঞ্জীৰেই ৰচনা-কাল বা সামৰণি পৰিছে গদাধৰসিংহৰ ৰাজত্বকালত (১৬৮১-৯৬) তাৰে ভিতৰত বাঁহগড়ীয়া আতন বুঢ়াগোঁহাইৰ বুৰঞ্জীখন আৰু 'ৰামসিংহৰ যুদ্ধৰ কথা' যথাক্ৰমে (১৬৭৫-৭৭)[১] আৰু (১৬৭০) চনত ৰচিত হৈছিল। আহোম-মোগল সংঘৰ্ষৰ সুন্দৰ বিৱৰণ থকা এইখন বুৰঞ্জী এই সময়তে লিখা। এতিয়া প্ৰকাশিত হৈছে। কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰ বুৰঞ্জীদাহৰ পৰিণতি স্বৰূপে গদাধৰসিংহৰ পৰৱৰ্তী যুগৰ বুৰঞ্জী সৰহকৈ পাবলৈ নাই। তাৰে ভিতৰত শ্ৰীনাথ বৰবৰুৱাৰ 'তুংখুঙীয়া বুৰঞ্জী' আৰু নুমলি বৰগোঁহাইৰ 'চকৰিফেঁটী' বিখ্যাত। লক্ষ্মীসিংহৰ ৰাজত্বকালৰ 'বৰপাহী বুৰঞ্জী'খন বুৰঞ্জী আৰু সাহিত্য উভয় দিশৰপৰাই চহকী। শিৱসিংহ ৰজাৰ দিনত মনোহৰ বাইলুং ফুকনে এখন বুৰঞ্জী লিখিছিল বুলি ৰেড চাহাবে উল্লেখ কৰিছে।

আহোম ৰজাৰ অধীনত বুৰঞ্জী-লেখন, সংৰক্ষণ আৰু পৰ্যবেক্ষণৰ বাবে এটা সুকীয়া দপ্তৰ আছিল। তিনিজন ডাঙৰীয়াৰ ৰাজমন্ত্ৰীজন বুৰঞ্জী দপ্তৰৰ দায়িত্বত আছিল। তেওঁৰ অধীনত চিৰিং

১। লাক্নি তাওমিত বানা খুতচিঙ্গা



ফুকনে কাৰ্য পৰিচালনা কৰিছিল। চিৰিং ফুকনক বৰচিৰিং বৰুৱা, দেওধাই ফুকন, দেওধাই বৰুৱা, বাইলুং ফুকন আৰু বাইলুং বৰুৱাৰ উপৰিও মজিন্দাৰ বৰুৱা, কাকতি, কটকীয়ে সহায় কৰিছিল। ৰজাঘৰীয়া চিঠি-পত্ৰ, কটকী-বৈৰাগীৰ প্ৰতিবেদন, দাঁতিঅলীয়া বিষয়াৰ নথি-পত্ৰ, চকীয়ালৰ তথ্য-পাতি আদিৰ সমল গোটাই বুৰঞ্জী লিখা হৈছিল। সেইবাবে ৰজাঘৰীয়া বুৰঞ্জীবিলাকত কাৰো নাম নাছিল। তদুপৰি সঁচা কথা লিখি ৰজাঘৰীয়া ৰোষত পৰাৰ ভয়তো নাম নিলিখিছিল। পিছৰ যুগত পোহৰলৈ অহা বুৰঞ্জীৰ সৰহভাগতে সেয়েহে নাম পোৱা নাযায়। মাত্ৰ কেইখনমান বুৰঞ্জীতহে সংকলন কৰোঁতাৰ নাম পোৱা যায়। বাঁহগড়ীয়া আতন বুঢ়াগোঁহায়ে এখন বুৰঞ্জী লিখাইছিল। তেওঁৰ নিৰ্দেশতে শৰাইঘাটৰ যুদ্ধৰ বিতং বিৱৰণ যুগুত কৰা হৈছিল। লক্ষ্মীসিংহৰ দিনত নুমলি বৰগোঁহাই ৰাজমন্ত্ৰী হৈ থাকোঁতে 'চকৰিফেঁটী' নামৰ এখন বুৰঞ্জী লিখি কীৰ্তিচন্দ্ৰ বৰবৰুৱাক আক্ৰমণ কৰে। ইয়াৰ আগতে শিৱসিংহৰ আদেশত মনোহৰ বাইলুং ফুকনে 'বূ-পুত' নামৰ এখন বুৰঞ্জী যুগুত কৰে । ১৮০৩ চনত শ্ৰীনাথ দুৱৰা বৰবৰুৱাই 'শ্ৰীশ্ৰীতুংখুঙীয়া ৩ৰ বংশাৱলী' নামেৰে এখন বুৰঞ্জী লিখায়। কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ দিনত বুৰঞ্জী সংকলনৰ দায়িত্ব পূৰ্বৰ ৰাজমন্ত্ৰীৰ হাতৰপৰা বৰবৰুৱাৰ কৰ্তৃত্বলৈ নিয়ে। সেয়েহে কমলেশ্বৰ সিংহৰ ৰাজত্বত (১৭৯৫-১৮১১) শ্ৰীনাথ বৰবৰুৱাই বুৰঞ্জী সংকলন কৰাৰ সুবিধা লাভ কৰে। ইয়াৰ পিছতো পুৰন্দৰ সিংহৰ ৰাজত্ব কালত (১৮৩৩-৩৮) ৰাধানাথ বৰবৰুৱাৰ তত্ত্বাৱধানত কাশীনাথ তামুলী ফুকনে 'আসাম বুৰঞ্জী' ৰচনা কৰে। ইয়াৰ উপৰিও ধনঞ্জয় বৰগোঁহায়ে এখন, দুতিৰাম হাজৰিকাই এখন আৰু বিশ্বেশ্বৰ বৈদ্যাধিপে এখন বুৰঞ্জী ৰচনা কৰে। প্ৰথমখনত গমধৰ কোঁৱৰৰ বিদ্ৰোহৰ চাক্ষুস বিৱৰণ আছে আৰু শেহৰ দুখন পদ্যত লিখা। ইয়াৰ বাহিৰেও অপ্ৰকাশিত আৰু উদ্ধাৰ নোহোৱা বুৰঞ্জীৰ সংখ্যা এতিয়াও নিৰ্ধাৰণ কৰিব পৰা হোৱা নাই। আহোম বুৰঞ্জীবোৰৰ সমুখতে বুৰঞ্জী পুথি যাকে তাকে নিদিবলৈ শপত দিয়া আছে। সেইবাবে আজিকালিও আহোম মানুহে পুৰণি সাঁচিপতীয়া বুৰঞ্জী হস্তান্তৰ কৰিবলৈ টান পায়। পৰিণতিস্বৰূপে ব্যক্তিগত সম্পত্তি হিচাবে থকা অনেক বুৰঞ্জী উঁই ,পইতাচোৰা, নিগনি আৰু পোক-পতংগৰ হাতত নাশ হৈছে।

আহোম বুৰঞ্জীবিদে নিজৰ জাতি আৰু দেশৰ বুৰঞ্জী লিখাৰ উপৰিও যথাসম্ভৱ সমলেৰে প্ৰাক্-আহোম যুগৰ, দাঁতি-কাষৰীয়া ৰাজ্যসমূহৰ, বিদেশৰ আৰু কাৰিকৰী বিষয়ৰ বুৰঞ্জীও লিখিছিল। জনশ্ৰুতি, প্ৰাচীন সাহিত্যত পোৱা কথা আদিৰে প্ৰাক্-আহোম যুগৰ বুৰঞ্জী ৰচনা কৰিছিল। 'কামৰূপৰ বুৰঞ্জী' তেনে এখন বুৰঞ্জী। প্ৰাক্-আহোম যুগৰ আৰু সমসাময়িক যুগৰো কামৰূপৰ বিষয়ে লিখা বুৰঞ্জীখনত চন-তাৰিখৰ অভাৱ আৰু বুৰঞ্জীৰ লগতে জনশ্ৰুতিমূলক অনেক কথাই ঠাই পাইছে। আহোম যুগৰ বুৰঞ্জী অনেক। 'পুৰণি অসম বুৰঞ্জী ', 'সাতসৰী অসম বুৰঞ্জী,' 'অসম বুৰঞ্জী ' (ভূঞা) , 'অসম বুৰঞ্জী' (দত্ত), 'তুংখুঙীয়া বুৰঞ্জী', 'দেওধাই বুৰঞ্জী ' ছপা হৈ ওলাইছে। তদুপৰি ভালেমান বুৰঞ্জী সম্পাদিত বা অসম্পাদিত ৰূপত আলোচনীৰ পাতত সিঁচৰতি হৈ আছে। আহোম ৰজাসকলে যেতিয়া ওচৰ-চুবুৰীয়া বা কৰতলীয়া শাসনকৰ্তাসকলৰ সংস্পৰ্শলৈ আহিছিল, তেতিয়া সেই সেই ৰাজ্যৰ বিষয়ে যথাসম্ভৱ সমল যতাই বুৰঞ্জী ৰচনা কৰিছিল। 'জয়ন্তীয়া বুৰঞ্জী', 'কছাৰী বুৰঞ্জী', 'চুতীয়াৰ কথা', 'মেছৰ কথা', 'কোচৰ কথা', মিকিৰৰ কথা', 'নবাৰ কথা', নৰ্ত্তঙীয়াৰ কথা', খৈৰামৰ কথা' আদি বুৰঞ্জী বা অধ্যায়বোৰ এনে বুৰঞ্জীৰ চানেকি। সেই সেই জাতিৰ মাজত বুৰঞ্জী লিখাৰ প্ৰাচীন পৰম্পৰা নাথাকিলেও আহোম বুৰঞ্জীৰ অন্তৰ্গত

অধ্যায়বোৰৰপৰাই ৰাজনৈতিক আৰু সাংস্কৃতিক জীৱনৰ আভাস পাব পাৰি। আহোম ৰজাৰ কটকী-বৰাগীসকল ৰজাৰ চিঠি-পত্ৰ লৈ বিদেশলৈ যাব লাগিছিল। তেওঁবিলাকে বিদেশৰপৰা উলটি আহি প্ৰতিবেদন দিব লাগিছিল। 'ত্ৰিপুৰা বুৰঞ্জী', 'পাদশাহ বুৰঞ্জী', 'বৰ্দ্ধমানৰ বুৰঞ্জী' আদি এই শ্ৰেণীৰ পুথি। ৰজাৰ মুখ্য অভিযন্তা চাং-রুং ফুকনৰ কাৰ্য-কলাপৰ বিৱৰণ সংৰক্ষিত হৈছিল 'চাং-রুং ফুকনৰ বুৰঞ্জী'ত। 'কটকী বুৰঞ্জী', 'চকীয়ালৰ বুৰঞ্জী', 'সত্ৰীয়া বুৰঞ্জী' আদিও নিজ নিজ বিষয়ৰ বৈশিষ্ট্যপূৰ্ণ বুৰঞ্জী।

বুৰঞ্জীবোৰত ৰজা, ডা-ডাঙৰীয়াসকলে বিদেশলৈ যি চিঠি লিখে তাৰ নকল, বিদেশৰপৰা অহা চিঠি-পত্ৰ আদি গন্ধীয়া ভঁৰালত সংৰক্ষিত থাকে। ৰজাঘৰৰ তত্ত্বাৱধানত যেতিয়া বুৰঞ্জী সংকলন কৰা হয়, তেতিয়া এই চিঠিবোৰ বুৰঞ্জীৰ যথাস্থানত সন্নিবিষ্ট কৰা হয়। চিঠিবোৰৰ প্ৰশস্তিবচন অংশ সমাসবহুল সংস্কৃতৰ। মূল চিঠিখনৰ ভাষা অসমীয়া কিম্বা সংশ্লিষ্ট ৰাজ্যখনৰ মিশ্ৰিত ভাষা। চিঠিৰ লগত পঠোৱা সন্দেশ, উপহাৰ আদিৰ তালিকাও লগতে থাকে। তাৰ ফলত সাংস্কৃতিক সমল আদান-প্ৰদানৰ বিষয়ে এটা সহজ ধাৰণা কৰিব পাৰি। এই চিঠিবোৰৰ ভিতৰত নৰনাৰায়ণ ৰজাই খোৰা ৰজালৈ আৰু খোৰা ৰজাই নৰনাৰায়ণ ৰজালৈ দিয়া উত্তৰৰ চিঠি দুখনেই অতি প্ৰাচীন। এই চিঠি-পত্ৰবোৰৰপৰা ৰজাঘৰীয়া জীৱনৰ বিষয়ে অৱগত হোৱাৰ উপৰিও আজমতৰা, ৰমণী গাভৰু, বদন বৰফুকন আদিৰ চিঠিত ব্যক্তিগত জীৱনৰ মানৱীয় সুখ-দুখৰ কথাও পোৱা যায়।

বুৰঞ্জীবোৰ এহাতে বিশুদ্ধ তথ্য-পাতিৰ ওপৰত নিৰ্ভৰ কৰি লিখা বৈজ্ঞানিক বুৰঞ্জী ৰচনাৰ বহুমূলীয়া সমল আৰু আনহাতে সাহিত্যৰ উপাদানেৰে সমৃদ্ধ উচ্চখাপৰ সাহিত্যও। ঘটনাৰ সত্যতা আৰোপ কৰিবলৈ দিন-বাৰ, চন-তাৰিখ, দণ্ড-প্ৰহৰ আদিৰ উল্লেখ কৰা হয়; লগতে ঠাই, ঠাইৰ দূৰত্ব, ব্যক্তি, ব্যক্তিৰ বংশলতা আদিও সন্নিবিষ্ট থাকে। এনেকুৱা তথ্যবোৰে বিভিন্ন পুথিৰ মাজত সামঞ্জস্য ৰক্ষা কৰাত সহায়তা কৰে। বুৰঞ্জীবোৰত উপকথা, প্ৰবাদ, ফকৰা-যোজনা, প্ৰবচন, অৰ্থব্যঞ্জক খণ্ডবাক্য আদি এনেকৈ সোণত সুৱগা চৰাই ব্যৱহাৰ কৰা হৈছে যে, ই উচ্চখাপৰ সাহিত্যলৈ ৰূপায়িত হৈছে। ৰজা, ডা-ডাঙৰীয়া, বা-বিষয়া আৰু আনকি সাধাৰণ মানুহৰ উক্তিসমূহো বুৰঞ্জীত সংৰক্ষিত কৰা হৈছিল। তদুপৰি মানুহৰ আৱেগিক জীৱনৰ অনেক মনোমোহা কাহিনীও থোৰতে উল্লেখ কৰি বুৰঞ্জীৰ বুকুত সাহিত্যৰ ৰস সিঁচি দিছে। বুৰঞ্জী-সাহিত্য অসমীয়া গদ্য-ৰীতিৰ উৎকৃষ্ট চানেকি। সাধাৰণ মানুহৰ মুখৰ কথা আৰু ভাষাৰে লিখা অসমীয়া বুৰঞ্জী-সাহিত্য ভাৰতীয় ভাষাসমূহৰ ভিতৰতে একক আৰু অতুলনীয়।

## ব্যৱহাৰিক সাহিত্য

আহোম যুগৰ কাব্য-সাহিত্যৰ ৰীতি শঙ্কৰদেৱৰ বৈষ্ণৱ সাহিত্যই নিয়ন্ত্ৰণ কৰিছিল। পোনপটীয়া পৃষ্ঠপোষকতা নাপালেও ৰজাঘৰীয়া দেৱোত্তৰ-ব্ৰহ্মোত্তৰ পাই গজগজীয়া হোৱা সত্ৰসমূহতহে অধিক ধৰ্মীয় সাহিত্যৰ সৃষ্টি হৈছিল। এই পুথিবোৰত আদ্যোপান্ত ধৰ্মীয় আদৰ্শ বিয়পি আছে। বুৰঞ্জী-সাহিত্যৰ ৰীতি অনুগামী এক শ্ৰেণী 'কথাচৰিত' ৰচিত হ'লেও এই পুথিবোৰত কেতবোৰ অবাস্তৱতা আৰু অতিৰঞ্জন বিদ্যমান ; কিন্তু আহোম ৰজাঘৰৰ সংস্পৰ্শত এবিধ ব্যৱহাৰিক জীৱনৰ প্ৰয়োজনীয় সাহিত্যও সৃষ্টি হৈছিল। 'হস্তীবিদ্যাৰ্ণৱ' 'ঘোঁৰানিদান', 'শেন-পুথি' আদি



জনাজাত পুথিৰ উপৰিও মানুহৰ ৰোগ-ব্যাধি চিকিৎসাৰ বাবে নানান ঔষধৰ পুথি, নিদান আদি ৰচনা কৰোৱা হৈছিল। 'ৰসেন্দ্ৰ'ৰ ঘৰৰ মানুহে ৰসায়ন বিষয়ক চৰ্চা কৰাৰ উপৰিও ৰসায়ন সম্পৰ্কে বিৰাট পুথিও ৰচনা কৰিছিল। ব্যৱহাৰিক সাহিত্যৰ ভিতৰত 'হস্তীবিদ্যাৰ্ণৱ' এখন অতুলনীয় পুথি। 'নীতি-লতাঙ্কুৰ', 'হিতোপদেশ', 'ভাস্বতী', 'গণিত' আদিও ৰচিত হৈছিল। 'চাণক্য-শ্লোক'ৰো বহুল ব্যৱহাৰ আছিল। আন কি ঘৰ-দুৱাৰ নিৰ্মাণত প্ৰয়োজন হোৱা শিল, ইটা, খেৰ, বাঁহ, কামী, বেত আদিৰ হিচাপো লিখি থৈছিল।

## চিত্ৰ-কলা

টাই মানুহৰ গাঁৱত বৌদ্ধ-বিহাৰ থাকে। সেই বৌদ্ধ-বিহাৰত মুখা তৈয়াৰ কৰা, পুথি-লিখা, পুথি অলংকৰণ, চিত্ৰাংকন আদি শিল্প কলাৰ চৰ্চা হৈছিল। আহোমসকল বৌদ্ধ থকাৰ সময়ত তেওঁবিলাকৰ মাজতো এনে চৰ্চা আছিল। ১৪৭৩ চনতে অঙ্কন কৰা টাই ভাষাৰ সচিত্ৰ পুথি এখন পোৱা গৈছে। 'হস্তীবিদ্যাৰ্ণৱ' নামৰ সচিত্ৰ পুথিখনত দিহিঙীয়া ৰজাই দিয়া নিৰ্দেশৰ উল্লেখ থকালৈ চাই অতীজতে টাই ভাষাত এখন হাতী বিষয়ক পুথি আছিল। সেই পুথিখনত চিত্ৰ আৰু বিষয়-বস্তু লৈ শিৱসিংহৰ দিনত সুকুমাৰ বৰকাথে 'হস্তীবিদ্যাৰ্ণৱ'ৰ এটি বহুল সংস্কৰণ ৰচনা কৰে। সাঁচিপাত, তুলাপাত, পাট-মুগাৰ কাপোৰ, কাঠ-বাঁহৰ পাট আৰু পোৰামাটিৰ ভাস্কৰ্যৰ ওপৰত ৰং সানি চিত্ৰিত কৰা হৈছিল। মিৰজুমলাই গড়গাঁৱত পোৱা হোলোং ঘৰটোৰ খুটা আৰু বেৰে-দুৱাৰে ৰঙীন চিত্ৰ আছিল। অনেক সাঁচিপতীয়া পুথিত হেঙুল-হাইতাল ঘঁহি তাৰ ওপৰত লিখা হৈছিল। কাষে কাষে লতাপতীয়া ফুল আঁকিছিল। এনে পুথিক লতাকটা পুথি বোলা হৈছিল। কেতিয়াবা পাতখন সোণোৱালী বং দি চিক্‌চিকীয়া কৰি তাৰ ওপৰত লিখা হয়। মুগা আৰু পাটৰ কাপোৰত মাটিমাহ আৰু বৰাচাউলৰ মিহি কৰাল দি ডাঠ কৰি একেখন দীঘলীয়া কাপোৰকে জাপ জাপকৈ ভাঁজ কৰি তাত পুথি লিখাৰ উপৰিও ছবি আঁকিছিল। তুলাপাতো চিত্ৰ অঙ্কনৰ মাধ্যম আছিল। কাঠৰ পাট, কাঠৰ পেড়া, পুথিথোৱা পেড়া, ঠগা, খাট-পালেং আদিৰ ওপৰত চিত্ৰ অঙ্কন কৰা হয়। শিৱসিংহ ৰজাৰ ৰাজত্বত ৰজাঘৰীয়া পৃষ্ঠপোষকতাত 'বৃহৎ উষাহৰণ', 'গীতগোবিন্দ', 'আনন্দ লহৰী', 'শঙ্খচূড় বধ', 'ধৰ্মপুৰাণ' আৰু 'হস্তীবিদ্যাৰ্ণৱ'ৰ কাহিনীব্যঞ্জক চিত্ৰ অঙ্কন কৰা হৈছিল। ইয়াৰ বাহিৰেও সত্ৰসমূহত অনেক পুথি চিত্ৰৰে অলংকৃত কৰা হৈছিল। ৰজাই অসমৰ বাহিৰৰপৰাও চিত্ৰকৰ মাতি অনাইছিল। 'হস্তীবিদ্যাৰ্ণৱ'ৰ চিত্ৰকৰ দিলবৰ আৰু দোচাই এনে ধৰণৰ নিমন্ত্ৰিত শিল্পী আছিল যেন লাগে। বাৎসায়নৰ কামসূত্ৰত উল্লেখ থকা ভাৰতীয় চিত্ৰকলাৰ ৰূপভেদ, প্ৰমাণ, লাৱণ্য-যোজনা, সাদৃশ্য, বৰ্ণিকাভঙ্গ আদিৰ লগত অসমীয়া থলুৱা ৰীতিৰ অপূৰ্ব সমন্বয় ঘটিছিল। পিছৰ যুগৰ চিত্ৰবোৰত দেখ-দেখকৈ ৰাজপুত-মোগলাই সংমিশ্ৰিত ৰীতিৰ কেতবোৰ লক্ষণ পৰিলক্ষিত হয়। আন কি ভূষণ দ্বিজৰ 'গুৰুচৰিতত' সন্নিবিষ্ট শঙ্কৰদেৱৰ ছবিখন কোনোবা মোগল বাদশাহৰ ছবি যেন লাগে। অৱশ্যে বিজয় খনিকৰবদ্বাৰা অংকিত 'বনমালীদেৱৰ চৰিত' পুথিৰ চিত্ৰসমূহত কিন্তু সমসাময়িক যুগৰ ৰজাঘৰীয়া আৰু সত্ৰীয়া সাজ-পাৰৰ বৈশিষ্ট্য মন কৰিবলগীয়া। 'হস্তীবিদ্যাৰ্ণৱ', শঙ্খচূড় বধ' এই পুথি দুখনত শিৱসিংহ, ৰুদ্ৰসিংহ, গদাধৰসিংহ, ৰাণী অম্বিকা আদিৰ মনোৰম চিত্ৰ খনচেৰেকো আছে। 'লৱ-কুশৰ যুদ্ধ' পুথিখনো আহোম ৰজাঘৰৰে সম্পত্তি। আহোম ৰাজধানীক কেন্দ্ৰ কৰি

যেনেকৈ এক শ্ৰেণী ধৰ্মনিৰপেক্ষ সাহিত্য সৃষ্টি হৈছিল, ঠিক তেনেকৈয়ে এক বৈশিষ্ট্যসম্পন্ন চিত্ৰ-শৈলীও গঢ় লৈ উঠিছিল। 'চিত্ৰ-ভাগৱতো' এই যুগৰে, সম্ভৱতঃ অষ্টাদশ শতিকাৰ বস্তু। শঙ্কৰদেৱৰ মূল চিত্ৰ-ভাগৱত বুলি দাবী কৰা ভেঁটিটো গঢ় লৈ উঠাৰ কাৰণ হয়তো শঙ্কৰদেৱে দশম ৰচনা কৰিবৰ সময়ত কেতবোৰ কাহিনীব্যঞ্জক চিত্ৰ অংকন কৰিছিল আৰু পৰৱৰ্তী যুগৰ কোনোবা চিত্ৰকৰে পূৰ্বৰ বিষয়-বস্তু লৈ নতুনকৈ 'চিত্ৰ-ভাগৱত'খন অঙ্কন কৰে। সেয়েহে 'চিত্ৰ-ভাগৱত'ত অষ্টাদশ শতিকাৰ অসমৰ চিত্ৰশৈলীৰ লক্ষণ দেখা যায়। তদুপৰি এই যুগৰ চিত্ৰ-শৈলীৰ চানেকিৰে 'সুন্দৰাকাণ্ড', 'লঙ্কাকাণ্ড', 'কল্কিপুৰাণ', ৰত্নাৱলী' আদি সমৃদ্ধ হৈ উঠিছে। সম্পূৰ্ণ টাই-আহোম ৰীতিৰ অন্য পুথি বৰ্তমান পাবলৈ নাই। কিন্তু 'বানচেং', 'খৰিকামঙ্গল', 'কুকুৰা-ঠেং-চোৱা' আদি আহোম-জ্যোতিষৰ পুথি অৱশ্যে এতিয়াও আছে। এই চিত্ৰবোৰ দেখাত প্ৰাকৃতিক বা স্বাভাৱিক যেন লাগিলেও আচলতে প্ৰতীকধৰ্মী।

## সংগীত

প্ৰাক্-শঙ্কৰী যুগৰ সংগীতৰ পৰম্পৰা আহোম যুগলৈ বাগৰি অহাৰ লগতে শঙ্কৰদেৱৰ বিশাল প্ৰতিভাৰ সমন্বয় ঘটি অসমীয়া সংগীতক সমৃদ্ধ কৰি তোলে। তাতে ৰজাঘৰীয়া পৃষ্ঠপোষকতাৰ পৰশ লাগি সংগীতৰ বিকাশ ঘটায় আৰু বহুমুখী কৰি তোলে। ঘাইকৈ স্বৰ্গদেও ৰুদ্ৰসিংহৰ সংগীতানুৰাগৰ ফলত এহাতে থলুৱা বাঁহতলীয়া সংগীতেও ৰাজকীয় স্বীকৃতি লাভ কৰাৰ উপৰিও উত্তৰ ভাৰতীয় শাস্ত্ৰীয় সংগীতে ৰাজকাৰেঙত স্থান লাভ কৰে। প্ৰাক্-আহোম যুগৰ শাক্ত-শৈৱ মন্দিৰসমূহত দেৱদাসী আৰু দেওধনি নৃত্যৰ ব্যৱস্থা আছিল। আহোম যুগত ৰজাঘৰীয়া সুবিধা আগ বঢ়াই অধিক উৎসাহিত কৰা হয়। প্ৰায় আটাইবোৰ মন্দিৰৰ সমুখতে নাট-মন্দিৰ সংযোজিত হয় আৰু তাত নৃত্য-নাট্যানুষ্ঠানৰ আয়োজন কৰা হয় আৰু পুৰণি পদ্ধতিৰ ওজাপালি আৰু পুতলা-নাচো চলি আছিল। স্বৰ্গদেও গদাধৰসিংহই 'জোঙা ঢোল (খোল) বজাই নটিনী নন চুৱাবলৈ ' নিৰ্দেশ দিছিল যদিও পুতেক ৰুদ্ৰসিংহৰ সংগীতানুৰাগ অতি গভীৰ আছিল। বোধকৰোঁ পিতৃৰ জীৱিত কালতে পুতেকৰ সংগীতলৈ অতিপাত ৰাপ দেখি এই নিৰ্দেশ দিছিল। প্ৰকৃততে ৰুদ্ৰসিংহৰ দিনতেই অসমত সংগীতৰ বহুমুখী বিকাশ সাধন হয়। সত্ৰীয়া থুলৰ বৰগীত, নৃত্য আৰু নাটকৰ অনুষ্ঠানৰ পৃষ্ঠপোষকতা কৰাৰ উপৰিও ভাৰতীয় শাস্ত্ৰীয় নৃত্য-গীতৰ উৎকৰ্ষ সাধনৰো চেষ্টা কৰিছিল। আমাৰ ৰাজ্যৰপৰা নট-নটী পঠিয়াই হিন্দুস্থানত তাল-সুৰ শিকি আহিবলৈ উৎসাহিত কৰিছিল। তদুপৰি সম্ভৱস্থলত উত্তৰ ভাৰতৰপৰা হিন্দুস্থানী ৰাগ-সঙ্গীতৰ ওস্তাদ মতাই আনি ৰাজসভাত ৰাখিছিল আৰু স্থানীয় মানুহকো সংগীত বিষয়ক বৈজ্ঞানিক শিক্ষা ল'বলৈ নিয়োগ কৰিছিল।[১] তেওঁৰ দিনৰেপৰা তেওঁৰ আটাইকেইজন পুতেকৰ দিনতেই (১৭১৪-১৭৮০) ঠুংৰী, টপ্পা, গজল, খেয়াল আদিৰ চৰ্চা হৈছিল। ৰজাঘৰীয়া গীতৰ পুথিত ৰজাৰ ভণিতা থকা ভালেমান গীত পোৱা গৈছে। সংগীত প্ৰদৰ্শনৰ আয়োজন কৰি ৰজাই নিজে আমোদ লাভ কৰাৰ উপৰিও সময়ত বিদেশী অতিথিকো আপ্যায়িত কৰিছিল। তেনেকুৱা সংগীতৰ

১। এই সময়তে বঙালী সংকীৰ্ত্তনীয়া গীতেও অসমত ভুমুকি মাৰে ( ত্ৰিপুৰা বুৰঞ্জী, পৃ: ২)



প্ৰভাৱ খনচেৰেক ৰাজ-সত্ৰতো পৰিছিল আৰু আনকি বঙালী বৈষ্ণৱ পদাৱলী, জ্ঞানদাস, বংশীবদন, গোবিন্দদাস আদিৰ গীতেও ঠাই উলিয়াই লৈছিল। তদুপৰি ব্ৰহ্ম-সংহতিৰ সত্ৰসমূহত ৰজাঘৰৰ প্ৰভাৱ আৰু পৃষ্ঠপোষকতাৰ পৰিমাণ সময়ে সময়ে বৃদ্ধি পাইছিল। এই শ্ৰেণীৰ সত্ৰসমূহত শঙ্কৰ-মাধৱৰ বৰগীততকৈ অনিৰুদ্ধ, গোপালদেৱ আদিৰ গীতহে অধিক প্ৰচলিত।

ৰুদ্ৰসিংহৰ দিনতেই থলুৱা গীত-মাতৰ চৰ্চা অব্যাহত ৰাখিবলৈ 'গায়নৰ-বৰুৱা' বুলি এটা বিষয় সৃষ্টি কৰি তেওঁৰ অধীনত ঢুলীয়া,খুলীয়া, মৃদঙ্গীয়া, নেগেৰীয়া, কালীয়া, খুঁটিতালীয়া, নাচনিয়াৰ, বিয়াহ্-গোৱা, বীণোৱা, পদ-গোৱা আদি খেল পাতি দিছিল। ৰজা ভ্ৰমণত গ'লে ঢুলীয়া-খুলীয়াই আগে আগে ঢোল-খোল বজাই যোৱাৰ ৰীতি আছিল। তদুপৰি ৰজা ৰুদ্ৰসিংহই গছতলৰ বিহু মাতি আনি ৰংপুৰৰ ৰংঘৰৰ চোতাল পোৱাইছিলহি। ঢুলীয়া-নাচনীৰ প্ৰতিযোগিতা পাতি বঁটা-প্ৰসাদ দি উৎসাহিত কৰিছিল। তেতিয়াৰেপৰা ৰাজ্যৰ বিভিন্ন ঠাইৰ হুঁচৰি আহি ৰজাঘৰত হুঁচৰি গোৱাৰ নিয়ম প্ৰচলিত হ'ল। পাকৈত নাচনীয়ে নাচ দেখুৱাই ৰাজকাৰেঙত লিগিৰীবাৰ লোৱাৰ কথাও জনা যায়। ফুলেশ্বৰী কুঁৱৰী দেৱৰগাঁৱৰ শিৱদ'লৰ নটিনী আছিল। ৰজাই ফুলমতীৰ ৰূপ আৰু নৃত্য-পাৰদৰ্শিতাত মোহ গৈহে লিগিৰী কৰি আনি 'বৰ-ৰজা পাতিবলৈ প্ৰয়াস পাইছিল। আহোম যুগতেই 'বেলাড'বা মালিতা শ্ৰেণীৰ গীতবোৰ সৃষ্টি হৈছিল। মালিতা গাই জনসাধাৰণক আমোদ দি ফুৰা এবিধ মানুহ আছিল। 'বৰাগী' খেলৰ মানুহে ঠায়ে ঠায়ে গীত গাই ফুৰি প্ৰকৃততে চোৰাং চাই ফুৰিছিল। 'চিকণসৰিয়হৰ গীত', 'নাহৰৰ গীত', 'জয়মতী কুঁৱৰীৰ গীত', 'ফুলকোঁৱৰ-মণিকোঁৱৰৰ গীত', 'কাচন কুঁৱৰীৰ গীত', 'জনা গাভ'ৰুৰ গীত', 'গৌৰীনাথসিংহৰ গীত' আদি এই যুগৰে ৰচনা। বীণ, টোকাৰী, খুঁটিতাল বজাই এই গীতবোৰ গোৱা হৈছিল। এনেবোৰ গীত-গোৱা সাধাৰণ গায়কেও ৰজাঘৰৰপৰা সমাদৰ পাইছিল।

আহোম ৰজাসকলে হিন্দুধৰ্ম গ্ৰহণ কৰি সত্ৰসমূহ প্ৰতিষ্ঠা কৰিয়েই ক্ষান্ত নাছিল, শঙ্কৰী সংস্কৃতিৰ বিকাশৰ অৰ্থে আত্মনিয়োগ কৰিছিল।'নাচনিয়াৰ' খেল পাতি চালি-নাচ, নটুৱা-নাচ, গোপী-নাচ, ৰাসৰ নাচ, সূত্ৰধাৰী নাচ আদি ৰজাৰ ৰাজসভাত প্ৰদৰ্শন কৰাৰ নিয়ম কৰিছিল। ৰুদ্ৰসিংহ স্বৰ্গদেৱে শুভংকৰ কবিৰ 'শ্ৰীহস্ত মুক্তাৱলী' খন সুচান্দ ৰাই ওজাৰ হতুৱাই অসমীয়ালৈ অনুবাদ কৰাইছিল। 'সঙ্গীত দামোদৰ' আদি পুথিও সত্ৰসমূহৰ মাধ্যমতে চৰ্চা হৈছিল। সূত্ৰধাৰ, নটুৱা আদিৰ সাজপাৰত মোগলাই আৰ্হিৰ প্ৰভাৱ পৰাটো আহোম ৰাজসভাৰেই পৰোক্ষ কৃতিত্ব। আনপিনে ওজাপালি, দেওধনি আদি অনুষ্ঠানৰ লগতে ৰাজসভাত অতি আড়ম্বৰেৰে ভাওনা অনুষ্ঠিত হৈছিল। ৰাজেশ্বৰ সিংহৰ দিনত 'ৰাৱণ বধ', গৌৰীনাথ সিংহৰ দিনত (১৭৮০-৯৫) 'পদ্মাৱতী হৰণ', কমলেশ্বৰ সিংহৰ দিনত 'ৰুক্মিণীহৰণ', 'অক্ৰুৰাগমন' আদি নাটকৰ ভাওনাৰ কথা বুৰঞ্জীত উল্লেখ আছে। বুৰঞ্জীত উল্লেখ নকৰাকৈ এইদৰে নিশ্চয় অনেক ভাওনা অনুষ্ঠিত হৈছিল। খনচেৰেক নাটক ৰজাঘৰীয়া পৃষ্ঠপোষকতাত লিখা হৈছিল যদিও মঞ্চস্থ কৰাৰ উল্লেখ নাই। এইবোৰৰ ভিতৰত 'সম্বৰাসুৰ বধ' 'কুমৰ হৰণ', 'ধৰ্মোদয়', 'কাম-কুমাৰ হৰণ', 'বিঘ্নেশ জন্মোদয়', 'শঙ্খচূড়বধ', আদি উল্লেখযোগ্য। এই সময়ছোৱাতে অসমীয়া সংগীতে, ঘাইকৈ সত্ৰীয়া নৃত্যই ৰজাঘৰে-প্ৰজাঘৰে বিপুল জনপ্ৰিয়তা অৰ্জন কৰে।

## সাজপাৰ অয়-অলংকাৰ

আহোম যুগ সাজ-পাৰ আৰু অয়-অলংকাৰৰ বাহুল্যৰ যুগ। আহোমসকলে পূৰ্বতে ক'লা কাপোৰ পিন্ধিছিল। বুৰঞ্জীত আহোম মানুহৰ বৰ্ণনা দিওঁতে কৈছে, "মানুহবোৰ লণ্ডা-মুণ্ডা, গাতো কলীয়া কাপোৰ।" শকত-আৱত মানুহবোৰ, পিন্ধনত ক'লা কাপোৰ। পিছলৈ আহোম মানুহে ক'লা কাপোৰ এৰি বগা কাপোৰ পিন্ধিবলৈ ধৰে। তেওঁবিলাকৰ তেজ-মঙহৰ সম্বন্ধ থকা খামতি-ফাকিয়াল আৰু শ্যানসকলে এতিয়াও ক'লা কাপোৰ পিন্ধে। আহোমসকলে নিজৰ জাতীয় ৰীতি এৰি পেলোৱা বাবে এতিয়াও 'টাই-ম্যুং-নুন্' অৰ্থাৎ বগা কাপোৰ পিন্ধা টাই বুলি ভিতৰুৱাকৈ ইতিকিং কৰে। আহোম শাসননীতিত সকলো বিষয়াৰ বাবে শ্ৰেণী অনুসৰি সাজ-পাৰ নিৰ্ধাৰিত আছিল। ঘাইকৈ মূৰত মৰা পাগুৰি আৰু গাৰ চেলেং কাপোৰে কাৰ কি মৰ্য্যাদা কৈ দিছিল। গাত চুৰিয়া-চোলা আৰু মূৰত পাগুৰি মাৰিছিল। মতা-তিৰোতা উভয়েই মূৰত চেলেং কাপোৰ জাপি মেৰিয়াই লৈছিল। পাট আৰু মুগা কাপোৰৰ পাগুৰি অধিক জনপ্ৰিয় আছিল। 'শঙ্খচূড়বধ' কাব্যত অংকিত গদাধৰসিংহৰ ছবিটোৰ মূৰত শ্যান্ আৰ্হিৰ 'ফটো'হে আছে; আনপিনে ৰুদ্ৰসিংহৰ ছবিত কিন্তু মোগলাই পাগুৰি দেখা যায়। সদৰামিনৰ মতে পূৰ্বতে সাধাৰণ মানুহেও মূৰত 'ফটো' মাৰিছিল। চুতীয়া আৰু ভূঞাৰ সংস্পৰ্শলৈ অহাৰপৰা বচোৱাল, টঙালি, হাঁচতি আদিৰ আৰ্হি সলনি হয়। সাজ-পাৰত অধিক পৰিৱৰ্তন আৰু বিকাশ ঘটে ৰুদ্ৰসিংহৰ ৰাজত্বত। তেওঁ বৈৰাগী পঠিয়াই মোগল ৰীতিৰ সাজ-পাৰ অনাই ফাকুযাত্ৰাৰ দিনা ডা-ডাঙৰীয়াসকলক বঁটা দিয়ে। প্ৰথমতে বিদেশী সাজ-পাৰ বুলি নিন্দা কৰিলেও পিছলৈ গ্ৰহণ কৰে। সেয়ে অসমত মোগলাই পাগুৰি, চৌগা-চাপকন প্ৰচলনৰ সূচনা। তেওঁ মিহি সূতাৰ তাঁত ববলৈ আৰু কাপোৰ সিবলৈ দৰ্জিও অনাইছিল। অৱশ্যে আহোম যুগত গুৱালকুছি-পলাশবাৰীৰ মিহি কাপোৰৰ নাম আছিল। পাট,মুগা আৰু এৰীৰ প্ৰচলন অধিক আছিল। ৰজাঘৰৰ বাবে মুগাৰ কাপোৰ ৰজাঘৰীয়া চোমনিত পোহা হৈছিল। চোমনি গাঁও, চোমদাৰ, কাটনি, জোলা, যুগী আদি গাঁও আৰু খেলে পলু পুহি সূতা উলিওৱা কাম কৰিছিল।[১] কপাহৰ ব্যৱহাৰো আছিল; কিন্তু কপাহ সাধাৰণতে পৰ্বতৰপৰাহে আহিছিল। কপাহসেৰা, কপহুৱা আদিয়ে কপাহৰ অতীতলৈ সোঁৱৰণি আনে। সাধাৰণতে পাটৰ ৰিহা-মেখেলা-চেলেং, মুগাৰ চোলা-চুৰীয়া, ৰিহা-মেখেলা, এৰীৰ চেলেং, ছকঠীয়া সাতকঠীয়া আদি কাপোৰ তৈয়াৰ হৈছিল। মুগাৰ জুথৰী-সূতাৰে ডাঠ-মজবুত এৰীয়া কাপোৰ বৈছিল আৰু এনেকুৱা কাপোৰ কেইবাপুৰুষো ধৰি ভালেৰে আছিল। এৰী, মুগা, আৰু পাট এই তিনিও বিধ সূতাই দীৰ্ঘস্থায়ী আৰু চিক্চিকীয়া আছিল। আহোম যুগত মেজাংকৰী আৰু চঁপাপতীয়া কাপোৰ অতি মানী আৰু আদৰৰ আছিল। মুগাপলু চোম, সোঁৱালু বা দীঘলতি গছত নেমেলি মেজাংকৰী আৰু পাণচঁপা গছৰ পাত খাবলৈ দিলে সূতাবোৰ টান আৰু ক্ৰমে সোণ আৰু ৰূপ বৰণীয়া হয়। নিজে মুগা পোহা সাধাৰণ মানুহৰ ঘৰতো মেজাংকৰী আৰু চঁপাপতীয়া কাপোৰ ব্যৱহাৰ হৈছিল। শিৱসাগৰৰ অঞ্চলবিশেষত চঁপাপতীয়া আৰু ডিব্ৰুগড় জিলাৰ দক্ষিণ আৰু শিৱসাগৰৰ পূব অঞ্চলত মেজাংকৰী সূতা উৎপাদন হৈছিল। কোনো

১। কপাহ-কাটনি, পাট-কাটনি, জোলা-কাটনি আৰু মেজাং-কাটনি এই চাৰিটা কাটনি খেল পাতি চাৰিজন ভূঞাক উক্ত কাটনিখেলৰ মূখ্য কৰি দিছিল (বুৰঞ্জী বাৰেভূঞাৰ, পৃ: ৪০-৪২)



কোনো অঞ্চলত এৰীসূতা অতি মিহিকৈ কাটি তাৰে যাউতিযুগীয়াকৈ ৰিহা-মেখেলা বৈ লৈছিল।

অসমীয়া মানুহৰ সাজ-পাৰৰ প্ৰাচুৰ্য অন্যান্য অনেক জাতিতকৈ অধিক। নানা বৰণৰ আঁচুসূতা আৰু গুণাৰে ফুলাম কাপোৰ বোৱাত অসমীয়া শিপিনী অতি পাকৈত আছিল। কাপোৰত লতাপতীয়া ফুলৰ উপৰিও বিবিধ জ্যামিতিক চানেকি ব্যৱহাৰ কৰিছিল। সিংখাপ-কিংখাপ ঘৰতে বৈ উলিয়াইছিল। অসমীয়া বস্ত্ৰ-শিল্পত সকলো জাতি-উপজাতিৰ ৰীতি-নীতিৰ সমন্বয় ঘটিছিল। মণিপুৰ, জয়ন্তা, নৰা, ভোটান আদি দাঁতিঅলীয়া ৰাজ্যবিলাকৰপৰা বিবিধ কাপোৰৰ আৰ্হি অসমীয়া সাজপাৰৰ লগত মিলি গৈছিল। আহোম যুগত বিভিন্ন ৰুচি আৰু সম্ভ্ৰমৰ জোখাৰে কাপোৰ পিন্ধিছিল। শাড়ীৰ ব্যৱহাৰ নাছিল। কোচ ৰজাই চিঠিৰ লগত পঠোৱা শাড়ী ৫ খন দেখি আহোম ৰজাই মন্তব্য কৰিছিল, 'সাড়ী ৫ খন যি আনিছ, আমাৰ দেশত যি খাৰ্চ্চই আছে, তাইহঁতেহে ই সাড়ী পিন্ধে।' অৰ্থাৎ ভাল মানুহৰ তিৰোতাই ৰিহা-মেখেলাহে পিন্ধিছিল। আহোম তিৰোতাই পোনতে মূৰত ওৰণি নলৈছিল, পাগুৰিবদৰে কাপোৰ মেৰিয়াই লৈছিল। গাত চোলা পিন্ধিছিল। পুৰুষে চুৰিয়া আৰু গাত চুটিচোলা, মিৰ্জাই বা ফটুৱৈ পিন্ধিছিল। ডা-ডাঙৰীয়া, বা-বিষয়াসকলে মৰ্যাদা অনুসৰি চোলা পিন্ধিছিল। কঁকালত বচোৱাল-টঙালি বান্ধিছিল।

টাই-আহোমসকল ইউনান আৰু উত্তৰ ব্ৰহ্মাত বাস কৰিবৰ সময়ৰেপৰা সোণেৰে চহকী আছিল আৰু বহুমূলীয়া বাখৰপতা বা বাখৰখঁজা অলংকাৰ ব্যৱহাৰ কৰিছিল। ৰজাই জোৰণ দিবলৈ আগবঢ়োৱা অলংকাৰৰ তালিকাত আহোম যুগত ব্যৱহাৰ হোৱা বিভিন্ন ধৰণৰ অলংকাৰৰ নাম পোৱা যায়। সোণ, ৰূপ, তাম তিনিওবিধ ধাতুৰে অলংকাৰৰ ব্যৱহাৰ আছিল। সাধাৰণ শ্ৰেণী মানুহৰ মাজত পিতলৰ অলংকাৰো ব্যৱহৃত হৈছিল। ৰূপ আৰু তামৰ ওপৰত পতাসোণ লগাই আৰু সোণৰ পানী চৰাই অলংকাৰ তৈয়াৰ কৰিছিল। অলংকাৰৰ শ্ৰেণীবিভাগ কৰিলে পুৰুষতকৈ তিৰোতাৰ অলংকাৰৰ পৰিমাণ অধিক। পুৰুষে হাতত আঙঠি, ডিঙিত শিলিখা-মণি, মতা-মণি, কাণত কঁৰিয়া আৰু লোকাপাৰ, বাহুত বাজু পিন্ধিছিল। তিৰোতাই সকলো অংগতে অলংকাৰ পিন্ধিছিল। এনে লাগে, আহোম যুগৰ এগৰাকী সম্ভ্ৰান্ত তিৰোতাৰ গাত কুৰি-ডেৰকুৰি তোলা সোণ ওলমি আছিল। অলংকাৰবোৰ উকা, বাখৰুৱা, বাখৰপতা, মিনাকৰা, হীৰাপতোৱা আদি ভাগত ভাগ কৰিব পাৰি। উদাহৰণস্বৰূপে জাংফাই কেৰু এযোৰ উকা[১], বাখৰুৱা[২] নেজেপতা[৩], বুলি কব পাৰো। সেইদৰে থুৰীয়া, বিৰি আৰু মণিকো উকা-বাখৰুৱা বুলি দুভাগত ভগাব পাৰি। তিৰোতাই মূৰৰ সেওঁতাৰেপৰা আৰম্ভ কৰি কপাল, কাণ, ডিঙি, হাতৰ ঠাৰি, আঙুলি, বাহু, কঁকাল, ভৰি আদিত এপদ-দুপদ বা কেতিয়াবা কেবাপদো অলংকাৰ পিন্ধিছিল। শিৰত শিৰপতা; কপালত কপালী; খোপাত সোণ-ৰূপৰ ফুল; ডিঙিত জোনবিৰি, ঢোলবিৰি, ঢৰীয়াবিৰি, শিলিখাবিৰি, পাৰচকুৱা বিৰি, লতা-বাখৰুৱা বিৰি, মাদলি, মগৰমুৰী বিৰি, গেজেৰা, বেনা, দুগদুগী, সাতসৰী, ধোপামণি, চিপাত, গলপতা, শিলিখামণি, ফুটিমণি, চন্দ্ৰহাৰ, সোণে-পোৱালে বনকিয়াই কৰা মণি; পুৰুষে ডিঙিত লতামণি; কাণত লোকাপাৰ কঁৰিয়া; তিৰোতাই কেৰু , থুৰীয়া— নেজেপতা, বাখৰুৱা, বৰৈলগা, উকা জাংফাই, নেজেপতা জাংফাই আৰু

১। উকা মানে সুদা জাংফাই।
২। বাখৰুৱা মানে ওপৰফালে সোণ খটুৱাই বাখৰ পতায়।
৩। নেজেপতা মানে তলে-ওপৰে সোণ খটুৱাই বাখৰ পতায়।

বাখৰুৱা জাংফাই, লং কেৰু, কাণফুল, কৰ্ণবালা, নাকত নাকফুলি, নাকফুটি, হাতৰ বাহুত বাজু, হাতৰ ঠাৰিত মুঠি খাৰু, গামখাৰু, সঁচৰুৱা খাৰু, পটীয়া খাৰু, মগৰমুৰী খাৰু, গোটা খাৰু, কংকণ, ডলীয়া খাৰু-উকা, বাখৰুৱা, মিনাকৰা; আঙঠি— চিৰিপতা, শেনেপতা, জেঠীনেজীয়া, পাৰচকুৱা, ম'ৰানেজীয়া, পদুমকলি, বাবৰিবছা, মাছ-বাকলীয়া, হীৰাপতা, বাখৰুৱা, উকা। ৰজাঘৰীয়া মোহৰ লগাই কৰা আঙঠিক মোহৰী আঙঠি বোলে। তদুপৰি কঁকালত চন্দ্ৰহাৰ, কৰধনি, কঁকালী, ঘাগৰ আদি অলংকাৰৰো প্ৰচলন আছিল। বুৰঞ্জীবোৰত ৰজাঘৰীয়া বিয়াৰ জোৰণ আৰু পত্ৰসন্দেশৰ লগত দিয়া অলংকাৰৰ তালিকাত আৰু কিছুমান অয়-অলংকাৰৰ নাম পোৱা যায়। পেচন্দাৰ, কলক, কঙ্কা, ঝুনুৰ, নখচন্দ্ৰিকা, উঝন্টি, কেয়ূৰ, মুকুট, কিৰীটি আদি অন্যান্য অলংকাৰৰ ব্যৱহাৰ সেৰেঙা হ'লেও পুৰণি সাহিত্যত উল্লেখ পোৱা যায়। এইবোৰ ধাতুৰ অলংকাৰৰ বাহিৰেও একালত জীৱ-জন্তুৰ দাঁত-নখ আদিৰে অলংকাৰ তৈয়াৰ কৰা হৈছিল। হাতীদাঁতৰ খাৰু, আঙঠি, কেৰু, মণি আদি বিশেষ জনপ্ৰিয় আছিল। গাহৰিৰ দাঁত, বাঘৰ নখ, হৰিণৰ হাড় আদিৰেও কোনো কোনোৱে অলংকাৰ তৈয়াৰ কৰি পিন্ধিছিল। কাউৰী-মণি, ৰুদ্ৰাক্ষ-গুটি, সাপৰ বাজহাঁড় আদিৰেও মণি পিন্ধিছিল।

## ঘৰ-দুৱাৰ, খেতি-বাতি, খাদ্য-সম্ভাৰ

আহোম যুগৰ ঘৰ-দুৱাৰৰ আকাৰ-প্ৰকাৰ, সা-সঁজুলি আদি কুৰি শতিকাৰ আৰম্ভ নিলৈকে একে আছিল। বগীতাম বা টিনপাত, চিমেন্ট আদি সমল ওলোৱাৰ লগে লগে বিলাতী চানেকিৰ ঘৰ সাজিবলৈ আৰম্ভ কৰে। আগৰ দিনত সম্ভ্ৰান্ত মানুহৰ কেইবাটাও ঘৰ লগালগিকৈ আছিল। বৰঘৰ, মাৰলঘৰ, চ'ৰাঘৰ আৰু আখলঘৰ, গোহালি, ভঁৰাল, গোসাঁইঘৰ আছিল। সাধাৰণ মানুহৰো বৰঘৰ আৰু মাৰলঘৰ এই দুটা ঘৰ আছিল। বৰঘৰৰ ভিতৰত বেৰৰ একাষেদি দীঘলীবাট আৰু ইটো কাষত কোঠালিয়েপতি সুকীয়া সুকীয়া পৰিয়াল বাস কৰিছিল। সাধাৰণতে গোসাঁই-মহন্ত আৰু ডা-ডাঙৰীয়াৰ পদুলিমুৰত বাটচ'ৰা আছিল। ঘৰৰ ভিতৰত প্ৰয়োজনীয় সকলো সা-সঁজুলি ঠায়ে ঠায়ে থোৱা হৈছিল। আখলশালত পানীচাং বা পাভটি-চাং। তাত চৰু, কলহ, টেকেলি আদি তুলি থৈছিল। এঘৰ মানুহে সাধাৰণতে কাঁহী-বাটি, টৌ-কেৰাহী, মটং-মঠীয়া, চৰিয়া-লোটা, কলহ, বটা,শৰাই, টেমী আদি পাত্ৰ, ঢৰা,পীৰা, থগা আদি সাধাৰণ আসন, চামৰপীৰা, তামুলীপীৰা, কামলি-থগা, মেৰঢৰা, কঁঠ আদিমানৰ আসন ব্যৱহাৰ কৰিছিল। বৰঘৰৰ ওপৰতো বাঁহৰ চাং আছিল। তাত জপা, পেটাৰি, পেড়া তুলি থৈছিল। তদুপৰি কোনো কোনো মানুহৰ ঘৰত চোৰপেড়াও আছিল। বেৰত দাৰ ফাঁক, তেলৰ টাঁৰী থবলৈ হাকুটি আঁৰি লৈছিল। দা, কুঠাৰ, কটাৰী, কাচি, হাতুৰী বটালি, ভাঙ্গি, কোৰ আদি সঁজুলিৰে দৈনন্দিন কাম চলাইছিল। মাটিৰে সজা অনেক বস্তুৰ ব্যৱহাৰ হৈছিল। ভাতৰন্ধা মাটিৰ চৰুৰ ব্যৱহাৰ অধিক আছিল। আহোম মানুহ আদধাতুৰ মটং ব্যৱহাৰত অভ্যস্ত আছিল। মাটিৰে চৰু, টেকেলি, কলহ, চিলিম, খোলা বা সানেকী, চাকি আদি সাজিছিল। তাঁতশাল, ঢেঁকীশাল, আখলশাল প্ৰত্যেক ঘৰ মানুহৰে অপৰিহাৰ্য্য বস্তু। তদুপৰি কুঁহিয়াৰশাল[১] আৰু তেলীশালো[২] অসমীয়া গৃহস্থৰ লগৰীয়া বস্তু। সেইবাবে এই শালবোৰৰ সঁজুলিসমূহ প্ৰত্যেক ঘৰ মানুহতে থাওকতে পোৱাকৈ সাঁচি



থৈছিল। সেইদৰে মুগা-পাট- এৰী[৩] পুহি সূতা কাটি উলিয়াবলৈ কেতবোৰ সঁজুলি আছিল। হাতী, ঘোঁৰা আৰু দোলা মৰ্যাদাবিশিষ্ট মানুহৰ বাহন আছিল; কিন্তু নাও সাধাৰণ মানুহেও ব্যৱহাৰ কৰিছিল। আহোম যুগত পানীৰে অহা-যোৱা কৰাটো সহজ বুলি ভাবিছিল।

আহোম মানুহে ঢাপ মাৰি বাৰী পতা আৰু গড় মাৰি নগৰ লোৱাটো পুৰণি ৰীতি হিচাপে মানিছিল। আহোমসকলেই অসমত পোনপ্ৰথমতে জলসিঞ্চন পদ্ধতিৰ বা আলি দি শালি খেতি কৰা প্ৰথা উলিয়াইছিল। তেওঁবিলাকে ম'হেৰে হাল বাইছিল। কছাৰী-চুতীয়া মানুহে শালি খেতিতকৈ আহু আৰু বাও খেতি কৰি ভাল পাইছিল। সেইবাবে আগৰদিনত আহোম মানুহে আলি-পদূলিৰ সুবিধাতকৈ মাছ-পুঠি আৰু পথাৰ খনৰ সুবিধাৰ কথাহে আগ বুলি ভাবিছিল। বাৰীত তামোল-পাণ, আম-কঁঠাল, টেঙা-টুকচা, কল-বন, লেটেকু-পনিয়ল আদি ৰুইছিল। খৰি খাবলৈ আৰু ঘৰৰ খুঁটা-চ'তি লগাবলৈ এডুখৰি হাবি ৰাখিছিল। মিৰজুম্লাৰ সময়ত বজাৰত ধান কিনোঁতা মানুহ নাছিল; মানুহে তামোল-পাণহে কিনিছিল। সেইদৰে বাঁহো উভৈনদী আছিল। প্ৰতিঘৰ মানুহে প্ৰয়োজন অনুসৰি জাতি, মোকাল, ভলুকা, লঠৌ, বঁজাল, বিজুলী আদি বাঁহ ৰুই লৈছিল। বগী মনোহৰ, সোন্দা বা বৰতমণি, ভীম, আঠিয়া, দিগযোৱা, মালভোগ, জাতি, মনোহৰ, পোৱা আদি কলৰ খেতি জনপ্ৰিয় আছিল। তামোলগছত পাণ, জালুক, পিপলি আদিৰ ব্যাপক খেতি হৈছিল। অসমৰ জলকীয়া, জালুক, পিপলি আদি ভাৰতৰ অন্যান্য ঠাইত বিখ্যাত হৈ পৰিছিল। মুগা পুহিবলৈ মেজাংকৰী, চোম, সোঁৱালু পাণচঁপা, কেচেৰু, এৰাগছৰো খেতি কৰিছিল। আহোম মানুহ যথাৰ্থতে খেতিয়ক আছিল। মাটি বাছি বিৰাট বিৰাট পথাৰ পাতিছিল। হামদৈ পথাৰ, ভাদৈ পথাৰ, মেচলৌ পথাৰ, ৰাই পথাৰ, তিৰু পথাৰ, এঙেৰা পথাৰ, লায়েকৰ পথাৰ, জেৰেঙা পথাৰ, ৰুপহী পথাৰ, জকাইচুক পথাৰ, চিলা পথাৰ, ৰজা পথাৰ, বছা পথাৰ, গাভৰু পথাৰ আদি এই যুগৰে সৃষ্টি। বানপানী আহিলেও, নিয়মীয়াকৈ পথাৰৰ মাজেদি পানী বৈ থাকিবলৈ নৈৰ-পৰা পথাৰলৈ কেতবোৰ খাল কাটি দিছিল। এইবোৰক বৰখাল বুলিছিল। দিখৌ আৰু দিহিঙৰ পাৰত এনে বৰখালৰ চিন এতিয়াও আছে। এই নিয়মৰ ফলত ধানে নিয়মীয়াকৈ পানী পোৱাৰ উপৰিও নৈৰ পানীৰ পলস পাই পথাৰ সাৰুৱা হৈ উঠিছিল। সততে প্ৰয়োজনীয় গছ-গছনিও নিয়মীয়াকৈ ৰুই লৈছিল। মোমাই তামুলী বৰবৰুৱাই ৰাজ্য-সংগঠন কৰাৰ সময়ত প্ৰত্যেক পাইককে বাৰী পাতিবলৈ উদগনি দিছিল। আহোম যুগৰ পুৰণি বাৰীৰ চিন পানীদিহিং সংৰক্ষিত বনাঞ্চল, ৰাঙলী সংৰক্ষিত বনাঞ্চল আদিত এতিয়াও দেখা যায়। সেইবোৰ ঠাইত আম-কঁঠাল, লেটেকু-পনিয়ল, সুমথিৰাটেঙা, নেমুটেঙাৰ গছো জীয়াই আছে।

প্ৰাক্- আহোম যুগৰ খাদ্যসম্ভাৰ আৰু আহোম যুগৰ খাদ্যসম্ভাৰ মুলতঃ একে হ'লেও, এই যুগত অনেক নতুন সম্ভাৰ সংযোজিত হৈছিল। সেই যুগৰ মানুহ ঘাইকৈ ভৌগোলিক উৎপাদনৰ ওপৰত নিৰ্ভৰ কৰিবলগীয়া হৈছিল। গতিকে ভাতেই আছিল প্ৰধান আহাৰ। চাউল-ধানৰপৰা আৰু অনেক জা-জলপান তৈয়াৰ কৰা হৈছিল। তদুপৰি ভাতৰ লগত বিশেষ 'দৰৱ' সানি লাওপানী তৈয়াৰ কৰা হৈছিল। পিঠাৰ লগত জালুক, কপৌটেঁকীয়া, পাতিসোন্দাৰ পাত,

---

১। ভীম, কাতৰি, ৰহীপাট, থালী, চালনী, খোলা, কৰণি, সেওঁট

২। বহা-পাত, বেতেৰী, চুপি, তেলীপাট, লুৰি

৩। খৰিকা, চালনী, খঁৱা, পেৰা, ভাৰঁৰী, কাঁড়শলি, সূতলাহী

বনজালুক, টংলতিৰ পাত, জেতুলিপকাৰ পাত আদি খুন্দি 'দবব' তৈয়াৰ কৰে। এই দবব ৰবা চাউলৰ ভাতৰ লগত সানি তিনিদিন গাপ্ দি থয়। তিনিদিনৰ মূৰত 'বহী' পৰিবলৈ ধৰে। তেতিয়া গাপ্ দিয়া ভাতখিনি জোখাৰে কলহত ভৰাই থয়। দিনচেৰেকৰ পিছত কলহটো ৰসেৰে উপচি পৰে। আহোম মানুহ একালত অতি উচ্চখাপৰ লাওপানী তৈয়াৰ কৰাত পাকৈত আছিল। 'দবব'ৰ লগত দিয়া অনুপান কমাই-বঢ়াই চোকা, মিঠা, ৰঙা, পাতল ৰঙা ৰঙৰ লাওপানী তৈয়াৰ কৰিব পাৰিছিল। পকাকঁঠাল আৰু পকি ৰহ দিয়া ভীমকল-আঠিয়াকলৰপৰাও লাওপানী তৈয়াৰ কৰিছিল। এনেকুৱা লাওপানী তৈয়াৰ কৰাৰ আৰু খোৱাৰ ৰীতি অন্যান্য জনজাতিৰ মাজতো আছিল; কিন্তু 'দবব' তৈয়াৰ কৰাৰ অনুপান সুকীয়া সুকীয়া আছিল। কছাৰী মানুহে ধেপাইতিতা বেছিকৈ ব্যৱহাৰ কৰিছিল। লাওপানী সকাম-নিকাম, উৎসৱ-পাৰ্বণ, আলহী-অতিথি সৎকাৰ, সকলো দৈনন্দিন কামতে অপৰিহাৰ্য আছিল। মদ বা লাওপানী দৈনন্দিন জীৱনৰ ব্যৱহাৰ্য বস্তু আছিল বাবেই আহোমৰ ছশ বছৰীয়া বুৰঞ্জীৰ ক'তো মদাহী আৰু মাতলামিৰ কথা উল্লেখ নাই। লাওপানী অনেকে জলপান হিচাপেও ব্যৱহাৰ কৰিছিল। কাৰণ, ভাতৰপৰা পোনপটীয়াকৈ তৈয়াৰ হোৱা বাবে তাত যথেষ্ট খাদ্যপ্ৰাণ আছিল। ইয়াৰ উপৰিও আহোম মানুহৰ মাজত জলপানৰ প্ৰাচুৰ্য অধিক। 'হুকম' নামৰ এবিধ জলপান তেওঁবিলাকৰ বাহিৰে আনে কৰিব নাজানিছিল। সান্দহ, গুৰি-সান্দহ আৰু লদা-সান্দহ, ভাপত দিয়া বা চেৰাদিয়া ৰবা চাউলৰ ভাত জনপ্ৰিয় জলপান আছিল। আজিকালি খামতিফাকিয়াল মানুহৰদৰে ভাপতদিয়া টোপোলা ভাতহে খাইছিল। পিছলৈ থলুৱা তিৰোতা বিয়া কৰোৱাত, তেওঁবিলাকে ভাপতদিয়া ভাত ৰন্ধাত অভ্যস্ত নোহোৱাত লাহে লাহে এই অভ্যাস এৰি দিয়ে। ভাপতদিয়া ভাত ৰান্ধিব জনা আৰু 'হুকম'ৰ জলপান দিয়াৰপৰাই 'জাতুৱা আহোম' নে 'বোটলা আহোম' তাৰ চিন পাইছিল। 'যোগিনীতন্ত্ৰ'ত উল্লেখ কৰা কৈৰাতজ মানুহৰ যি খাদ্যাভ্যাসৰ কথা লিখিছে, আহোম মানুহৰ মাজতো সেই অভ্যাসেই আছিল। পোনতে শৰণ লৈ বৈষ্ণৱ হৈ আৰু পিছত মন্ত্ৰ লৈ ভকত হৈ কেতবোৰ জীৱ-জন্তু খাবলৈ এৰি দিলেও প্ৰথমতে সৰ্বভক্ষক আছিল। হাঁহ-কুকুৰা-গাহৰি, মাছ-কাছ, কেঁকোৰা, কুচিয়া, জিলি (চাকচান), মুগা-লেটা সকলো খাইছিল। এসময়ত কোনো কোনোৱে গৰু-ম'হৰ মঙহো খাইছিল যেন লাগে, কাৰণ, গৰু-ম'হ কাটি পুখুৰীত উচৰ্গা কৰাৰ কথা বুৰঞ্জীত পোৱা যায়। ভাতৰ লগত মাটি মাহ, কচু, ঢেঁকীয়া, খৰিছা আদিৰ আঞ্জা সহজে ব্যৱহৃত আছিল। 'মাহমৰা', মাহখোৱাবাৰী আদিয়ে মাহৰ ব্যাপক খেতিৰ কথাকে সূচায়। আজিকালি মাটিমাহ, বৰালিমাছ একেলগে খোৱাটো ভয়ৰ কথা বুলি ভাবিলেও আহোম মানুহে মাটি মাহ, বৰালিমাছ, হাঁহৰ মঙহ আৰু ৰবা চাউলহে (চেৰাদিয়া) সৰাতোকৈ জিভাত লগা এসাজ বুলি ভাবিছিল। মেটেকা, মেচাকী মেজেঙ্গা, নেফাফু, চেং-মৰা, শিলকচু, বাঘআঁচোৰা, নলটেঙা, উৰিয়ামৰ কুঁহি, ভেদাইলতা, মছন্দৰি আদি বনৰীয়া গছ-বন, লতা-পাতো আহাৰৰ লগত খাইছিল। শুকান খৰিছা আৰু পকা খৰিছাৰ বহুল ব্যৱহাৰ আছিল। ফল-মূল প্ৰচুৰ পৰিমাণে খাইছিল। আম, কঁঠাল, মধুৰী, ৰবাবটেঙা, চকলাটেঙা, সুমথিৰাটেঙা, বনপিঠা, কোটকোৰা গুটি, লেটেকু, পনিয়ল আৰু নানা তৰহৰ কল খাইছিল। মিৰি আলু, গৰীয়া আলু, চীনা আলু, আদা আলু, কুঁৱৰী আলু, জপৰা আলু আদি ঘৰত খেতি কৰা আলুৰ বাহিৰেও কিছুমান বনৰীয়া আলু হাবিৰপৰা খান্দি আনি খাইছিল। আজিকালি তেলত ভজা বস্তুতকৈ পোৰা, খৰিকাত দিয়া, টেঙা



দিয়া, খাৰ, তিতা আদিৰ ব্যৱহাৰ অধিক আছিল। শোকোতা, তিতাকচি, ভেকুৰি, নেফাফু আদি তিতা খাইছিল। কেৰেলা-বেঙেনা-জলকীয়া-লাই-লফা, মেমেধু (ধনীয়া) আদি সাধাৰণ শাক-পাচলি আছিল। আজিকালি ফকৰা-যোজনা ডাকৰ বচনত পোৱা জুটি-বুধিৰ সৰহভাগ তালিকা এই যুগৰে। ৰজাই নিয়োগ কৰা চাংমায়ে ৰজাক তুষ্ট কৰি ৰাখিবলৈ জুতি-বুধি বিচাৰোঁতে অনেক নতুন নতুন জুতিৰ সৃষ্টি হয়। দৰিকে-বেঙেনাই, হাঁহে-বাঁহে ( বাঁহগাজ ), শ'লে-মলে ( আমৰ ), ঔ-টেঙা-কচু, ঢেঁকীয়া-পকা-খৰিছা, পকা-তেঁতেলি-বুঢ়া বৰালি, শ'ল-গৰৈ-লফাশাক, কাৰৈয়ে-পালেঙে, বৌৰে-পুৰৈয়ে, খাৰে-পচলাই জুতি লাগিছিল। তদুপৰি মাছ পাতত দি, পুৰি, চুঙাত দি, খৰিকাত দি, মঙহ খৰিকাত দি, শাক, যেনে— ভোতমলা, মছন্দৰি, সৰু টেঙেচি, মানিমুনি পাতত দি লোণ-তেল সানি খাইছিল। নেফাফু, মেচাকী, মেজেঙা, টংলতি আদি আহোম মতে পতা পূজা আৰু সকামত আঞ্জা দিব লাগিছিল। এইদৰে এই যুগটোত বিভিন্ন জাতি-উপজাতিৰ সমন্বয় সাধন হোৱাত তেওঁবিলাকৰ খাৱন-বোৱন, ৰীতি-নীতিৰো সমন্বয় ঘটে আৰু ই বৈশিষ্ট্যপূৰ্ণ হৈ উঠে।

আহোম যুগৰ ভাস্কৰ্যসমূহৰপৰা সমসাময়িক জীৱনৰ সৌন্দৰ্য-চৰ্চা আৰু প্ৰসাধনৰ বিষয়েও জানিব পাৰি। অয়-অলংকাৰ আৰু সাজ-পাৰত ফুল বাছি, বৰৈ আঁৰি জাক-জমকীয়া কৰি পিন্ধিছিল। 'হস্তীবিদাৰ্ণৰ' আৰু 'শঙ্খচূড় বধ'ৰ ছবিসমূহৰপৰা বঢ়িয়াকৈ সাজ-পাৰৰ জাক-জমকতাৰ কথা জানিব পাৰি। তিৰোতাই কেশবিন্যাস কৰিছিল। নেঘেৰী, কলডিলীয়া, ঘিলাচকলীয়া খোপা বান্ধিছিল। প্ৰথমতে আহোম তিৰোতাই যেনেকৈ ওৰণি নলৈছিল, তেনেকৈ সেন্দূৰৰ ফোঁট লোৱাৰ ৰীতিও নাছিল। খামতি-ফাকিয়াল মানুহৰ মাজত এতিয়াও সেই ৰীতি নাই। এই যুগতেই আতৰৰ ব্যৱহাৰ আৰম্ভ হৈছিল। তেলত আতৰ, চম্পা, খৰিকাজাই, কেতেকী ফুল মিহলাই সুগন্ধি তৈয়াৰ কৰিছিল। পুৰুষৰ মাজত ফানুটি, পয়জাৰ আদিৰ ব্যৱহাৰ আছিল। ছাতিতকৈ জাপিৰহে ব্যৱহাৰ অধিক আছিল। বৰদৈয়া, সৰুদৈয়া, পানী-জাপি, টুপী-জাপি আদি বৰৈ, জৰু, আঁচু, গুণা লগাই অলংকৃত কৰিছিল; দাঁতত কাঁজিলা লগাই ক'লা কৰি লোৱাৰ নিয়ম আছিল। জামুকী-বোলোৱা দাঁতে প্ৰশংসা পাইছিল। তামোল খাই পিকৰাঙী ওঁঠ কৰি মুখৰ জেউতি চৰাইছিল। তিৰোতাই খোপাত ফুল পিন্ধিছিল।

# নগৰ-প্ৰতিষ্ঠা

প্ৰাক্-আহোম যুগত প্ৰাগ্‌জ্যোতিষপুৰকে আৰম্ভ কৰি ভালেমান নগৰ প্ৰতিষ্ঠিত হৈছিল যদিও সেইবোৰৰ সঠিক বিৱৰণ আৰু অৱস্থান খাটাংকৈ জনা টান। প্ৰাগ্‌জ্যোতিষপুৰ কেতিয়াবা ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে আৰু কেতিয়াবা দক্ষিণ পাৰে আছিল যেন লাগে। পশ্চিমৰপৰা যাইকৈ আৰ্য-প্ৰব্ৰজন হওঁতে ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰেদিহে উজাই গৈছিল। গতিকে শদিয়ালৈকে নগৰ স্থাপন হোৱাটো একো আচৰিত নহয়। কমতাপুৰ, কোচবিহাৰ, কোচৰজাৰ; ডিমাপুৰ কছাৰী ৰজাৰ, শদিয়া চুতীয়া ৰজাৰ ৰাজধানী-নগৰ আছিল।[1] তদুপৰি পৌৰাণিক ধ্বংসাৱশেষৰলৈ চালে তেজপুৰ,ডবকা, নুমলিগড়, দেওপানী আদিতো একোখন সমৃদ্ধিশালী নগৰ আছিল যেন লাগে। বৰাহী-কছাৰী ৰজা বিচাৰপতিফাই সোণাপুৰ আৰু বাণপুৰ নামৰ দুখন নগৰ প্ৰতিষ্ঠা কৰাৰ কথা বুৰঞ্জীত পোৱা যায়। চৰাইদেও বৰাহীসকলৰ ধৰ্মীয়ভাৱে পৱিত্ৰ স্থান হ'লেও চুকাফাই (১২২৮-৬৮) আহোম ৰাজ্যৰ ৰাজধানী পাতি নগৰ স্থাপন কৰে। নগৰ বুলিলে গড় মাৰি ভিতৰত ৰজাৰ কাৰেং আৰু ভিতৰুৱাল বিষয়াসকলৰ পালিঘৰ থকা ঠাইকে বুজায়; কিন্তু গড়ৰ বাহিৰত সততে প্ৰয়োজনীয় সকলো শিল্পৰে গাঁও বা কেইঘৰমানকৈ মানুহ আছিল। তদুপৰি ডা-ডাঙৰীয়া আৰু বা-বিষয়াসকলৰ খাত-পাম দূৰণিত থাকিলেও নগৰৰ কাষত ঘৰ লৈছিল। এইদৰে একোখন নগৰে গঢ় লৈছিল। ধৰ্মীয় দিশৰপৰা আৰু যাইকৈ মৈদাম বন্ধা ঠাই হিচাপে আহোম ৰাজ্যৰ বেলি মাৰযোৱালৈকে নগৰ হিচাপে চৰাইদেওৰ বিশেষত্ব অটুট আছিল। চুডাংফা, বামুণীকোঁৱৰে (১৩৯৭-১৪০৭) ৰাজধানী চৰাইদেওৰপৰা দিহিং আৰু দিচাং নৈৰ মাজৰ চৰগুৱালৈ তুলি নিয়ে। চৰগুৱাত কেইটামান পুৰণি পুখুৰী, মৈদাম, আলি আৰু খনচেৰেক বাৰীৰ চিন আছে। বৰ্তমানৰ ৰজাবাৰী আৰু ৰাজমাই চাহ বাগিচাই আৱৰি থকা অঞ্চলকে ধৰি কিছু পশ্চিমলৈ চৰগুৱা নগৰৰ সীমা আছিল।

চুপিমফা ৰজাই ( ১৪৯৩-৯৭) চৰগুৱাৰপৰা ৰাজধানী বৰ্তমান খোৱাঙৰপৰা ১৪ মাইল পূবলৈ তুলি নিয়ে। এইখন নগৰক শলগুৰি, পোৱানগৰ বা দিহিংনগৰ বুলিও কয়। পিছত চৰগুৱাৰ উত্তৰে দিহিঙৰ কাষত আন এখন নগৰ প্ৰতিষ্ঠিত হোৱাত তাৰ নাম হয় পানীদিহিং। পানীদিহিং একালত অতি ঘনবসতিপূৰ্ণ নগৰ আছিল। চুহুংমুং দিহিঙীয়া ৰজাৰ দিনলৈকে (১৪৯৭-১৫৩৯) শলগুৰি এখন বিখ্যাত নগৰ আছিল ।[2] চুক্লেনমুং গড়গঞা ৰজাই (১৫৩৯-৫২) ৰাজধানী হেমনাবাৰীলৈ তুলি আনি নগৰৰ চাৰিওমেৰে গড় মাৰি গড়গাঁও নাম দিয়ে। সেয়ে হ'লেও খোৰা ৰজাৰ দিনলৈকে (১৫৫২-১৬০৩) শলগুৰিয়ে ৰাজধানীৰ মৰ্যাদা হেৰুওৱা নাছিল; কিন্তু স্বৰ্গদেও প্ৰতাপসিংহই গড়গাঁও ৰাজধানীক বিশাল নগৰলৈ উন্নীত কৰে। মূল নগৰৰপৰা প্ৰায় পাঁচ-ছমাইল দূৰত অতি ওখ গড় মাৰি দহখন দুৱাৰ দিয়ে।[3] মিৰ্‌জুম্‌লাৰ লগত অহা বুৰঞ্জীবিদে গড়গাঁও নগৰৰ সমৃদ্ধি আৰু বিশালতাৰ বৰ্ণনা দি কৈছে । "পৃথিৱীত দ্বিতীয় এখন নগৰ নোলাব। ...ইয়াৰ নিচিনা কটকটীয়া , ধুনীয়া নানা কাৰুকাৰ্য্যৰে সুশোভিত ঘৰ

১। বাৰভূঞাসকলেও গহপুৰ, কলংপুৰ, নাৰায়ণপুৰ, ৰতনপুৰ, লক্ষীপুৰ, ঢলপুৰ, গালপুৰ, মণিপুৰ, বিহিমপুৰ, প্ৰতাপপুৰ, মথুৰাপুৰ আদি সৰু সৰু নগৰ প্ৰতিষ্ঠা কৰিছিল।

২। শলগুৰিত নগৰ পাতিলেও চৰগুৱাতো ৰাজধানীৰ কাম-কাজ চলি আছিল। দিহিঙীয়া ৰজাই চৰগুৱা আৰু শলগুৰিৰ উপৰিও বকতাত এখন নগৰ পাতিছিল। পিছত হালধিবাৰীতো এখন নগৰ স্থাপন কৰিছিল।

৩। বাঁহগড়, লাদৈগড়, পথালিগড়, আৰু ৰাজগড়ে গড়গাঁও নগৰখন বেৰি আছে। তাৰে পশ্চিমফালে দুখন সিংহদুৱাৰ আছিল।



পৃথিবীতে পাবলৈ নাই।" এইজনা ৰজাই গড়গাঁৱৰ উপৰিও দৰিকা, মথুৰাপুৰ, চৰাইদেও, তাওকাক, গজপুৰ, অভয়পুৰ, মেকুৰীখোৱা, চিনাতলী, নামডাং, মেৰাগড় আৰু শাকবাৰীত নগৰ পাতিলে। ইয়াৰ পিছত জয়ধ্বজসিংহই (১৬৪৮-১৬৬৩) গড়গাঁৱৰ উত্তৰে দৰিকা নৈৰ কাষত এখন নগৰ সজাই, শিঙৰি ঘৰ সাজি, ৰাজপাটত উঠে আৰু সিংহ-পহৰে আঠচুকীয়াকৈ ৰূপৰ মোহৰ মাৰে; কিন্তু কিবা কাৰণত অসুবিধা পাই পুনৰ গড়গাঁও নগৰলৈ উলটি আহে। তেতিয়াৰেপৰা গৌৰীনাথসিংহৰ দিনলৈকে (১৭৮০-৯৫) 'গড়গাঁও কথা শুনি তল যাওঁ' বুলি ক'ব লগা সমৃদ্ধিশালী নগৰ আছিল। ৰজাৰ নগৰৰ চাৰিওমেৰে অনেক ভৰাগাওঁ উপচি আছিল। চুডৈফা পৰ্বতীয়া ৰজাই (১৬৭৭-৭৯) গড়গাঁৱৰ পশ্চিমে এখন নগৰ পাতিছিল; কিন্তু বাৰিষা অতিপাত বোকা হোৱাত নগৰখন এৰি থৈ যায়। এইখনকে বোকা-নগৰ বোলে। গদাধৰসিংহই (১৬৮১-৯৬) গড়গাঁৱৰ গাতে লগাকৈ, পূবে গড়গাঁৱৰ সমানেই আহল-বহলকৈ গড় মাৰি এখন নগৰ প্ৰতিষ্ঠা কৰি নাম দিয়ে বৰকলা নগৰ। গদাধৰসিংহৰ পিছত পুতেক ৰুদ্ৰসিংহই (১৬৯৬-১৭১৪) জেৰেঙা পথাৰত পুখুৰী খনাই, তাৰ উত্তৰে মেটেকাত ৰংপুৰ নগৰ স্থাপন কৰে আৰু বৰঘৰ, বৰবাটঘৰ, বৰ মৰং, চাংমাইশাল, বৰচ'ৰা পকীকৈ সাজি কাঠৰ ৰুৱাত ইটা পাৰি চাই ঘৰ লয়। ৰংপুৰ নগৰৰ পাতনিৰ লগে লগেই আহোম যুগৰ স্থাপত্যই কাঠ-বাঁহৰপৰা শিল-ইটালৈ বাগৰ সলায়। তদুপৰি ঘৰে-দুৱাৰে, দ'লে-দেৱালয়ে. জিলিকি পৰে। মোৱামৰীয়া বিদ্ৰোহৰ পৰিণতিস্বৰূপে গড়গাঁও আৰু ৰংপুৰ দুয়োখন নগৰ ধ্বংসৰ মুখত পৰে। গড়গাঁৱৰ ঘৰ-দুৱাৰ জুই দি পোৰে। এই সময়তে গৌৰীনাথসিংহই দিচৈ-বাহৰলৈ ৰাজধানী তুলি নি যোৰহাট নগৰৰ পাতনি তৰে। ইয়াৰ উপৰিও দাঁতিয়লীয়া বিষয়াসকলৰ থকা ঠাইত একোখনকৈ নগৰ গঢ় লৈ উঠিছিল। বৰফুকনৰ সদৰ ঠাই গুৱাহাটী, মৰঙীখোৱা গোহাঁইৰ মৰঙী, শদিয়াখোৱা গোহাঁইৰ শদিয়া,[1] সলাল গোহাঁইৰ সলা, জাগীয়াল গোহাঁইৰ জাগী, ৰহিয়াল বৰুৱাৰ ৰহা আদিতো নগৰ প্ৰতিষ্ঠিত হৈছিল। সেইদৰে মেলখোৱা ৰজাসকলৰ উপ-ৰজাধানীসমূহতো একোখন সৰুসুৰা নগৰৰ জন্ম হৈছিল। তিপাম, নামৰূপ, চাৰিং, চামগুৰি আদি উল্লেখযোগ্য। ইয়াৰ উপৰিও চক্ৰধ্বজসিংহই (১৬৬৩-৭০) ব্ৰহ্মপুত্ৰ পাৰ হৈ গৈ মণিপুৰ[2] পাই, টুৱা বিহিয়াৰ গাঁৱৰ কাষত সোৱণশিৰীৰ পাৰত ১৬৬৮ চনত নগৰ পাতিলে। বৰ্তমান ইটানগৰ নামে জনাজাত অৰুণাচলৰ ৰাজধানীয়েই চক্ৰধ্বজসিংহই পতা নগৰ। এয়া বুৰঞ্জীৰ পুনৰাবৃত্তিৰ এটি উজ্জ্বল উদাহৰণ। আহোম যুগত নাগৰিক জীৱন আৰু গ্ৰাম্য-জীৱনৰ মাজত বিশেষ পাৰ্থক্য নাছিল। নগৰত ৰাজকীয় কাম-কাজৰ ব্যস্ততাখিনিৰ বাহিৰে বাকী ব্যৱহাৰিক দিশটো একেই আছিল। তদুপৰি নগৰত বা-বিষয় খাই থকা মানুহবো গাঁৱত ঘৰ-দুৱাৰ, খাত-পাম আছিল। গতিকে জীৱনলৈ কৃত্ৰিমতা আহিবলৈ সুবিধা নাপাইছিল। অৱশ্যে নগৰত, যাইকৈ ৰংপুৰ নগৰৰ কাষত অনেক দোকানী-পোহাৰী বহিছিল আৰু বিদেশী বস্তুৰ বেচা-কিনা হৈছিল। নগৰৰ বাহিৰত কাষৰে-পাঁজৰে ডা-ডাঙৰীয়া, বা-বিষয়াৰ বহা-ঘৰ আছিল। বিহু, দুৰ্গাপূজা, ফাকুযাত্ৰা আদিৰ সময়ত নগৰলৈ গাঁৱলীয়া মানুহৰ সমাগম হৈছিল। পুৰণি ৰংপুৰ নগৰৰ কাষত মাঘবিহুৰ সময়ত অসংখ্য ম'হযুঁজ হৈছিল আৰু সেই পৰম্পৰা এই শতিকাৰ মাজভাগলৈকে চলি আছিল। গড়গাঁও নগৰ তিনিশ বছৰ ধৰি ৰাজধানী থকাত গড়গাঁৱক লৈ অনেক ফকৰা-যোজনা, প্ৰবচনবো সৃষ্টি হৈছিল।

১। বৰ্তমান ৰাঁয়িঙৰ ওচৰত ইটাৰে গড় দিয়া যিখন নগৰ ওলাইছে, সেইখনেই শদিয়াখোৱা গোহাঁইৰ শদিয়া। গড়ৰ ইটা আৰু গাঁথনি-প্ৰণালীয়েই ইয়াৰ প্ৰমাণ।

২। মণিপুৰ বৰ্তমান উত্তৰলক্ষীমপুৰ নগৰৰ পূৱত আছিল।

## শিক্ষা

অসমত পুৰণিকালৰেপৰা শিক্ষাৰ চৰ্চা আছিল। কেইবা পুৰুষ-জোৰা শিক্ষা-সাধনা নহ'লে হঠাতে শঙ্কৰ-মাধৱৰ নিচিনা প্ৰতিভাবান ব্যক্তি এখন সমাজত জন্ম হোৱাটো সম্ভৱ নহয়। তদুপৰি শঙ্কৰদেৱৰ জন্মৰ পূৰ্বেই কামৰূপত সাহিত্য-শিক্ষাৰ চৰ্চাই গা কৰি উঠিছিল। আহোম যুগতো শিক্ষাৰ চৰ্চা আছিল। এই শিক্ষা-ব্যৱস্থা ত্ৰিমুখী- আহোম-পদ্ধতিৰ শিক্ষা, সংস্কৃত টোলৰ শিক্ষা আৰু সত্ৰীয়া শিক্ষা। আহোম ৰাজনীতি আৰু শাসন-ব্যৱস্থাৰ বাবে দেওধাই-মোহন-বাইলুংসকলৰ তত্ত্বাৱধানত আহোম ভাষাৰ পুথিৰে এই শিক্ষা দিয়া হৈছিল। পোনতে আহোম ভাষাৰ আখৰ আৰু আখৰ-যোঁটনি শিক্ষাৰ পিছত অম্ৰ বা অভিধান মুখস্থ কৰিবলৈ দিয়া হয়। অভিধান মুখস্থ হ'লেও পুথি পঢ়িব পৰা হয়। প্ৰত্যেকঘৰ সম্ভ্ৰান্ত আহোমৰ ল'ৰাকে বুৰঞ্জীৰ শিক্ষা দিয়া হৈছিল। বুৰঞ্জীৰ পুৰণি কাহিনীবোৰ কৈ বুৰঞ্জীৰ পণ্ডিতে ডেকাচামক উদ্বুদ্ধ কৰিবলৈ প্ৰয়াস পাইছিল। পিছলৈ জ্যোতিষ, গণিত, নীতি-শাস্ত্ৰ আদিৰো শিক্ষা দিয়া হৈছিল। ৰাজকোঁৱৰসকলক ব্যাৱহাৰিক শিক্ষাৰে শিক্ষিত কৰি তুলিবলৈ ব্যৱস্থা কৰা হৈছিল। সেইবাবে ৰজাই জ্ঞানী-গুণী বেজ, পণ্ডিত, জ্যোতিষী আদিক মাটি-ভেঁটি আৰু সন্মান দি থাপিছিল। বিশেষকৈ স্বৰ্গদেৱ ৰুদ্ৰসিংহ এই বিষয়ত আগৰণুৱা আছিল। তেওঁৰ আটাইকেইজন পুতেকেই সাহিত্য-সংগীত আদিৰ প্ৰতি বিশেষ অনুৰাগী আছিল আৰু শিক্ষাৰ দিহা কৰিছিল। ব্ৰাহ্মণ পণ্ডিতৰ টোলবোৰত প্ৰাচীন পদ্ধতিৰেই শিক্ষা দিয়া হৈছিল। ছাত্ৰই গুৰুগৃহত থাকি শিক্ষালাভ কৰিছিল। এই টোলবোৰত শ্ৰুতি-স্মৃতি আৰু ব্যাকৰণৰ শিক্ষাতহে অধিক গুৰুত্ব আৰোপ কৰা হৈছিল। কাব্য-সাহিত্যই সিমান আদৰ নাপাইছিল। সূৰ্যবিপ্ৰ বা দৈৱজ্ঞসকলৰ টোলত জ্যোতিষৰ ব্যাপক চৰ্চা হৈছিল। ৰজাই এনেকুৱা টোলৰ পণ্ডিত আনি ৰজাৰ নগৰতে সংস্কৃত চৰ্চাৰ দিহা কৰিছিল। সত্ৰসমূহক একো একোখন পঢ়াশালি বুলিয়েই ক'ব পাৰি। সত্ৰৰ অধিকাৰজন জ্ঞানী, গুণী, বিদ্বান পুৰুষ হ'ব লাগিছিল। অধিকাৰৰ তত্ত্বাৱধানত সত্ৰৰ গোসাঁইৰ সন্তান আৰু কোনো কোনো ক্ষেত্ৰত শিষ্যৰ ল'ৰায়ো সত্ৰত শিক্ষালাভ কৰিছিল। বৰ্ণমালা চিনি পালেই পুথি পঢ়িবলৈ দিয়া হৈছিল।[১] পুথি পঢ়িব পৰা হ'লেই , তাক সুৰ লগাই পঢ়িবলৈ শিকাই সংগীত শিক্ষাৰো পাতনি তৰিছিল। ৰজাই সত্ৰসমূহলৈ মাটি-বাৰী আৰু অৰ্থসম্পত্তি দি পৃষ্ঠপোষকতা আগবঢ়াইছিল।

আহোম যুগৰ অন্যান্য বিষয়ৰ শিক্ষা সদায়েই ব্যাৱহাৰিক আছিল। কামৰ যোগেদিহে শিক্ষা দিয়া হৈছিল। আহোমৰ ল'ৰাই চেঙেলীয়া কালৰেপৰা ধনু-কাঁড়, দা-যাঠি-বৰছা ব্যৱহাৰ কৰিবলৈ শিকিছিল। যুদ্ধৰ আগতে নিজৰ সৈন্যকে দুভাগ কৰি যুদ্ধৰ আখৰা কৰাই প্ৰশিক্ষণ দিছিল। হিলৈ মাৰিবলৈকো হিলৈদাৰীক নিয়মীয়া শিক্ষা দিয়া হৈছিল। সেইদৰে খাৰ-বাৰুদ তৈয়াৰ কৰাৰ কামো সংশ্লিষ্ট খেলবিলাকে যথাৰীতি শিকিব লাগিছিল। কমাৰ, কুমাৰ, সোণাৰি, খনিকৰ, বাঢ়ৈৰ কাম বংশগত আছিল। 'জুইশালত গঢ়িলেহে কমাৰশালত গঢ়িব পাৰি' কথাষাৰেই আগতীয়া প্ৰশিক্ষণৰ ইংগিত দিয়ে। তদুপৰি একেজন মানুহেই খেতি-বাতি, কাঠী-কামী, বাঢ়ৈ-খনিকৰৰ কামত পাকৈত হ'বলৈকো শিক্ষা দিয়া হৈছিল। নহ'লেনো শৰাইঘাটৰ ৰণত হাৰি যাবৰ সময়ত অসমীয়া ৰণুৱাক ভূয়সী প্ৰশংসা কৰিবলৈ বাধ্য হয়নে? স্ত্ৰীশিক্ষাৰো প্ৰচলন আছিল। আহোম ৰাজত্বৰ আগছোৱাৰ গড়গঞা ৰজাৰ কুঁৱৰী চাউচিং, নাঙত্যেপখাম গাভৰু 'ৰূপে-গুণে বৰ পণ্ডিতা' আছিল বুলি উল্লেখ কৰিছে। কেইবা গৰাকীও কুঁৱৰী আৰু ৰাজমাৱে ৰজাৰ আদেশ বা ব্যৱস্থাত হস্তক্ষেপ কৰি মাত মতাৰ কথা বুৰঞ্জীৰপৰা জনা যায়। ঐতিহ্যৰপৰাই হওক বা

১। পুথি পঢ়িবলৈ শিকাৰ লগে লগে পুথি লিখা, সাঁচিপাত তৈয়াৰ কৰা, চিয়াঁহি তৈয়াৰ কৰা আদি কামো শিকিব লাগিছিল।



প্ৰয়োজনীয়তাৰপৰাই হওক, নাৰীয়েও ৰাজনীতিৰ শিক্ষা লাভ কৰিছিল। বোৱা-কটা সকলো অসমীয়া নাৰীৰে সৃষ্টি-প্ৰতিভাৰ চানেকি। ছোৱালী গাত কাপোৰ-লোৱা হ'লেই মাক-বুঢ়ীমাকে তাঁতবাটি কৰিবলৈ, বাঁচ-চলাবলৈ, ব-তুলিবলৈ, তাৰ পিছত লাহে লাহে তাঁত ববলৈ শিকাইছিল। পোনতে ডাঙৰ সূতাত এমোৰ-দুমোৰ মাৰি, পিছলৈ সৰু-সুতা, পাট-মুগা ববলৈ আৰু ফুল বাছিবলৈ শিকিছিল। তাঁত শালত-অঁৰা, ফুল-বছা আদি টান কামবোৰ লাহে লাহে শিকাইছিল। ফুলেশ্বৰী কুঁৱৰী, সৰ্বেশ্বৰী কুঁৱৰী, সম্ভৱতঃ অম্বিকা কুঁৱৰীয়েও পঢ়াশালিপাতি তাঁত-সূত ববলৈ শিকাইছিল। শিক্ষা-দীক্ষা আছিল বাবেই কেইবাগৰাকী কুঁৱৰীয়ে সাহিত্য-সৃষ্টিত প্ৰেৰণা যোগাইছিল। স্বৰ্গদেৱ ৰুদ্ৰসিংহই শিক্ষা-বিস্তাৰৰ অৰ্থে অশেষ যত্ন কৰিছিল। তেওঁ ভাটীৰপৰা অনেক ব্ৰাহ্মণ পণ্ডিত অনাইছিল আৰু আমাৰ দেশৰপৰা ব্ৰাহ্মণৰ ল'ৰাক কাশী-নৱদ্বীপ আদি ঠাইত সংস্কৃত পঢ়িবলৈ পঠাইছিল। গুণাভিৰাম বৰুৱাই লিখিছে : "এইজনা স্বৰ্গদেৱৰ বিদ্যাশিক্ষাৰ প্ৰতি বড় আগ্ৰহ আছিল। ঠায়ে ঠায়ে ব্ৰাহ্মণসকলৰ নিমিত্তে পঢ়াশালি পতাই দিছিলে। এবং পণ্ডিতসকলক বড় আদৰ কৰিছিল। ভাটীৰপৰাও পণ্ডিত ব্ৰাহ্মণ অনাই দেশত পাতিলে আৰু এই দেশৰ ব্ৰাহ্মণৰ কোনো কোনো ল'ৰাকো ভাটীলৈ পঢ়িবলৈ পঠাইছিল। মহাজন (মহন্ত) বিলাকৰ সত্ৰতো ল'ৰাবিলাকক পুথি পঢ়োৱাৰ নিমিত্তে বড় উৎসাহ দিছিল"। এডবাৰ্ড গেইটেও ভালেমান বামুণৰ ল'ৰাক বঙ্গদেশৰ শিক্ষা-কেন্দ্ৰবোৰত শিক্ষালাভ কৰিবলৈ পঠোৱাৰ কথা উল্লেখ কৰিছে। ওজা-বেজ-কবিৰাজ আদিয়েও উপযুক্ত লোকক লগত ৰাখি বনৌষধ বুটলি বৰি তৈয়াৰ কৰা, মন্ত্ৰৰে জৰা-ফুকা কৰা আদি পৰ্যায়ক্ৰমে শিক্ষা দিছিল। ৰজাঘৰৰপৰাও এই বিষয়ত পৃষ্ঠপোষকতা আগবঢ়োৱা হৈছিল। অন্যান্য কাৰিকৰী বিষয়ক শিক্ষায়ো, ঘাইকৈ ৰজাঘৰীয়া প্ৰয়োজনীয়তাত পৃষ্ঠপোষকতা লাভ কৰিছিল। সাধাৰণ কাঁড়ী-পাইকৰ ল'ৰাই সূত্ৰমুখী বিদ্যালাভ নকৰিলেও জীৱনৰ বাস্তৱ- প্ৰয়োজনীয়তা পূৰণ কৰিবলৈ শিক্ষাৰ প্ৰতি আগ্ৰহ দেখুৱাইছিল। দেশত বিদ্যা-শিক্ষাৰ ব্যাপক ব্যৱস্থা নথকা হ'লে গাঁৱে-ভূঁৱে হাজাৰ বিজাৰ সাঁচিপতীয়া পুথি বিয়পি নাথাকিলহেঁতেন। অসমীয়া ভাষাৰ উপৰিও সংস্কৃত ভাষাৰ অসংখ্য পুথি পোৱা গৈছিল আৰু বিৰাটসংখ্যক মানুহে সংস্কৃত জানিছিল। বৈষ্ণৱ যুগৰ সকলো সাহিত্যিকেই সংস্কৃত ভাষাতো একোজন পণ্ডিত আছিল।

## ভাষা, লিপি আৰু লেখন-সামগ্ৰী

অসমীয়া ভাষাই এই যুগতেই অসমীয়া নাম পৰিগ্ৰহণ কৰে। ইয়াৰ আগলৈকে বোধকৰোঁ, কামৰূপী বুলিয়ে কোৱা হৈছিল। প্ৰাক্-আহোম যুগৰপৰাই অপভ্ৰংশৰপৰা নব্যভাৰতীয় আৰ্য-ভাষা তথা ভাৰতীয় ভাষাবোৰে গঢ় ল'বলৈ আৰম্ভ কৰিছিল; কিন্তু আহোম যুগত ই সম্পূৰ্ণ স্বকীয় ৰূপ পৰিগ্ৰহণ কৰে। ধৰ্মীয় কাৰণত শঙ্কৰ-মাধৱৰ ভাষাত কিছু কৃত্ৰিমতা থাকিলেও বুৰঞ্জী আৰু কথা গুৰুচৰিতসমূহত থলুৱা কথন-ভংগীৰ স্পষ্ট ৰূপ প্ৰকাশ পায়। সম্পূৰ্ণ নিজা বাক্যবিন্যাস ৰীতিয়ে গঢ় লয় আৰু এই সময়ৰেপৰাই লিখিত ভাষাত, তৎসম, তদ্ভৱ, দেশজ আৰু বিদেশী এই চাৰিবিধ শব্দৰ ব্যৱহাৰ হ'বলৈ ধৰে। কোনো কোনো বুৰঞ্জীত তৎসম শব্দৰ প্ৰাচুৰ্য্য দেখা যায়। কোনোখনত আকৌ আহোম শব্দৰ ব্যৱহাৰ অধিক। অষ্ট্ৰিক, বড়ো, আৰু টাইমূলৰ শব্দৰ উপৰিও কথনভংগীতো ইয়াৰ প্ৰভাৱ পৰে। সম্বন্ধবাচক শব্দ, পদাশ্ৰিত নিৰ্দেশক, এটা-দুটা বহু বচনৰ চিন, প্ৰত্যয়, ক্ৰিয়া, ধ্বন্যাত্মক শব্দ আদি সংস্কৃত মূলৰপৰা আঁতৰি স্বকীয় গঢ় আৰু ধৰণত ব্যৱহাৰ হ'বলৈ ধৰে। মোগল পাঠানৰ সংস্পৰ্শলৈ আহোতে, ঘাইকৈ মোগল সেনাপতি আৰু নবাবসকলৰ কথা-বতৰাৰ উদ্ধৃতি দিওঁতে বুৰঞ্জীবিদে ফাৰ্চী-আৰবী শব্দৰ, প্ৰচুৰ ব্যৱহাৰ কৰিছিল। একে অপভ্ৰংশৰ পৰাই জন্ম হ'লেও অসমীয়া ভাষা যে সম্পূৰ্ণ

স্বতন্ত্ৰীয়া ভাষা, এই যুগতেই প্ৰতিপন্ন হয়। আনপিনে অসমীয়া ভাষা মূলতঃ ভাৰতীয় আৰ্য-ভাষা সংস্কৃতৰপৰা জন্ম হ'লেও, এই ভাষা বিভিন্ন জাতি-জনজাতিৰ শব্দসম্ভাৰ লৈ পুষ্ট হৈছে আৰু অনেক বিষয়ত নব্যভাৰতীয় আৰ্য-ভাষাৰ অন্য ঠালতকৈ সুকীয়া, এই কথাও এই যুগতেই প্ৰতিপন্ন হয়। অষ্টাদশ শতিকাত ৰচিত 'ত্ৰিপুৰা বুৰঞ্জী' , 'তুংখুঙ্গীয়া বুৰঞ্জী', 'সাতসৰী অসম বুৰঞ্জী'ৰ খণ্ডবিশেষ আদিয়ে সেই যুগৰ বিশুদ্ধ অসমীয়া ভাষাৰ চানেকি দাঙি ধৰিব পাৰে। আজিকালি অপ্ৰচলিত হোৱা কেতবোৰ শব্দও সেই যুগত ব্যৱহৃত হৈছিল। তদুপৰি আজিকালি উপযুক্ত বুলি বিবেচিত হোৱা কিছুমান বিশেষণ সেই যুগত ব্যৱহাৰ কৰা নহৈছিল। প্ৰচুৰ নামধাতু আৰু নামধাতুৰপৰা উৎপন্ন হোৱা ক্ৰিয়াৰ প্ৰচলন আছিল। চিঠি-পত্ৰ, তামৰ ফলি আদিৰ প্ৰশস্তি অংশ সংস্কৃতত লিখাটো ৰীতি হিচাপে গ্ৰহণ কৰিছিল। ঘাইকৈ ধৰ্মীয় সাহিত্য ৰচনাত সংস্কৃতৰ প্ৰভাৱ অতি স্পষ্ট আছিল। আনপিনে বুৰঞ্জীবিলাকৰ বাক্য-গঠনত ঠায়ে ঠায়ে টাই ভাষাৰ গদ্য-ৰীতিৰ ছাঁ পৰা যেন লাগে। মানুহৰ নাম, বংশৰ নাম, ঠাইৰ নাম, বিষয়ৰ নাম, সম্বন্ধ আদিত বহুদিনলৈকে টাই ভাষাৰ প্ৰভাৱ আছিল। সেইদৰে আকৌ দাঁতি-কাষৰীয়া জাতিবিলাকৰ মাত-কথাৰ ঠাঁচো অসমীয়া ভাষাত সোমাইছিল। সেয়েহে দন্ত্য, মুৰ্দ্ধণ্য, তালব্য শ, ষ, স ৰ উচ্চাৰণগত পাৰ্থক্য, ট বৰ্গ ত বৰ্গৰ পাৰ্থক্য, বৰ্গ্য, অন্তঃস্থ য, জৰ পাৰ্থক্য, স্বৰৰ হ্ৰস্ব-দীৰ্ঘৰ পাৰ্থক্য নাইকিয়া হৈ পৰে। তদুপৰি এই উচ্চাৰণৰ দোষৰ ফলতে ই অনেক তৎসম শব্দই এই যুগত তদ্ভৱ ৰূপত প্ৰকাশ পায়। অসমীয়া সৰ্বনামসমূহেও এই যুগতেই পূৰ্ণ ৰূপ পৰিগ্ৰহণ কৰে। এই যুগত মানদণ্ড হিচাপে ব্যৱহাৰ কৰিবলৈ কোনো লিখিত ব্যাকৰণ নাথাকিলেও পৰম্পৰাগতভাৱেই এটা উমৈহতীয়া ৰীতি গঢ় লৈ উঠিছিল। সেয়ে ৰজাঘৰ আৰু সত্ৰীয়া ৰীতিৰ কথনভংগীত অলপ পাৰ্থক্য দেখা গৈছিল।

আহোম যুগতে অসমীয়া লিপিয়ে পূৰ্ণ গঢ় আৰু নাম গ্ৰহণ কৰে। প্ৰাক্-আহোম যুগৰ 'কানাই বৰশীবোৱা শিলালিপি' আৰু 'আমবাৰীৰ শিলালিপি'ত অসমীয়া আখৰে নিজা গঢ় লোৱাৰ প্ৰমাণ পোৱা গ'লেও পৰৱৰ্তী শতাব্দীতহে পূৰ্ণ ৰূপ লয়। তদুপৰি এই যুগতেই অসমীয়া লিপিয়ে লেখন-ৰীতি অনুযায়ী চাৰিটা শাখাত বিভক্ত হয়— গড়গঞা, কাইথেলী, বামুণীয়া আৰু লহকৰী। আখৰৰ মাজত আকাৰৰ সিমান পাৰ্থক্য নাই ; মাথোন লিখাৰীতিৰ পাৰ্থক্য বৰ্তমান। মাটিৰ পিয়ল, হিচাপ আদিত লহকৰী আখৰৰ ব্যৱহাৰ হৈছিল। কাইথেলী আখৰ অধিক জনপ্ৰিয় কৰি তোলাত শঙ্কৰদেৱৰ বৰঙণি প্ৰচুৰ বুলি ভাবিবৰ থল আছে। তদুপৰি ৰজাঘৰত নিযুক্ত কায়স্থ-কাকতী-লেখাৰুসকলৰো বৰঙণি আছে। সেয়ে হ'লেও ৰজাঘৰীয়া পৃষ্ঠপোষকতাত গড়গঞা লিপিয়ে গা-কৰি উঠে। প্ৰায় চাৰিশ বছৰ ধৰি গড়গঞা লিপিৰ প্ৰচুৰ ব্যৱহাৰ হোৱাত ই অধিক জনপ্ৰিয় হৈ উঠে। ৰাজঘৰীয়া কাকতপত্ৰ, বুৰঞ্জী আৰু অনেক পুথি, ঘাইকৈ ৰজাৰ আদেশত লিখা পুথিসমূহত গড়গঞা লিপি সন্ধালনিকৈ ব্যৱহৃত হৈছিল। এই যুগৰ প্ৰথম শিলালিপি ১৫৩৮ শকৰ চামধৰা গড়ৰ ৰণ-জয়ৰ শিলালিপি। এই লিপিতেই পূৰ্ণ গড়গঞা লিপিৰ চানেকি দেখা পোৱা যায়। বামুণীয়া টোলবোৰত দেৱনাগেৰী মিশ্ৰিত অসমীয়া লিপিৰে সংস্কৃত পুথিবোৰ লিখা হৈছিল। এইদৰেই বিশেষ ৰীতিবিশিষ্ট বামুণীয়া লিপিৰ জন্ম হৈছিল। এই লিপিত মাজে মাজে নাগেৰী গঢ়ৰ আখৰ দেখা যায়। অ, আ, কু, হ্ৰ, ত্য, ঙ্গ, ং, ম, প, ই আদি নাগেৰী আৰ্হিৰ। কোনো পুথিত নাগেৰী আৰু সংস্কৃতৰ প্ৰভাৱ অতি বেছি। অসমীয়া আখৰক আহোম মানুহে 'হিন্দু আখৰ' বুলিছিল। জয়ধ্বজ সিংহই পোনতে 'হিন্দু আখৰেৰে' মোহৰ মৰাইছিল। আনপিনে আহোম আখৰক উমানন্দ আৰু কামাখ্যাৰ তামৰ ফলিত 'অসমাক্ষৰ' বুলি উল্লেখ কৰিছে। এই যুগৰ কোনো কোনো পুথিৰ লিপি অতি সৰল আৰু স্পষ্ট। চ, ঠ, ন, ল, ব, ৰ আদি আখৰৰ গঢ়ৰ মাজত সামান্য পাৰ্থক্যহে দেখা যায়। ৰ আখৰটোৰ স্পষ্ট গঢ় লৈছিল আৰু ইয়াৰ ব্যৱহাৰো হৈছিল। আহোম যুগত যি আখৰে পূৰ্ণৰূপ লৈছিল, ইংৰাজৰ



যুগতো অসমীয়া আখৰ বুলিলে তাকেহে বুজাইছিল। আধুনিক অসমীয়া আখৰ গোটাচেৰেকৰ মুখবোৰ প্ৰাচীন অসমীয়া আখৰতকৈ সুকীয়া বাবে আধুনিক আখৰক অসমীয়া মানুহে বঙলা আখৰ বুলিছিল।

প্ৰাক্-আহোম যুগত যিবোৰ লেখন-সামগ্ৰী ব্যৱহাৰ হৈছিল, আহোম যুগতো সেইবোৰ সামগ্ৰীয়েই চলি আছিল। সাঁচিপাতৰ প্ৰচুৰ ব্যৱহাৰ হৈছিল। ৰজাই কাঠকটীয়া বৰুৱাৰ অধীনত 'সাঁচিকটীয়া' বুলি এটা খেলৰো সৃষ্টি কৰিছিল। 'সাঁচিকটীয়াই' সাঁচিগছৰ বাকলি এৰুৱাই, শুকুৱাই জাপ জাপকৈ বান্ধি ৰজাঘৰত যোগান ধৰিছিল। খনিকৰে সেইবোৰ চুচি-মাজি, মিহি কৰি, প্ৰয়োজন হ'লে হেঙুল-হাইতাল সানি, জোখত কাটি লেখাৰুক দিছিল। লেখাৰুৱে পুথি লিখিছিল। লেখাৰুৰ ওপৰত লেখকৰ বৰুৱা বুলি এজন উচ্চপদস্থ বিষয়া আছিল। আনপিনে আকৌ শিলত আৰু তামৰ ফলিত আখৰ কাটিবলৈ 'আখৰকটীয়া' বুলি এটা খেল সৃষ্টি কৰিছিল। মুছলমান মানুহো এই কামত নিয়োজিত হৈছিল। সাঁচিপাত, শিল আৰু তামৰ পাটৰ উপৰিও তুলাপাত আৰু কাপোৰো লেখন-সামগ্ৰী হিচাপে ব্যাপকভাৱে ব্যৱহাৰ হৈছিল। তুলা, কপাহ, গছৰ ছাল আদিৰে মণ্ড তৈয়াৰ কৰি ঘৰতে তুলাপাত তৈয়াৰ কৰা হৈছিল। ষোড়শ শতিকাৰপৰা কাকত শব্দৰো ব্যৱহাৰ পোৱা যায়। কপাহী, মুগা আৰু পাটৰ কাপোৰত মাটিমাহ, বৰাচাউলৰ মিহি মণ্ড বা কবালৰ লেও দি লেখন-সামগ্ৰী তৈয়াৰ কৰা হৈছিল। এনে কাপোৰ জাপ জাপকৈ জাপি পুথি হিচাপে সজাই তুলিছিল। জন্তুৰ ছালতো পুথি লিখাৰ কথা জনা যায়। ম'হৰ ছাল আৰু হৰিণাৰ ছাল জোখত কাটি লিখা হৈছিল। বাঁহৰ পাট তৈয়াৰ কৰি তাতো মঙলচোৱা পুথি, মন্ত্ৰ আদি লিখি থৈছিল। হাতীদাঁতৰ পাটত লিখা পুথি এখন কোনোবা সত্ৰত সংৰক্ষিত হৈছিল বুলি এসময়ত জনশ্ৰুতি আছিল। পুথি লিখাৰ উপৰিও সাঁচিপাত, তুলাপাত আৰু কাপোৰ ছবি আঁকিবলৈকো কামত লগোৱা হৈছিল। তেনেই সৰু আকাৰৰপৰা দুফুট-তিনিফুট দীঘল আৰু এফুট ডেৰ ফুট বহল সাঁচিপাতো আছিল। সাঁচিপতীয়া আৰু তুলাপতীয়া পুথিবোৰ কঁঠাল, চাম আদি টান কাঠৰ বাকচত ভৰাই ৰাখিছিল। কেতিয়াবা তেনেকুৱা কাঠৰ বাকচত ৰং-বৰ্হণ সানি ধুনীয়া কৰি লৈছিল। ৰজাঘৰীয়া পুথি আৰু কাকত-পত্ৰবোৰ গন্ধীয়া ভঁৰালত সংৰক্ষিত হৈছিল আৰু উক্ত ভঁৰাল গন্ধীয়া ফুকন আৰু গন্ধীয়া বৰুৱাৰ তত্ত্বাৱধানত আছিল। পিছৰ যুগত ৰজাৰ ভঁৰালত অনেক পুথি, বুৰঞ্জী, চিঠি-পত্ৰ আৰু কাকত-পত্ৰ সংগৃহীত হৈছিল। এইবোৰৰ মাজত নিজৰ দেশৰ বাহিৰেও মোগল বাদশাহ, ভোটানৰ ৰজা, কোচ-কছাৰী-জয়ন্তা-ভোটানৰ ৰজা, নৰা ৰাজা, ত্ৰিপুৰা, মণিপুৰ, বঙ্গদেশ আৰু উত্তৰ ভাৰতৰ বিভিন্ন ৰজাৰ চিঠি-পত্ৰও আছিল। তদুপৰি অসমীয়া ভাষাৰ বাহিৰেও ফাৰ্চী, সংস্কৃত, টাই, মণিপুৰী ইত্যাদি ভাষাৰ চিঠিও আছিল।

## সমাজ-ব্যৱস্থা

আহোমসকলে জাতিভেদ প্ৰথা নামানিছিল আৰু সকলো জাতি-উপজাতিৰ মানুহকে নিজৰ কৰি লৈছিল। তাম্ৰ-শাসনসমূহত ভাৰতীয় বৰ্ণাশ্ৰম ধৰ্ম আৰু জাতিভেদৰ যি উল্লেখ পোৱা যায়, আহোম যুগত ঘাইকৈ চতুৰ্বৰ্ণৰ হিচাপত খেলিমেলি দেখা যায়। ব্ৰাহ্মণ পণ্ডিতসকলে পুথি লিখিবৰ সময়ত সকলো ৰাজবংশকে ক্ষত্ৰিয়ৰ শাৰীত ঠাই দিবলৈ ধৰে। ফলত কিছুমান অনাৰ্য্য মানুহেও আৰ্য্যত্ব লাভ কৰে আৰু পিছলৈ নিজকে আৰ্য্য বুলি চিনাকি দিবলৈ ধৰে। অসমত আৰ্য্য বুলি চিনাকি দিয়া আৰু ঘাইকৈ হিন্দু প্ৰথামতে হোম পুৰি বিয়া পতা মানুহৰ মাজত অনেক মঙ্গোলীয়, অষ্ট্ৰ-দ্ৰাবিড়, অষ্ট্ৰ-আৰ্য্য আৰু আৰ্য্য-দ্ৰাবিড় সংমিশ্ৰণৰ মানুহ সোমাই আছে। আৰ্য্য-ধৰ্ম গ্ৰহণৰ পৰিণতি স্বৰূপেই এইবোৰ মানুহে সামাজিক মৰ্যাদা লাভ কৰে। ৰক্ষণশীলতাৰে নিজা

ৰীতি-নীতি লৈ বসবাস কৰি থকাসকলেই পিছলৈ সমাজত তল পৰিবলৈ ধৰে।

ভাৰতীয় সমাজত ব্ৰাহ্মণৰ স্থান সৰাতোকৈ ওপৰত হ'লেও, অসমত আহোম যুগত ব্ৰাহ্মণতকৈ গোসাঁইসকলৰহে মৰ্যাদাগত স্থান ওপৰত আছিল। ব্ৰাহ্মণৰ একাধিপত্য হেৰাই যোৱা বাবেই শঙ্কৰ-মাধৱকে আদি কৰি গোসাঁইসকলক লঘু কৰিবলৈ কোচ আৰু আহোম ৰজাক সততে প্ৰৰোচিত কৰিছিল। ৰুদ্ৰসিংহৰ দিনলৈকে, সেয়েহে মহন্তসকলক কেইবাবাৰো লাঞ্ছিত কৰা হৈছিল; কিন্তু শিৱসিংহৰ দিনত ব্ৰাহ্মণৰ দিন ফৰকাল হ'ল। পৰ্বতীয়া গোসাঁইৰ প্ৰচেষ্টাত ব্ৰাহ্মণে সামাজিক মৰ্যাদা লাভ কৰে আৰু এই সময়ৰেপৰা জাতিচেতনা পুনৰ জাগি উঠে। পূৰ্বতে ক্ষত্ৰিয় বৰ্ণ লৈ উন্নীত হোৱা কোনো কোনো জাতিৰো এই সময়ত পদস্খলন ঘটে। পৰ্বতীয়া গোসাঁইৰ শিষ্য হোৱা ব্ৰাহ্মণে আন ব্ৰাহ্মণতকৈয়ো শ্ৰেষ্ঠতৰ হবলৈ যত্ন কৰে আৰু 'প্ৰাচীন' আৰু 'স্মাৰ্ত্ত' মত অনুসৰি ভিতৰি সৰু-ডাঙৰ নিৰ্ধাৰিত হয়। ব্ৰাহ্মণৰ চকুত সকলো অব্ৰাহ্মণেই 'শূদিৰ' শ্ৰেণীৰ অন্তৰ্ভুক্ত হয়। একে সময়তে সত্ৰসমূহৰ ভিতৰত কালসংহতি সত্ৰসমূহত জাতি-চেতনা 'একে গুৰুঘৰৰ দাস'লৈ পৰিণত হয়। এই যুগতেই সত্ৰসমূহ পুৰুষ-সংহতি, নিকা-সংহতি, ব্ৰহ্ম-সংহতি আৰু কাল-সংহতি—এই চাৰিটা সংহতিত ভাগ হয়। সংহতি অনুযায়ী আদৰ্শৰ পাৰ্থক্য ঘটাত ভিতৰি ভিতৰি সামাজিক বৈষম্য আৰম্ভ হয়। ৰজাঘৰতো সত্ৰসমূহৰ স্বীকৃতিত শ্ৰেণীবিভাগ থকাত শিষ্যৰ মাজতো তাৰ প্ৰভাৱ পৰে। পৰিণতিস্বৰূপেই মোৱামৰীয়া বিদ্ৰোহৰ পাছৰপৰা গুৰু-গোসাঁই অনুযায়ী শিষ্য-ভকতৰ মাজত অস্পৃশ্যতা আৰম্ভ হয়। কাল-সংহতি আৰু বাকী সংহতিকেইটাৰ মাজত দেখ দেখ বিভেদ ওলাই পৰে। 'মলাজপীয়া' আৰু 'ভিতৰপকীয়া' এই দুটা শাখাত বিভক্ত হোৱাৰ উপৰিও শুধভগীয়া, মধুপুৰীয়া, লক্ষীমপুৰীয়া আদি কিছুমান শাখা-প্ৰশাখাই গা-ক ৰি উঠে। ফলত পূৰ্বৰ জাতি-চেতনাৰ মাজতে ধৰ্মীয় শাখা-চেতনাই সমাজত বিভেদ সৃষ্টি কৰে; যাৰ পৰিণতি হ'ল অনৈক্য, অধঃপতন, বিভেদকামিতা আৰু অমানৱীয়তা। গোসাঁয়ে শিচৰ হাতে খালে জাত যায়, শিচে আন গোসাঁইৰ শিচৰ হাতে খালে প্ৰায়শ্চিত্ত হ'ব লাগে নতুবা মাক-বাপেকে জীয়েক-জোঁৱায়েকৰ ঘৰত টৌ-খুঁটি মাৰি বান্ধি খায় বা ৰন্ধা বস্তু বাদ দি কেৱল কোমল চাউল গুৰ-গাখীৰ খাই অন্ন-চুৱাৰ হাত সাৰে।

আহোম যুগৰ আগছোৱাত আৰু ঘাইকৈ হিন্দুধৰ্মৰ সংস্পৰ্শলৈ অহাৰ সময়লৈকে আহোমসকলে কোনো জাতিভেদ নেমানিছিল। সামাজিকভাৱে সকলোকে সমান আসন দিছিল। ৰজাঘৰীয়া হিচাপত ৰাজকোঁৱৰ, বুঢ়াগোহাঁই, বৰগোহাঁই আৰু বৰপাত্ৰ গোহাঁই ফৈদৰ মানুহে সামাজিক মৰ্যাদা লাভ কৰিছিল। এই মৰ্যাদা জন্মগত আৰু বংশগত। বাকী সকলো আহোমৰ সমান মৰ্যাদা। বিষয় ভোগ কৰি থকাৰ সময়ত পদ-মৰ্যাদা অনুসৰি সন্মান পায়। তলতীয়া বা বিলতীয়া পাইকৰ মৰ্যাদা সেই সেই বিষয়াৰ তুলনাত তল খাপৰ। মোমাই তামুলী বৰবৰুৱাই গাঁও-সংগঠন কৰোঁতে সকলো জাতৰে মিলাই গাঁও পাতিছিল আৰু সেইবাবে একেখন গাঁৱত সামূহিক-চেতনা আৰু ঐক্য গঢ়ি উঠিছিল। হিন্দু ধৰ্ম গ্ৰহণ কৰাৰ লগে লগেই ব্ৰাহ্মণ, কায়স্থ, কলিতা, কেওট, কোচ, কছাৰী এনেকৈ শ্ৰেণীবিভাগ কৰা হ'ল। ৰজাৰ ঘৰত বাব খাই থকা মানুহে থাওকতে ওপৰ জাতিলৈ উঠিল। আহোমৰ ক্ষেত্ৰত সাতঘৰীয়া আহোমৰ বাহিৰে বাকী সকলো সমান; অৱশ্যে কাঁড়ী আৰু চমুৱাৰ মাজত এটা ক্ষীণ পাৰ্থক্য আছিল। আন কি বোটলা আহোম বা জাতত তুলি লোৱা আহোমেও সেই মৰ্যাদা লাভ কৰিছিল। আহোমৰ বংশ-চেতনা বা খেল-চেতনা বৰ কটকটীয়া আছিল। বুঢ়াগোহাঁই, বৰগোহাঁই বা কোঁৱৰ বহুত ঠালৰ হ'লেও একে একে খেল, মেল বা বংশত বিয়া-বাৰু হ'ব নোৱাৰিছিল। বুঢ়াগোহাঁয়ে-বুঢ়াগোহাঁয়ে, বৰগোহাঁয়ে-বৰগোহাঁয়ে, ৰাজকোঁৱৰ-সন্দিকৈ বা বৰপাত্ৰ গোহাঁইৰ পৰস্পৰে, লাহনে-লাহনে, একে খেলৰ চেতিয়াই-চেতিয়াই, দেওধায়ে-দেওধায়ে, দেওধায়ে-বুঢ়াগোহাঁয়ে, মহনে-মহনে,



মহনে-বৰগোহাঁয়ে, বাইলুঙে-বাইলুঙে বিয়া হ'ব নোৱাৰিছিল। কেতিয়াবা বিয়া হলে এঘৰীয়া কৰা হৈছিল বা মৰ্যাদা অৱনমিত কৰা হৈছিল। তেনেকুৱা মাক-বাপেকৰ সন্তানে বংশগত মৰ্যাদা চিৰকাললৈ হেৰুৱাইছিল। বুঢ়াগোহাঁইৰ 'ভেৱা', বৰগোহাঁইৰ 'পাপং', সন্দিকৈৰ 'মিৰি', লাহনৰ 'লেজু' এনেকৈয়ে সৃষ্টি হোৱা খেল। আহোম সমাজ-ব্যৱস্থাত যৌন-অপৰাধ কঠোৰ আছিল। এনে অপৰাধীক সম্পূৰ্ণৰূপে সমাজচ্যুত কৰা হৈছিল। এই গাওঁবোৰক গৰীয়া গাঁও বুলিছিল। আজান ফকীৰে এনে কিছুমান সমাজচ্যুত মানুহক পোনতে ইচলাম ধৰ্মলৈ দীক্ষিত কৰিছিল। সেইবাবেই অসমীয়া মানুহে মুছলমান মাত্ৰকে গৰীয়া বুলি ভুল কৰিছিল। কোচ, কছাৰী, চুতীয়া, আহোম, মৰাণ, বৰাহী আদি জাতিৰ সাধাৰণ প্ৰজাৰ মাজত সম্পূৰ্ণ মুকলিকৈ বিয়া-বাৰু চলিছিল। সেইমতে সামাজিক ৰীতি-নীতিতো কিছু মিল আছিল।

যিবোৰ আহোম পৰিয়ালে বংশগতভাৱে অনেক পুৰুষ ধৰি ৰাজকীয় মৰ্যাদা লাভ কৰি আহিছিল, তেওঁবিলাকে স্বাভাৱিকতে উচ্চ সন্মান ভোগ কৰিছিল। চুকাফাৰ লগত অহা সকলো মানুহ মূলতে সাতাইশ ঘৰ। পাছত অৱশ্যে আৰু অনেক মানুহ আহি লগ লাগেহি। সেয়েহে দিহিঙ্গীয়া ৰজাৰ দিনত তিনিকুৰি ঘৰ আহোমক 'জাতুৱা' বুলি স্বীকৃতি দিছিল। 'জাতুৱাসকলে' পিন্ধন-উৰণ, দিয়ন-থোৱন, খাৱন-বোৱন আদিৰ মাজেৰে নিজৰ আভিজাত্যৰ চিনাকি দিবলৈ চেষ্টা কৰিছিল। বিয়া-বাৰুৰ ক্ষেত্ৰত সাধাৰণতে জীয়ৰী দিবলৈ এনেকুৱা জাতুৱা আহোমকহে বিচাৰিছিল; কিন্তু ল'ৰালৈ যি কোনো পৰিয়ালৰপৰাই কন্যা বিচাৰি আনিছিল।

এই যুগত আহোমসকলে চকলং কৰি বিয়া কৰাইছিল। অন্য হিন্দুসকলৰ মাজত বৈদিক ৰীতিমতে, ঘাইকৈ যজুৰ্বেদীয় ৰীতিমতে বিবাহকাৰ্য্য সম্পাদিত হৈছিল। ভাৰতীয় হিন্দু সমাজত প্ৰচলিত আঠবিধ বিবাহৰ প্ৰাজাপত্য,গান্ধৰ্ব, আসুৰ আৰু ৰাক্ষস-এই চাৰিবিধেই ঘাইকৈ চলন্তি আছিল। পৈশাচবিধ বিবাহৰো উদাহৰণ নোহোৱা নহয়। বিশুদ্ধ ব্ৰাহ্ম, দৈৱ আৰু আৰ্য্য শ্ৰেণীৰ বিবাহৰ উদাহৰণ তেনেই বিৰল। ব্ৰাহ্ম প্ৰথামতে দুই-এক ব্ৰাহ্মণৰ মাজত বিয়া হৈছিল। মঙ্গোলীয় জনজাতিৰ মাজত গা-ধন লৈ কন্যা বিয়া দিয়া 'আসুৰ' শ্ৰেণীৰ বিয়াৰ সংখ্যাই সৰহ। অৱশ্যে ধৰি বা পলুৱাই নি পাছত সমাজত দায়দণ্ড দি বিয়া কৰোৱা ৰাক্ষস শ্ৰেণীৰ বিয়াৰ সংখ্যাও কম নহয়। বহু-বিবাহ প্ৰচলিত আছিল। হিন্দু তিৰোতাই বৈধব্য-ব্ৰত পালন কৰিছিল; কিন্তু আহোম তিৰোতাই ইচ্ছা কৰিলে পুনৰ বিয়া কৰাব পাৰিছিল। বিবাহ-বিচ্ছেদৰ উদাহৰণ নোহোৱা নহয়। বিবাহ-বিচ্ছেদ হোৱা পুৰুষ-নাৰী উভয়েই পুনৰ বিয়া কৰাব পাৰিছিল। আহোম যুগৰ সমাজ পিতৃ- প্ৰধান পুৰুষে বিয়া কৰাই তিৰোতা ঘৰলৈ আনিছিল। বাপেক-পুতেক-নাতিয়েক এনেকৈ একেঘৰতে বাস কৰিছিল। যৌথ পৰিয়াল-ব্যৱস্থা মানি চলিছিল। সমাজত তিৰোতাৰ স্থান প্ৰায় সমানেই আছিল। আহোম তিৰোতাই ৰাজসভাতো ভাগ লৈ, ৰজাকো পৰামৰ্শ দি ৰাজ-কাৰ্য্য পৰিচালনাত সহায়তা কৰিছিল। যুদ্ধলৈ গৈ যুদ্ধক্ষেত্ৰতো পাৰ্গতালি দেখুৱাব পাৰিছিল। আহোম যুগৰ আগছোৱাত নাৰীয়ে ওৰণি নলৈছিল আৰু প্ৰায় পুৰুষৰ সমানে সকলো কামতে সমান ভাগ লৈছিল। খৰি-কাঠ কাটি, মাছ-পুঠি মাৰি, খেতি-পথাৰতো কাম কৰিছিল। তদুপৰি ৰন্ধা-বঢ়া আৰু বোৱা-কটা কাম একচেটিয়া আছিল।

আহোম যুগৰ শাসন ব্যৱস্থা যিমান শৃঙ্খলাপূৰ্ণ আছিল, শাস্তিও সিমান কঠোৰ আছিল। ব্ৰাহ্মণ আৰু তিৰোতা উভয়েই প্ৰাণদণ্ডৰপৰা হাত সাৰিছিল। জয়মতী কুঁৱৰীৰ শাস্তিয়েই একমাত্ৰ নাৰীৰ প্ৰাণদণ্ডৰ উদাহৰণ। ব্ৰাহ্মণ দোষী সাব্যস্ত হ'লে প্ৰাণদণ্ডৰ বাহিৰে অন্য শাস্তি দিয়া হৈছিল। ৰাজকীয় আৰু সামাজিক নিয়ম উলঙ্ঘা কৰাৰ অপৰাধত গোসাঁই-মহন্তকো শাস্তি বিহিছিল। বাকী সকলো প্ৰজাৰ বাবে একে আইনেই প্ৰযোজ্য হৈছিল। ৰাজদ্ৰোহ সৰাতোকৈ গুৰুতৰ অপৰাধ আছিল। উচ্চখাপৰ ডা-ডাঙৰীয়া, বা-বিষয়াক চৰ, ঢকা, গঁতা, নাকৈ দা বা

তৰোৱালেৰে গদিওৱা আদি লঘু শাস্তি দিয়া হৈছিল যদিও বা-বিষয়াৰ বাবে এনে শাস্তিয়েই গুৰুত্বৰ বিবেচিত হৈছিল। ৰজা আৰু ডাঙৰীয়া তিনিজনা আৰু বৰফুকনে প্ৰাণদণ্ডৰ আদেশ দিব পাৰিছিল; কিন্তু ৰজাৰ বাহিৰে কোনেও অস্ত্ৰাঘাত শাস্তি দিব নোৱাৰিছিল। উচ্চ খাপৰ বিষয়াই বিলতীয়া পাইকৰ গোচৰ সুধি কোব-কিল-চৰ-গোঁতা মাৰিব পাৰিছিল; কিন্তু সকলো বিচাৰৰ সিদ্ধান্তৰ বিৰুদ্ধেই ৰজাৰ আগত আপীল কৰিব পাৰিছিল। ৰাজনৈতিক কাৰণত হত্যা, বিদ্ৰোহ আদি সংক্ৰান্তত কঠোৰ শাস্তি দিয়া হৈছিল কিন্তু সামাজিক অপৰাধৰ পৰিমাণ তাকৰীয়া আছিল। আহোম যুগৰ বিচাৰ আৰু শাস্তিৰ বিষয়ে ড° সূৰ্য্যকুমাৰ ভূঞাৰ মন্তব্য প্ৰণিধানযোগ্য।

## অষ্টাদশ শতিকাৰ সমাজ

স্বৰ্গদেও ৰুদ্ৰসিংহৰ ৰাজত্বকালৰ পঞ্চম বছৰতে অষ্টাদশ শতিকা আৰম্ভ হয় আৰু কমলেশ্বৰ সিংহৰ ৰাজত্বকালৰ ষষ্ঠ বছৰত ইয়াৰ সামৰণি পৰে। এই সময়ছোৱাত ৰজা হয় শিৱসিংহ (১৭১৪-৪৪), প্ৰমত্তসিংহ (১৭৪৪-৫১), ৰাজেশ্বৰসিংহ (১৭৫১-৬৯), লক্ষ্মীসিংহ (১৭৬৯-১৭৮০), গৌৰীনাথসিংহ (১৭৮০-৯৫)। আহোম ৰাজত্বৰ ঐশ্বৰ্য-বিভূতিৰ দিশৰ পৰা এই শতিকাটো যেনেকৈ উজ্জ্বল আৰু বিশেষত্বপূৰ্ণ, ঠিক তেনেকৈ এই শতিকাতেই আহোম ৰাজশক্তিৰ কঁকাল ভাগিল, যাৰ পৰিণতিস্বৰূপে উনবিংশ শতিকাৰ চতুৰ্থ দশকত এই ৰাজ্যৰ বেলি মাৰ গ'ল। অষ্টাদশ শতিকা সাংস্কৃতিক আৰু সামাজিক উভয় দিশৰপৰা অতি তাৎপৰ্য্যপূৰ্ণ।

আহোম শাসকীয় সমাজ-ব্যৱস্থাত পোনপটীয়াকৈ দুটা ভাগ আছিল চমুৱা আৰু কাঁড়ী। স্বৰ্গদেও চুকাফাৰ লগত আহি ৰাজ্য পতাত সহায় কৰা সম্ভ্ৰান্ত আহোম ফৈদবোৰে এক সুকীয়া মৰ্যাদা লাভ কৰিছিল। ৰাজকোঁৱৰ, বুঢ়াগোহাঁই, বৰগোহাঁই, বৰপাত্ৰগোহাঁই, মোহন, দেওধাই, বাইলুং আৰু আন কেইঘৰমান ৰজাৰদ্বাৰা স্বীকৃত সাতঘৰীয়া আহোম , বিষয়-বাব ভোগ কৰি থকা বিষয়া, ৰাজ-পুৰোহিত আদি উক্ত চমুৱা শ্ৰেণীৰ অন্তৰ্গত আছিল। তেওঁবিলাকে ৰজাৰ খাজানাৰ বিনিময়ত ৰজাঘৰত গা-খাটি দিয়াৰপৰা ৰেহাই পাইছিল; কিন্তু যুদ্ধৰ বাবে প্ৰস্তুত হৈ থাকিব লাগিছিল। বংশগতভাৱে যিবোৰ ফৈদ বা বংশ চমুৱা পাইকৰ শাৰীত পৰিছিল তেওঁবিলাক প্ৰকৃততে ৰণৰ বাবে সাজু আছিল। এই ব্যৱস্থাই স্বাভাৱিকতে তেওঁবিলাকৰ সামাজিক মৰ্যাদা সুকীয়া কৰিছিল। দ্বিতীয় শ্ৰেণীটো হ'ল কাঁড়ী। কাঁড়ী শ্ৰেণীৰ প্ৰজাই ৰজাৰপৰা গাইপতি দুপুৰা (৮ বিঘা) ধানখেতিৰ দ মাটি পাইছিল। বাম বাৰীমাটিৰ কোনো নিৰ্ধাৰিত সীমা নাছিল। ঘৰৰপৰা দূৰৈত অধিক মাটি লৈ খেতি কৰিব পাৰিছিল আৰু সেই অতিৰিক্ত মাটিৰ বাবে নাঙলটোৰেপতি মাত্ৰ এটকাকৈ কৰ দিব লাগিছিল। ৰজাঘৰৰপৰা দিয়া মাটিৰ বিনিময়ত পাইকে বছৰেকত তিনি মাহ ৰজাৰ ঘৰত খাটি দিব লাগিছিল। ৰজাৰ কৰ্তৃত্বৰ অধীনত থকাৰ সময়ত এজন পাইকে ৰজাৰ খাতত খেতি কৰা, আলি বন্ধা, পুখুৰী খন্দা, গড় মৰা বা অন্য উৎপাদনৰ কামত নিয়োগ কৰা আৰু প্ৰয়োজন হ'লে যুদ্ধলৈ যাবলগীয়া হৈছিল। চাৰিটা পাইকে এগোট। মূল, দোৱাল, তেৱাল আৰু চ'ৱাল। মূল, দোৱালৰ ক্ৰম ঘূৰি থাকে। যি সময়ত যি ৰজাঘৰৰ কৰ্তৃত্বত থাকে তেওঁ মূল; তাৰ পিছত ক্ৰমে দোৱাল, তেৱাল, চ'ৱাল। যুদ্ধ বা জৰুৰী অৱস্থাত মূলৰ উপৰিও দোৱাল, তেৱালকো কামলৈ মাতিব পাৰে। প্ৰতিগোটৰ অন্ততঃ এজন ঘৰত থাকে। এই কাঁড়ী শ্ৰেণীটোৱেই যুদ্ধ-বিগ্ৰহৰ উপৰিও যাৱতীয় উৎপাদনকাৰ্য্যত ব্যস্ত আছিল। ৰজাঘৰীয়া নিয়মৰ অধীনত সকলো প্ৰয়োজনীয় বস্তুৰ যোগান ধৰিছিল। কাঁড়ী হ'লেও, নিজৰ যোগ্যতা প্ৰতিপন্ন কৰি ঘাইকৈ যুদ্ধক্ষেত্ৰত বল বীৰ্য-সাহস দেখুৱাই আৰু বুদ্ধি



বৃত্তিৰে কাঁড়ী-পাইকৰ ঘৰৰ ল'ৰায়ো বিষয়-বাব লাভ কৰি সামাজিক মৰ্যাদা লাভ কৰিছিল। কেতিয়াবা ৰজায়ো কোনো ব্যক্তিৰ ৰাজকাৰ্যত সন্তুষ্ট হৈ তেওঁৰ ফৈদটোকে উচ্চখাপলৈ উন্নীত কৰি সামাজিক মৰ্যাদাবিশিষ্ট ফৈদ বুলি স্বীকৃতি দিছিল। নগা, মিৰি, বৰাহী, মৰাণ, কলিতা, কোচ, কছাৰী আদি অনা-আহোম মানুহকো বিষয়-বাব দি পিছলৈ সামাজিক মৰ্যাদাবিশিষ্ট ফৈদ সৃষ্টি কৰিছিল। এইবোৰ ফৈদ নিবহনিপানীকৈ আহোম সমাজভুক্ত হৈছিল। ৰাজেশ্বৰসিংহৰ দিনত কীৰ্তিচন্দ্ৰ বৰুৱাক জলমবটা অৰ্থাৎ নিম্নখাপৰ কাঁড়ী ফৈদৰপৰা অহা বুলি চকৰিফেঁটী বুৰঞ্জীত উল্লেখ কৰি এক সাংঘাটিক বিভ্ৰাটৰ সৃষ্টি কৰিছিল। ইয়াৰ মূলতে জাতিগত বিদ্বেষ নহয়, ক্ষমতাৰ অৰিয়া-অৰিহে। কীৰ্তিচন্দ্ৰ বৰবৰুৱা হোৱাৰ আগতে গেন্ধেলা নামেৰে কাঁড়ী আছিল। পিয়লৰ কাকতত নাম নকটোৱাকৈ গেন্ধেলা বৰবৰুৱা হ'ল। বৰবৰুৱা হৈ পূৰ্বৰপৰা সামাজিক মৰ্যাদা লাভ কৰি অহা ফৈদৰ ডা-ডাঙৰীয়াক অমান্য কৰা হ'ল নতুবা তেওঁৰ কাৰ্য-প্ৰণালীৰে খং-তোলাই তেওঁবিলাকক ললে। ৰজাঘৰৰ দৃষ্টিত কাঁড়ী-পাইক-চমুৱা সমানেই প্ৰয়োজনীয় আছিল।

শিৱসিংহৰ দিনত নদীয়াৰ কৃষ্ণৰাম টিঙৰামৰা ভট্টাচাৰ্যক ৰজাই গুৰু মানি শাক্ত হোৱাৰ পিছত আহোম ৰজাঘৰীয়া ৰীতি-নীতিত কিছু প্ৰভাৱ পৰিল। শাসকীয় নীতি-নিয়মত বিশেষ সাল-সলনি নহ'লেও সামাজিক পৰ্যায়ত সলনি ঘটিবলৈ ধৰিলে। তিনিজনা ডাঙৰীয়া আৰু বা-বিষয়াই যি সামাজিক মৰ্যাদা লাভ কৰিছিল তাৰ মাজলৈ ৰাজগুৰুৰ সমান শিষ্যৰ প্ৰতিযোগিতাৰ ভাৱ সোমাল। শাক্ত গোসাঁইৰ মন্ত্ৰশিষ্য হৈ এশ্ৰেণী মানুহৰ উচ্চাখিকা বাঢ়িল। ভট্টাচাৰ্যই স্মাৰ্ত আৰু প্ৰাচীন বুলি দুটা পন্থা সৃষ্টি কৰিলে। স্মাৰ্ত পন্থাৱলম্বী ব্ৰাহ্মণে অন্য ব্ৰাহ্মণতকৈ উচ্চাসন দাবী কৰিলে। ইয়াৰ পৰিণতিস্বৰূপে ব্ৰাহ্মণৰ মাজতো শ্ৰেণীবিভাগ হ'ল। দৈৱজ্ঞ ব্ৰাহ্মণসকল ব্ৰাহ্মণৰপৰা আঁতৰি গ'ল। তদুপৰি বৈষ্ণৱ ব্ৰাহ্মণসকলো শাক্ত ব্ৰাহ্মণৰপৰা আঁতৰি পৰিল। শঙ্কৰদেৱৰ মৃত্যুৰ এশবছৰৰ ভিতৰত শঙ্কৰী বৈষ্ণৱ ধৰ্মৰ ভিতৰত চাৰি সংহতিৰ সৃষ্টি হ'ল। ৰজাঘৰীয়া খেল-মেলৰ ভিতৰত ঐক্য থাকিলেও সমাজত বিভাজন আৰম্ভ হ'ল। পুৰুষসংহতি আৰু ব্ৰহ্মসংহতিয়ে কালসংহতিক নিন্দা কৰিবলৈ ধৰিলে। পুৰুষসংহতিয়ে ব্ৰহ্মসংহতিৰ আৰ্হি অনুকৰণ কৰিবলৈ ধৰিলে। নিকাসংহতিৰ ৰক্ষণশীলতা শীৰ্ষ পৰ্যায়লৈ উঠিল। কালসংহতিৰ শিষ্যসংখ্যা ঈৰ্ষাৰ বিষয়বস্তু হৈ পৰিল। ৰাজসত্ৰ বুলি খ্যাতি লাভ কৰা সত্ৰকেইখনৰ গোসাঁই আৰু শিষ্যই অন্য সংহতিক নিন্দা কৰিবলৈ ধৰিলে। শিৱসিংহৰ দিনত পৰবৰ্তীয়া গোসাঁইৰ গোঁড়ামি আৰু কূটবুদ্ধিয়ে সমাজত অনৈক্য আৰু বিদ্বেষৰ সূচনা কৰিলে। মোগলশক্তিক প্ৰতিহত কৰা আহোম ৰাজশক্তিয়ে মোৱামৰীয়া বিপ্লৱৰ সময়ত নিজৰ যোগ্যতা প্ৰতিপন্ন কৰিব নোৱাৰিলে। ষোড়শ শতিকা আৰু সপ্তদশ শতিকাত দেশত সত্ৰসংখ্যা বাঢ়িবলৈ ধৰে আৰু মানুহ যুদ্ধমুখী নহৈ ধৰ্মমুখী হ'বলৈ ধৰে। গদাধৰ সিংহৰ দিনত গোসাঁই আৰু ভকতৰ সংখ্যা ইমান বাঢ়িছিল যে ৰাজ্যত কৰ্মী পাইকৰ সংখ্যা চকুত লগাকৈ কমি গৈছিল। সেয়েহে ধৰ্মমুখী মানুহে গৃহযুদ্ধৰ সময়ত ইষ্ট-মিত্ৰ-গঞা-জ্ঞাতিৰ লগত হিংসাহিংসি কৰাতকৈ যুদ্ধৰপৰা বিৰত আছিল। আন কি ৰজাঘৰীয়া টাকনিত পৰি যুদ্ধলৈ গ'লেও যুদ্ধক্ষেত্ৰত নিষ্ক্ৰিয়তা অৱলম্বন কৰিছিল। মোৱামৰীয়া বিদ্ৰোহৰ লগে লগে আহোম ৰাজ্যৰ প্ৰজাৰ মাজত অনুগত আৰু বিদ্ৰোহী দুটা ভাগ হৈছিল আৰু পিছলৈ সামাজিক জীৱনতো এইভাৱ বিয়পি পৰিছিল। মোৱামৰীয়া শিষ্যৰ মাজত আহোম, কোচ, কলিতা, কৈৱৰ্ত, চুতীয়া, কছাৰীৰ কোনো পাৰ্থক্য নাছিল; অথচ অন্য গোসাঁইৰ একজাতিৰে শিষ্য অস্পৃশ্য বুলি পৰিগণিত হৈছিল। একে আহোমৰ ভিতৰতো মোৱামৰীয়া আৰু অন্যান্য গোসাঁইৰ মাজত খোৱা-লোৱা, বিয়া-বাৰু নচলিছিল। যি আহোমে নগা, মৰাণ, বৰাহী, কছাৰী, চুতীয়া-কন্যা অতি সহজে বিয়া কৰাইছিল সেই আহোমে মোৱামৰীয়া আহোমৰ কন্যা বিয়া

কৰাটো সামাজিকভাৱে বন্ধ হ'ল। উজনিৰ ব্ৰাহ্মণ, নামনিৰ ব্ৰাহ্মণ, উত্তৰপাৰৰ ব্ৰাহ্মণ, দক্ষিণপাৰৰ ব্ৰাহ্মণ, অসমৰ থলুৱা ব্ৰাহ্মণ আৰু নৱদ্বীপ-কনৌজৰপৰা অহা ব্ৰাহ্মণৰ মাজতো লক্ষণীয় প্ৰভেদ পৰিলক্ষিত হৈছিল। ৰাজকীয় দৃষ্টিত আহোম সমাজত দুটাই মাত্ৰ শ্ৰেণী-চমুৱা আৰু কাঁড়ী। বিষয়া আৰু সাধাৰণ পাইক। একে গোটৰ বিষয়া আৰু পাইকৰ মাজত সম্বন্ধ সদায়েই মধুৰ আছিল; মাথোন সমাজত এভাগ মান বঢ়াকৈ পাইছিল; কিন্তু ধৰ্মীয় দিশত সমাজত বহুতো বিভেদ সোমাল। গোসাঁই শিষ্যতকৈ অনেক ওপৰত। সামাজিকভাৱে শিচ আৰু গোসাঁইৰ তেল-পানীৰ সম্পৰ্ক। তাৰ পিছতে ব্ৰাহ্মণ-শূদ্ৰৰ সমস্যা। শূদ্ৰৰ হাতে ব্ৰাহ্মণে খাব নাপায়। ব্ৰাহ্মণীয়া সত্ৰকেইখনৰ আধিপত্য বঢ়াৰ লগে লগেই ব্ৰাহ্মণ-শূদ্ৰৰ সম্পৰ্কত বহলকৈ ফাট মেলিলে। পৰ্বতীয়া গোসাঁয়ে সেই ফাট অধিক কট্‌কটীয়া কৰিলে। সমাজৰ এই বিভাজনবিলাক ঊনবিংশ শতিকাত ফট্‌ফটীয়াকৈ জিলিকি উঠিল।

সাধাৰণতে মানুহৰ সমাজত শ্ৰমজীৱী আৰু বুদ্ধিজীৱী দুটা শ্ৰেণী থাকে। বুদ্ধিজীৱী শ্ৰেণীটোৱে শ্ৰমজীৱী শ্ৰেণীটোক নিয়ন্ত্ৰণ কৰে। সেইদৰে ধনী শ্ৰেণীটোৱে দুখীয়া বা শ্ৰমজীৱী শ্ৰেণীটোক নিষ্পেষণ কৰে। অষ্টাদশ শতিকাৰ আহোম সমাজত ৰজাঘৰীয়া বিষয়া শ্ৰেণীটোৰ বাহিৰে বাকী সাধাৰণ পাইকৰ মাজত বিশেষ পাৰ্থক্য নাছিল। খেতি-বাতি, বোৱা-কটা, মাছমৰা, কাঠকটা আদি নিম্নখাপৰ শ্ৰম আৰু সি উচ্চখাপৰ মানুহৰ যোগ্য নহয়, এনে ধাৰণা নাছিল। ৰজাঘৰীয়া বাব নাথাকিলে বা কোনো বিষয়াৰ বাব গ'লে তেওঁ নিজৰ পথাৰত খেতি-বাতি কৰি জীৱিকানিৰ্বাহ কৰিছিল। ডা-ডাঙৰীয়া আৰু বা-বিষয়াই ৰজাঘৰীয়া সেৱাৰ বিনিময়ত ধনেৰে বেতন নাপাইছিল, বিষয়াৰ মৰ্যাদা অনুসাৰে নিৰ্দিষ্ট সংখ্যক লিক্‌চৌ পাইছিল। এই লিক্‌চৌবিলাক দাস বা ভৃত্য নহয়। ৰজাঘৰৰ কৰ্তৃত্বত থকা পাইকৰপৰাই নিযুক্তি দিয়া হয়। বিষয়াজনৰ বাব গ'লেই এনে লিক্‌চৌৰ সেৱাৰপৰাও বঞ্চিত হয়। কোনো কোনো চমুৱা পৰিয়ালত অৱশ্যে পুৰুষানুক্ৰমে সেৱা কৰি অহা লিক্‌চৌ আছিল। তদুপৰি ৰজাই ফলি কৰি পৌত্ৰ-পুত্ৰানুক্ৰমে ভোগ কৰিব পৰাকৈ সুবিধা কৰি দিছিল। একালত যুদ্ধত বন্দী কৰি অনা লোককো এনে কাৰ্যত নিয়োগ কৰা হৈছিল। লিক্‌চৌবিলাকেও কিছুমান সামাজিক মৰ্যাদা পাইছিল আৰু সময়ত পাইকৰ সমান শাৰীলৈ উঠিছিল নতুবা যোগ্যতা প্ৰতিপন্ন কৰি বিষয়-বাব লাভ কৰিছিল।

# শঙ্কৰী-সংস্কৃতি

অসমৰ সংস্কৃতিৰ বুৰঞ্জীত শঙ্কৰী-সংস্কৃতিৰ আসন বিশেষ উচ্চ খাপত অৱস্থিত। আজিকালি শঙ্কৰী-সংস্কৃতিৰ কথা বুজাবলৈ সত্ৰ-সংস্কৃতি বা সত্ৰীয়া সংস্কৃতি শব্দ দুটা বিশেষ উৎসাহেৰে ব্যৱহাৰ কৰা দেখা যায়; কিন্তু সকলো সত্ৰতে শঙ্কৰদেৱে দি থৈ যোৱা ঐতিহ্য-পৰম্পৰা সংৰক্ষিত হোৱা নাই আৰু সেইদৰে শঙ্কৰী-সংস্কৃতিক কেৱল সত্ৰ কেইখনেই আঁৰ-ঢৰা দি ধৰি ৰখা নাই। এনে বহুতো সত্ৰ আছে, য'ত শঙ্কৰদেৱৰ ঐতিহ্য-পৰম্পৰা অগ্ৰাহ্য কৰি বিজতৰীয়া ৰীতি-নীতি প্ৰচলন কৰাৰ উদাহৰণ আছে। তদুপৰি অসমত থকা চৈতন্যপন্থীয়া সত্ৰসমূহৰ শঙ্কৰী-সংস্কৃতিৰ লগত কোনো পোনপটীয়া যোগ-সূত্ৰ নাই। শঙ্কৰী সংস্কৃতিৰ ঐশ্বৰ্য আৰু বিশালতা সমগ্ৰ অসমৰ নামঘৰ আৰু মানুহৰ মনৰ সম্পত্তি, ইয়াক কেৱল সত্ৰ-সংস্কৃতি বা সত্ৰীয়া-সংস্কৃতি বুলি ক'লে যেন কেৱল কেইখনমান সত্ৰইহে শঙ্কৰদেৱৰ প্ৰতিভাৰ উত্তৰাধিকাৰত্ব গ্ৰহণ কৰিছে এনে ধাৰণা হয়। সেয়ে নহয়, শঙ্কৰদেৱে সৃষ্টি কৰি থৈ যোৱাখিনিৰ বাহিৰে সত্ৰসমূহে শঙ্কৰী-সংস্কৃতিৰ বিকাশত বিশেষ অৱিহণা যোগোৱা নাই আৰু কেৱল সত্ৰক কেন্দ্ৰ কৰিয়েই শঙ্কৰী-সংস্কৃতি বৰ্তি থকাও নাই। শঙ্কৰদেৱে সৃষ্টি কৰি থৈযোৱা সাংস্কৃতিক সম্পদসমূহক আমি শঙ্কৰী-সংস্কৃতি নামেৰেই নামকৰণ কৰিব খুজিছোঁ।

ধৰ্ম বা ধৰ্মীয় ঐতিহ্যক কেন্দ্ৰ কৰি সংস্কৃতিৰ অন্তৰ্গত বিভিন্ন উপাদানসমূহ বিকশিত হৈ উঠে। শঙ্কৰদেৱৰ প্ৰতিভাই অসমক দিলে একশৰণ ভাগৱতী বৈষ্ণৱ ধৰ্ম। এই ধৰ্মই পূৰ্বৰ ধৰ্মীয় খেলি-মেলি দূৰ কৰি মানুহক মানসিক উৎকৰ্ষ আৰু মানৱীয় সত্তাৰ বিকাশ সাধনৰ বাট মুকলি কৰিলে। অসমত কৈৰাতজ ধৰ্মৰ প্ৰাদুৰ্ভাৱৰ উপৰিও হিন্দু শাক্তধৰ্মৰ প্ৰাবল্য বোধ কৰি শঙ্কৰদেৱে বৈষ্ণৱ ধৰ্ম প্ৰতিষ্ঠা কৰিলে। ক্ৰিয়াকাণ্ডক তল পেলাই ভক্তিক প্ৰাধান্য দিলে। ধৰ্মীয় জীৱনলৈ সুকুমাৰ-সৰলতা আনিলে আৰু অহিংসা আৰু প্ৰেমৰ আদৰ্শৰে ধৰ্ম-জীৱন সজাই তুলিবলৈ যত্ন কৰিলে। ধৰ্মৰ মূল উদ্দেশ্য মানসিক উৎকৰ্ষ সাধন। পশুত্বৰপৰা মানৱত্বৰ মাধ্যমেদি দেৱত্বলৈ মানুহক লৈ যোৱাৰ বাট দেখুৱাই দিলে। সকলো মানুহ সমান; আত্মা একে। জাতি-বৰ্ণ নিৰ্বিশেষে সকলোৰে নাম-কীৰ্তন তথা ভক্তিত সমান অধিকাৰ থকাৰ কথা ঘোষণা কৰি হাতে-কামে দেখুৱাই দিলে। একাগ্ৰতা আৰু আন্তৰিকতাৰে কৃষ্ণৰ চৰণ চিন্তা কৰি তেওঁৰ গুণ-কীৰ্তন আৰু শ্ৰৱণ কৰিলে ভক্তি সিজে; এনে সহজ-সৰল আদৰ্শৰে অসমৰ সকলো জাতি-জনজাতিক একেখন আসনতে বহুৱাই যি সমন্বয়ৰ সৌধ তৈয়াৰ কৰিলে সি যুগমীয়া হৈ ৰ'ল৷ কেৱল সেয়ে নহয়, শঙ্কৰদেৱেই কৃষ্ণ-ভক্তি শাখাৰ মাধ্যমত অসমৰ সংস্কৃতি আৰ্যীকৰণ কৰি ভাৰতীয় ৰূপ দিবলৈ যত্ন কৰিছিল। কৃষ্ণ-ভক্তি শাখা যথাৰ্থতে অসমত সুষম ৰূপত বিকশিত হৈ উঠে।

ভাগৱত-কেন্দ্ৰী, কৃষ্ণ-চৰিত্ৰ প্ৰধান সাহিত্যৰ মাধ্যমত বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ দিহা কৰি শঙ্কৰদেৱে সাহিত্য-সৃষ্টিৰ প্ৰয়াস কৰিছিল। সংস্কৃত ভাষাৰ তত্ত্বপ্ৰধান গভীৰ দৰ্শন কেৱল পণ্ডিতবোধ্য আছিল; শঙ্কৰদেৱে তাক সাধাৰণ মানুহৰ ভাষালৈ ৰূপান্তৰিত কৰি সৰ্বজনবোধগম্য কৰি তুলিছিল। যদিও ব্ৰজবুলি ক্ষেত্ৰবিশেষে ব্যৱহাৰ কৰিছিল, সিও উদ্দেশ্য-প্ৰসূত আছিল। সমগ্ৰ উত্তৰ-পূব ভাৰতত বৈষ্ণৱ আদৰ্শ প্ৰচাৰ কৰাৰ একান্ত আগ্ৰহতে ব্ৰজবুলি গ্ৰহণ কৰিছিল। তদুপৰি গভীৰ তত্ত্বপূৰ্ণ শ্লোকবোৰ সহজ অসমীয়ালৈ অনুবাদ কৰি 'ভক্তি-প্ৰদীপ'ৰ দৰে গ্ৰন্থ ৰচনা কৰিছিল। গীত, পদ, আখ্যান, নাট, কাব্য সকলো দিশতে সমানে কৃতিত্ব অৰ্জন কৰি পঞ্চদশ-ষোড়শ শতিকাতে অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰিছিল। পিছলৈ যি চৰিত-তোলা আৰু গুৰু-চৰিত চৰ্চাৰ পৰম্পৰা গঢ় লৈ উঠে, তাৰ মূলতে শঙ্কৰদেৱে সৃষ্টি কৰা কৃষ্ণ-চৰিত্ৰৰ মাহাত্ম্য বৰ্ণন। সেইদৰে 'দশম'ৰ আৰ্হিতে গুৰু-চৰিতসমূহো ৰচিত হয়। শঙ্কৰদেৱৰ সাহিত্যৰাজি স্বাভাৱিকতে

প্ৰচাৰধৰ্মী। বৈষ্ণৱ আদৰ্শ, কৃষ্ণ-চৰিত্ৰৰ ঐশ্বৰিক অভিব্যক্তি বৰ্ণনা কৰি শ্ৰোতা-পাঠকৰ মন আকৰ্ষণ কৰি সেই পন্থলৈ আগবঢ়াই অনাই শঙ্কৰদেৱৰ উদ্দেশ্য আছিল। শঙ্কৰদেৱৰ জীৱন চৰিত অধ্যয়ন কৰিলে ক'তো গুৰুমুখী উচ্চাম্বিকা দেখা পোৱা নাযায়। পৰৱৰ্তী যুগৰ শিষ্যৰ ব্যৱধান আৰু আচৰণৰ বৈষম্য শঙ্কৰী পৰম্পৰাৰপৰা জন্ম হোৱা নাই; এয়া একশ্ৰেণী গুণহীন উত্তৰাধিকাৰৰ নীচাম্বিকাৰ ভেঁটিত জন্ম হোৱা নিৰৰ্থক উচ্চাম্বিকা মাত্ৰ। শঙ্কৰদেৱে অকলে যিমান সাহিত্যিক সম্পদ দি থৈ গ'ল তেওঁৰ তথাকথিত উত্তৰাধিকাৰসকলে পিছৰ চাৰিশ বছৰতো দিব নোৱাৰিলে। শঙ্কৰদেৱৰ সাহিত্যত কেৱল বৈষ্ণৱ আদৰ্শই প্ৰতিভাত হৈ ওলোৱা নাই; সাহিত্যিক মূল্যও অতি উচ্চখাপৰ। যিবোৰ গুণে সাহিত্যক অমৰ কৰে, বিশ্বজনীন কৰে, তেনে গুণ শঙ্কৰী-সাহিত্যত দীঘে-বাণিয়ে সোমাই আছে। 'কীৰ্তন' বৈষ্ণৱসকলৰ মুখ্য ধৰ্ম-গ্ৰন্থ হ'লেও তাত কাব্যৰসাস্বাদীৰ বাবেও প্ৰচুৰ সমল আছে। সেইদৰে 'ভক্তি-প্ৰদীপ'ৰ মাজেদি শঙ্কৰী ধৰ্মাদৰ্শ পৰিস্ফুট হৈ ওলাইছে। শঙ্কৰী সাহিত্যত কাব্যৰস, দৰ্শন, ধৰ্মাদৰ্শ, মানৱীয় অনুভূতি সমানে থুপ খাই আছে।

শঙ্কৰদেৱে উপলব্ধি কৰা একশৰণ বৈষ্ণৱ আদৰ্শৰ প্ৰতিষ্ঠা, প্ৰচাৰ আৰু প্ৰকাশ কৰিবলৈ যথাসম্ভৱ সকলো মাধ্যম গ্ৰহণ কৰিছিল; কেৱল সাহিত্য সৃষ্টিতে সীমাবদ্ধ নাছিল। চিত্ৰ আঁকিছিল; সাতবৈকুণ্ঠৰ পট আঁকি 'চিহ্নযাত্ৰা' ভাওনা কৰিছিল। গীত ৰচনা কৰি গীত গাইছিল। ফলত বৰগীত নামৰ উচ্চখাপৰ গীতসমূহৰ সৃষ্টি হৈছিল। ভাৰতীয় ৰাগসংগীতৰ ৰাগ-তালৰ লগত অভিধাগত সাদৃশ্য থাকিলেও বৰগীতৰ সুৰত কিছু থলুৱা প্ৰভাৱ অনুভূত হয়। তদুপৰি ইয়াৰ সুৰত দক্ষিণ-পূব এচিয়াৰ ধৰ্মীয় গীতৰ সুৰৰ ধ্বনিগত সাদৃশ্য মন কৰিবলগীয়া। সেইদৰে ভোটৰ দেশৰপৰা ভোটতাল বা ভোৰতাল আনি বৰগীত আৰু নাম-কীৰ্তনত ব্যৱহাৰ কৰাটোও তাৎপৰ্যপূৰ্ণ। নামঘৰত ভকত গোটাবলৈ ডবাৰ লগত কাঁহ বজোৱাটোও লক্ষণীয়। তেতিয়াৰ দিনত তিব্বত-চীন-ব্ৰহ্ম আদিতহে কাঁহবাদ্যৰ ব্যৱহাৰ আছিল। সম্ভৱতঃ, উদ্দেশ্যৰ লগত সংগতি ৰাখি নৰা ৰাজ্য কিম্বা তিব্বতৰপৰা কাঁহ অনাইছিল। সেইদৰে বৰগীতৰ লগত খোল-মৃদঙৰ ব্যৱহাৰ কৰি সাংগীতিক মাধুৰ্য বৃদ্ধি কৰিছিল। শঙ্কৰদেৱৰ গীতসমূহত উকাৰ, হুকাৰ, তাৰ, ঘোৰ, মৰ্দন, বহনি, উৰণি, ঘূৰণি আদি ৰাগ-বিস্তাৰৰ ভাগসমূহ ভাৰতীয় ৰাগসংগীতৰ অংশবিশেষ নহয়। তদুপৰি শঙ্কৰী সংগীতত পৰম্পৰাগত থলুৱা সংগীতৰ আৰু প্ৰাক্-শঙ্কৰী যুগত অৱস্থিত ভালেমানকেইটা ৰাগৰ সাদৃশ্য প্ৰণিধানযোগ্য। আন কি, 'কৌ' আদি অভিনৱ ৰাগৰ প্ৰচলনে শঙ্কৰদেৱৰ সৃজনী প্ৰতিভাৰেই পৰিচয় দিয়ে। ভাৰতীয় শাস্ত্ৰীয় সংগীতৰ ক্ষেত্ৰত যেনেকৈ ৰাগ-পৰিবেশনৰ সময় নিৰ্ধাৰণ কৰা আছে, শঙ্কৰী সংগীততো ৰাতিপুৱা, দুপৰীয়া, আবেলি, গধূলি, আগনিশা, শেষনিশা আৰু পুৱতিনিশাৰ বাবে বিভিন্ন ৰাগ নিৰ্ধাৰণ কৰি সেই ৰীতি অনুসৰণ কৰিছিল। যেতিয়া বৰগীত সৰ্বসাধাৰণৰ বস্তু হৈ পৰিল, তেতিয়া বিশুদ্ধ ৰাগ পৰিবেশন কৰাটো কঠিন হৈ উঠিল, সেয়েহে বৰগীতৰ গায়ন পদ্ধতিত বন্ধা-সঁচাৰ আৰু মেলা-সঁচাৰ বুলি দুটা ৰীতিৰ সৃষ্টি কৰি শিথিলতা অনা হয়। বাদ্য তথা খোল-তালৰ সহযোগত ৰাগত বান্ধি গোৱা বৰগীতক বন্ধনৰ গীত আৰু বাদ্য অবিহনে বৰগীত পৰিবেশন কৰিলে মেলানৰ গীত বুলি কোৱা হয়। সেয়ে হ'লেও বৰগীতত তালৰ সূক্ষ্ম ব্যৱহাৰ লক্ষণীয়। বিভিন্ন তাল, উপতালৰ উপৰিও চাত, চাপৰ, ঘাত, ঘতনি, হ্ৰস্ব, দীৰ্ঘ, লঘু, গুৰু, প্লুত, কলা আদিৰ বিভাজন মন কৰিবলগীয়া। শঙ্কৰদেৱে ৰচনা কৰা বৰগীতসমূহ বনপোৱা জুয়ে পুৰিলে যদিও এতিয়া ন-কুৰি এঘাৰটা বৰগীত পোৱা যায়। 'বাৰকুৰি বৰগীত' বুলি এবাৰ কথা আছে। এশ একাৱন্নটা নাটৰ গীতৰ কিছুসংখ্যক বৰগীতৰ পৰ্যায়তো ধৰা হয়। বৰগীতসমূহ আধ্যাত্মিক ভাবাদৰ্শপুষ্ট; অন্য গীততকৈ উচ্চখাপৰ। শঙ্কৰ-মাধৱৰ বাহিৰে অন্যান্য বহুতে শঙ্কৰী পৰম্পৰাত ভালেমান গীত ৰচনা কৰিলেও সেইবোৰ 'বৰগীত'ৰ পৰ্যায়ৰ অন্তৰ্গত নহয়। বৰগীতসমূহ কেৱল সংগীতৰ



দিশৰপৰাই বহুমূলীয়া সম্পদ নহয়, কৃষ্ণৰ ঐশ্বৰিক অভিব্যক্তি আৰু বৈষ্ণৱ আদৰ্শ প্ৰকাশৰ ক্ষেত্ৰত সাহিত্যিক মূল্যও বৃদ্ধি কৰিছে।

শঙ্কৰদেৱৰ সৃজনী প্ৰতিভাৰ যথাসৰ্বস্ব নৱবৈষ্ণৱ আন্দোলন সফল কৰি তোলাত প্ৰয়োগ কৰিছিল। ভাৰতৰ নাট্যশাস্ত্ৰ, সংস্কৃত ৰূপকৰ আৰ্হি আৰু থলুৱা উপাদানৰ সমন্বয়ত শঙ্কৰদেৱে অঙ্কীয়া নাট সৃষ্টি কৰি চৰিত্ৰ আৰু সংলাপৰ মাধ্যমত কৃষ্ণৰ ঐশ্বৰিক অভিব্যক্তি প্ৰকাশ কৰি শ্ৰোতা-দৰ্শকৰ কোমল মনত ভক্তিৰ কঠীয়া সিঁচিছিল। 'নাট' শব্দটো প্ৰথমে বহুলভাৱে ব্যৱহৃত হৈছিল যদিও পিছলৈ অঙ্কীয়া নাট শব্দটো জনপ্ৰিয় হৈ উঠে। এই নাটবোৰ যথাৰ্থতে গীতি নৃত্য-নাট্য। সূত্ৰধাৰে সকলো সময়তে হাতেৰে অংগি-ভংগি কৰি প্ৰতীকধৰ্মী মুদ্ৰাৰে গীতৰ লগত সামঞ্জস্য ৰাখি সম্ভাব্য কাহিনীৰ অৱতাৰণা কৰে। সূত্ৰধাৰেই অঙ্কীয়া নাটৰ মূল ব্যক্তি, যি কাহিনীৰ আগলি চিনাকি দিয়াৰ উপৰিও দৃশ্যসমূহৰ মাজত সমন্বয় বা যোগসূত্ৰ ৰক্ষা কৰি দৰ্শক-শ্ৰোতাক নাটকৰ কাহিনী উপলব্ধি কৰাত সহায়তা কৰে। অভিনয়ৰ প্ৰতিও লক্ষ্য ৰখা হৈছিল। কাহিনীৰ চৰিত্ৰসমূহৰ বাস্তৱ-ধাৰণা মনলৈ আনি দৰ্শকক অভিভূত কৰিবলৈ ছোঁ, মুখা, অস্ত্ৰ-শস্ত্ৰ আৰু বস্ত্ৰ-অলংকাৰৰ সুপ্ৰয়োগ কৰা হৈছিল; আনপিনে নাটক এখনৰ পৰিবেশনৰ আনুষঙ্গিক অনুষ্ঠান হিচাপে ধৰ্মীয় ৰীতি-নীতিসমূহ অপৰিহাৰ্য বুলি গণ্য কৰা হৈছিল। খ্ৰীষ্টিয় পঞ্চদশ শতিকাতে আঞ্চলিক ভাষাত নাটক ৰচনা কৰি , সেই নাটকৰ সফল অভিনয় প্ৰদৰ্শন কৰি এক অভিনৱ অভিলেখ স্থাপন কৰিছিল। অঙ্কীয়া নাট ৰচনা আৰু ইয়াৰ অভিনয়ৰ অন্তৰালত যদিও ধৰ্ম প্ৰচাৰৰ উদ্দেশ্য নিহিত হৈ আছিল, আনহাতে ইয়েই সুদূৰ পঞ্চদশ শতিকাতে অসমীয়া সংস্কৃতিক চহকী কৰি তুলিছিল। অঙ্কীয়া নাটক কেন্দ্ৰ কৰি খোল-মৃদঙৰ বোল, তাল, নাচ, গীত, অভিনয়ৰ বিভিন্ন অংগ বিকশিত হৈ উঠিছিল। আধুনিক থিয়েটাৰে গা-কৰি উঠাৰ আগলৈকে অসমৰ নগৰে-চহৰে অঙ্কীয়া ভাওনাই আছিল একমাত্ৰ আমোদ-আনন্দৰ সামূহিক অনুষ্ঠান। প্ৰতিখন গাঁৱতে বছৰেকত অন্ততঃ একোখন নাটৰ অভিনয় হোৱাটো পৰম্পৰাত পৰিণত হৈছিল।

অঙ্কীয়া নাটৰ এক অপৰিহাৰ্য অংগ হ'ল নাচ বা নৃত্য। ভাৰতীয় পৰম্পৰা মতে নৃত্যই নৃত্য আৰু নৃত্যই নাট্য বা ৰূপকলৈ বিকশিত হৈছে। গতিকে নাটৰ লগত নৃত্যৰ অবিচ্ছেদ্য সম্পৰ্ক। ড° নেওগে শঙ্কৰী-সংস্কৃতিৰ অমূল্য সম্পদ নৃত্যসমূহক তলত দিয়াৰদৰে নামকৰণ কৰিছে, সূত্ৰধাৰী নাচ, গোসাঁই-প্ৰৱেশৰ নাচ, গোপীপ্ৰৱেশৰ নাচ, যুদ্ধৰ নাচ, ধেমালি-চাহিনি, চালি-নাচ, ৰজাঘৰীয়া-নাচ, ঝুমুৰ-নাচ, নাদু-ভংগি, বেহাৰ নাচ, মানচোক নাচ, বৰ-প্ৰৱেশৰ নাচ। কোনোৱে ইয়াক থোৰতে সূত্ৰধাৰী নৃত্য, চালিনাচ, কৃষ্ণ-ভংগি, গোপী নৃত্য বা ৰাসৰ নাচ আদি নামেৰেও নামকৰণ কৰিছে। শঙ্কৰদেৱৰ মূল সৃষ্টিৰ ওপৰত অধিক উৎকৰ্ষ সাধন কৰিবলৈ কাৰোবাৰ শক্তি আছে বুলি ভাবিবলৈ আমি আজিও অৱকাশ পোৱা নাই, তথাপি অঞ্চলবিশেষত এনে নৃত্যৰ লগত দুই-এটি সমল সংযোজিত নোহোৱাকৈ নথকা নহয়। শঙ্কৰদেৱ বৰদোৱাৰপৰা গৈ কোচবিহাৰ পালেগৈ। কোচবিহাৰতে পৰলোকলৈ গতি কৰিলে। কোচবিহাৰো মোগলৰ অধীন হ'ল; শঙ্কৰী-সংস্কৃতিৰ কেন্দ্ৰ হৈ জীয়াই নাথাকিল। বৰদোৱা প্ৰায় এশ বছৰ হাবি হৈ পৰি আছিল। যিসকলে বৰদোৱা পুনৰ প্ৰতিষ্ঠা কৰিলে, তেওঁবিলাক দূৰ-দূৰণিৰপৰা তালৈ উঠি অহা লোক; মূল কোচবিহাৰৰ পৰম্পৰাৰ লগত পোনপটীয়া যোগসূত্ৰ নাই। গতিকে আজিকালি ব্যৱহৃত তথাকথিত 'বৰদোৱা থূল' বুলি শঙ্কৰী-নৃত্য-গীতৰ কোনো শাখা বা শ্ৰেণীয়ে স্বীকৃতি পাবৰ যোগ্য নহয়। ইতিমধ্যে সমগ্ৰ ৰাজ্যতে ব্যাপ্তি লাভ কৰা শঙ্কৰী-সংস্কৃতিৰ উপাদানসমূহ সত্ৰতেই হওক বা অন্যান্য গাঁৱলীয়া গায়ন-বায়নৰ যত্নতেই হওক যিদৰে বিকশিত হৈছে, সিও শঙ্কৰী-সংস্কৃতিৰ অংগবিশেষ মাত্ৰ। 'হস্তমুক্তাৱলী' বা অন্যান্য নৃত্যশাস্ত্ৰৰ মাধ্যমত শঙ্কৰী সংস্কৃতিৰ নৃত্যসমূহ ৰচিত হ'লেও অনেক ঠাইত ই পৰম্পৰাগতভাৱে বিকশিত হৈছিল। গতিকে সামান্য যোগ-বিয়োগ হোৱাটো স্বাভাৱিক; ই সংস্কৃতিৰ ধৰ্মই । এইখিনিতে এই বিষয়টো উত্থাপন কৰাৰ

উদ্দেশ্য হ'ল— কোনো ব্যক্তি, সত্ৰ বা প্ৰতিষ্ঠানে দাবী কৰাৰদৰে কেৱল তেওঁবিলাকৰ নৃত্য আৰু বৰগীতৰ ৰাগ-তালেই বিশুদ্ধ; বাকীবোৰ পাবত গজা, এনে ধাৰণা আঁকোৰ-গুজীয়া আৰু ভুল। সমগ্ৰ অসমতে শঙ্কৰী সংস্কৃতিৰ সমল সিঁচৰতি হৈ আছে; এই সকলোৱে সমন্বয়তহে মূল সংস্কৃতিৰ স্বৰূপ বিচাৰি উলিয়াব পৰা যাব।

শঙ্কৰী সংস্কৃতিৰ মূল দুটি উপাদান হ'ল— নামঘৰ আৰু সত্ৰ। প্ৰাক্-শঙ্কৰী যুগত অসমৰ তান্ত্ৰিক বৌদ্ধসকলৰ মাজত বৌদ্ধবিহাৰ নামৰ সামূহিক উপাসনাগৃহৰ অস্তিত্ব আছিল। বিহাৰত বুদ্ধৰ মূৰ্তি থাকে আৰু সেই মূৰ্তিৰ সমুখত বহি সৰ্বসাধাৰণে প্ৰাৰ্থনা কৰে। দেখাত এটা বৌদ্ধবিহাৰৰ মূল উদ্দেশ্যৰ লগত নামঘৰৰ সাদৃশ্য থাকিলেও শঙ্কৰদেৱে নামঘৰক বহুমুখী অনুষ্ঠানলৈ পৰিণত কৰে। নামঘৰ কেৱল উপাসনাগৃহই নহয়, ই এটি সামাজিক অনুষ্ঠান। জনজাতীয় লোকসকলৰ মৰংঘৰত যেনেকৈ সকলো সামূহিক আৰু সামাজিক সমস্যাৰ বিষয়ে মুকলিকৈ আলোচনা আৰু সিদ্ধান্ত হয়, সেইদৰে নামঘৰত ধৰ্মীয় উপাসনাৰ উপৰিও গাঁৱৰ সমস্যাৰ বিষয়ে আলোচনা হয় আৰু নামঘৰতে বায়নে গীত-নাটৰ আখৰা কৰি প্ৰশিক্ষণ দিয়ে। নামঘৰত উৎসৱ-পাৰ্বণ অনুষ্ঠিত হয়। একোটা নামঘৰক কেন্দ্ৰ কৰি এখন সমাজ গঠিত হয়; ঐক্য আৰু সংহতিৰ বান্ধোন ৰচনা কৰে। একোটা নামঘৰে একে ৰীতি-নীতি, ধ্যান-ধাৰণাবাহী সমাজক প্ৰতিনিধিত্ব কৰে। অসমৰ প্ৰতিখন গাঁৱতে খেৰ-বাঁহৰ জুপুৰী হ'লেও একোটা নামঘৰ আছে। কেতবোৰ নামঘৰত কেৱল বৈষ্ণৱ পৰ্বসমূহকেই পালন কৰা নহয়, থলুৱা ধ্যান-ধাৰণাৰ লোক-উৎসৱসমূহো সমান গুৰুত্বৰেই পালন কৰা হয়।

ভাৰতীয় সংস্কৃতিত সত্ৰ শব্দটো নতুন নহয়— শ্ৰীমদ্ভাগৱততে ব্ৰহ্ম-সত্ৰ আৰু কৰ্ম-সত্ৰ নামৰ দুবিধ সত্ৰৰ বিষয়ে উল্লেখ আছে। তদুপৰি পূৰ্বতে উল্লেখ কৰি অহা বৌদ্ধ-বিহাৰসমূহৰ কৰ্ম-পদ্ধতিৰ লগত অসমৰ সত্ৰসমূহৰ উদ্দেশ্যৰ সামঞ্জস্য লক্ষ্য কৰা যায়। ব্ৰহ্ম-সত্ৰত বক্তা আৰু শ্ৰোতা সমানে বহি ব্ৰহ্ম সম্পৰ্কে আলোচনা কৰে। ইয়াত গুৰু-শিষ্যৰ ভিন্নতা নাছিল। শঙ্কৰদেৱে অসমত সত্ৰৰ ধাৰণা স্থাপন কৰিবৰ সময়ত ভাগৱতৰ ব্ৰহ্ম-সত্ৰৰ আৰ্হিকে ভেঁটি কৰি লৈছিল। বৌদ্ধ-বিহাৰত এজন ভিক্ষু, কেইজনমান প্ৰশিক্ষাৰ্থী শ্ৰমণ আৰু শিক্ষাৰ্থী আবাসিক ৰূপত থাকে। সৰ্বসাধাৰণে বৌদ্ধ-বিহাৰৰ ভৰণ-পোষণৰ দায়িত্ব গ্ৰহণ কৰে। শঙ্কৰদেৱে ধৰ্মচৰ্চাৰ অৰ্থেহে সত্ৰ-স্থাপনৰ আঁচনি কৰিছিল। যদিও শঙ্কৰদেৱতেই গুৰু পৰম্পৰাৰ আৰম্ভণি হৈছিল, শঙ্কৰদেৱে পৰৱৰ্তী কালৰ গুৰু-গিৰি আৰু তাৰ উচ্চাভিলাষৰ জন্ম দিয়া নাছিল। তদুপৰি সত্ৰৰ ৰাজকীয় পয়োভৰ আৰু ৰাজসিক আড়ম্বৰৰ ভৰত ধৰ্মচৰ্চাৰ ঠাইত অৰ্থ-চিন্তা মূৰ দাঙি উঠা পৰম্পৰাও শঙ্কৰদেৱে দি যোৱা নাছিল। পুৰুষানুক্ৰমিক গুৰু-পৰম্পৰাৰ পৃষ্ঠপোষকতা নকৰি নিজে গুনী-জ্ঞানী মাধৱদেৱক দায়িত্ব অৰ্পণ কৰি থৈ গৈছিল। সত্ৰত এজন অধিকাৰ, জনচেৰেক ভকত আৰু শিষ্য থাকে। নিয়মীয়াকৈ নাম-প্ৰসংগ, নাট-ভাওনা, ধৰ্মচৰ্চা অনুষ্ঠিত হয়। অধিকাৰজনে শিষ্য থকা গাঁৱলৈ গৈ নামঘৰত শিবিৰ পাতি থাকে আৰু শিষ্যক ধৰ্ম শিক্ষা দিয়ে আৰু নাট-ভাওনাও শিকায়। অনেক অধিকাৰে পদ-পুথি, গীত-নাটো ৰচনা কৰি শঙ্কৰী-পৰম্পৰা শক্তিশালী কৰাত সহায়তা কৰিছিল। অহোম ৰজাই চাৰিখন ব্ৰহ্ম-সংহতিৰ সত্ৰক ৰাজ-সত্ৰ হিচাপে স্বীকৃতি আৰু মৰ্যাদা আগবঢ়োৱাত তেওঁবিলাকৰ ৰাজসিকতা দিনকদিনে বৃদ্ধি পায় আৰু ৰক্ষণশীলতা বাঢ়ি যায়। তদুপৰি শঙ্কৰ-মাধৱৰ পোনপটীয়া আজ্ঞা নোহোৱাকৈ বহুতো সত্ৰ পাবতে গজিবলৈ ধৰে। এনে পূৰ্ব পৰম্পৰাহীন সত্ৰ শঙ্কৰী সংস্কৃতিলৈ বৰঙণি যোগোৱাৰ চলতে সমাজত বিভেদকামী ৰীতি-নীতিৰ জন্ম দিয়ে।

শঙ্কৰী-সংস্কৃতিৰ সৰ্বাতোকৈ ডাঙৰ গুণ হৈছে, উদাৰতা আৰু গুণগ্ৰাহিতা। মানসিক উৎকৰ্ষ সাধন আৰু মানৱতাবোধেই যদি সংস্কৃতিৰ মূল বস্তু হয়, তেনেহ'লে শঙ্কৰী-সংস্কৃতিক যথাৰ্থতে



সংস্কৃতি বুলিব পাৰি। ভক্তি-সাধন জাতি-বৰ্ণনিৰ্বিশেষে সকলোৰে বাবে মুকলি কৰি দি বৈদিক সংস্কৃতিৰ চতুৰ্বৰ্ণ ধাৰণাৰ ৰক্ষণশীলতাক অস্বীকাৰ কৰি সকলো মানুহ সমান এই মহান আদৰ্শ প্ৰতিষ্ঠা কৰিলে। আনপিনে অযথা আচাৰ-নীতি জাপি দি মানুহৰ জীৱন-যাপন পদ্ধতি জটিল কৰা নাছিল। শঙ্কৰদেৱে যেনেকৈ জাতিভেদ স্বীকাৰ নকৰিছিল, তেনেকৈ মধ্যযুগীয় পুৰোহিতৰ নিষ্পেষণ উচ্ছেদ কৰিছিল। শঙ্কৰদেৱৰ আদৰ্শ আছিল, 'দেৱতো তীৰ্থতো কৰি ভকতেসে বৰ।' কিন্তু কেতবোৰ সত্ৰত প্ৰাচীন পুৰোহিত-পদ্ধতি, শ্ৰাদ্ধ পিণ্ড আদি আজিও চলি আছে ; এয়া গুৰু-চণ্ডালী চিন্তাৰ অৱশিষ্ট মাথোন। শঙ্কৰদেৱে নামতেই শ্ৰেষ্ঠত্ব আৰোপ কৰিছিল। নাম আৰু ভক্তিৰ শিপা হৃদয়ত গজে ; বাহ্যিক আচাৰত নহয়। শঙ্কৰদেৱে ভাগৱতী বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰিবলৈ য'তে যি সমল মনৰ জোখাৰে পাইছিল, তাকেই আহৰণ কৰি আনিছিল। কৃষ্ণভক্তি শাখাৰ ধাৰণা লৈ আহিছিল তীৰ্থ-ভ্ৰমণলৈ যাওঁতে ; লগত আনিছিল অনেক শাস্ত্ৰীয় গ্ৰন্থ। জনজাতি অধ্যুষিত, কৈৰাতজ ধৰ্মৰে ধৌত ব্ৰহ্মপুত্ৰ উপত্যকাত ভাৰতীয় আদৰ্শ সিঁচি ইয়াৰ কেঁচা মাটিত আৰ্যীকৰণ সম্ভৱ কৰি তুলিছিল। যিখন দেশৰ ইতিহাসত অষ্ট্ৰিক-মঙ্গোলীয় সংস্কৃতিৰ এটা ঘন আৱৰণ পৰিছিল, তাৰ কোঁহে কোঁহে আৰ্য-ধাৰণা পোখাবলৈ সুবিধা কৰি দিছিল। শঙ্কৰদেৱে প্ৰতিষ্ঠা কৰা আদৰ্শত যি সমূহীয়া আশীৰ্বাদ-ব্যৱস্থা আৰু সমূহীয়া নাম-কীৰ্তনৰ ধাৰণা বৰ্তমান, ভাৰতৰ অন্য ঠাইত পাবলৈ নাই। 'অ' হৰি, অ' ৰাম' বুলি যি সুৰত আশীৰ্বাদ আৰম্ভ কৰা হয়, ই দেখাতেই মঙ্গোলীয় আদৰ্শসম্ভূত। দক্ষিণ-পূব এচিয়াৰ বিভিন্ন জাতিৰ মাজত এই সুৰ-ধ্বনি অনুভূত হয়। আহোম সমাজৰ 'অ' ফুৰা অ' তেৰা, ফুৰা-তেৰা আলং হেই' এই আশীৰ্বাদ-ব্যৱস্থা মহানুভৱ সংহতিৰ আদৰ্শ লৈ জনজাতি কিম্বা আন আৰ্যেতৰ মানুহৰপৰা গ্ৰহণ কৰা একো অসম্ভৱ নহয়। একেখন সমাজতে, একেটা নামঘৰতে সমানে সমানে বহি সকলোৱে নাম ল'ব পৰাৰ ব্যৱস্থা সৃষ্টি কৰি শঙ্কৰদেৱে সকলো আদৰ্শবান মানুহকে সাৱটি লৈছিল।

আদৰ্শ যেতিয়াই ৰক্ষণশীল হয়, সমাজ তেতিয়াই সংকুচিত হয়; আদৰ্শ যেতিয়া উদাৰ আৰু গুণগ্ৰাহী হয়, তেতিয়াই সমাজ বিকশিত হয়। শঙ্কৰী-সংস্কৃতিৰ মূল ভেঁটি ৰচিত হৈছিল উদাৰতা আৰু গুণগ্ৰাহিতাৰে। ধৰ্মৰ ক্ষেত্ৰত এই উদাৰ আদৰ্শৰে নানা তৰহৰ দেৱ-দেৱী আৰু প্ৰাচীন পৰম্পৰাৰ উচ্ছেদ সাধন কৰি সহজ-সৰল নামধৰ্মৰ প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হৈছিল। সেইদৰে মানুহৰ মনত ভক্তি আৰু কৃষ্ণৰ ঐশ্বৰিক আদৰ্শৰ বীজ অংকুৰিত কৰি জনসাধাৰণৰ মনোৰঞ্জক গীত, নাট, নৃত্য, পদ-পয়াৰৰ সৃষ্টি কৰিবলৈকো সক্ষম হৈছিল। একোটা নামঘৰক কেন্দ্ৰ কৰি অনুষ্ঠিত একোখন ভাওনাত সাতগাঁৱৰ ৰাইজ আহি সমৱেত হৈছিল; ঐক্য, পাৰস্পৰিক বুজাবুজিৰ বাট মুকলি হৈছিল। এটা কথা মুকলিকৈ ক'ব পাৰি, শঙ্কৰদেৱে যি মহান আদৰ্শৰে অসমত বৈষ্ণৱ-পৰম্পৰা আৰু শঙ্কৰী-সংস্কৃতিৰ বৰগছৰ পুলিটো ৰুইছিল, সেই আদৰ্শৰ ধ্বজাবাহী অনেক অনুষ্ঠানে পিছলৈ বঘুমলা হৈ বৰগছজোপা আৱৰি ধৰিবলৈ যত্ন কৰি আহিছে। শঙ্কৰী-সংস্কৃতিৰ শিপা অসমৰ জনজীৱনৰ দলৈকে শিপাই আছে। ৰক্ষণশীলতা আৰু সংকীৰ্ণতাকে মূলধন হিচাপে লৈ শঙ্কৰী-আদৰ্শৰ ৰক্ষক হিচাপে গা দেখুৱাবলৈ কুৰং-কাৰাংকৰা সকলৰ দিন উকলি যাবৰ হ'ল। শঙ্কৰী-সংস্কৃতি অসমৰ জনসাধাৰণৰ মনৰ মণিকূটত সাঁচিথোৱা ৰাজহুৱা সম্পত্তি; যি অক্ষয়, অব্যয়।

# আধুনিক অসমীয়া সংস্কৃতি

সংস্কৃতি বোৱঁতী নৈ। নৈৰ ধৰ্মই সংস্কৃতিৰ ধৰ্ম। সৰু-বৰ, জান-জুৰি গোটখাই নৈ বৈ যায়। নৈত খহনীয়া হয়, পাৰত চাপৰি পৰে। গৰা খহে, বলুকা পাতে; কিন্তু নৈ বৈ থাকে— নিৰবধি। সৰু-বৰ জাতিৰ সাংস্কৃতিক উপাদানৰ জান-জুৰিৰে এক জাতীয় সংস্কৃতি গঢ় লৈ উঠে। সময়ৰ গতি আৰু সমন্বয়ৰ ধৰ্ম লৈ সংস্কৃতিয়ে যোগ-বিয়োগৰ চিৰাচৰিত ৰীতি মানি আগবাঢ়ি যায়। অসমীয়া সংস্কৃতিও এই নিয়মৰ ব্যতিক্ৰম নহয়। প্ৰাগৈতিহাসিক যুগত গঢ় ল'বলৈ আৰম্ভ কৰা সেই অনামী সংস্কৃতিয়ে বহতো স্তৰ গৰকি আধুনিক যুগত ভৰি দিছেহি। আহোম যুগত এই সংস্কৃতিয়ে অসমীয়া সংস্কৃতি নাম লয়। অসম আৰু অসমীয়া এই দুই শব্দৰ ব্যুৎপত্তিগত অৰ্থ যিয়েই যিহকে নিদিয়ক, এইটো সত্য যে এই দুটাৰ গুৰিতে দুটা জাতি— ভিতৰত আহোম আৰু বাহিৰত মুছলমান আক্ৰমণকাৰী। চুহুংমুং দিহিঙীয়া ৰজাই যেতিয়া কৰতোয়া গঙ্গাত খাণ্ডা পখালি আহোম ৰাজ্যৰ সীমা পাতিলে, তেতিয়াই মোগল-পাঠান ৰাজশক্তিৰ চকু গজিল। পূবৰ সোণগজা ৰাজ্যখন গ্ৰাস কৰিবলৈ লোলুপ দৃষ্টিৰে তৰোৱাল দাঙি আহিল। আনপিনে ভিতৰত মৰাণ, বৰাহী, চুতীয়া, কছাৰী, বড়ো, লালুং, ভূঞা, কোচ সকলোকে ঐক্যবদ্ধ কৰি এখন ৰাজ্য গঠন কৰাত আহোমসকল ব্যস্ত। এবাৰকৈ নহয়, সোতৰবাৰ আক্ৰমণ কৰি লুইতৰ দুয়োপাৰ গ্ৰাস কৰাৰ আতংকত, আহোমৰ নেতৃত্বত সকলো লুইতপৰীয়াই একগোট হ'বলৈ বাধ্য হ'ল। পৰিণতিস্বৰূপে জাতি-জনজাতি মিলি এক বৈশিষ্ট্যপূৰ্ণ জাতীয়ত্বৰ জন্ম দিলে। সেই জাতীয়ত্বতে গহীনা লৈহে অসমীয়া জাতিৰ জন্ম হ'ল— সেই জাতীয়ত্বই অসমৰো গুৰি। গতিকেই অসমীয়া সংস্কৃতিত স্বাভাৱিকতে সমন্বয়ৰ মাত্ৰা অধিক। ধৰ্মীয় দিশটোত কিছু পৰিমাণে আৰ্যমুখিতা পৰিলক্ষিত হ'লেও জাগতিক জীৱনৰ ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ আদিত অসমৰ বিভিন্ন জনগোষ্ঠীমুখী সংস্কৃতিৰ উপাদান পোৱা যায়। ছশ বছৰীয়া আহোম ৰাজত্ব আৰু শঙ্কৰদেৱৰ অতুলনীয় প্ৰতিভাই অসমীয়া সংস্কৃতিৰ যি ভেঁটি বান্ধিছিল, সি প্ৰায় তিনিশ বছৰ কাল কোবাল গতিৰে আগবাঢ়ি গৈছিল; কিন্তু মান-মৰাণৰ উৎপাতত সেই গতিলৈ স্থবিৰতা আহিল আৰু ইংৰাজ আগমনৰ লগে লগেই সেই সুঁতিত খহনীয়া হ'বলৈ ধৰিলে আৰু আজি খহনীয়া আৰু পাৰৰ চাপৰিয়ে আধুনিক অসমীয়া সংস্কৃতিক নতুন ৰূপত সজাই তুলিছে। আহোম শাসনে যেনেকৈ সেই যুগৰ অসমীয়া সংস্কৃতিক গঢ় দিয়াত বিপুল বৰঙণি যোগাইছিল, ইংৰাজ শাসনৰ পৰিণতিস্বৰূপেও অসমীয়া সংস্কৃতিত ক্ষিপ্ৰগতিৰে যোগ-বিয়োগ সাধিত হৈছে। মোৱামৰীয়া বিদ্ৰোহ আৰু মানৰ আক্ৰমণৰ দীঘলীয়া সময়ছোৱাত অসমীয়া মানুহৰ সাংস্কৃতিক জীৱন মৰামুজা হৈ পৰিছিল। সংস্কৃতিৰ কোনো দিশৰ বোঁৱতী সুঁতি চিৰদিনৰ বাবেই বন্ধ হৈ গৈছিল। প্ৰাচীন স্থাপত্য-ভাস্কৰ্য-চিত্ৰকলা মৰহি গ'ল। খনিকৰ, বাঢ়ৈ, আখৰকটীয়া, গুণাকটীয়া, সোণোৱাল, ৰহমৰীয়া, ৰাংচলীয়া, ৰহণকৰা, শিলাকুটি আদি সাংস্কৃতিক শিল্প আৰু তাত জড়িত খেলবোৰ চিৰদিনলৈ নাইকিয়া হ'ল। তেনেকৈ ৰজাঘৰীয়া মৰ্যাদা আৰু বিষয়বোৰ লোপ পোৱাৰ লগে লগে কিছুমান প্ৰাচীন সম্পদো অন্তৰ্ধান হ'ল। অনেক মন্দিৰ পতিত হ'ল, সত্ৰ উচ্ছন্ন হ'ল, গাঁও ভাগিল। ১৮২৬ চনৰ ইয়াণ্ডাবু সন্ধিৰ পিছত ইংৰাজৰ কঢ়ামুঠীয়া শোষণ আৰু বঙালী আমোলাৰ চলন-ফুৰণক কৰা অনুকৰণে আৰু এবখলা খহাই অসমীয়া সংস্কৃতিৰ প্ৰাচীন সুঁতিটোত চট পেলাবলৈ ধৰিলে। এইদৰে ঊনবিংশ শতিকাৰ তৃতীয় দশকৰপৰাই অসমীয়া সংস্কৃতিত পুৰণিত বিয়োগৰ পৰিমাণ বাঢ়িবলৈ উপক্ৰম কৰিলে আৰু সেই পৰিমাণে নতুনত যোগ হ'ল। যথাৰ্থতে আধুনিক অসমীয়া সংস্কৃতি পৰিবৰ্তনৰ সংস্কৃতি।



আধুনিক অসমীয়া সংস্কৃতিৰ পৰিবৰ্তনৰ গতি খৰতৰ কৰিছে ঘাইকৈ তিনিটা বস্তুৱে— (ক) আধুনিক শিক্ষা, (খ) নগৰমুখিতা আৰু (গ) উদ্যোগমুখিতাই। ঊনবিংশ শতিকাৰ শেষ ভাগত যিকেইজন ডেকাই কলিকতাত উচ্চশিক্ষা ল'বলৈ গৈছিল, তেওঁবিলাকৰ বৰঙণি অনস্বীকাৰ্য। তেওঁবিলাকে ইংৰাজী সাহিত্যৰ অনুপ্ৰেৰণাত অসমীয়া সাহিত্যলৈ যিটো ৰোমান্টিক্ ভাব লৈ আহিল, সি অসমীয়া সাহিত্যৰ প্ৰাচীন ৰীতি আৰু বিষয়বস্তুৰ আমূল পৰিবৰ্তন সাধন কৰিলে। সংস্কৃতিৰ বিকাশত সাহিত্যৰ প্ৰভাৱ বনপোৰা জুইৰ দৰে। আধুনিক শিক্ষাই কম-বেছি পৰিমাণে মানুহৰ মতি-গতিও সলনি কৰিলে। পিন্ধন-উৰণ, খাৱন-বোৱন আদিত নতুন ৰীতি-নীতি সোমাল। দ্বিতীয়তে, এই যুগটোত এখন এখনকৈ নগৰ স্থাপন হ'বলৈ ধৰিলে। কৃত্ৰিম সামাজিকতা আৰু বিশ্ব-নাগৰিকতাৰ কস্মপলিটান আদৰ্শ সমানে আগবাঢ়ি গ'ল। আহোম যুগৰ নগৰৰ জীৱন-ধাৰণ পদ্ধতি গ্ৰাম্য আৰ্হিৰ আছিল; কিন্তু নতুন নগৰত আমোলাতান্ত্ৰিক গোন্ধভাপ লৈ আমোলাপটি বহিল আৰু গ্ৰাম্য জীৱনৰপৰা নগৰীয়া জীৱন বিচ্ছিন্ন হৈ পৰিল। লগে লগে প্ৰাচীন সাংস্কৃতিক সুঁতিৰপৰা লাহে লাহে আঁতৰি আহিল। কোনো কোনো নগৰে আকৌ আধুনিক সংস্কৃতিৰ বিকাশত নেতৃত্ব দিবলৈ ধৰিলে। আজি অসমৰ সাধাৰণ নগৰীয়া সংস্কৃতি মূল প্ৰাচীন অসমীয়া সংস্কৃতিৰপৰা বহুত দূৰৈত। আজিকালি সাংস্কৃতিক বিপ্লৱৰ নামত প্ৰাচীন অসমীয়া সংস্কৃতিৰ সাময়িক অনুশীলন কৰি নগৰীয়া মানুহে অসমীয়া সংস্কৃতিৰ যি গঢ় দিছে বা প্ৰতিনিধিত্ব কৰিছে, সেয়া প্ৰকৃত ৰূপ নহয়, মুখা বা ভেণ্ডুচালিহে। তৃতীয়তে, একালৰ কৃষিমুখী অসম লাহে লাহে উদ্যোগমুখী হৈ উঠিছে। উদ্যোগপ্ৰধান নগৰবোৰৰ জীৱন দ্ৰুত গতিৰে অনুকৰণ আৰু পৰিবৰ্তনৰ পিনে ঢাল খাইছে। পৰিশ্ৰান্ত জীৱনৰ ক্ষণিক বিৰামে সাংস্কৃতিক অনুষ্ঠানবোৰ চুটি, খৰ আৰু সংমিশ্ৰিত কৰি পেলাইছে। উদ্যোগমুখি পুৰণি অসমীয়া কুঁহিয়াৰশাল, তেলীশাল, আখলশালৰ স্বৰূপ সলনি কৰিছে নতুবা চিৰবিদায় দিছে। তাঁতশালেও মেলানি মাগিবলৈ ক্ষণ গণি আছে; লগে লগে গ্ৰাম্য সংস্কৃতিত আঘাত হানিছে। কিন্তু অসমৰ মূল সংস্কৃতি আছিল গ্ৰাম্য সংস্কৃতি। প্ৰাচীন অসমীয়া সংস্কৃতি আছিল গাঁওমুখী; আধুনিক অসমীয়া সংস্কৃতি সাম্প্ৰতিক লক্ষণ হ'ল নগৰমুখী।

প্ৰাচীন অসমীয়া সমাজৰ তুলনাত আধুনিক অসমীয়া সমাজ অধিক খণ্ড-বিখণ্ড। সমাজবাদৰ ধ্বনি যিমানে উঠিছে, সিমানে সমাজত চহকী-দুখীয়া, নগৰীয়া-গাঁৱলীয়াৰ ব্যৱধান বাঢ়ি আহিছে। মানসিক উৎকৰ্ষ বা মানৱীয় সমতাই যদি সংস্কৃতিৰ মূল ধৰ্ম হয়, তেনেহ'লে সামাজিক দিশত অসমীয়া সংস্কৃতিৰ অপকৰ্ষ ঘটিছে। আহোম শাসন-ব্যৱস্থাত যদিও ডাঙৰীয়া আৰু কাঁড়ী পাইকৰ দুটা শ্ৰেণী আছিল, সামাজিক দিশত উচ্চ-নীচৰ ব্যৱধান নাছিল। খেল আৰু মেল প্ৰথাই সামাজিক সংহতি ৰক্ষা কৰিছিল। সেই যুগত ঘাইকৈ জাতি-চেতনা নাছিল। নগা, মিৰি, মৰাণ, বৰাহী, চুতীয়া, কলিতা সকলোৱেই একেখন সমাজত বাস কৰিছিল। স্বৰ্গদেও শিৱসিংহৰ ৰাজত্ব কালত পৰ্বতীয়া গোসাঁইৰ আবিৰ্ভাৱ অসম-আকাশত ধূমকেতুৰ লগত ৰিজাব পাৰি। পৰ্বতীয়া গোসাঁয়েই অসমত স্মাৰ্ত্ত আৰু প্ৰাচীন মতৰ প্ৰৱৰ্তন কৰি শূদ্ৰ-ব্ৰাহ্মণৰ মাজতে জাতিভেদ সৃষ্টি কৰিলে। এই সময়তে 'ৰিপুঞ্জয় স্মৃতি'ৰ নিচিনা কুৰুচ গ্ৰন্থই ভুমুকি মাৰিলে। হিন্দু সমাজত শাক্ত-বৈষ্ণৱৰ ফাঁট মেলিলে। দ্বিতীয়টো ধূমকেতু হ'ল বৈষ্ণৱ পন্থত সংহতি সৃষ্টি। শঙ্কৰদেৱৰ পৰৱৰ্তী এশ বছৰৰ ভিতৰত অসমৰ বৈষ্ণৱ ধৰ্মত চাৰি সংহতিৰ জন্ম হ'ল— পুৰুষসংহতি, ব্ৰহ্মসংহতি, নিকাসংহতি আৰু কালসংহতি । এই চাৰি সংহতিয়ে যথাৰ্থতে অসমীয়া সমাজৰ সংহতি বিনাশহে কৰিলে। মোৱামৰীয়া বিদ্ৰোহৰ সময়ত কালসংহতিয়ে ৰাজদণ্ড লৈ বাকী তিনি সংহতিক অৰ্থদণ্ড কৰিলে। ভিতৰি ভিতৰি চাৰি সংহতিৰ মাজত অস্পৃশ্যতা সোমাল। চাৰি সংহতিৰ চৌষষ্টি খণ্ড হৈ গ্ৰাম্য সমাজক খণ্ড-বিখণ্ড কৰি পেলালে। গাৰো-যৱন-মিৰি-নগা-অসম-মুলুক-ৰজক-

তুৰুক সামৰি বহল সমাজ গঢ়া শঙ্কৰদেৱৰ স্বপ্ন তেওঁৰ উত্তৰাধিকাৰীসকলৰ হাতত পৰি থানবান হ'ল। আধুনিক শিক্ষাৰে শিক্ষিত এচামে পুৰণিক বিদায় দি এক কৃত্রিম, আনুষ্ঠানিকতাপূর্ণ সমাজ পাতিছে। হাতীগিৰীয়া-মাটিগিৰীয়া, খন্দোৱা-খোৱা, মৰকীয়া-বোৱা সকলোৰেই একেখন পথাৰত হালবাই, একেখন বিলত মাছ মাৰি, একেখন ৰভাৰ তলত বহি ভোজখোৱা সমাজখন আজি নাই। আজি ধনী, দুখীয়া, বিষয়া, কর্মচাৰী, চাহখেতিয়ক, উদ্যোগপতি আদিৰে অসমীয়া সমাজ ছিন্নভিন্ন হৈ পৰিছে। পৰিণতিস্বৰূপে সামাজিক দিশত অসমীয়া সংস্কৃতি স্বকীয় বৈশিষ্ট্যহীন আদৰাণ্ডী সমাজত পৰিণত হৈছে।

ধর্ম, সংস্কৃতি বিকাশৰ এটি মূল বস্তু। ধর্মক কেন্দ্র কৰি সাহিত্য, সংগীত, চিত্রকলা, স্থাপত্য, ভাস্কর্য, নৃত্যকলা আদিৰ বিকাশ সাধন হয়। ধর্ম প্রকৃত অর্থত মানৱীয় গুণৰ উৎকর্ষ সাধনৰ মাধ্যম; কিন্তু আজি দেশত যি ধর্ম চলি আছে, সেই ধর্ম বাস্তৱ অর্থত ধর্ম নহয়— অন্ধবিশ্বাস। আধুনিক যুগৰ ধর্মই সংস্কৃতিৰ মৌলিক উৎকর্ষ সাধনত এধানমানো সহায়তা কৰা নাই। অৱশ্যে দুই-চাৰিখন সত্ৰই প্ৰাচীন সূত্ৰ এটি ধৰি ৰাখিবৰ ক্ষীণ প্ৰচেষ্টা চলাই আছে। অসমীয়া ধর্ম বুলি কোনো ধর্ম নাই। গতিকে আজিৰ অসমৰ ধর্মই জাতীয়ত্ব গঢ়াত বৰঙণি যোগাব পৰা নাই। বৰং জাতিটোক ভিতৰি ভিতৰি খণ্ড-বিখণ্ড কৰি সমাজত বিশৃঙ্খলা সৃষ্টিতহে সহায়তা কৰিছে। মূল ভাৰতীয় হিন্দু ধর্ম বা আৰবীয় ইছলাম ধর্মই অসমত অসমীয়াত্ব লোৱা নাই। শঙ্কৰদেৱৰ বৈষ্ণৱ ধর্মও ধর্মশাস্ত্র গীতা-ভাগৱতৰে অনুকৰণ মাত্র। দুকুৰি বছৰমানৰ আগলৈকে অসমীয়া খ্রীষ্টিয়ান-মুছলমানে বিহু উৎসৱত ভাগ লৈছিল; কিন্তু তেওঁবিলাক আজি তাৰপৰা বহুত দূৰৈত। তদুপৰি ধর্মৰ নামত অনেক নতুন অপদেৱতাৰ পূজাও এচাম শিক্ষিত মানুহৰ মাজত সোমাই পৰিছে। অনেক সত্ৰৰ ভেঁটিটোহে মাথোন আছেগৈ ধর্মচর্চা, অর্থচিন্তাই হেঁচা মাৰি ধৰিছে। সত্ৰৰ ভকত শ্ৰেণীয়েই অর্থনৈতিকভাৱে আজি আটাইতকৈ সমাজৰ নিষ্পেষিত মানুহ। কোনো কোনো সত্ৰই আকৌ আহোম ৰজাই দি থৈ যোৱা ব্ৰহ্মোত্তৰ-দেৱোত্তৰ ভোগ কৰি জমিদাৰ-পুঁজিপতিৰ শাৰীলৈ উঠিছে। ধর্ম-চর্চা, শাস্ত্র-ব্যাখ্যা, নৈতিক শিক্ষাৰ অনুশীলন আজি আৰু নাই। কেৱল চুঁচি চুঁচি কৰপঁচা তোলাটোৱেই ধর্ম বা দীক্ষাৰ উদ্দেশ্য নহয়। সংস্কৃতি যদি সৌন্দর্যবোধ, সৃষ্টিধর্মিতা আৰু মানৱীয় উৎকর্ষৰ প্রতীক হয়, তেনেহ'লে আধুনিক ধর্মত তাৰ এটাও নাই। ধর্মক কেন্দ্র কৰি নতুন মৌলিক সাহিত্যৰো সৃষ্টি হোৱা নাই। সংগীতৰ সাধনা হোৱা নাই, চিত্র-কলা, স্থাপত্য-ভাস্কর্যৰ কথাই নকওঁ। সাহিত্য-সংগীতৰ ক্ষেত্ৰত বৈষ্ণৱ সাহিত্যই দি থৈ যোৱাখিনিও আমাৰ হাতত সমূচিত সমাদৰ পোৱা নাই। থোৰতে ক'বলৈ গ'লে, আধুনিক অসমীয়া সংস্কৃতিৰ বিকাশত কোনো ধর্মৰে বাস্তৱমুখী আৰু সৃষ্টিমুখী বৰঙণি লেখত পেলাব নোৱাৰি।

আধুনিক নাটক-ৰংগমঞ্চ-সংগীতৰ মৌলিক পৰিবর্তন লক্ষ্য কৰিবলগীয়া। জোনাকী যুগৰ লগে লগেই প্রাচীন পৰম্পৰা দলিয়াই থৈ পাশ্চাত্য আৰ্হিৰ নাটক ৰচনা আৰু প্ৰযোজনা আৰম্ভ হয়। অঙ্কীয়া নাটৰ লগত আধুনিক নাটৰ কোনো যোগসূত্ৰ নৰ'ল। স্বগতোক্তি, অবাস্তৱতা আদি গুচাই জ্যোতিপ্ৰসাদ আগৰৱালাই ইউৰোপীয় আৰ্হিৰে বাস্তৱমুখী নাটকৰ সৃষ্টি কৰি ক্ষান্ত নহৈ অসমীয়া সংগীতলৈ স্বকীয় বৰঙণিও আগবঢ়ালে। অসমীয়া সংস্কৃতিত কথাছবি সংযোজিত হ'ল, জাপি-নৃত্য, পদুমকলি নৃত্য আদি সৃষ্টিমুখী নৃত্যৰ জন্ম দিলে। কথাছবিত অসমীয়াত্ব বুলি কিবা এটা নাথাকিলে অসমীয়া কথাছবিখনচেৰেকৰ মাজেদি জনজীৱনৰ দুটি-এটি চিত্ৰ ফুটি ওলাইছে। কথাছবিত জ্যোতিপ্ৰসাদৰ সবল আশাবাদ, জাতীয়ত্ব আৰু মৌলিকতা পাছৰ কথাছবিত সমানে পাবলৈ আছে বুলি দাবী কৰিব নোৱাৰি। জ্যোতিপ্ৰসাদ আছিল সকলো সময়তে প্ৰকৃত স্ৰষ্টা; কিন্তু বৰ্তমানৰ কলাকাৰ অনেকেই স্ৰষ্টা হ'লেও ব্যৱসায়িক। পাঁচ অঙ্কীয়া দীঘলীয়া নাটকৰ ঠাই চুটি একাঙ্কিকা আৰু অঙ্কবিহীন দৃশ্যযুক্ত নাটকে অধিকাৰ কৰিছে। নাটকৰ



আধুনিকতাত যি নতুন নতুন কৌশল সোমাইছে; সেয়া পাশ্চাত্য নাটকৰ পোনপটীয়া অনুকৰণ। এবচাৰ্ড নাটক বা বাটৰ নাটৰ শেহতীয়া সৃষ্টিও তথৈবচ। আধুনিক অসমীয়া সংস্কৃতিত আনাতাঁৰ কেন্দ্ৰৰ অৱদান লেখত ল'বলগীয়া। ঘাইকৈ নাট আৰু আধুনিক গীতৰ কথা স্বীকাৰ কৰিবই লাগিব। এই যুগৰ অনেক কেইখন মঞ্চসফল নাটৰ প্ৰথম প্ৰকাশ অনাতাঁৰ কেন্দ্ৰত। তদুপৰি অনাতাঁৰ-নাটৰ বৰঙণিও বুজন। আধুনিক গীতৰ বিকাশ আৰু জনপ্ৰিয়তাত অনাতাঁৰ কেন্দ্ৰই বহুতো সহায় কৰিছে। প্ৰাক্‌যুদ্ধ যুগত আধুনিক গীত ৰচনাৰ সময়তে সুৰ আৰু তালত বান্ধি ৰাখিবলৈ চেষ্টা কৰা হৈছিল; কিন্তু সময় আগবাঢ়ি যোৱাৰ লগে লগে আধুনিক গীতত লোকগীতৰ সুৰ আৰু কথা সোমাবলৈ ধৰিছে। অৱশ্যে হিন্দী গীত আৰু পাশ্চাত্য সুৰৰ প্ৰতিধ্বনিও শুনিবলৈ পোৱা যায়। বৰগীতৰ বিষয়ে গৱেষণা হৈছে যদিও সুৰ পৰিৱেশনত উৎকৰ্ষ সাধন হৈছে বুলিব নোৱাৰি। বৰাগী গীত, দেহবিচাৰৰ গীত আৰু অন্যান্য লোকগীতৰ জনপ্ৰিয়তা মন কৰিবলগীয়া। যন্ত্ৰ সংগীতৰ ক্ষেত্ৰত সম্পূৰ্ণ পাশ্চাত্যগন্ধী যন্ত্ৰৰ সংযোজন আৰু তাত থলুৱা সুৰৰ সমন্বয় আন এটি বৈশিষ্ট্য। বিহুনাম আৰু বিহুনামৰ মুকলি প্ৰচাৰ আৰু জনপ্ৰিয়তা এই যুগৰ সৰ্বাতোকৈ তাৎপৰ্যপূৰ্ণ কথা; কিন্তু ইয়াৰ জনপ্ৰিয়তা সাংস্কৃতিক নহয়; যৌন অভিব্যক্তিহে।

বিহু উৎসৱ অসমীয়া সংস্কৃতিৰ এটি অমূল্য সম্পদ। বিহু উৎসৱে অকলে অসমীয়াৰ জাতীয়ত্ব আৰু জাতীয় ঐতিহ্যৰ স্বাক্ষৰ বহন কৰি আহিছে। আৰ্য-অনাৰ্য, অষ্ট্ৰিক-মঙ্গোলীয়, আলপাইন-দ্ৰাবিড় সকলো সংস্কৃতিৰ উপাদানেৰে বিহু সংস্কৃতি গঠিত। বিহু মূলতে গাঁওমুখী-কৃষিমুখী উৎসৱ; কিন্তু আধুনিক বিহু নগৰমুখী হৈছে। বিহু উৎসৱৰ ভোজ-ভাত আৰু হুঁচৰি-বিহুনাচৰ বাহিৰে বাকী অনুষ্ঠান আৰু লোকাচাৰ নাইকিয়া হৈ আহিছে। বিহুৱে গছতল, পথাৰ আৰু নৈ পাৰ এৰি নগৰীয়া মঞ্চত উঠিছেহি আৰু তাকে চাবলৈ গাঁৱৰ মানুহ নগৰলৈ ভাঁহি-ভুঁহৰি আহে। কুৰি শতিকাৰ আগভাগত বিহুনাম গোৱা আৰু বিহুনাচ নচাটো অশ্লীল বুলি পৰিগণিত হৈছিল; কিন্তু আজিকালি অতি সম্ভ্ৰান্ত ঘৰৰ ছোৱালীয়েও বিহুনাচ নাচে। অৱশ্যে এই বিহুনাচত মূল বিহুনাচৰ উদ্দামৰ স্বতঃস্ফূৰণ নাই। বিহুনাচ মূলতঃ যৌনমনোধৰ্মী। আজিকালি বিহুনাচত সেই যৌন মাদকতা নাই। এইটো স্বীকাৰ্য্য, বিহু উৎসৱৰ নামতে ঢোল, পেঁপা-গগনাই নগৰীয়া মঞ্চত ঠাই পাইছে। বিহুত সেৱা-সৎকাৰ কৰা, হাতেবোৱা বিহুৱান দিয়া, ঢেঁকীত চুবুৰ চুবুৰকৈ জলপান খুন্দা, বিহু আহিছে বুলি হিয়া উথলি উঠা সেই মূল লক্ষণবোৰে ইতিমধ্যে লাহে লাহে বিদায় মাগিছে। তথাপি বিহু উৎসৱ জীয়াই আছে আৰু জীয়াই থাকিব। অন্যান্য উৎসৱ-পাৰ্বণৰ ক্ষেত্ৰত ফাকুৱা সামগ্ৰিক কৃত সংস্কৃতিতকৈ দুষ্কৃতিলৈহে অৱনমিত হৈছে। দুৰ্গাপূজাৰ পৰিমাণ বাঢ়িছে। আনপিনে শঙ্কৰদেৱৰ জন্মোৎসৱে নতুন উদ্দীপনাৰে গাঁৱে-ভূঁয়ে জনপ্ৰিয়তা লাভ কৰিছে। মৃত্যুতিথি পালন কৰিবলৈ এৰি দিয়া এশ্ৰেণী গোড়া অসমীয়াও আছে। উল্লেখযোগ্য যে এই জন্মোৎসৱ অনুষ্ঠানো বাহ্যিকতাপূৰ্ণ। সৰস্বতী পূজা, বিশ্বকৰ্মা পূজা আদিৰ পয়োভৰ বাঢ়িছে; কিন্তু এইবোৰত গভীৰ শ্ৰদ্ধা বা জাতীয়ত্ব একো লক্ষণ নাই; ক্ষণিক উচ্ছ্বাস মাথোন। আগৰ কৃষিমুখী সমাজৰ ভোজভাতৰ পয়োভৰ, সাতখেলীয়া, পাঁচখেলীয়া, বাৰখেলীয়া ভাওনা-ৰৰসবাহ আদিৰ পৰিৱেশন ক্ষীণ হৈ আহিছে।

অসমীয়া সংস্কৃতিত বস্ত্ৰশিল্পৰ প্ৰাধান্য মন কৰিবলগীয়া। যোৱা এশ বছৰৰ ভিতৰত অসমীয়া বস্ত্ৰশিল্পৰো অপকৰ্ষ ঘটিছে। ইয়াৰ দুটামান অপৰিহাৰ্য কাৰণো আছে— (ক) অৰ্থনৈতিক, (খ) যান্ত্ৰিক বস্ত্ৰৰ সহজপ্ৰাপ্তি। মুগা আৰু পাটৰ জনপ্ৰিয়তা সমানে থাকিলেও, কৃষিমুখী সমাজত ভাঙন ধৰাৰ লগে লগে এৰী, মুগা, পাটৰ খেতি কমি আহিছে। মুগাচোমনি পাতিবলৈ মাটি নাই আৰু ডেৰমাহ দিনে-ৰাতিয়ে খপি যিখিনি মুগা পায়, সি অৰ্থনৈতিক দৃষ্টিত তেনেই সামান্য। ফলত মুগা-পাটৰ খেতিলৈ গাঁৱলীয়া মানুহে পিঠি দিছে। সেইদৰে সূতাৰ-গুণাৰ দাম আৰু গা-

খাটনিলৈ চালে তাঁতশালত বোৱা কাপোৰ এখনৰ দাম বজকৰা যন্ত্ৰত বোৱা কাপোৰতকৈ বহুত বেছি। শুৱালকুছি, পলাশবাৰীৰ তাঁতীয়েহে এইজাতীয় শিল্পটো ৰক্ষা কৰি আছে। ফুল-জালি আদিৰ ক্ষেত্ৰতো বিৰাট পৰিবৰ্তন ঘটিছে। আগৰ জ্যামিতিক সৰল ৰৈখিক ফুলৰ ঠাই আধুনিক চানেকিৰ ফুলে অধিকাৰ কৰিছে। জনজাতীয়— মিৰি, বড়ো চানেকি মিহলাই নতুনকৈ উলিওৱা কাপোৰে জনপ্ৰিয়তা লাভ কৰিছে । আগৰ সাতকঠীয়া, ছকঠীয়া, গাবিয়লী, দবিয়লী চেলেং নাইকীয়া হ'ল। ৰিহা-মেখেলাৰ আদৰো কমি আহিছে। আধুনিক অসমীয়া সংস্কৃতিত বোৱন-কাটনে বিদায় স্তৱত ভৰি দিছেহি বুলি ক'লেও বঢ়াই কোৱা নহয়। আন নহ'লেও অৰ্থনৈতিক কাৰণতে অসমীয়া পাট-মুগাই বিদায় ল'ব লাগিব। সিংখাপ, মেজাংকৰী, গোমচেং, চঁপাপতীয়া কাপোৰ চিৰদিনলৈ নাইকিয়া হ'ল।

অসমীয়াৰ স্থাপত্য খেৰ-বাঁহৰ ঘৰত। আগৰ দিনত তাকে কাঠৰ ফুল-চতি দি, হেঙুল-হাইতাল সানি সজাইছিল। বৰঘৰ, মাৰলঘৰ, বাটচ'ৰা, চ'ৰাঘৰ, ৰান্ধনীঘৰ আদি সুকীয়া সুকীয়া ঘৰ আছিল। আধুনিক যুগত গাঁৱে-নগৰে সমানে সেইবোৰ উঠি গৈছে। আচল অসমীয়া টুপ লগোৱা ঘৰৰ আৰ্হি পাবলৈ নাই। টিনপাতৰ বঙলা আৰু পকীঘৰৰ সংখ্যা দিনকদিনে বাঢ়ি গৈছে। আজিৰ স্থাপত্যত জাতীয় বৈশিষ্ট্য একো নাই। শিলাকুটি খেল উঠি যোৱাৰ লগে লগেই অসমৰ ভাস্কৰ্যৰ ঘাই ঠালটো ভাগি পৰিল। হাতীদাঁতৰ ভাস্কৰ্য মাথোন কোনোমতে জীয়াই আছে। কাঠৰ শৰাই, সিংহাসন, থগী, মুখা আদিও তাকৰীয়া হৈ আহিছে। কাঠৰ পেড়া, বৰপেড়া, চোৰপেড়া আদি নাইকিয়া হ'ল। বাঁহ-বেতৰ জপা, পেড়া-পেটাৰি, আনকি পাচি-খৰাহি আদিৰো আয়ুস টুটি আহিছে। সস্তীয়া এনামেল আৰু টিনৰ সঁজুলিয়ে হাতে কৰা সঁজুলিবোৰ মাৰি আনিছে। কাঁহ আৰু পিতলৰ শিল্পৰো একে অৱস্থা। আধুনিক অয়-অলংকাৰত জাতীয় বৈশিষ্ট্য একেবাৰেই নাই। জনচেৰেক অসমীয়া সোণাৰিৰ বাহিৰে আনে পুৰণা ৰীতিৰে বাখৰ খাজিব নাজানে। অসমীয়া অলংকাৰৰ আকাৰ আৰু খৰচ দুয়োটাই ডাঙৰ। ফলত কেৰু, থুৰীয়া, ঢোলবিৰি, জোনবিৰি, মাদলি, দুগ্‌দুগী, গামখাৰু আদি পিন্ধিবলৈ এৰি দিলে। শেনেপতা, জেঠীনেজীয়া, ম'ৰাপখীয়া, পদুমকলি আঙঠি জনপ্ৰিয় হ'লেও কৰোঁতা নাই। আধুনিক সভ্যতাই আমাৰ অসমীয়াৰ ঘৰ লুককি পুৰণি সম্পদ আৰু জাতীয় বৈশিষ্ট্যখিনি চুঁচি নিছে আৰু আমাক দিনকদিনে জাতীয় সাংস্কৃতিক চৈতনাহীন কৰি পেলাইছে।

শিক্ষা আৰু ৰাজনীতিও সংস্কৃতিৰ উপাদান। পুৰণি কালত ৰাজনীতি তথা ৰজাঘৰক কেন্দ্ৰ কৰি একো একোটি সংস্কৃতি গঢ় লৈছিল। গুপ্ত যুগৰ সংস্কৃতি, মৌৰ্য সংস্কৃতি, মোগল সংস্কৃতি আদিলৈ আঙুলিয়াব পাৰি; কিন্তু আধুনিক অসমত কি ইংৰাজ, কি জনপ্ৰিয় চৰকাৰ (?) কোনোৱেই সংস্কৃতিৰ ভেঁটি প্ৰতিষ্ঠা কৰিব পৰা নাই, বৰং দুস্কৃতি তথা দুৰ্নীতিৰহে বৰপেড়া বান্ধিছে। অসমৰ কোনো জাতীয় ৰাজনীতি নাই। কোনো ভাৰতীয় ৰাজনীতিৰ আৰু কোনো আন্তৰ্জাতিক ৰাজনীতিৰ অন্ধ অনুসৰণকাৰী বা পৃষ্ঠপোষক। যি ৰাজনীতিয়ে বা ৰাজনৈতিক-ব্যৱস্থাই জাতীয় জীৱন গঢ় দিয়াত এধানমানো বৰঙণি দিয়া নাই বা যি ৰাজনৈতিক নেতাৰ স্বকীয় প্ৰতিভা আৰু স্বজাতীয়লৈ শ্ৰদ্ধা নাই সেই ৰাজনীতিক অসমীয়া সংস্কৃতিলৈ বৰঙণি বুলি গণ্য কৰিবৰ কি যুক্তি আছে? অসমৰ সাম্প্ৰতিক ৰাজনীতিয়ে ৰাজ্যখনক সাংস্কৃতিক দিশত দিনক দিনে দেৱলীয়া কৰি নিছে; লগে লগে মানুহৰ নৈতিক সাহস আৰু ৰাজনৈতিক আত্মনিৰ্ভৰশীলতা হ্ৰাস কৰিছে। শিক্ষাৰ ক্ষেত্ৰতো একে কথাই। মাজে মাজে পাঠ্যক্ৰম সলনি হ'লেও বা শিক্ষাজীৱন চুটি-দীঘল হ'লেও, অসমৰ সাম্প্ৰতিক শিক্ষা-ব্যৱস্থাও কিছুমান নকল-নবীচ তৈয়াৰ কৰাৰ কাৰখানা হৈয়েই আছে। গোটাচেৰেক কাৰিকৰী শিক্ষানুষ্ঠান বাঢ়িলেও, অসমৰ সামগ্ৰিক শিক্ষা-ব্যৱস্থাই প্ৰকৃত মানুহ গঢ়াত কিমান সহায়তা কৰিছে, সেইটো আটাইৰে জনা কথা। প্ৰাচীন অসমৰ



শিক্ষা-ব্যৱস্থাৰ পবিত্ৰতা এতিয়া আৰু নাই। এতিয়াৰ শিক্ষা ধনে কিনা বিদ্যা। শিক্ষাৰ সম্প্ৰসাৰণ ঘটিছে সচাঁ; কিন্তু শিক্ষাই বাস্তৱ জীৱনৰ লগত খাপ খাব পৰা হোৱা নাই আৰু জীৱনৰ মূল্যবোধ জগাই তোলাতো অৰিহণা যোগাব পৰা নাই। যি শিক্ষাত জীৱনৰ সম্পৰ্ক নাই, বাস্তৱৰ সম্পৰ্ক নাই, তাকো সংস্কৃতিৰ সম্পদ বুলি বৰাই কৰিব পাৰিনে?

সাহিত্য-সংগীত-কলা এই তিনি বিষয়ত যি মানুহৰ ৰাপ নাই, সি সাক্ষাৎ নেজ আৰু শিং নাইকীয়া পশুৱেই— এয়া সংস্কৃত কবিৰ মত। সাহিত্যৰ মাজেদিয়েই প্ৰকৃততে এজন ব্যক্তিৰ, এখন সমাজৰ, এটা জাতিৰ মানসিক উৎকৰ্ষৰ সন্ধান পোৱা যায়। অসমীয়া সাহিত্যয়ো এনে সন্ধানী নিদিয়াকৈ নথকা নহয়। যোৱা এশ বছৰৰ ভিতৰত অসমীয়া সাহিত্যৰ প্ৰভূত সম্পদ বৃদ্ধি পাইছে। বিষয়বস্তু, ৰূপ, ৰীতি সকলোতে পৰিবৰ্তন পৰিলক্ষিত হৈছে। আধুনিক অসমীয়া সাহিত্যৰ প্ৰাচীন পৰম্পৰাৰ লগত সম্বন্ধ বিচ্ছিন্ন হৈ পৰিছে আৰু পাশ্চাত্যধৰ্মী আদৰ্শ দিনকদিনে বৃদ্ধি পাইছে। ইলিয়ট, মাৰ্ক্স আৰু ফ্ৰয়েডৰ প্ৰভাৱ আধুনিক অসমীয়া সাহিত্যই মানি লৈছে। তদুপৰি অন্যান্য 'বাদ'ৰ অনুকৰণো তেনেই নোহোৱা নহয়। কুৰি শতিকাৰ আদিভাগৰ চুটিগল্প, উপন্যাস, কবিতা আৰু আধুনিক যুগৰ সৃজনীমূলক সাহিত্যৰ মাজত আজি বহুতো ব্যৱধান। সম্পদ, সংখ্যা আৰু প্ৰচাৰ বাঢ়িছে সঁচা; কিন্তু প্ৰকৃত জনজীৱনৰ চিত্ৰ পাবলৈ টান। 'জীৱনৰ বাটৰ নিচিনা উপন্যাস সৰহীয়াকৈ ৰচিত হোৱা নাই , যিয়ে অসমীয়া জন-জীৱনৰ বাতৰি দিব পাৰে। ৰুছীয় বা চীনা সাহিত্যই নিজৰ নিজৰ জনজীৱনৰ চিত্ৰ আঁকি আন্তৰ্জাতিক জনপ্ৰিয়তা লাভ কৰিছে। আমাৰ সাহিত্যত সেই প্ৰচেষ্টা তেনেই তাকৰীয়া। নগৰীয়া আধুনিক সমাজৰ চিত্ৰহে সৰহীয়া। গ্ৰাম্য-জীৱন, কৃষিজীৱন, পৰিবৰ্তনশীলতাৰ দোমোজাত পৰা প্ৰাচীন মনোধৰ্মী সমাজ, উদ্যোগমুখী অৰ্থনীতিয়ে জুকলা কৰা প্ৰকৃত অসমীয়া সমাজখনৰ প্ৰতিচ্ছবি আমাৰ আধুনিক সাহিত্যত বলিষ্ঠ কাপেৰে কোনোবাই অঙ্কন কৰিছেনে? মৌলিক সৃষ্টিতকৈ সহজ অনুকৰণ, গঠনমূলক সমালোচনাতকৈ গোষ্ঠীমুখী কটু সমালোচনা সৰহ। যৌনসংবেদনশীল ৰচনাৰ মাজতো দুই-এজন লেখকৰ আন্তৰিক প্ৰচেষ্টা নোহোৱা নহয়; কিন্তু লেখত তেনেই তাকৰ। এই কথা অৱশ্যে স্বীকাৰ কৰিব লাগিব যে আধুনিক অসমীয়া সাহিত্যৰ বিকাশ অসমৰ সাংস্কৃতিক বুৰঞ্জীত লেখত ল'বলগীয়া। সাহিত্য আৰু ভাষাৰ সম্বন্ধ ছিঙিব নোৱাৰা। প্ৰাচীন অসমীয়া কথা-সাহিত্যৰ বুৰঞ্জী সাহিত্যই যি ঐতিহ্য বহন কৰি আনিছিল, সেই ভাষা অজি গাঁৱৰ দুই-এক সম্ৰান্ত পৰিয়ালত সংৰক্ষিত হৈছে। এই শতাব্দীৰ আগভাগত লিখিত আৰু কথিত ৰূপত যিটো জতুৱা ঠাঁচ আছিল, সেইটোও এতিয়া সলনি হৈছে। শেহতীয়াকৈ বিশ্ববিদ্যালয়ৰ পাঠ্য পুথিসমূহত যি ভাষা প্ৰয়োগ কৰা হৈছে তাক জতুৱা ঠাঁচ বৰ্জিত এক কৃত্ৰিম ভাষা বোলাই ভাল। লিখিত সাহিত্যৰো ভাষা সংস্কৃতগন্ধী নতুবা বঙলুৱা হোৱাৰ উদাহৰণ আছে। অৱশ্যে বিভিন্ন বিষয়, ধৰ্ম, দৰ্শন, বিজ্ঞান আদি আলোচনা কৰিবৰ জোখাৰে ভাষাৰ সম্যক বিকাশ নহ'লেও আংশিক বিকাশ সাধন হৈছে।

অসমীয়া সংস্কৃতিৰ বাহিৰভাগটো বাহিৰৰ সম্পদেৰে উপচি পৰিছে। খাৱন-বোৱন, পিন্ধন-উৰণ, খেল-ধেমালি, কেশবিন্যাস, প্ৰসাধন, সোধন-পোছন আদিত অসমীয়া সত্তা পাবলৈ নাই। বিয়াৰ আয়োজন, নিমন্ত্ৰণ, অভ্যৰ্থনাত আগৰ আন্তৰিকতা আৰু সামাজিকতা নাই। হোমৰ গুৰিত মাথোন পুৰণা ৰীতিটো জীয়াই আছে। জা-জলপান, আতিথেয়তা, ৰন্ধন-প্ৰকৰণ সলনি হৈছে। গাঁৱে-ভূঁয়ে সমানে নগৰীয়া কৃত্ৰিমতা সোমাইছে। নগৰীয়া আধুনিক সংস্কৃতিৰ হাতত প্ৰাচীন নীতিৰ গ্ৰাম্য সংস্কৃতিয়ে পৰাজয় স্বীকাৰ কৰিছে। অয়-অলংকাৰ, সাজপাৰ, সা-সঁজুলি যিবোৰ পেড়া-পেটাৰিত পৰি আছে, পানীচাং-চোৰচাঙত এলান্ধুকলীয়া হৈ আছে, এই শতাব্দীৰ বিদায়ৰ লগে লগে সেইবোৰে ৰাজহুৱা সংগ্ৰহালয়ত ঠাই ল'বগৈ। সংস্কৃতি পৰিবৰ্তনশীল আৰু

পৰি-বৰ্দ্ধনশীল এইটো স্বাভাবিক ৰীতি; কিন্তু আধুনিক অসমীয়া সংস্কৃতিত এই দুয়োটাৰে প্ৰভাৱ ইমান কোবাল যে ই মূল স্বৰূপটো ঢাকি পেলাবৰ উপক্ৰম কৰিছে। সাম্প্ৰতিক যুগত অসমীয়া সংস্কৃতিয়ে যি গঢ় লৈছে, ইয়াৰ বহিৰঙ্গ ভাগটো বৰ্ধিষ্ণু; কিন্তু মূল স্বৰূপটো ক্ষয়িষ্ণু। পাৰ হৈ যোৱা এহেজাৰ বছৰত অসমীয়া সংস্কৃতিৰ ভঁৰাললৈ নানা দিশৰপৰা সম্পদ আহিছিল ; কিন্তু জীৱন ধাৰণৰ পদ্ধতি অব্যাহত থকাত পৰিবৰ্তনতকৈ পৰিবৰ্ধনৰ মাত্ৰা অধিক আছিল; কিন্তু যোৱা এশ বছৰত পৰিবৰ্ধনৰ লগে লগে পৰিবৰ্তনৰ গতি তীব্ৰভাৱে বাঢ়ি গৈছে আৰু মূল ভেঁটিটোতে খহনীয়া আৰম্ভ কৰিছে। সমাজ, ধৰ্ম, শিক্ষা, সংগীত সকলো সাংস্কৃতিক বিষয়তে নতুনৰ সোঁত বলিছে আৰু সেই সোঁতে পুৰণি সুঁতিত বালিচাপৰি পাতি নতুন সুঁতিটো দিনক দিনে কোবাল কৰি তুলিছে। এই সুঁতিত কেৱল চিৰলুইত, বুঢ়ীলুইত, ধনশিৰী-সোৱণশিৰীৰ পানীয়েই অহা নাই, গঙ্গা-যমুনা, শতদ্ৰু-বিপাশা, টাইগ্ৰীছ-ইউফেট্ৰিছ, ৰাইন-টেমচ, ভল্গা-মিছিছিপিৰ পানীও মিহলি হৈছে আৰু এই সাংস্কৃতিক ৰৱনৈখনত আজি চিৰীলুইত-বুঢ়ীলুইত আৰু ধনশিৰীৰ সোৱনশিৰীৰ পানীয়ে নিজৰ ৰং হেৰুওৱাৰ উপক্ৰম কৰিছে। আজি চন্টকত দিখৌৰ পানী দুতোলা গধুৰ নহয়, সোৱণশিৰীতো সোণৰ কণিকা পাবলৈ নাই, কপিলাও ভাটিলৈ ঢাপলি মেলিছে। আজিৰ অসমীয়া সংস্কৃতিয়ে ভাটিয়ালী গাই গুটীয়া সম্পদ আঁকোৱালি লৈছে। এয়ে আধুনিক অসমীয়া সংস্কৃতিৰ স্বৰূপ।

## মঙ্গোলীয় সংস্কৃতি

অসমৰ সংস্কৃতি ভাৰতীয়-আৰ্যমুখী হ'লেও ইয়াৰ দীঘে-বাণিয়ে মঙ্গোলীয় সংস্কৃতিৰ উপাদান উপচি আছে। ড° সুনীতিকুমাৰ চট্টোপাধ্যায়ে মঙ্গোলীয় সংস্কৃতিক কিৰাত-জন-কৃতি অৰ্থাৎ কিৰাত সংস্কৃতি আখ্যা দিছে। অসমৰ জনসংখ্যাৰ অধিকাংশই হ'ল মঙ্গোলীয় জন-সমষ্টিৰ অন্তৰ্ভুক্ত। বহু হেজাৰ বছৰৰ আগতে গ্ৰাম্য-কৃষি সংস্কৃতি প্ৰতিষ্ঠা কৰি আঁতৰি যোৱা অষ্ট্ৰিকসকলৰ সংস্কৃতি আহৰণ কৰি উত্তৰ আৰু উত্তৰ-পূবৰপৰা প্ৰব্ৰজন কৰি আহি মঙ্গোলীয়সকল অসমৰ পৰ্বত আৰু ভৈয়ামত বিয়পি পৰে আৰু ভৌগোলিক পৰিবেশে যোগাৰ দিয়া সমলেৰে নিজৰ সংস্কৃতিৰ গঢ় দিবলৈ প্ৰয়াস কৰে। কালক্ৰমত এই ভৌগোলিক অৱস্থিতিয়েই মঙ্গোলীয় জনসমষ্টিক সৰু সৰু জাতি, গোট বা জনজাতিত পৰিণত কৰে। এইদৰে উত্তৰে হিমালয়ৰপৰা দক্ষিণে ব্ৰহ্মপুত্ৰৰ সঙ্গমাৱধি মঙ্গোলীয় মানুহ বিয়পি পৰে আৰু ৰাজ্য প্ৰতিষ্ঠা কৰি দেশ-শাসন কৰি নিজা নিজা সংস্কৃতিৰ বিকাশ সাধন কৰে। সময়ৰ ব্যৱধানত সুকীয়া সুকীয়া ঠাইত, সুকীয়া পৰিবেশত বসবাস কৰোঁতে কিছু পৰিমাণে বৈশিষ্ট্য সৃষ্টি হ'লেও এই জনসমষ্টিৰ মানুহৰ বিভিন্ন গোটৰ মাজত কিছুমান উমৈহতীয়া মিল দেখা যায়। ডব্লিউ-চি-স্মিথ নামৰ এজন সমাজতাত্ত্বিক খ্ৰীষ্টান পাদুৰীয়ে তিব্বত-বৰ্মী মানুহৰ মাজত কেতবোৰ উমৈহতীয়া লক্ষণ ধৰা পেলাইছে। (১) মূৰ চিকাৰ প্ৰথা (২) মৰং-ঘৰ (৩) চাং-ঘৰ (৪) চাঙৰ ওপৰত মৰা-শ সংকাৰ (৫) প্ৰাক-বিবাহ যৌন সম্পৰ্ক (৬) তামোল-পাণ খোৱা (৭) গাখীৰ নোখোৱা (৮) গাত টেঁটু আঁকা ৰীতি (৯) ৰাজনৈতিক শক্তিৰপৰা মুক্ত (১০) দুমুখীয়া থিয় কমাৰৰ ভাতী (১১) সাধাৰণ পদ্ধতিৰ তাঁতশাল (১২) ঢালৰ ব্যৱহাৰ (১৩) পৰ্বতত বসবাস আৰু আদিম পদ্ধতিৰ খেতি। ইয়াৰ উপৰিও মঙ্গোলীয় সংস্কৃতিত আৰু কেতবোৰ উমৈহতীয়া লক্ষণ আছে, যেনে— (১) দেব-দেবীৰ পূজাত কেঁচা-তেজৰ উপহাৰ (২) সামাজিক আৰু ধৰ্মীয় অনুষ্ঠানত চাউলৰপৰা তৈয়াৰী লাওপানী বা মদৰ মুকলি ব্যৱহাৰ (৩) হিন্দুৰ আদৰ্শত অস্পৃশ্য বুলি বিবেচিত কুকুৰা-গাহৰি আদিক খাদ্যৰূপে গ্ৰহণ (৪) বিবাহত গা-ধন লোৱাৰ ব্যৱস্থা (৫) ঝুম খেতিৰ জনপ্ৰিয়তা (৬) শুকান মাছ-মাংস খাদ্য ৰূপে গ্ৰহণ (৭) কৈৰাতজ ধৰ্মৰ প্ৰভাৱ (৮) বিপদ-আপদ, ৰং-আনন্দ সকলোতে সামূহিক দায়িত্ব গ্ৰহণ (৯) মান-মৰ্যাদাৰ প্ৰশ্নত অনমনীয়তা (১০) নিজা



অস্তিত্ব ৰজাৰ অৰ্থে অসীম চেষ্টা (১১) সৰলতা আৰু (১২) জাতি-বৰ্ণ ভেদভাৱ হীনতা। ওপৰৰ লক্ষণবোৰ উমৈহতীয়া হ'লেও কোনো কোনো জনজাতি বা জনসমষ্টিৰ ক্ষেত্ৰত পূৰ্ণৰূপত প্ৰযোজ্য নহয় নতুবা সময়, পৰিবেশ আৰু বৰ্হিপ্ৰভাৱে তাক সলনি কৰিছে। উদাহৰণস্বৰূপে নৰ-বলি বা নৰ-মুণ্ড চিকাৰ আজি নাইকিয়া হৈ আহিছে। নগা- সকলে যুদ্ধত বা চোৰাংকৈ মূৰ কাটি নিছিল, ভৈয়ামৰ হিন্দুৱে কামাখ্যা বা কেঁচাইখাতীৰ আগত নৰবলি দিছিল। সেইদৰে ডেকা-চাং বা মৰংঘৰ সকলো জনজাতিৰ মাজত আছে; কিন্তু কোনো কোনো জনজাতিৰ মাজত গাভৰু-চাঙৰ ব্যৱস্থাও আছে; উদ্দেশ্য সমধৰ্মী।

বেদৰ যুগতেই কিৰাট বা মঙ্গোলীয় মানুহৰ অৱস্থিতি আৰু তেঁওবিলাকৰ সংস্কৃতিৰ বিষয়ে জনাজাত হৈছিল। যজুৰ্বেদ আৰু অথৰ্ববেদ উভয়তে পৰ্বতৰ গুহাবাসী কিৰাটৰ বিষয়ে উল্লেখ আছে। তেওঁবিলাকে হিমালয়ৰ নামনিৰ পৰ্বতসমূহত বসবাস কৰিছিল। হিমালয়ৰ সমগ্ৰ পাদদেশ অঞ্চল আৰু অসমত আজিও উক্ত কিৰাট জনসমষ্টিৰ বংশধৰসকলে বসবাস কৰি আছে। ৰামায়ণ-মহাভাৰত আদি গ্ৰন্থতো কিৰাটসকলৰ বিষয়ে উল্লেখ আছে। ভাষিক দৃষ্টিৰে বিচাৰ কৰিলে তিব্বতবৰ্মী শাখাৰ উত্তৰ অসম ভাগত সাম্প্ৰতিক অৰুণাচলৰ জনজাতিসমূহ পৰে। অঁকা (হ্ৰুছো), ডফলা (নিছি), মিৰি (মিছিং), মিছিমি, আবৰ (আদি) এই ঘাই ঠালবোৰৰ উপৰিও কিছুমান উপশাখা আছে। সাংস্কৃতিক দৃষ্টিৰে চালে উপৰোক্ত জনজাতিসমূহ বাৰেবৰণীয়া সংস্কৃতিৰ অন্তৰ্গত। এই ভাষাগোষ্ঠীৰ আন এটা ঠাল হৈছে ,মূল অসম উপশাখা। বড়ো ভাষা আৰু ইয়াৰ ঠাল-ঠেঙুলিসমূহ এই উপশাখাৰ ভিতৰুৱা—বড়ো, মেছ, ৰাভা, গাৰো, কছাৰী, হাজং , ত্ৰিপুৰী, লালুং আদি ভাষা আৰু উপভাষা। নগা উপভাষাসমূহ বড়ো ভাষাৰ ওচৰ-চুবুৰীয়া। এই শাখাৰ জনজাতিসমূহ হ'ল: আও, আঙ্গামী, লঠা চেমা, টাংখুল, কন্যাক, চাংটাম, মাও, কবুই , ৰেংমা, টাং , চাং , চাংটাম, খিমুনগান, জেলিয়াং ইত্যাদি। অৰুণাচলৰ অন্তৰ্গত ৰাংচু , টাংছা আৰু নক্তে জাতিও উক্ত শাখাৰে অন্তৰ্গত। পুৰণি কালত কেতবোৰ অসমীয়া নামেৰে এই সকলো নগা জাতিকে নামকৰণ কৰা হৈছিল। মূলতঃ একে হ'লেও বহুমুখী কাৰণত প্ৰত্যেক জাতিৰে ভাষা সুকীয়া সুকীয়া হোৱাত, অসমীয়া ভাষাৰ এক সহজ সৰল ৰূপকে ভাব-বিনিময়ৰ মাধ্যম হিচাপে গ্ৰহণ কৰে, তাকে আজিকালি নাগামিজ বুলি কোৱা হৈছে। এই নাগামিজভাষী সকলো জনজাতিয়েই জাতিগত দৃষ্টিত মঙ্গোলীয়। তদুপৰি উক্ত অসম-বৰ্মী শাখাটোৰে চুবুৰীয়া কুকি-চীন ভাষাৰ মানুহো ত্ৰিপুৰা, মণিপুৰ, মিজোৰামত বসবাস কৰে; আনপিনে কাচিন-লুলু শাখাৰ চিংফৌ দোৱনীয়াসকলৰ কথাও উল্লেখযোগ্য। অষ্ট্ৰিক ভাষী খাচীয়া-জয়ন্তীয়াসকলো মূলতে মঙ্গোলীয়। তিব্বতো-বৰ্মীভাষী উক্ত জনজাতিসমূহৰ উপৰিও ইতিমধ্যে ভাষা-হেৰুওৱা বা আংশিকভাৱে ৰক্ষা কৰা দেউৰী, চুতীয়া, মৰাণ, বৰাহী, কোচ-ৰাজবংশী সকলো একে গোষ্ঠীসম্ভূত। অসমত বসবাস কৰা আন এটা শাখা হ'ল শ্যামী-চীনভাষী। এই শাখাৰ অন্তৰ্গত লোকসকলৰ ভিতৰত পৰে আহোম, খামতি, খাময়াং ,ফাকিয়াল, নৰা, আইতনীয়া, টুৰুং আদি জনসমষ্টি। খামতি, খাময়াং , ফাকিয়াল, আইতনীয়া, টুৰুংসকল বৌদ্ধ; কিন্তু নিজৰ ভাষা-সংস্কৃতি-জীৱনধাৰণ-পদ্ধতিৰে জনজাতীয় বৈশিষ্ট্য ৰক্ষা কৰি আহিছে। গাৰোপাহাৰ আৰু কাৰ্বি আংলং জিলাত বসবাস কৰা মান নামেৰে জনাজাত মানুহখিনিও টাই বংশৰে। অসমৰ ব্ৰাহ্মণ, দৈৱজ্ঞ, কায়স্থ আৰু কলিতা মানুহখিনিক বাদ দিলে বাকী সকলো থলুৱা মানুহেই মঙ্গোলীয় জনসমষ্টিৰ অন্তৰ্গত । সেয়েহে গদাধৰসিংহ স্বৰ্গদেৱে 'ব্ৰাহ্মণ-গণক-কলিতা-কায়স্থ চাৰিঘৰ বাদ দি সকলো মানুহৰে এটা চৰু কৰোঁ'বুলি চাউডাঙৰ হতুৱাই ভাত ৰন্ধাই একেখন থালতে খুৱাইছিল। কৈৱৰ্ত্ত, কেওট আদি মানুহৰ গাত অৱশ্যে মঙ্গোলীয় তেজতকৈ অষ্ট্ৰিক-দ্ৰাবিড়ী তেজৰ পৰিমাণ হয়তো অধিক পোৱা যাব। পৰৱৰ্তী কালত অসমলৈ প্ৰব্ৰজন কৰা জন-

সমষ্টিত মঙ্গোলীয় উপাদান পোৱা নাযায়। বৰঞ্চ নৃতাত্ত্বিক পৰ্যবেক্ষণত থলুৱা মুছলমানসকলৰ গাতহে মঙ্গোলীয় তেজৰ সংমিশ্ৰণ আছে।

মঙ্গোলীয়সকল একে সময়তে আৰু একেলগে অসম সোমোৱা নাছিল। ইতিহাসে ঢুকি নোপোৱা দিনৰপৰা ঊনবিংশ শতিকালৈকে উত্তৰ-পূবৰ গিৰিপথেদি মঙ্গোলীয় মানুহৰ প্ৰব্ৰজনৰ সোঁত বৈ আছিল। মহাভাৰতৰ মতে কিৰাট সৈন্য লৈ ভগদত্তই কুৰুক্ষেত্ৰ যুদ্ধত অৱতীৰ্ণ হৈছিল। সম্ভৱতঃ মিকিৰ বা কাৰ্বিসকলেই অসমৰ প্ৰচীনতম অদিবাসী। কাৰ্বিসকলৰ সংস্কৃতিত বহু পৰিমাণে খাচীসকলৰ সমধৰ্মী অষ্ট্ৰিক উপাদান দেখা পোৱা যায়। তাৰ পাছতে পৰে বড়োসকল। সাংস্কৃতিক ইতিহাস বিচাৰত বড়োসকলক দুটা ভাগত ভাগ কৰিব পাৰি। প্ৰথম ভাগটোৱে নিজৰ মূল ভাষা পাহৰি দিয়া-লোৱা নীতিৰে অসমৰ ভাষা আৰু সংস্কৃতি গ্ৰহণ কৰি সহজ পদ্ধতিৰে সান-মিহলি হৈ পৰে। দ্বিতীয় ভাগটোৱে নিজৰ ভাষা আৰু সংস্কৃতি ৰক্ষা কৰি এতিয়াও সুকীয়া গোট হিচাপে নিজৰ অস্তিত্ব ৰক্ষা কৰি আহিছে। এই ভাগটো উত্তৰপিনৰপৰা অসমত সোমাই ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰে বসতি কৰে। ব্ৰহ্মপুত্ৰৰ দক্ষিণপাৰে বসবাস কৰা আৰু ৰাজ্য পাতি দেশ শাসন কৰা বড়োসকল, কছাৰী বা বৰাহী-কছাৰী নামেৰে জনাজাত হৈ অসমীয়া সমাজত মিহলি হৈ যায়। তথাপি এটা কথা ক'ব পাৰি, এই বড়োগোষ্ঠীসম্ভূত লোকসকল অসমৰ সাধাৰণ সাংস্কৃতিক জীৱনৰ অন্তৰ্গত হ'লেও সামাজিক-সাংস্কৃতিক জীৱনৰ বিভিন্ন স্তৰত কেতবোৰ প্ৰাচীন অথচ মূল উপাদান পোৱা যায়। কছাৰীসকল ধৰ্মত হিন্দু আৰু কোনোৱা বৈষ্ণৱ সত্ৰৰ শিষ্য হ'লেও কিছুমান লৌকিক অনুষ্ঠান এতিয়াও জীয়াই ৰাখিছে। সোণোৱাল কছাৰীসকলৰ অধিকাংশই আউনীআটীৰ শিষ্য; কিন্তু হুইডাং-হুঁচৰি, গজাই-পূজা আদি পুৰণি পদ্ধতিৰেই মানি আহিছে। চুতীয়া, মৰাণ, বৰাহীসকল কেতিয়া আহিছিল, সেইবিষয়ত ইতিহাস নিমাত; কিন্তু ভাষাৰ যি অৱশিষ্ট পোৱা গৈছে, তাৰপৰা ভাষিক বিচাৰত বড়োমূলীয় লোক বুলি ক'ব লাগিব। তেঁওবিলাকেও নিজৰ পুৰণি ৰীতিৰ অৱশিষ্ট জীয়াই ৰাখিছে। দেউৰী চুতীয়াসকলৰ ভাষা আৰু পূজা-পদ্ধতিয়ে নিজৰ বৈশিষ্ট্য প্ৰমাণ কৰিছে। আহোমসকল ত্ৰয়োদশ শতিকাত প্ৰতিষ্ঠিত হয়; কিন্তু নানান কাৰণত তাৰ পিছতো সৰু সৰুকৈ কেতবোৰ টাই গোট অসমলৈ আহি আহোমসকলৰ লগত মিলি যায়। ব্ৰহ্ম ৰজাৰ নিৰ্যাতনত তিষ্ঠিব নোৱাৰি অষ্টাদশ শতিকাত টাই-খামতি, টাইফাকে, টাই-খাময়াং আৰু টাই-আইতনসকল আহি শদিয়া বা পাং-তেও-লা অঞ্চলত বসতি কৰিবলৈ লয়। টুৰুং , মান আৰু এটা খামতি গোট ঊনবিংশ শতিকাতহে অসমলৈ আহে। নগাসকলৰ ভিতৰত নক্তে-ৰাংছু আৰু কন্যাকসকল প্ৰাচীন; তেওঁবিলাকৰ সংস্কৃতিত ভালেমান অষ্ট্ৰিক উপাদান পৰিলক্ষিত হয়। তেওঁবিলাকৰ পিছত বৰ্তমান নগা ৰাজ্যৰ বিভিন্ন গোট এঠাইৰপৰা আনঠাইলৈ প্ৰব্ৰজন কৰি বাস কৰিবলৈ লয়; প্ৰব্ৰজনৰ ইতিহাস অজ্ঞাত। সাংস্কৃতিক উপাদান বিশ্লেষণ কৰি দেখা গৈছে, তেওঁবিলাকে পূব-ভাৰতীয় দ্বীপপুঞ্জৰ ফিলিপাইন, যাভা, বৰ্ণিঅ' আদি দ্বীপৰপৰা ব্ৰহ্মদেশৰ মাজেৰে আহি নগা পৰ্বতত বসবাস কৰিবলৈ লয়। তেওঁবিলাকৰ সাংস্কৃতিক উপাদানৰ মাজত সাগৰীয় সমল দেখা যায়। মণিপুৰীসকল পূৰ্বতে ব্ৰহ্মদেশৰ ফালৰপৰা মণিপুৰত সোমাইছিল। অসমীয়া মানুহে মণিপুৰীক মগলৌ বোলে; মণিপুৰীয়ে নিজকে মোৈই-টেই বোলে। সম্ভৱত: মাও-লুং শব্দৰপৰা মগলৌ আৰু মাও-টাই শব্দৰপৰা মোৈই-টেই শব্দৰ জন্ম হৈছে। সপ্তম শতিকাতে এজন টাই ৰাজকোঁৱৰে মণিপুৰত ৰাজ্য প্ৰতিষ্ঠা কৰিছিল। মণিপুৰীয়ে অসমীয়াক তে-খাও বোলে; তে-খাও দিখৌ শব্দৰ অপভ্ৰংশ। মণিপুৰী সংগীতত অসমীয়া গীতৰ লগত মিল থকা 'তে-খাও ৰূপক ' নামৰ এখন ৰূপক আছে । দিখৌপৰীয়া ৰজাৰ লগত হোৱা বৈবাহিক সম্পৰ্কৰপৰাই তে-খাও শব্দই অসমীয়াক বুজাইছে। ইউনানৰপৰা প্ৰব্ৰজন কৰা এটা শকত টাই ঠালৰ মানুহ মণিপুৰত বিয়পি আছে; গাৰ বৰণ আৰু



চিৰী-চেহেৰাই তাৰ প্ৰমাণ দিয়ে। বঙ্গদেশৰপৰা অহা সাংস্কৃতিক ঢৌৱে অৱশে ৷ মণিপুৰৰ মঙ্গোলীয় মানুহৰ প্ৰাচীন ঐতিহ্যত নতুন ৰহণ সানি বিষ্ণুপ্ৰিয়া সম্প্ৰদায়ৰ সৃষ্টি কৰে। খাচী-জয়ন্তীয়াসকল অষ্ট্ৰ-এচিয়াটিক মন্-খেমৰ গোটৰ ভাষা-ভাষী। ভাষা আৰু সংস্কৃতিত অষ্ট্ৰিক— এই লোকসকল পাটকাই পাৰ হৈ কন্যাক-ৰাংছু অঞ্চলেদি ব্ৰহ্মপুত্ৰৰ উপত্যকাত বসবাস কৰে। খৈৰাম আৰু চিন্‌টেং নামৰ এই দুই জনগোষ্ঠী পিছলৈ খাচী আৰু জয়ন্তীয়া নামেৰে জনাজাত হয়। তেওঁবিলাক একালত ব্ৰহ্মপুত্ৰ উপত্যকাত বসবাস কৰিছিল আৰু মূল অষ্ট্ৰিক ধাৰণাৰ উৰ্বৰা বিশ্বাস আৰু মাতৃ-প্ৰধান সমাজ-ব্যৱস্থা প্ৰতিষ্ঠা কৰিছিল। কামাখ্যা আৰু কেঁচাইখাতী অষ্ট্ৰিক ধাৰণাৰে কা-মেই-খা আৰু কা-চেই-খাৰ হিন্দু সংস্কৰণ যেন লাগে। আলপাইন আৰ্যসকলে ব্ৰহ্মপুত্ৰ উপত্যকাত বসবাস কৰি পিতৃ-প্ৰধান আৰ্য-সংস্কৃতি বিস্তাৰ কৰাৰ সময়তে সম্ভৱতঃ খাচী-জয়ন্তীয়াসকল ভৈয়ামৰপৰা পৰ্বতলৈ উঠি যায়। এই সময়তে পিতৃ-প্ৰধান আৰ্যসকলৰ লগত মাতৃ-প্ৰধান সমাজৰ অষ্ট্ৰিক সংস্কৃতিধাৰী খাচী-জয়ন্তীয়াসকলৰ সংঘৰ্ষ হয় আৰু পূৰ্বৰ মাতৃপূজাক হিন্দু জয়ন্তীদেৱীলৈ ৰূপান্তৰিত কৰে। উত্তৰ অঞ্চলৰ কোনো কোনো জনজাতিৰ প্ৰব্ৰজন নিতান্ত অৰ্বাচীন; তেওঁবিলাক উত্তৰ দিশৰপৰা আহি বৰ্তমানৰ অৰুণাচলত বসবাস কৰিবলৈ লয়; কিন্তু মিছিমিসকল আৰু কামেং-সোৱণশিৰী-ছিয়াং জিলাৰ দুই-চাৰিটা জনজাতি অতি পুৰণি। মিছিমিসকলক কোনো কোনোৱে পৰশুৰামৰ অনুগামী আৰু কোনো কোনোৱে ভীষ্মকৰ বংশধৰ বুলিও ক'ব খোজে। মিৰিসকলৰ (মিছিং) মূল বাসস্থানো পূৰ্বতে পৰ্বততে আছিল। ইয়াৰে এটা অংশ আপেক্ষিকভাৱে আগতেই প্ৰব্ৰজন কৰি আহি চতুৰ্দশ শতিকাৰ আগতেই ভৈয়ামত বসবাস কৰিবলৈ লয়। আনটো অংশ হয়তো পাছৰ পিনে আহিছে আৰু এওঁবিলাকৰ ভাষিক আৰু সাংস্কৃতিক সাদৃশ্য ছিয়াং জিলাৰ আদিসকলৰ মাজত দেখা যায়। এটা ঠাল আছে, তেওঁবিলাকে নিজৰ দোৱান পাহৰিলে। হয়তো, এইটো ঠালেই সৰ্বাতোকৈ পুৰণি। মুলক নামৰ এটা জনজাতিৰ নাম শঙ্কৰদেৱে উল্লেখ কৰিছে। ডিব্ৰুগড় জিলাত কেইবাখনো 'মুলুক গাঁও' আছে; কিন্তু মানুহ নাই। এই মুলুকসকলো মঙ্গোলীয় গোষ্ঠীৰে মানুহ আৰু একালত খামতি-খাময়াং-চিংফৌ মানুহৰ লগত মিহলি হৈ গ'ল। চিংফৌসকল ব্ৰহ্মদেশৰ কাচিন-কাৰেনৰ সমগোত্ৰীয়। আনপিনে চিংফৌ ৰীতি-নীতি, ধৰণ-কৰণ কৰা দোৱনীয়াসকলৰ গোতো মঙ্গোলীয় তেজৰ কণিকাই বিদ্যমান। এইদৰে হাজাৰ হাজাৰ বছৰ ধৰি মঙ্গোলীয় মানুহৰ বসতি আৰু প্ৰব্ৰজনে এই দেশখনৰ সভ্যতা-সংস্কৃতিৰ গাঁথনিত নানাধৰণেৰে ৰৰঙণি দি আহিছে।

অসমীয়া ভাষা, ধৰ্ম, লোক-বিশ্বাস, লোক-সংস্কৃতি, জীৱনধাৰণৰ পদ্ধতি সকলোতে মঙ্গোলীয় উপাদান বৰ্তমান। অসমীয়া ভাষা মূলতঃ ইণ্ডো-ইউৰোপীয় সংস্কৃতিৰপৰা জন্ম হ'লেও ইয়াৰ উচ্চাৰণ-পদ্ধতি, অনুনাসিকীকৰণ, প্ৰত্যয়, পদাশ্ৰিত নিৰ্দেশক, ধ্বন্যাত্মক শব্দ আৰু ধাতু, অনুকাৰ-অনুৰূপ শব্দৰ বাহুল্য আদিয়ে মঙ্গোলীয় প্ৰভাৱৰ কথাই সূচনা কৰে। বৈয়াকৰণিক দৃষ্টিত ধ্বনিগত আৰু ৰূপগত বৈশিষ্ট্য সমানেই ধৰা দিছে। শব্দৰ ভঁৰালো পুষ্ট হৈছে। আধুনিক ব্যাকৰণৰ অনুশাসনৰপৰা মুক্ত গাঁৱলীয়া মঙ্গোলীয় মানুহৰ ভাষাৰ ঠাঁচত আজিও থুনুক-থানাক, হেনা-হুঁচা মাতৰ ধ্বনি শুনিবলৈ পোৱা যায়। কি বড়ো, কি আহোম, কি মিছিং সকলোৰে কথন-ভংগীত আৰ্যেতৰ ভাষাৰ ধ্বনি অনুভূত হয়। মাছ ধৰা সঁজুলি, তাঁতশালৰ সঁজুলি, গছ-লতাৰ নাম, ধানৰ নাম, নৈৰ নাম, ঠাইৰ নাম, মাছৰ নাম, ঘৰৰ-সঁজুলি, থলুৱা লোকবিশ্বাস জড়িত অনুষ্ঠান আদিত অজস্ৰ মঙ্গোলীয় উপাদান আছে। অসমীয়াৰ সম্বন্ধবাচক শব্দ আৰু ইয়াৰ ব্যৱহাৰ সম্পূৰ্ণ মঙ্গোলীয় পদ্ধতিৰ।

অসমৰ হিন্দু ধৰ্মত ভাৰতীয় প্ৰভাৱ স্পষ্ট; কিন্তু সেয়ে হ'লেও তাৰ আঁৰতেই মূল মঙ্গোলীয় ধাৰণাই ঠাই উলিয়াই লৈছে। হিন্দু শিৱ, দুৰ্গাৰ কাষতে কুণ্ডিমামা, পিশাচীডেমা, বলিয়াবাবা

বাথৌ-ব্ৰাই, মহাদেউ, বুঢ়াগোসাঁই, বুঢ়ীগোসাঁনী; কেঁচাইখাতী, সুবচনী হৈ পুৰণি ধৰণেৰে নিজৰ নিজৰ পুৰোহিতৰ হাতেৰে পূজাপাতল খাই আছে। উক্ত অনুষ্ঠানসমূহত এতিয়াও ব্ৰাহ্মণৰ প্ৰয়োজন নাই। মূল মঙ্গোলীয় ধৰ্মৰ বিষয়ে যোগিনী-তন্ত্ৰই থোৰতে কৈছেই, ইয়াত ব্ৰত-উপাসনা ব্ৰহ্মচৰ্য-নিষেধাজ্ঞা একো নাই। বৌদ্ধধৰ্মীসকলৰ বাহিৰে মঙ্গোলীয়সকলৰ ধৰ্মক 'এনিমিজম্', মেজিক, প্ৰকৃতি-পূজা বুলিও ক'ব পাৰি। সিজু গছ, বড়গছ , আঁহত, জৰী, চাম গছ আদিত দেৱতা-অপদেৱতা থাকে বুলি বিশ্বাস কৰে আৰু পূজা-পাতল দিয়ে। মঙ্গোলীয় ধৰ্ম-বিশ্বাস মূলতঃ ৰক্ত-জড়িত, উৰ্বৰা বিশ্বাসৰ পৰিণতি মাত্ৰ। সম্ভৱতঃ তাৰ বাবেই এই দেশক লৌহিত্য দেশ বোলা হৈছিল। গাহৰি, কুকুৰা , হাঁহ , পাৰ, গৰু, ম'হ , কাছ , ছাগলী আদি উপাস্য দেৱতাৰ আগত বলি দি কেঁচাতেজ আগবঢ়োৱা হয়। হিন্দু আদৰ্শত সাধাৰণতে বৰ্জিত কুকুৰা আৰু গাহৰি মঙ্গোলীয় আদৰ্শত কিন্তু একান্ত প্ৰয়োজনীয়। মঙ্গোলীয়সকলৰ স্থায়ী পুৰোহিত শ্ৰেণী নাই— নিজৰ সমাজৰ উপযুক্ত ব্যক্তিয়েই ধৰ্মীয় আচাৰ পৰিচালনা কৰে। কোনো কোনো সমাজত, যেনে— দেউৰী, দেওধাই, মিৰি (আদিৰ) আদি সম্প্ৰদায় গঢ় লৈ উঠিলেও সমাজৰ অন্য উপযুক্ত মানুহেও পৰিচালনা কৰিব পাৰে। একালত দেৱস্থানসমূহক দেওশাল বোলা হৈছিল। দেওশালত জীব-জন্তু বলি দিয়া হয়। আজ্ঞাপ্ৰাপ্ত ব্যক্তিয়ে বলি দিয়ে। দেৱতালৈ বুলি কেঁচাতেজ উচৰ্গা কৰাৰ উপৰিও খেতিৰ পথাৰত, পূজাৰ দ্ৰব্যসম্ভাৰতো তেজ ছটিয়াই দি ক্ষেত্ৰবিশেষত তেজৰ ফোঁট লয়। মঙ্গোলীয়সকলৰ মাজত 'টোটেম' প্ৰথা বিদ্যমান। বাঘ, বান্দৰ, সাপ আদিৰ লগত এনে ধাৰণা জড়িত। ধৰ্মৰ ধাৰণাৰ লগত নংক্ৰেম, লাহো, লাইহাওবাবা, খেৰাই, দেওধনি আদি নৃত্যৰ জন্ম। দেউৰী-চুতীয়া আৰু সোণোৱাল-কছাৰীসকলে হুঁচৰিকো ধৰ্মীয় ধাৰণাৰ অন্তৰ্গত কৰি লৈছে। তন্ত্ৰ-মন্ত্ৰ, আহুদি, যাদুকৰী আচাৰ আদি মঙ্গোলীয় ধাৰণাৰ উমৈহতীয়া বস্তু। আধিভৌতিক ধাৰণা, সপোন, শপত, মংগল, মৃতকৰ অস্তিত্ব বিশ্বাস, জীৱৰ পুনৰ আগমন, দেওলম্ভা, দেওধ্বনিৰ ভূত-ভৱিষ্যত আদি অনুষ্ঠান আজিও মঙ্গোলীয় সমাজত জীয়াই আছে। মঙ্গোলীয় সমাজত বিয়া কেৱল সামাজিক অনুষ্ঠানেই নহয়, ধৰ্মীয় ধাৰণাও জড়িত। বিয়া পৱিত্ৰ, সৃষ্টিধৰ্ম ৰক্ষাৰ প্ৰয়োজনীয় অনুষ্ঠান। সেয়েহে কৃষি আৰু বিয়াৰ লোকাচাৰসমূহত উৰ্বৰা-বিশ্বাসৰ প্ৰভূত প্ৰভাৱ অনুভূত হয়। মঙ্গোলীয় সমাজত নাৰীৰ মূল্য অধিক, যিহেতু নাৰী সৃষ্টিধৰ্মিতাৰ প্ৰতীক। নাৰী কেৱল সন্তানদাত্ৰী মাতৃয়েই নহয়, পথাৰৰ কৃষিকৰ্মৰ সহকাৰিণী। সেয়েহে গা-ধনৰ ব্যৱস্থা। দৰাই গা-ধন দিব লাগে, ধনৰ সলনি মেথন, গাহৰি, অন্যান্য সম্পদ দিয়াৰো নিয়ম। তদুপৰি সমাজক ভোজ-ভাত খুৱাই নৃত্য-গীত আয়োজন কৰাৰ সুবিধাকণো দিব লাগে। কোনো কোনো জনজাতিৰ মাজত প্ৰাক্-বিবাহ প্ৰণয় ব্যৱস্থা আছে। ভৈয়ামৰ জনজাতি আৰু অন্যান্য মঙ্গোলীয়সকলে কেতবোৰ হিন্দু ৰীতি-নীতি গ্ৰহণ কৰিলেও তাৰ মাজতে লোকবিশ্বাসসম্মত কিছুমান আচাৰ-নীতি ৰৈ গৈছে। সুৱাগুৰি, গাঁঠিয়ন, পানীতোলা, খোবাখুবী, মূৰত তেল দিয়া, মূৰত চাউল দিয়া, চকলং, বেই, কলপুলি, ক'লাবুঢ়ী আদি থলুৱা লোকবিশ্বাসৰ অনুষ্ঠান। বিয়াৰ দিনাই কন্যাক দৰাঘৰলৈ স্থায়ীভাৱে লৈ অহা নিয়মটোও মঙ্গোলীয়।

অসমৰ মানুহৰ সাধাৰণ আকৃতি-প্ৰকৃতি মঙ্গোলীয়। নাক ভোটা আৰু চুটি, গালৰ হাড় উঠঙা, চকুৰ বাদু ওলোৱা, চুলি থিয়, কলাফুল শকত, গা আটিল। আৰ্যমূলীয় বহুতো মানুহ চিৰীয়ে-চেহেৰাই তেনেই মঙ্গোলীয়। যোৱা কেইবা-হাজাৰো বছৰ ধৰি আৰু ঘাইকৈ আহোম যুগত হোৱা জাতিগত সমন্বয়ে সকলো জাতিৰ ওপৰতে আৱয়বিক আৰু মঙ্গোলীয় তেজৰ প্ৰভাৱ পেলাইছে। ইতিমধ্যে হিন্দু ধৰ্ম আৰু সংস্কৃতি গ্ৰহণ কৰি ভালেমান মঙ্গোলীয় মানুহ উচ্চবৰ্ণৰ শাৰীলৈ উন্নীত হৈছে আৰু তেওঁবিলাকে নিজক আৰ্য আৰু আৰ্যগঢ়ী বুলি ভাবিলেও



নৃতাত্ত্বিক পৰ্যবেক্ষণত মঙ্গোলীয় সঁচৰ বুলিহে ধৰা পৰে। যথাৰ্থতে অসমৰ অধিকাংশ মানুহেই মঙ্গোলীয় গঢ়ৰ। তেওঁবিলাকৰ খাদ্য-সম্ভাৰতো এই প্ৰভাৱ পৰিছে। যিসকল সমগোত্ৰীয় আৰ্যই মাছ-মাংস স্পৰ্শ নকৰে, সেইসকলৰ অসমীয়া বংশধৰে মাছ-মঙহ খোৱাটো সামাজিকভাৱেই মুক্ত। সেইদৰে বাঁহগাজ, খৰিচা, বনৰীয়া শাক-পাত, ফল-মূলো খাদ্য হৈ সোমাইছে। পিন্ধনৰ ক্ষেত্ৰতো বৈশিষ্ট্য বিদ্যমান। অসমৰ তিৰোতাই মঙ্গোলীয় তিৰোতাৰ দৰে মেখেলা, ৰিহা আৰু মূৰৰ ওৰণি বা চেলেং কাপোৰ তিনিখনকৈ কাপোৰ পিন্ধে। জনজাতীয় তিৰোতাই কঁকালত মেখেলা পিন্ধে, বুকুত মেথনি মাৰে আৰু মূৰত এখন গামোচাজাতীয় কাপোৰ বান্ধে। ৰিগু, ৰিখাওছা, ৰিজাংফাই; কাম্বং, খদাবাং, ৰিংফান; ৰিবি-গাচেং, এগে' আৰু চেকৰেক ক্ৰমে ডিমাছা, গাৰো আৰু মিছিং মানুহৰ তিনিখনীয়া কাপোৰ।

স্মিথ চাহাবে পৰ্যবেক্ষণ কৰা লক্ষণবোৰ সাধাৰণভাৱে সকলো মঙ্গোলীয়ৰ ক্ষেত্ৰতে কম-বেছি পৰিমাণে প্ৰযোজ্য। হয়তো সময়, শিক্ষা আৰু সাংস্কৃতিক প্ৰভাৱে কেতবোৰ লক্ষণ পৰিবৰ্তন কৰিছে; কিন্তু মূলতে একেই আছিল। মূৰ চিকাৰ প্ৰথা উঠি গল; নৰবলিও নাইকিয়া হ'ল। জনজাতীয় গাঁৱত মৰংঘৰ বা ডেকাচাং আছে। গাঁৱৰ নিৰাপত্তাৰ বাবে ডেকাসকল একেলগে মৰংঘৰত শোৱে। যৌবনৰ দুৱাৰদলি গৰকা ডেকাই তাৰ লগৰী বাছি লোৱাৰ অধিকাৰ পায়। মৰংঘৰৰপৰা গৈ ডেকাই মনেবছা লগৰী বিচাৰে। সেয়া অপৰাধ নহয়, সৃষ্টিধৰ্ম ৰক্ষাৰ ৰীতি মাত্ৰ। পৰ্বতত এতিয়াও ডেকাচাং জীয়াই আছে। ডেকাচাংবোৰ যথাৰ্থতে ডেকাৰ প্ৰশিক্ষণ-কেন্দ্ৰ। ভৈয়ামত বাস কৰা একাংশৰ বাহিৰে বাকী সকলোৱেই চাংঘৰ ব্যৱহাৰ কৰে। একালত আহোম স্বৰ্গদেওসকলেও চাংঘৰত বাস কৰিছিল। মৰাশ সংকাৰৰ ক্ষেত্ৰতহে ভিন্নতা পৰিলক্ষিত হয়— কোনোৱে পুতি থয়, কোনোৱে পোৰে। কিছুমান ওখ চাঙৰ ওপৰত শটো থৈ দিয়ে; গেলি-পচি মঙহবোৰ খহি পৰিলে হাড়-মূৰবোৰ মাটিৰ কলহত ভৰাই পুতি থয়। কোনোৱে মৃতকৰ চিনস্বৰূপে যথাস্থানত প্ৰস্তৰখণ্ড সংৰক্ষণ কৰে। প্ৰায় সকলোৱেই মৃতকৰ অস্তিত্ব স্বীকাৰ কৰে আৰু মৃতকৰ তুষ্টিৰ অৰ্থে খাদ্য-সম্ভাৰ উচৰ্গা কৰে। হিন্দু-পদ্ধতিৰ পিণ্ড বা শ্ৰাদ্ধ মঙ্গোলীয়সকলৰ মাজত নতুনকৈ সোমাইছে; পূৰ্বতে নাছিল। শুদ্ধিৰ অৰ্থে লোকাচাৰসম্মত অনুষ্ঠানৰ আয়োজন কৰি সমজুৱাক ভোজন কৰাইছিল। বিবাহ সম্পৰ্কে আগতে আলোচনা কৰি আহিছোঁ। সমগ্ৰ মঙ্গোলীয় সমাজতে তেজৰ সম্বন্ধ থকা লোকৰ লগত অবৈধ সম্পৰ্ক গঢ়াটো পাপ আৰু দূষণীয় বুলি গণ্য কৰিছিল; কিন্তু আনপিনে কন্যাগ্ৰহণৰ ক্ষেত্ৰত জাতিবিচাৰ নাছিল। বায়েক-ভায়েকৰ বা ককায়েক-ভনীয়েকৰ সন্তানৰ মাজত বিয়া হোৱাটো ৰীতিসম্মত। অবৈধ যৌন-সম্পৰ্কৰ পৰিণাম ভয়াৱহ আছিল; সামাজিকভাৱে মৃত্যুদণ্ড পৰ্যন্ত বিহা হৈছিল। অসমৰ সমাজত আজিও যৌতুক প্ৰথাই গা কৰিব নোৱাৰাটো মঙ্গোলীয় সমাজব্যৱস্থাৰে প্ৰভাৱ মাত্ৰ। বহুবিবাহ মঙ্গোলীয় সমাজত প্ৰচলন আছিল। অৰুণাচলৰ জনজাতিবিশেষৰ মাজত বহুস্বামিত্ব এতিয়াও বৰ্তি আছে। বিবাহ-বিচ্ছেদৰ উদাহৰণ নোহোৱা নহয়; একান্ত বাধ্য-বাধকতাৰ মাজতহে বিবাহ-বিচ্ছেদ ঘটিছিল। বিহু উৎসৱৰ ৰাতি-বিহুৰ আনুষঙ্গিক দিশত প্ৰাক্-বিবাহ যৌন মিলনৰেই ইংগিত পোৱা যায়। পৰ্বতত কোনো কোনো জনজাতিয়ে অবিবাহিত কন্যাৰ সন্তান জন্ম হ'লে আজিও ঈশ্বৰৰ দান বুলি গ্ৰহণ কৰে। একালত মানুহক সৰহীয়া মানুহৰ প্ৰয়োজন আছিল আৰু যি ব্যৱস্থাই অধিক সন্তানৰ জন্ম দিয়ে তাক উৎসাহিত কৰা হৈছিল। গতিকে যি কোনো ক্ষেত্ৰতে ডেকা-গাভৰু যৌৱনাৱস্থা পালেই বিবাহৰ অৰ্থে উৎসাহ দিয়া হৈছিল।

খামতিসকলৰ বাহিৰে সকলো মঙ্গোলীয় সমাজতে তামোল-পাণৰ ব্যৱহাৰ প্ৰচুৰ। সম্ভৱতঃ অসমীয়া সংস্কৃতিত তামোল-পাণৰ ব্যৱহাৰ ব্যাপক কৰি তোলাৰ গুৰিতে অষ্ট্ৰিকসকল। খাচীয়াৰ 'কুৱা' শব্দই অসমীয়াত 'গুৱা',— গুৱা-পাণ। বনৰীয়া সঁচ বুটলি তামোল-পাণৰ খেতি

অষ্ট্ৰিকসকলেই আৰম্ভ কৰিছিল; কিন্তু মঙ্গোলীয় মানুহৰ মাজত তামোল-পাণৰ ব্যৱহাৰ ব্যাপক হৈ পৰে। ধৰ্মীয় আৰু সামাজিক কামত তামোল পাণ একান্ত প্ৰয়োজনীয়। তামোল-পাণ যাচি কন্যা খোজে, তামোল-পাণৰ শৰাই দি ক্ষমা খোজে, দণ্ড দিয়ে, তামোল-পাণত আহুদি কৰে, থুৰিয়া তামোল দেৱতালৈ উছৰ্গা কৰে। তামোলৰ লগত মিহলাই ছালিও খায়, সেয়েহে তামোল-ছালি। তদুপৰি তামোল-পাণৰ বাৰী থকা মানুহৰ খেতিয়ক হিচাপে খ্যাতি আছিল।

মঙ্গোলীয় মানুহৰ অধিকাংশই গাখীৰ নাখাইছিল আৰু গৰুতকৈ ম'হ পুহি ভাল পাইছিল। ম'হৰ হাল, গৰুৰ হালতকৈ সুবিধাজনক বুলি বিবেচিত হৈছিল। আজিকালি গাখীৰ খাবলৈ ধৰিছে। কোনো কোনো জনজাতিয়ে গৰু-ম'হৰ মাংস খোৱাটো সাধাৰণ কথা; কিন্তু ছাগলীৰ মাংসতকৈ গাহৰিৰ মাংস অধিক জনপ্ৰিয়। আনপিনে মেথনৰ মূল্য অধিক। ভৈয়ামত বসবাস কৰা মঙ্গোলীয় লোকসকলে শঙ্কৰদেৱ প্ৰবৰ্তিত বৈষ্ণৱ ধৰ্মৰ সংস্পৰ্শলৈ অহাৰ লগে লগে গৰু-ম'হ-গাহৰিৰ মাংসৰ প্ৰতি অনীহা প্ৰকাশ কৰিবলৈ ধৰিলে। সেইদৰে গাখীৰ আৰু গাখীৰৰপৰা উৎপাদিত ঘিউ-মাখন আদিৰ ব্যৱহাৰ বাঢ়ি আহিল। দৈ-গাখীৰৰ ব্যৱহাৰ অধিক হ'ল। তথাপি পাৰ্বত্য অঞ্চলত গৰু-ম'হৰ গাখীৰ খোৱাই খোৱাটো এতিয়াও সহজ অভ্যাসলৈ পৰিণত হোৱা নাই।

গাত টেটু আঁকি লোৱা ৰীতিটো অতি পুৰণি। সৌন্দৰ্যবৰ্দ্ধন, বৈশিষ্ট্যৰক্ষা আৰু নিজৰ প্ৰজাতীয় চিনাকি-ৰক্ষাৰ ব্যৱস্থা হিচাপে গাত বেজীৰে বিন্ধাই চিত্ৰ আঁকি লৈছিল। ভৈয়ামৰ মঙ্গোলীয়সকলৰ মাজত এই পৰম্পৰা বহুদিনৰ আগতেই উঠি গ'ল যদিও একালত টেটু অঙ্কন থকাৰ কথা জনা যায়। তিৱোতা মানুহে কাঁজিলা লগাই দাঁত ক'লা কৰি লৈছিল। অকা আৰু আপাটানি তিৱোতাই সৌন্দৰ্য হানি কৰিবৰ বাবেহে মুখত টেটু আঁকি লয়। টেটুৰ আৰ্হি আৰু ধৰণ দেখিলেই তেওঁবিলাকৰ জাতিগত বৈশিষ্ট্য ধৰা পেলাব পাৰি।

মঙ্গোলীয় মানুহে সৰু সৰু গোট হৈ বসবাস কৰি ভাল পায়। একোটা গোটত সাধাৰণতে একোজন মুখিয়াল থাকে আৰু তেওঁৰ নিৰ্দেশতে সাধাৰণ ৰাইজ পৰিচালিত হয়। কোনো কোনো জনজাতিৰ এনে মুখিয়াল থাকিলেও সমাজৰ বয়সীয়া শ্ৰেণীৰ সামূহিক সিদ্ধান্তৰদ্বাৰাহে সমাজ পৰিচালিত হয়। অসীম শক্তিশালী ৰাজনৈতিক শক্তিৰ অভাৱ আছিল। আহোমসকলেই যথাৰ্থতে ক্ষমতাশালী ৰাজনৈতিক শক্তি প্ৰতিষ্ঠা কৰিলেও ইয়াৰ আগতে চুতীয়া, মৰাণ,বৰাহী-কছাৰীয়ে ৰাজ্য পাতি শাসনকাৰ্য্য চলাইছিল। তাম্ৰশাসনৰ যুগতো মঙ্গোলীয় ৰজাই শাসন কৰাৰ উদাহৰণ আছে। আহোমসকলৰ সমসাময়িক মেছবংশী বিশ্বসিংহয়ো কোচ ৰাজ্য প্ৰতিষ্ঠা কৰে আৰু নৰনাৰায়ণ-চিলাৰায়ে ৰাজ্যবিস্তাৰ কৰে। সেয়ে হ'লেও পাৰ্বত্য অঞ্চলত আজিও স্বনিয়ন্ত্ৰিত সমাজ ব্যৱস্থাৰেই অস্তিত্ব ৰক্ষা কৰি আছে। মুখিয়ালজনক 'ৰজা' বা 'গাঁওবুঢ়া' বোলে। ৰজাই নিয়ন্ত্ৰণ নকৰে বৰঞ্চ ৰজাক কেন্দ্ৰ কৰি সমাজৰ অনুশাসন চলে। জনজাতীয় গাঁওবোৰত ভিতৰুৱা সামাজিক অনুশাসন পূৰ্বৰ পদ্ধতিৰেই চলি আছে। আজিকালি নামঘৰ হৈছে; পূৰ্বতে দেওঘৰ আছিল। দেওঘৰবোৰৰ ধৰ্মীয় আৰু সামাজিক ৰীতি-নীতিয়ে সমাজৰ বান্ধোন কটকটীয়া কৰি থৈছিল।

মঙ্গোলীয় মানুহৰ লগৰীয়া দুপদ বস্তু— এখন দা আৰু এটা মোনা। জনজাতি অনুযায়ী দাখনৰ আকাৰ-প্ৰকাৰ সুকীয়া। মেচি দা, কপি দা, মিট্ দা তিনিওবিধ ব্যৱহাৰ হয় যদিও প্ৰত্যেক জনজাতিয়ে একে আকাৰ-প্ৰকাৰৰ দা ব্যৱহাৰ নকৰে। দা আৰু অন্যান্য প্ৰয়োজনীয় সা-সঁজুলি নিজৰ কমাৰে তৈয়াৰ কৰে। এই কমাৰৰ ভাটী প্ৰায় আটাইবোৰ একে ধৰণৰ। একালত লো-মাটিৰপৰা লো তৈয়াৰ কৰি সেই লো পগাই দা-কটাৰী তৈয়াৰ কৰিছিল। পিছলৈ বন্দুক-বৰতোপ আদিও তৈয়াৰ কৰিছিল। কোনো কোনো জনজাতিয়ে দাৰ লগতে যাঠি, বৰছা আদিও



ব্যৱহাৰ কৰিছিল।

মঙ্গোলীয় মানুহৰ মাজত অতি পুৰণি কালৰেপৰা সৰল অথচ কাৰ্যকৰী তাঁতশালৰ ব্যৱহাৰ আছিল। তাঁতশাল দুবিধ— মাটিৰ শাল আৰু কঁকালত বান্ধি বোৱা শাল। গছৰ আঁহৰপৰা তৈয়াৰী সূতাৰ উপৰিও, কপাহী, পাট, মুগা আৰু এৰীসূতাৰ কাপোৰ বোৱাত মঙ্গোলীয় শিপিনী অতি পাকৈত। জ্যামিতিক আৰ্হিৰ ফুল বাছি কাপোৰ ধুনীয়া কৰা কৌশলৰ ক্ষেত্ৰত পাছ পেলাব পৰা টান। থলুৱা গছ-লতা আৰু তাৰ শিপাৰপৰা ৰং তৈয়াৰ কৰি, সেই ৰঙেৰে সূতা আৰু আঁচু বোলাই, ৰঙৰ সামঞ্জস্য ৰাখি ফুল বাছি কাপোৰ-বোৱা বিদ্যাত মঙ্গোলীয় তিৰোতা অতি পাকৈত। মিছিং, কাৰ্বি, বড়ো, খামতি, ফাকিয়াল তিৰোতাৰ হাতৰ পৰশত সঁচাকৈয়ে সপোন দিঠকলৈ ৰূপান্তৰিত হয়। জনজাতি অনুযায়ী একো একোটা নিৰ্দিষ্ট ৰঙৰ প্ৰতি আকৰ্ষণ লক্ষ্য কৰা যায়। তাঁতশাল একোখনৰ আটাইবোৰ সঁজুলি বাঁহেৰে তৈয়াৰী। অৱশ্যে ব্যৱহাৰৰ ধৰণত পাৰ্থক্য লক্ষ্য কৰিবলগীয়া। মুগা, এৰী এই দুয়োবিধ পলু পুহি, তাৰ সূতা কাটি কাপোৰ বোৱাত আহোম, কছাৰী আৰু চুতীয়া মানুহ অভ্যস্ত। মুগা-সংক্ৰান্ত মন্ত্ৰ এটাৰপৰা কছাৰীসকলেই মুগা ঘৰচীয়া কৰিছিল যেন অনুমান হয়। আনপিনে কাৰ্বিসকলৰ মাজত অতি জনপ্ৰিয়ভাৱে এৰী-পলু পোহালৈ চাই ই অধিক পুৰণি যেন লাগে। পিছলৈ এৰী-মুগা পোহাটো অন্যান্য জাতিগোষ্ঠীৰ মাজতো বিয়পি পৰে। আহোম ৰজাই মুগা পুহিবলৈ খেল পাতি মানুহ নিবন্ধন কৰি দিছিল। গাত তাকৰীয়া কাপোৰ পিন্ধিলেও জাৰ-কাপোৰ হিচাপে এৰী বা এৰীয়া কাপোৰ এখন যোগাৰ কৰি লোৱাটো পৰ্বতীয়া জনজাতিয়েও অৱশ্য কৰ্তব্য বুলি ভাবিছিল। অসমৰ মঙ্গোলীয় মানুহে বোৱা কাপোৰ ভূটীয়া বেপাৰীৰ যোগে গৈ তিব্বত আৰু চীন দেশ পাইছিলগৈ।

পৰ্বতীয়া মঙ্গোলীয় মানুহে গঁড়, পহু বা ম'হৰ ছালেৰে ঢাল তৈয়াৰ কৰিছিল। ভৈয়ামতো এনে ঢাল ব্যৱহৃত হৈছিল। তদুপৰি আহোম সৈনাই বাবু আৰু গাতি আত্মৰক্ষাৰ অৰ্থে প্ৰয়োগ কৰিছিল। কোনো কোনো ক্ষেত্ৰত কাঠৰ পাটো ব্যৱহাৰ কৰিছিল। তেনে ঢাল নগাপৰ্বত, অৰুণাচল আৰু খামতিসকলৰ মাজত সংৰক্ষিত অৱস্থাত এতিয়াও দেখা যায়।

সকলো মঙ্গোলীয় মানুহেই একালত চাংঘৰত বাস কৰিছিল। ইয়াৰ দুটা কাৰণ— (১) নিৰাপত্তা, (২) স্বাস্থ্যজনিত কাৰণ। বনৰীয়া জীৱ-জন্তুৱে যাতে ৰাতি-বিয়লি হঠাতে আক্ৰমণ কৰিব নোৱাৰে, নতুবা শত্ৰুৱে অপঘাত কৰিব নোৱাৰে, সেইবাবে চাংঘৰত বাস কৰে। আগৰ দিনত ঘৰৰ জখলাডাল ৰাতি তুলি থৈছিল যাতে শত্ৰু উঠি আহিব নোৱাৰে। আনপিনে মঙ্গোলীয় মানুহৰ প্ৰিয় পোহনীয়া জীৱ-জন্তু হ'ল কুকুৰা-গাহৰি। কুকুৰা-গাহৰিয়ে লেতেৰা কৰিব নোৱাৰাকৈ চাংঘৰত বাস কৰি মাটিত সিহঁতক থাকিবলৈ দিয়ে। অধিকাংশ মঙ্গোলীয় মানুহেই পৰ্বতত বাস কৰে। একালত ওখ আৰু আছুতীয়া পৰ্বতৰ টিং বসবাসৰ অৰ্থে বাছি লৈছিল। অতি থেপাথেপিকৈ একে থুপতে বাস কৰিছিল। যেতিয়া নিজা ফৈদবিলাকৰ ভিতৰতে ভিতৰুৱা কাজিয়া-পেচাল, কটা-মৰা হৈ আছিল, সেই সময়ত একে ঠাইতে থুপ খাই থকাটো প্ৰয়োজনীয় আছিল। গতিকে নিৰাপত্তাৰ খাতিৰত পৰ্বতৰ টিং বাছি লৈছিল। ভৈয়ামৰ মঙ্গোলীয় মানুহৰ গাঁওবোৰতো থেপাথেপিকৈ ঘৰ-সজাৰ লক্ষণ বৰ্তমান। আনপিনে আঙ্গামীসকলৰ বাহিৰে বাকী সকলো পৰ্বতীয়া জনজাতিয়েই প্ৰাথমিক স্তৰৰ ঝুমখেতি কৰিছিল। ঝুমখেতিৰ পথাৰ দুবছৰ-তিনিবছৰৰ মূৰে মূৰে সলনি কৰিছিল। হাবি কাটি, জুই লগাই পথাৰ উলিয়াই তাতে আহুধান, কণিধান, আদা, কচু, জলকীয়া, কপাহ আদিৰ খেতি কৰিছিল। তদুপৰি বছৰটোৰ আহাৰ যোগাবলৈ চিকাৰ আৰু বনৰীয়া ফল-মূলৰ ওপৰত নিৰ্ভৰ কৰিছিল। দা, কুঠাৰ আৰু কোৰেই আছিল একমাত্ৰ খেতিৰ সঁজুলি। কোনো কোনো জনজাতিয়ে থকা ঘৰৰপৰা অনতিদূৰত একেথুপতে ভঁৰালঘৰ সাজি তাত শস্য সংৰক্ষণ কৰে। ঘৰ কাঠ-বাঁহেৰে সাজি টকৌপাত বা

জেঙুগছৰ পাতেৰে চায়। ভৈয়ামত অৰণ্যে উলু-বিৰিণা, বৰঙা খেৰৰ ব্যৱহাৰ হয়।

স্মিথে উল্লেখ কৰা ওপৰৰ লক্ষণবিলাকৰ উপৰিও আৰু ভালেমানকেইটা উমৈহতীয়া লক্ষণ দেখা যায়। দেওশাল বা দেওঘৰৰ পূজাত, ঘাইকৈ শক্তিপূজা নতুবা থলুৱা লোকবিশ্বাস দেৱ-দেৱীৰ পূজাৰ জীৱ-জন্তু বলি দি তাৰ তেজ উছৰ্গা কৰিছিল। এই ক্ষেত্ৰত সমুদায় ধৰ্মীয় ধাৰণাকে ৰক্ত-সংস্কৃতি আখ্যা দিব পাৰি। মঙ্গোলীয় মানুহে নিজে ঘৰতে তৈয়াৰ কৰা লাওপানী খাদ্য হিচাপে খোৱাৰ উপৰিও ধৰ্মীয় আৰু সামাজিক অনুষ্ঠানত মুকলিকৈ ব্যৱহাৰ কৰে। লাহি চাউলৰ ভাত সিজাই, সেই ভাতৰ লগত ঔষধ সানি কলহত ভৰাই থয়। পিছত সেই ভাতত মাদক গুণ নিহিত হৈ মদলৈ ৰূপান্তৰিত হয়। এনে মদ বা লাওপানীত খাদ্য-প্ৰাণ প্ৰচুৰ পৰিমাণে পোৱা যায়। একালত মঙ্গোলীয় মানুহে পুৰা-গধূলি নিয়মীয়াকৈ খাদ্য হিচাপে ব্যৱহাৰ কৰিছিল। মিছিং মানুহে ধানৰ মুঠি পুৰি তাৰ ছাইত ঔষধ সানি, পানী মিহলাই মদ তৈয়াৰ কৰে। কোনোৱে পকাকঁঠাল, পকা ভীমকল আদিত ঔষধ মিহলাই অতি সুৱদি মিঠা অথচ পাতল নিচাযুক্ত উৎকৃষ্ট মদো তৈয়াৰ কৰিব জানিছিল। বিয়া-সবাহত লাওপানীৰে অভ্যৰ্থনা জনোৱা হৈছিল। ধানদোৱা, ঘৰ-সজা, হাল-বোৱা আদি কামলৈ নিমন্ত্ৰণ জনোৱা ৰাইজক হাঁহ-কুকুৰা মাৰি মদ-ভাত খুওৱাটো নিয়ম। পৰ্বত-ভৈয়াম উভয়তে মঙ্গোলীয় সমাজত মদ সামাজিক সম্ভ্ৰমৰ চিনস্বৰূপেহে ব্যৱহাৰ কৰা হয়।

পূৰ্বতে উল্লেখ কৰা হৈছে যে মঙ্গোলীয় মানুহৰ আহাৰ-ৰীতিত তথাকথিত নিষেধাজ্ঞা নাই। সম্প্ৰদায় বা জনজাতিবিশেষে কোনো কোনো জীৱ-জন্তু ভক্ষণ নকৰিব পাৰে; কিন্তু সামগ্ৰিক দৃষ্টিৰে চালে তেওঁবিলাকে জন্তু, চৰাই, মাছ, আনকি কেতবোৰ কীট-পতংগও খাদ্য হিচাপে ব্যৱহাৰ কৰে। নৈষ্ঠিক হিন্দু আদৰ্শত কুকুৰা-গাহৰি আদি অস্পৃশ্য-অখাদ্য। সাধাৰণ মঙ্গোলীয় মানুহৰ বিচাৰত এইবোৰ অস্পৃশ্য নহয়। গাহৰি মাৰি ভোজ দিব পৰাটো অৱস্থাপন্ন মানুহৰ চিন। মেথনৰ মাংসও অতি প্ৰিয়। সকলো ধৰ্মীয় আৰু সামাজিক অনুষ্ঠানতে কুকুৰা-গাহৰিৰ ব্যৱহাৰ মঙ্গোলীয় জনসমষ্টিৰ বৈশিষ্ট্য। কুকুৰা কাটি শপত খায় আৰু মঙল চায়।

পৃথিৱী আৰু নাৰী উৰ্বৰা-শক্তিৰ উৎস আৰু মঙ্গোলীয় সমাজত সমানে গুৰুত্ব আৰোপ কৰা হয়। মানুহৰ সংখ্যা বৃদ্ধি কৰে নাৰীয়ে; শস্যৰ উৎপাদন বৃদ্ধি কৰে পৃথিৱীয়ে। পৃথিৱীত গিৰিপনি মাৰি, যৌন ধৰ্মী নাচ নাচি শস্য সৃষ্টিৰ প্ৰেৰণাৰে জাগৃত কৰা হয়। সেয়েহে সকলো কৃষি উৎসৱ উৰ্বৰা-বিশ্বাসধৰ্মী। নাৰীৰ হাতৰ পৰশত লখিমী লহপহকৈ বাঢ়ি আহে। সেয়েহে মঙ্গোলীয় মানুহে নাৰীক পথাৰলৈ নিমন্ত্ৰণ জনায়। শস্যৰ গুটি সিঁচে পুৰুষে, বন নিৰায় নাৰীয়ে, শস্য চপায়, ধান দায় জীয়ৰী-বোৱাৰীয়ে। সৃষ্টি ৰক্ষাৰ নিমিত্তে, বংশ বৃদ্ধিৰ কাৰণে নাৰী একান্ত প্ৰয়োজনীয় বাবেই পুৰুষে গা-ধন দি তিৰোতা বিয়া কৰায়। সমগ্ৰ মঙ্গোলীয় সমাজতে একালত ধনেৰে বা বস্তুৰে গা-ধন দিয়াৰ নিয়ম আছিল। গা-ধন হিচাপে লাভ কৰা মেথন, গাহৰি আদি কাটি ৰাইজে ভোজ খাইছিল। মঙ্গোলীয় সমাজ-ব্যৱস্থাত কন্যা-সন্তান অধিক আদৰণীয়।

অসমত পানী খেতিৰ প্ৰচলন অষ্ট্ৰিক সংস্কৃতিৰেই অৱদান যদিও ই একান্তই প্ৰাথমিক স্তৰৰ আছিল। অসমত শালিখেতিৰ বাহুল্য সৃষ্টি কৰে আহোমসকলে। পথাৰ পাতি, আলি দি, পানী নিয়ন্ত্ৰণ কৰি শালিখেতি কৰাত টাই মানুহৰ খ্যাতি আছিল। অন্যান্যসকলে শালিখেতিৰ বোকাত নমাতকৈ খৰালি মাটি চহাই আহু আৰু বাও সিঁচিবলৈ ভাল পাইছিল। দ, বানপানীৰ সম্ভাৱনা থকা অঞ্চলৰ মানুহে বাওধানৰ খেতিহে পছন্দ কৰিছিল; কিন্তু মঙ্গোলীয় জন-সমষ্টিৰ সকলো পাৰ্বত্য জনজাতিয়েই ঝুমখেতি কৰিছিল। ঝুমখেতিৰ পৰিণতিস্বৰূপে ঠাই সলাই মানুহে সঘনাই প্ৰব্ৰজন কৰিছিল।

সমগ্ৰ মঙ্গোলীয় মানুহৰ মাজত মাছ-মাংস জনপ্ৰিয় আছিল আৰু ইয়াক সংৰক্ষণ কৰাৰ



ব্যৱস্থা আছিল। মাছ-মঙহ জুইৰ তাপত আৰু টান ৰ'দত শুকুৱাই আটকৰ দিনলৈ সাঁচি থৈছিল। মাছ খুন্দি, ঔষধি মিহলাই শুকটী তৈয়াৰ কৰে। বাঁহৰ চুঙাত ভৰাই এনে মাছ ভালেমান দিনলৈ সাঁচি থয়। পহু, গাহৰি আদিৰ মঙহো জুইৰ তাপত শুকুৱাই মিতিৰ-কুটুমৰ ঘৰলৈকো পঠিয়ায়। হিন্দু ধৰ্মৰ প্ৰভাৱ পৰাৰ লগে লগে কিছুমান মানুহৰ মাজত শুকান মাছ-মঙহৰ ব্যৱহাৰ নিষিদ্ধ কৰা হয়; কিন্তু তেওঁবিলাকে যুক্তি দিয়ে যে মাছ বা মঙহ খাদ্যৰূপে গ্ৰহণ কৰাৰ পিছত শুকান আৰু কেঁচাৰ কি জাতিভেদ আছে? সি যি কি নহওক মঙ্গোলীয় সমাজত মাছ-মঙহ শুকুৱাই সংৰক্ষণ আৰু ভক্ষণ কৰাটো পৰম্পৰাগতভাৱে চলি আহিছে।

মঙ্গোলীয় মানুহ হিন্দু ধৰ্মলৈ দীক্ষিত হ'লেও তেওঁবিলাকৰ মাজত পুৰণি কৈৰাতজ ধৰ্মৰ প্ৰভাৱ অতি স্পষ্ট। নামঘৰ সাজি, নাম-কীৰ্তন কৰি, বৈষ্ণৱ হ'লেও অতি প্ৰাচীন কালৰেপৰা মানি অহা কেতবোৰ ৰীতি-নীতি এতিয়াও এৰিব পৰা নাই। বুঢ়াগোসাঁই বা সদাশিৱ আৰু বুঢ়ীগোসাঁনী বা আইক এতিয়াও অৱমাননা নকৰে। তদুপৰি ' একদেৱ একসেৱ' বুলি বৈষ্ণৱ হ'লেও উৰ্বৰাবিশ্বাস আৰু কৃষিধৰ্মী ৰীতি-নীতি, উৎসৱ-পাৰ্বণসমূহ বিভিন্ন দেৱ-দেৱীৰ পূজা-সেৱাৰ মাজেদি জীয়াই ৰাখিছে। একালত ঋতুমতী নাৰীৰ ঋতুৰক্ষা কৰি যথাসম্ভৱ সৰহীয়াকৈ সন্তান জন্ম দিব পৰাটো ধৰ্মীয় কৰ্তব্য বুলি ভাবিছিল। ব্ৰত, উপাসনা, ব্ৰহ্মচৰ্য আদি কঠিন ব্যৱস্থা মঙ্গোলীয় সমাজত অচল। খাদ্য বিষয়ত নিষেধাজ্ঞা নাই । উৎসৱ, অশৌচ, মৃত্যু আদিৰ সময়ত গাঁৱত নিষেধাজ্ঞা অৰ্থাৎ 'গেনা' থাকে; তেতিয়া বাহিৰা মানুহৰ প্ৰবেশ নিষেধ আৰু গাঁৱৰ মানুহো বাজলৈ নোলায় আৰু খেতি-খোলা, পথাৰ-সমাৰৰ কাম বন্ধ থাকে। ভৈয়ামতো এনে ৰীতি প্ৰচলিত আছিল। আহাৰৰ যাঁঠ অৰ্থাৎ অম্বুবাচীৰ সময়ত চাৰিদিন কোৰ-কটাৰীমৰা, হালবোৱা বন্ধ থাকে। এই সময়ত পৃথিৱী ৰজঃস্বলা হৈ শাওণ-ভাদত গৰ্ভৱতী হয় বুলি বিশ্বাস কৰে। বহুতে উক্ত চাৰিদিনত গাহৰি মাৰি মদ-ভাত খোৱাটো উৎপাদিকা শক্তিৰ সহায়ক বুলি ভাবিছিল। বিয়া-বাৰু আৰু অন্যান্য সামাজিক অনুষ্ঠানত পালন কৰা কিছুমান সৰু-সুৰা অথচ তাৎপৰ্যপূৰ্ণ আচাৰ-ৰীতিৰ মাজেদি মঙ্গোলীয় বৈশিষ্ট্য ফুটি ওলায়। নোৱাই-তোলনী বিয়াত বিশেষ গুৰুত্ব আৰোপ কৰা হয় আৰু জীয়ৰী পলাই গৈ বিয়া পতাটো অনিয়ম বুলি গণ্য কৰা নহয়। আনপিনে ৰীতি-নীতিপূৰ্ণ বিয়া এখন ব্যয়বহুল আৰু অনেক জটিল। সাধাৰণ ধৰ্মীয় জীৱনত অনেক উপদেৱতা আৰু অপদেৱতাৰ অস্তিত্ব স্বীকাৰ কৰে আৰু সেইদৰেই স্থানীয় ৰীতি-নীতিৰে পূজা-সেৱা কৰা হয়।

মঙ্গোলীয় জনসমষ্টিৰ সৰাতোকৈ ডাঙৰ বৈশিষ্ট্য হ'ল সামূহিক জীৱন পদ্ধতি। তেওঁবিলাকে ডাঙৰ ঘৰ আৰু যৌথ পৰিয়াল ভাল পায়। একেঘৰতে কেইবা-পুৰুষৰো মানুহ বাস কৰে। একোখন গাঁৱৰ মানুহে মাৰ বান্ধি বাস কৰে। বিপদ-আপদ, ৰং-আনন্দ সকলোতে একগোট হৈ থিয় দিয়ে। শত্ৰুৰ হাতত গাঁৱৰ এজন মানুহৰ হানি হ'লে প্ৰত্যেক পৰিয়ালৰ হানি হিচাপে গণ্য কৰা হয়। বিয়া, মৃতকৰ শ্ৰাদ্ধ আদিত গাঁৱৰ সকলো মানুহেই সাধ্য অনুসৰি সহায় কৰে। ঘৰ-সজা, ৰভা-পৰলা দিয়া, পথাৰত হাল বাই দিয়া, ধান দাই-চপাই দিয়া আদি গাৰ্হস্থ্য কামলৈ 'হাউৰি' বা ৰাইজ মাতে। ৰাইজে ৰংমনে সহায় কৰি দিয়ে। বিনিময়ত এটা জলপান বা এসাজ ভাত খুৱায়। সেইদৰে মাছ-মৰা, পহু চিকাৰ কৰা আদি কামতো সমূহীয়া আদৰ্শ বিদ্যমান। বহুতো ঠাইত সমূহীয়াকৈ মাছ-পহু মাৰি সমানে ভগাই লোৱা ৰীতি এতিয়াও জীয়াই আছে।

মঙ্গোলীয় মানুহৰ চাৰিত্ৰিক বৈশিষ্ট্য হ'ল মান-মৰ্যাদাৰ প্ৰশ্নত অনমনীয়তা। সততে আনৰ ওচৰত মূৰ নোদোঁৱায়। জধে-মধে কথা নিদিয়ে আৰু দিয়া কথা প্ৰাণ গ'লেও পৰিহাৰ নকৰে। নিজৰ মতত অলৰ-অচৰ। একালত এনে অনমনীয়তাৰ পৰিণতিস্বৰূপেই পুৰুষানুক্ৰমে প্ৰতিহিংসা পূৰণৰ ৰীতি গঢ় লৈ উঠিছিল। আৰ্থিক দিশত যিমানেই কি নিশকতীয়া নহওক , মান-মৰ্যাদাৰ

প্ৰশ্নত সকলো সমান। অন্য ব্যক্তি বা জাতিৰ হাতত লাঞ্ছিত হ'বলৈ কেতিয়াও এৰি নিদিয়ে। এই ক্ষেত্ৰত এই কথাও উল্লেখ কৰিব পাৰি যে তেওঁবিলাক নিজা জাতিগত অস্তিত্ব ৰক্ষাৰ অৰ্থে সততে সতৰ্ক। ধৰ্মীয় প্ৰভাৱ বা আধুনিকতাই স্পৰ্শ কৰিলেও কেতবোৰ বৈশিষ্ট্য ৰক্ষাৰ যত্ন কৰি আহিছে।

মঙ্গোলীয় মানুহ স্বভাৱত সৰল, জীৱন-যাপন পদ্ধতিতো সৰল। নিজৰ দৰেই আনকো সৰল বুলি গণ্য কৰে; কিন্তু এবাৰ আঘাত পালেই জাঙুল খাই উঠে। অথিতি-শুশ্ৰূষা, সহজে বিশ্বাস-স্থাপন আদি অন্য গুণ। আনপিনে সংঘৰ্ষকামিতা অৰ্থাৎ 'যুঁজৰ কুকুৰা যুঁজত মৰে' এই নীতিও মানি চলে। একালত বিশাল সংস্কৃতিসম্পন্ন অষ্ট্ৰিকসকল এই মঙ্গোলীয়সকলৰ যুদ্ধকামিতাৰ ফলতেই আঁতৰি যাবলৈ বাধ্য হ'ল। সৰলতা আৰু বিশ্বাসবাদিতাৰ ফলত পোনতে আনক চপাই লয়; কিন্তু নিজৰ ভুল উপলব্ধি কৰি মৰি-মুজি আত্মপ্ৰতিষ্ঠাৰ অৰ্থে সংগ্ৰাম কৰাৰ উদাহৰণো আছে। আজি সমগ্ৰ অসমীয়া জাতি-সত্তাৰ মাজত এই গুণটো নিহিত হৈ পৰিছে।

আৰ্য্যসকলৰ মাজত জাতি-বৰ্ণৰ ভেদাভেদ আৰু জাত্যাভিমান যিমান প্ৰকট, মঙ্গোলীয়সকলৰ মাজত তেনে জাতি-চেতনা দেখা নাযায়। অস্পৃশ্যতা আৰু জাতি-বৈষম্য বিশ্বাস নকৰে। সমগ্ৰ বিশ্বৰে মঙ্গোলীয় জনসমষ্টিৰ ক্ষেত্ৰ তে এই কথা খাটে। ৰাজনৈতিক পাৰ্থক্য কিম্বা প্ৰতিদ্বন্দ্বিতাৰ অন্ত পৰিলেই যি কোনো ফৈদৰ মঙ্গোলীয় মানুহ সহজে মিলি যাবলৈ আৰম্ভ কৰে। আহোমসকলে অসমত মৰাণ, বৰাহী, কছাৰী, চুতীয়া ৰাজ্য জয় কৰিছিল অথচ তেওঁবিলাকৰেই কন্যা বিয়া কৰাই, সতি-সন্ততি জাতত তুলি লৈছিল। চুতীয়াসকল শাসক আছিল; কিন্তু কালক্ৰমত সমন্বয় সাধিত হৈ হিন্দু-চুতীয়া, মিৰি-চুতীয়া, আহোম-চুতীয়া, দেউৰী-চুতীয়া, বৰাহী-চুতীয়া, বুৰুক-চুতীয়া আদি ভাগত ভাগ হৈছিল। টিৱা বা লালুং, কোচ, কছাৰীসকলো নানান প্ৰকাৰে সান-মিহলি হোৱাৰ আৰু ৰক্ত-সংমিশ্ৰণৰ ফলত নতুন নাম লাভ কৰাৰ উদাহৰণ আছে। পানীকোচ, মদাহী, সৰু কোচ, শৰণীয়া আদি মন কৰিবলগীয়া। ফৈদ বা গোষ্ঠীগত সংঘৰ্ষৰ অন্ত পৰিলেই সমন্বয়ৰ বাট মুকলি হয়। পাৰ্বত্য জনজাতিসমূহৰ ভিতৰতো তেনে উদাহৰণ আছে। নগাৰাজ্যত এনে সংমিশ্ৰণৰ পৰিণতিস্বৰূপে নতুন জনজাতিৰ উদ্ভৱ হৈছে। আনকি একালত ধৰি আনি দাস হিচাপে ৰখা মানুহো সময়ত সমাজভুক্ত হৈ, বিয়া-বাৰু কৰাই জনজাতিৰ মাজত জীণ গৈছে। জাতিগত উচ্চাম্বিকাতকৈ তেওঁবিলাক শক্তিমূলক প্ৰতিযোগিতাতহে অধিক মনোযোগী যেন লাগে। আহাৰ-বিহাৰ, পিন্ধন-উৰণ আৰু কৈৰাতজ ধৰ্মৰ প্ৰভাৱেই ইয়াৰ কাৰণ। ইংৰাজ-শাসনৰ সুবিধা লৈ কেতবোৰ পুৰোহিত শ্ৰেণীৰ মানুহে জাতিগতভাৱে নিষ্পেষণ চলালেও বৰ্তমান সময়ত এই মঙ্গোলীয় জাতিসমূহ আত্মপ্ৰতিষ্ঠাৰ প্ৰতি সচেতন হৈ উঠিছে আৰু আজিও মঙ্গোলীয় মানুহৰ মাজত জাতিগত উচ্চাম্বিকা নাই আৰু বিভিন্ন সমষ্টিৰ ভিতৰত সামাজিক ব্যৱধান দৃষ্টিকটু হৈ ধৰা নিদিয়ে।

অসমৰ উৎসৱ-পাৰ্বণসমূহতো মঙ্গোলীয় সংস্কৃতিৰ প্ৰভাৱ স্পষ্ট। দুৰ্গাপূজাৰ সময়ত যিবোৰ অনুষ্ঠান দেখা যায় তাত অষ্ট্ৰ-মঙ্গোলীয় সংস্কৃতিৰ উপাদান বহুতো লক্ষ্য কৰা হয়। ম'হ-ছাগলী বলি দিয়া, হাঁহ-পাৰ বলি দিয়া, দেওধনি উঠি বলি লোৱা আদি লোকাচাৰ আজিও চলি আছে। সেইদৰে জন্মাষ্টমীৰ সময়ত মৰাণসকলৰ মাজত অনুষ্ঠিত গোটাচেৰেক লোকাচাৰে মঙ্গোলীয় বৈশিষ্ট্যৰেই সূচনা কৰে। বিহু উৎসৱৰ আনুষ্ঠানিক লোকাচাৰসমূহ বিশ্লেষণ কৰিলে তাৰ মাজতো অষ্ট্ৰ-মঙ্গোলীয় উপাদানৰ পৰিমাণেই অধিক পোৱা যাব। সমগ্ৰ উত্তৰ-পূব ভাৰততে মঙ্গোলীয়সকলৰ কৃষিমুখী সংস্কৃতিৰ লগত উৎসৱসমূহ জড়িত হৈ আছে। যি কোনো উৎসৱতে নাচ-গান, ভোজ-ভাত আৰু সমূহীয়া আনন্দৰ আয়োজন মন কৰিবলগীয়া। ঝুম কাটি 'আৰাম' পাতিবলৈ আড়ম্বৰপূৰ্ণ উৎসৱৰ আয়োজন কৰাৰ উপৰিও বসন্তকালতো ৰং-আনন্দৰ উৎসৱ



পতা হয়। 'লকু', 'মোৰাংচু' আদি এনে উৎসৱ। হিন্দু আদৰ্শত মৃতকৰ শ্ৰাদ্ধ ব্ৰাহ্মণ-পুৰোহিতৰ হতুৱাই কৰোৱা হয়; কিন্তু মঙ্গোলীয় আদৰ্শত মৃতকলৈ উচৰ্গা কৰি ভকতক তথা ৰাইজক খুওৱা হয়। অসমীয়া সমাজত সেই ৰীতি আজিও প্ৰচলিত। ন-খোৱা, লখিমী-সবাহ, পানীতোলা-সবাহ, বাইথু বা বাথৌ-পূজা আদি ব্যক্তিগতভাৱে কৰাতকৈ দেওঘৰ, নামঘৰ আদিত সমূহীয়াকৈ কৰি ভাল পায়। প্ৰায়বোৰ গাঁৱতে বছৰেকত এবাৰ সমূহীয়াকৈ সবাহ পাতি ভোজ-খোৱা প্ৰথা দেখা যায়। খেৰাই, দেওধনি, লাইহাওৰাবা আদি নৃত্যত ধৰ্মীয় ধাৰণা জড়িত থাকিলেও বিহু, পনুং আদি নাচত ধৰ্মৰ গোন্ধ নাই। জনজাতীয় তিৰোতাৰ নাচৰ গতি মন্থৰ, মৃদু; কিন্তু পুৰুষৰ নাচত পৌৰুষ অভিব্যক্তিৰ বিকাশ ঘটা দেখিবলৈ পোৱা যায়। নগানৃত্য আৰু বিহুনৃত্যত ইয়াৰ লক্ষণ স্পষ্ট। নগাৰ যুদ্ধ-নৃত্যতো সাহস, শক্তি আৰু আক্ৰমণৰ দুৰ্বাৰ গতিৰ উদ্দাম শক্তি পৰিস্ফুট হৈ উঠে।

অসমীয়া সংস্কৃতিলৈ মঙ্গোলীয়সকলৰ অৱদান প্ৰচুৰ। তেওঁবিলাকে লগত অনা জাতিগত উপাদানৰ উপৰিও অসমৰ সংস্কৃতিক আৰ্যীকৰণ আৰু ভাৰতীয়কৰণ কৰাৰ পথতো সহায়তা কৰিছিল। বৰাহী ৰজা মহামাণিফাই মাধৱ কন্দলিক ৰামায়ণ অনুবাদ কৰিবলৈ আদেশ দিছিল। আনপিনে নৰনাৰায়ণে শঙ্কৰদেৱক 'বলধি-যুৱাই' আনি শাস্ত্ৰ-ভাগৱত দি সাহিত্য ৰচনাত অনুপ্ৰেৰণা যোগাইছিল। আহোমসকলে তেওঁবিলাকৰ শাসনপদ্ধতিৰে সাতৰাজ মাৰি একৰাজ কৰাই নহয়, সাতভাই গোটাই এঘৰ কৰি অসমীয়া সত্তাৰ জন্ম দিছিল। ভাষা, সাহিত্য, স্থাপত্য-ভাস্কৰ্য, চিত্ৰকলা সকলোলৈকে বৰঙণি দিছিল। এই সময়তেই অসমীয়া মাত-কথা হিমালয়ৰপৰা ব্ৰহ্মদেশলৈ বিয়পি পৰিছিল। তিব্বততো অসমীয়া মাত-কথাৰে বেহা-বেপাৰ চলিছিল। চুতীয়াসকলে আগতেই হিন্দুত্ব গ্ৰহণ কৰিছিল আৰু মঠ-মন্দিৰ নিৰ্মাণ কৰিছিল। তাম্ৰশাসনৰ যুগৰ মঙ্গোলীয় শাসকসকলৰ অৱদানৰ বিষয়টো এতিয়াও গৱেষণাৰ গৰ্ভত। আহোমসকলৰ এক বিশিষ্ট অৱদান বুৰঞ্জী সাহিত্য— ভাৰতৰ ভিতৰতে বিৰল। অসমৰ তাঁতশাল, অসমৰ বাদ্য, ঘৰুৱা জীৱনত ব্যৱহাৰ হোৱা সা-সঁজুলি, ৰিহা-মেখেলা, বেজালি, খেতি-খোলা সকলোলৈকে মঙ্গোলীয় অৱদানৰ অন্ত নাই। অসমীয়া সংস্কৃতিৰ ভাৰতীয়মুখী ৰূপটোৰ ছত্ৰে ছত্ৰে মঙ্গোলীয় উপাদান প্ৰত্যক্ষ বা প্ৰচ্ছন্ন ৰূপত নিহিত হৈ আছে।

## মিচিং সংস্কৃতি

অসমৰ ভৈয়ামত বাস কৰা জনজাতিৰ ভিতৰত মিচিংসকল অন্যতম। ব্ৰহ্মপুত্ৰ উপত্যকাৰ ডিব্ৰুগড়, শিৱসাগৰ, যোৰহাট, লক্ষীমপুৰ, দৰং, সোৱনশিৰী জিলাৰ উপৰিও অৰুণাচলৰ অঞ্চল বিশেষত মিচিং মানুহে বসবাস কৰি আহিছে। মাটি কালিৰ অনুপাতে লোকসংখ্যা অৱশ্যে সিমান ঘন নহয় আৰু এই জিলা কেইখনৰ সকলো ঠাইতে তেওঁবিলাকৰ বাসস্থান নাই। কেৱল ব্ৰহ্মপুত্ৰৰ উপত্যকা অঞ্চলত, ঘাইকৈ নৈৰ পাৰে পাৰে তেওঁবিলাকে বসবাস কৰে। খেতিয়েই তেওঁবিলাকৰ প্ৰধান জীৱিকা।

মিচিংসকল যে একালত অসমৰ উত্তৰে থকা পৰ্বতসমূহৰ পৰা প্ৰব্ৰজন কৰি আহিছিল সেইটো ঠিক। কিন্তু তেওঁবিলাকৰ প্ৰব্ৰজনৰ দিশ আৰু সময় খাটাংকৈ কোৱা টান। পঞ্চদশ শতিকাত শংকৰদেৱে তেওঁৰ সাহিত্যত মিৰি (মিচিং) সকলৰ কথা উল্লেখ কৰিছে আৰু শংকৰদেৱৰ পৰৱৰ্তী শতিকাতে পৰমানন্দ নামেৰে এজন আতৈ মিচিংসকলৰ মাজৰপৰা মনোনীত কৰি লোৱাৰ কথা জনা যায়। গতিকে পঞ্চদশ শতিকাৰ আগতেই মিচিংসকলে ব্ৰহ্মপুত্ৰ উপত্যকাত

স্থায়ীভাৱে বসবাস কৰিবলৈ আৰম্ভ কৰিছিল বুলি অনুমান কৰিব পাৰি।

চুতীয়াসকলৰ ৰাজ্যত যথেষ্ট সংখ্যক মিচিং মানুহে বসতি কৰিছিল। চুহুংমুং (১৪৯৭-১৫৩৯) ৰজাই চুতীয়া ৰাজ্য দখল কৰি আহোম ৰাজ্যৰ লগত চামিল কৰে আৰু তাৰ প্ৰজাই যাতে পুনৰ ঐক্যবদ্ধ হৈ হেৰোৱা ৰাজ্য উদ্ধাৰ কৰিব নোৱাৰে সেইবাবে চুতীয়া ৰাজ্যৰ প্ৰজাসকলক ছেদেলি-ভেদেলি কৰি আহোম ৰাজ্যৰ বাকী অংশলৈ ঘৰে-ঘৰোৱাহীয়ে তুলি লৈ যায়। সেই সময়তে চুতীয়া ৰাজ্যত থকা ভালেমান মিচিং মানুহো ভৈয়ামলৈ উঠি আহে। শৰাইঘাটৰ যুদ্ধৰ আগতেই এই মিচিংসকলক আহোমসকলৰ নিৰ্ধাৰিত খেল-মেলত যথানিয়মে স্থান দিয়া হয় আৰু তেওঁবিলাকৰ তত্ত্বাৱধান কৰিবলৈ মিৰি বৰুৱা নামেৰে এটি পদ সৃষ্টি কৰি এজন বিষয়াও নিযুক্তি দিয়া হয়। কছাৰী আৰু জয়ন্তীয়া বুৰঞ্জীত উল্লেখ থকা মতে কছাৰী-জয়ন্তীয়া অভিযানত মিচিং সৈন্যই ভাগ লৈছিল। ৰুদ্ৰসিংহ স্বৰ্গদেৱে (১৬৯৬-১৭১৪) বংগ বিজয়ৰ যি অভিযানৰ আয়োজন কৰিছিল তাতো মি চিং সৈন্য অন্তৰ্ভুক্ত হৈছিল। ইয়াৰ দ্বাৰা প্ৰতীয়মান হয় যে ষোড়শ-সপ্তদশ শতিকাৰ আগতেই মিচিংসকল অসমৰ ভৈয়াম অঞ্চলত সু-প্ৰতিষ্ঠিত হৈছিল।

তিব্বতী ভাষাত মিৰি শব্দৰ অৰ্থ পৰ্বতীয়া মানুহ। সাধাৰণতে দেখা যায় যি কোনো জাতিৰেই প্ৰচলিত নামটো দিয়ে বাহিৰৰ মানুহে। নিজকে মিচিং বুলি চিনাকি দিয়া এই পৰ্বতীয়া লোকসকলক হয়তো তিব্বতী মানুহে মিৰি বুলিছিল। এইটো ঠিক যে মিচিংসকল তিব্বতৰ ফালৰপৰা প্ৰব্ৰজন কৰি আহি অৰুণাচলৰ পাৰ্বত্য অঞ্চলত বসবাস কৰিছিল। বৰ্তমানেও অৰুণাচলৰ বাসিন্দা আদিসকলৰ ভাষা আৰু সংস্কৃতিৰ লগত ভালেখিনি সম্পৰ্ক দেখা যায়। আদিসকলৰ পূজা-পাতলৰ পুৰোহিত জনক 'মিৰি' বোলে। এই নামটোৰপৰাও সাংস্কৃতিকভাৱে সম্পৰ্ক থকা মিচিংসকলক আদিসকলৰ ককাই-ভাই যেন দেখি ভৈয়ামৰ মানুহে মিৰি নামটো দিব পাৰে।

পূৰ্বতে মিচিংসকল পৰ্বতৰ বাসিন্দা আছিল আৰু ঘাইকৈ ঝুম খেতি কৰি জীৱিকা নিৰ্বাহ কৰিছিল। আজিকালিৰ পৰ্বতৰ ওপৰত কৰা ঝুম খেতি আৰ্থিকভাৱে লাভজনক নহয়। গতিকে একালত ঝুম খেতি কৰা মিচিংসকলে ভাত বা তেনে খাদ্যত পৰিপূৰক হিচাপে মাছ ব্যৱহাৰ কৰাটো অপৰিহাৰ্য হৈ পৰিছিল। বছৰৰ খৰালিমহীয়া মাছ শুকুৱাই থৈ আটকৰ দিনত তাকেই খাদ্য হিচাপে ব্যৱহাৰ কৰিছিল। পূৰ্বতে গ্ৰহণ কৰা এই দুটা পৰম্পৰাই মিচিংসকলৰ জীৱনত আজিও প্ৰভাৱ বিস্তাৰ কৰি আছে। সহজলভ্য মাছৰ বাবে নৈৰ কাষত বসবাস কৰিবলৈ ভাল পায় আৰু তেনেকৈয়ে ঠাই বাছি লয়। দ্বিতীয়তে, ঝুমখেতিৰ মাটি সলনি কৰি থাকিব লাগে। এই পৰম্পৰাৰপৰাই আজি অলপদিনৰ আগলৈকে মিচিংসকলে সততে খেতিৰ মাটি আৰু গাঁৱৰ ঠাই সলনি কৰি ফুৰিছিল। তদুপৰি এই প্ৰব্ৰজনমূলক অভ্যাসৰ ফলতে মিচিংসকলৰ মাজত আম-কঠাল, তামোল-পাণ ৰুই স্থায়ী বাৰী পতাৰ প্ৰৱণতা দেখা নাযায়।

মিচিংসকলৰ সংস্কৃতিত স্বাভাৱিকতে সমন্বয়ৰ প্ৰক্ৰিয়াই কাম কৰি থকা দেখা যায়। পৰ্বতত তেওঁবিলাকে অন্যান্য পৰ্বতীয়া জনজাতিৰ দৰেই সাধাৰণ সঁজুলিৰে সৈতে ঝুম খেতি কৰিছিল। কিন্তু ভৈয়ামলৈ আহি তেওঁবিলাকে ভৌগোলিক কাৰণত খেতিৰ পদ্ধতি সলনি কৰিবলৈ বাধ্য হ'ল। তেওঁবিলাকে ভৈয়ামত ধান খেতি কৰিবলৈ প্ৰয়াস পালে। ধান খেতিৰো শালিতকৈ আহু আৰু বাও কম কষ্টকৰ যেন পাই আহু আৰু বাও খেতিৰ ব্যৱস্থা কৰিলে। ভৈয়ামত তেওঁবিলাকে হাল বাবলৈ গৰু আৰু নাঙল-যুঁৱলি গ্ৰহণ কৰিলে। পূৰ্বতে যিহেতু তেওঁবিলাকৰ সংস্কৃতিত এই ব্যৱস্থা নাছিল গতিকে শব্দও নাছিল। সেই বাবে খেতি সংক্ৰান্ত শব্দবিলাক গৰু, নাঙল, যুঁৱলি আদি অসমীয়া ভাষাৰপৰাই গ্ৰহণ কৰিলে। মিচিংসকলে পৰ্বতত থাকোতে ফাগুন, চ'ত মাহৰ এটা নিৰ্ধাৰিত বুধবাৰে 'আলি আই লৃগাং' উৎসৱ পাতি কণি ধানকে আৰম্ভ কৰি আলু-কচু আদি



শস্যৰ গুটি সিঁচিছিল। কিন্তু ভৈয়ামলৈ আহি আহু আৰু বাও ধানৰ খেতি কৰিবলৈ লোৱাৰ পিছতো প্ৰাচীন ঐতিহ্যসম্পন্ন 'আলি আই লৃগাং' উৎসৱ অটুট ৰাখিলে। আনকি আজি খেতি-খোলা নথকা নগৰীয়া মিচিং মানুহেও নিৰ্ধাৰিত তাৰিখতে নগৰৰ মঞ্চত 'আলি আই লৃগাং' উৎসৱ উৎযাপন কৰি গুমৰাগ্ গুমৰাগ্ ঢোলৰ ছেৱত গীত গায়। 'আলি-আই-লৃগাং' শব্দৰ অৰ্থ শস্যৰ গুটি সিঁচিছো। অন্যান্য পৰ্বতীয়া জনজাতিসকলে সৌৰ গণনাতকৈ চান্দ্ৰ গণনাহে অনুসৰণ কৰে। হয়তো মিচিংসকলেও একালত জোনৰ কলা গণনা কৰিহে 'আলি আই লৃগাং' উৎসৱৰ দিন নিৰূপণ কৰিছিল। কিন্তু ভৈয়ামৰ মানুহৰ সংস্পৰ্শলৈ আহি জ্যোতিষৰ সৌৰ গণনাৰ লগত পৰিচিত হৈ ফাগুন মাহৰ প্ৰথম বুধবাৰক এই উৎসৱৰ দিন বুলি গ্ৰহণ কৰিলে। ভৈয়ামৰ খেতিৰ লগত সম্পৰ্ক ৰাখি তেওঁবিলাকে পূৰ্বৰ কণি ধানৰ সলনি আহু আৰু বাও ধান গ্ৰহণ কৰিলে।

মিচিংসকলে বাও খেতিৰ ওপৰত অধিক পৰিমাণে নিৰ্ভৰ কৰাৰ আৰু এটা কাৰণ থাকিব পাৰে। আহোম শাসন ব্যৱস্থাত প্ৰতি পাইকে দুপুৰাকৈ খেতিৰ মাটি পাইছিল। বাৰী মাটিৰ কাৰণে কোনো খাজনা দিব নালাগিছিল। সেইদৰে জলডোবা মাটিত কোনোবাই খেতি কৰিলে তাৰো খাজনা দিব নালাগিছিল। নৈৰ পানীয়ে বুৰাই পেলোৱা দ ঠাইত চাং-ঘৰ সাজি বাস কৰা মিচিংসকলে খাজনা দিব নলগীয়া দ মাটিত খৰালি হাল বাই ফাগুন-চ'ত মাহত বাও ধান সিঁচি দিছিল আৰু আঘোণ-পুহমহীয়া পানী শুকাই গ'লে সেই ধান দাই আনিছিল। এই সুবিধাটোৰ বাবেই হয়তো তেওঁবিলাকে দ-চানেকীয়া ঠাই বাছি লৈছিল আৰু বাও খেতিত গুৰুত্ব আৰোপ কৰিছিল। খৰালিমহীয়া সেইবোৰ ঠাইত মাহ-সৰিয়হ উৎপাদন কৰিছিল। অৱশ্যে এইবিলাকো ভৈয়ামলৈ আহি নতুনকৈ গ্ৰহণ কৰা খেতিহে। মিচিংসকলে কিছুমান বনৰীয়া শাক-পাত খাদ্য হিচাপে সাধাৰণভাৱে ব্যৱহাৰ কৰাৰ উপৰিও পূজা-পাতল আৰু সকাম-নিকামত অপৰিহাৰ্য বুলি বিবেচনা কৰে। তেনে কিছুমান গছ-বন হাততে পোৱাকৈ গাঁৱৰ ওচৰত ৰুই লয়। অৱশ্যে অসমৰ ভৈয়ামত অতি পুৰণি কালৰেপৰা ব্যৱহৃত হৈ অহা লাই-লফা, চুকা-পালেং আদি শাক-পাচলিও পিছৰ জীৱনত খেতি-বাতিৰ অন্তৰ্গত নোহোৱাকৈ নথকা নহয়।

আদিসকলে যেনেকৈ তেওঁবিলাকৰ মুখ্য দেৱতা দঃঞিঃ-পঃলঃ বুলি বিবেচনা কৰে আৰু পূজা-পাতলৰ ব্যৱস্থা আছে মিচিংসকলেও তেওঁবিলাকৰ মুখ্য দেৱতা আজিও দঃঞিঃ-পঃলঃ বুলিয়ে বিবেচনা কৰে আৰু মিবুৰ সহায়তে পূজা পাতে। ইয়াৰ উপৰিও অনেক লৌকিক দেৱতাকো স্বীকৃতি দিয়া হয়। দদ্গাং বুলি মৃতকসকলত দেৱত্ব আৰোপ কৰা হয়। তালেং উই আন আন দেৱতা। আনহাতে মিচিঙৰ পৰমানন্দ আতৈয়ে শংকৰদেৱ প্ৰৱৰ্তিত নামধৰ্ম গ্ৰহণ কৰাৰ কথা জনা যায় আৰু বহুতো মিচিং মানুহে ঘাইকৈ গোপালদেও প্ৰৱৰ্তিত কাল-সংহতি পন্থৰ সত্ৰত শৰণ লৈ অনেকখিনি বৈষ্ণৱ ৰীতি-নীতি মানি চলাও দেখা যায়। অসমৰ ভৈয়ামত প্ৰচলিত ৰাতি-খোৱা পন্থৰ অনুগামী বহুতো মিচিং মানুহ আছে। তেওঁবিলাকে নামঘৰত নাম-কীৰ্তন কৰিলেও আৰু শৰণ-ভজন ললেও নিজৰ প্ৰাচীন ৰীতি আৰু দেৱ-দেৱীৰ প্ৰতি আনুগত্য প্ৰকাশ নকৰাও নহয়। এইদৰে প্ৰাচীন মিচিং ধৰ্ম আৰু ভৈয়ামত গ্ৰহণ কৰা নাম ধৰ্মৰ এক বিচিত্ৰ সমন্বয় গঢ় লৈ উঠা দেখিবলৈ পোৱা যায়।

আদিসকলক মিচিংসকলৰ সমগোত্ৰীয় লোক বুলি ধৰিলে আৰু ভাষা আৰু ধৰ্মৰ ক্ষেত্ৰত কিছুমান সাংস্কৃতিক উপাদানৰ তাৎপৰ্যপূৰ্ণ মিল দেখা পালেও মিচিংসকলৰ মৌখিক সাহিত্য আৰু আদিসকলৰ মৌখিক সাহিত্যৰ মাজত কিছু পাৰ্থক্য পৰিলক্ষিত হয়। মিচিংসকলৰ অই-নিতম্ এই ক্ষেত্ৰত বিশেষ উল্লেখযোগ্য। আদিসকলৰ মাজত অই-নিতম্ বা সেই জাতীয় গীতৰ প্ৰাচুৰ্য দেখা নাযায়। মিচিংসকলৰ অই-নিতম্ সাংস্কৃতিক সমন্বয়ৰে উৎকৃষ্ট ফল। অসমীয়া ডেকা-গাভৰুৰ যৌৱনৰ আশা-আকাংক্ষা, ভাৱ-আৱেগ প্ৰকাশক বন-ঘোষাই অই-নিতমৰো মূল ভেটি।

পৰ্বতত বসবাস কৰা দিনত নৈ-পথাৰ আৰু অন্যান্য প্ৰাকৃতিক পৰিবেশৰ বৰ্ণনা থকা অই-নিতম্ বা তেনে জাতীয় লোকগীত নাছিল। অসমীয়া ডেকা-গাভৰুৱে নৈৰ ঘাটত, পথাৰত, মাছমৰা বিলত মাজে-সময়ে গীত গাই মনোভাৱ প্ৰকাশ কৰা দেখি মিচিং ডেকা-গাভৰুৱেও তাকে কৰিবলৈ যাওঁতে অই-নিতমৰ জন্ম হ'ল। কোনো কোনোৱে অসমীয়া বিহু নাম বনঘোষাকে গ্ৰহণ কৰিলে, মাথোন উচ্চাৰণত অলপ বৈশিষ্ট্য বৈ গ'ল। কোনোৱে আকৌ অসমীয়া গীতৰ মাজে মাজে মিচিং শব্দ ব্যৱহাৰ কৰি তাৰ নতুন ৰূপ দিলে। কোনোৱে আকৌ ভাৱটো পূৰাকৈ কৰিবলৈ গৈ মিচিং অই-নিতমৰ মাজতে অৰ্থব্যঞ্জক অসমীয়া শব্দকে ব্যৱহাৰ কৰি পেলালে। আজিকালি আকৌ সম্পূৰ্ণ অসমীয়া সুৰৰ মিচিং গীত ৰচনা কৰা আৰু গোৱাও জনপ্ৰিয় হৈ উঠিছে। এই দৰে সাংস্কৃতিক সমলৰ বিনিময় ঘটিছে আৰু মিচিং সংস্কৃতিয়ে সমন্বয় আৰু বিকাশৰ বাটেদি আগবাঢ়ি গৈ আছে।

মিচিং ভাষাতো সমন্বয়ৰ চিন দেখিবলৈ পোৱা যায়। মিচিং ভাষাৰ স্বৰধ্বনি আৰু ব্যঞ্জনধ্বনিৰ সংখ্যা অসমীয়া ভাষাৰ তুলনাত তেনেই তাকৰ। মহাপ্ৰাণ ধ্বনি একেবাৰে নাই। 'হ' আখৰটো 'অ' ধ্বনিৰে উচ্চাৰণ কৰা শুনা যায়। কিন্তু ভৈয়ামত বসবাস কৰাৰ পিছত ইয়াৰ বয়-বস্তু আদি গ্ৰহণ কৰাৰ লগে লগে কিছুমান মহাপ্ৰাণ ধ্বনি বা মিচিং ভাষাত নথকা স্বৰধ্বনিৰ উচ্চাৰণো শুনিবলৈ পোৱা যায়। ভাষাৰ ক্ষেত্ৰত বিশেষভাৱে পৰ্যালোচনা কৰিলে মিচিংসকলৰ ভিতৰত, তিনিটা ভাষা দেখা যায়। এটা ভাগ হ'ল যি জাতত মিচিং অথচ মিচিং কথা বা ভাষা একেবাৰে নাজানে। দ্বিতীয় বিধত ঘাইকৈ দলে আৰু পেগুসকলক অন্তৰ্ভূক্ত কৰিব পাৰি। তেওঁলোকৰ ভাষাত ভালেমান অসমীয়া শব্দ ব্যৱহাৰ হোৱা দেখিবলৈ পোৱা যায়। ইয়াৰ এটা কাৰণ হ'ব পাৰে, তেওঁবিলাকেই হয়তো সৰ্বপ্ৰথমে প্ৰব্ৰজন কৰি আহিছিল আৰু দাঁতি কাষৰীয়া মানুহৰ লগত আদান- প্ৰদান হওঁতে স্বাভাৱিকতে কিছুমান অসমীয়া শব্দ গ্ৰহণ কৰিছিল। ভাষাতাত্ত্বিক দিশেৰে চালে মাজে মাজে চুতীয়া ভাষাত ব্যৱহাৰ হোৱা কিছুমান শব্দৰো অৱশিষ্ট ৰূপ দেখা পোৱা যায়। তৃতীয় ভাগটো, হয় শেহতীয়াকৈ প্ৰব্ৰজন কৰি আহিছে, নহয় কিছুমান ভিতৰুৱা অঞ্চলত বসবাস কৰি নিজৰ ভাষা আৰু সংস্কৃতি অধিক পৰিমাণে সংৰক্ষিত কৰি ৰাখিছে। সেইবাবে তেওঁবিলাকৰ ভাষাত অধিক পৰিমাণে অসমীয়া শব্দ পোৱা নাযায় আৰু উচ্চাৰণ বা ধ্বনিতো কেতবোৰ স্বকীয় বৈশিষ্ট্য বৈ গৈছে।

মিচিং ভাষাত কিছুমান অসমীয়া শব্দ পোনপটীয়াকৈ সোমাইছে। আনপিনে কিছুমান শব্দ হয়তো উচ্চাৰণ ধ্বনিৰ বাবে কিছু অপভ্ৰংশ ৰূপত ধৰা দিছে। উদাহৰণ স্বৰূপে—

| মিচিং | অসমীয়া |
|---|---|
| গৰ্দুং | গলধন |
| ইংগ | সিংহ |
| গোৰে | ঘোঁৰা |
| গৃৰগুম্ | শৰঘুমা |
| ৰাংজাং | বাজহাঁহ |
| আবালি | শৰালি |
| এঃন্ | শেন |
| কৌচুং | কাচ |
| চাবাকি | চাকি ইত্যাদি। |



কিছুমান শব্দ মিচিং আৰু অসমীয়া দুয়োটা ভাষাতে একে। এনে শব্দবিলাক বস্তু আহৰণৰ লগে লগে অসমীয়াৰপৰাই মিচিং ভাষালৈ গৈছে। উদাহৰণ স্বৰূপে তলৰ শব্দবোৰলৈ আঙুলিয়াব পাৰি।

| মিচিং | অসমীয়া |
|---|---|
| কেৰেলাং | কেৰেলা |
| কেৰাই | কেৰাহী |
| নাঙল | নাঙল |
| যুঁগলী | যুঁৱলী |
| পলং | পল |
| জুৰকি | জুলুকি |
| আলদি | হালধি |
| চাং | চাহ |
| বৰালি | বৰালি |
| মইনাং | মইনা |
| চেগুম্ | শগুন |
| উদু | হুদু ইত্যাদি। |

আজিকালি অসমীয়া মাধ্যমত শিক্ষালোৱা ল'ৰা-ছোৱালীয়ে কথা-বতৰা পাতোঁতে অধিক অসমীয়া শব্দ ব্যৱহাৰ কৰে।

অসমৰ ভৈয়ামত বাস কৰা মিচিংসকলক এক প্ৰকাৰে দ্বিভাষী বুলি ক'ব পাৰি। গাঁৱৰ বাহিৰলৈ ওলালেই যিহেতু তেওঁবিলাকে চুবুৰীয়া মানুহৰ লগত অসমীয়া ভাষাৰে কথা-বতৰা পাতিব লাগে, সেইবাবে সকলোৰেপৰাই মিচিংসকলে উচ্চাৰণৰ বৈশিষ্ট্য ৰাখি অসমীয়া ভাষা ক'বলৈ আৰম্ভ কৰে। ইয়াৰ ফলত পুৰুষসকলৰ প্ৰায়বোৰেই অসমীয়া ভাষা ক'ব পৰা হয়। আনপিনে গাঁৱত সম্পূৰ্ণৰূপে মিচিং ভাষাহে ব্যৱহাৰ হয়। ইয়াৰ ফল স্বৰূপে তিৰোতাসকলে কম-বেছি পৰিমাণে অসমীয়া ক'বলৈ শিকিলেও কোনো কোনোৱে মিচিং ভাষাৰ বাহিৰে অন্য কথা নাজানে বা কোনো ক্ষেত্ৰত আকাৰে ইংগিতে অসমীয়া বুজি পালেও মুখ ফুটাই ক'ব নোৱাৰে। কিন্তুপুৰুষসকলৰ ক্ষেত্ৰত এই কথা প্ৰযোজ্য নহয়। অসমৰ পাৰ্বত্য অঞ্চলৰ জনজাতিসকলে নিতান্তই ব্যৱহাৰিক কাৰণত অসমীয়া ভাষাক মাধ্যম হিচাপে গ্ৰহণ কৰি এক নতুন ৰূপ দিয়ে। সেই একে নিয়মকে মানি মিচিংসকলেও যুগ যুগ ধৰি তেনে এক সহজ-সৰল ৰূপৰ অসমীয়া কৈ আহিছে।

আগতে উল্লেখ কৰি অহা হৈছে যে আলি-আঃয়ী-লৃগাং মিচিংসকলৰ জাতীয় উৎসৱ। এই উৎসৱৰ সময়তে মিচিংসকলে গীত-মাত গাই ঢোল-দগৰ বজাই আনন্দ কৰিছিল আৰু ডেকা-গাভৰুৱে মন-প্ৰাণ ঢালি নাচিছিল। সেয়া আছিল ফাগুন আৰু চ'ত মাহ। ভৈয়ামলৈ আহি ধান খেতি কৰিবলৈ লোৱাৰ লগে লগে অসমীয়া মানুহৰ লগতে বিহু পাতিবলৈ আৰম্ভ কৰিলে। গীত-মাতত আৰু ঢোলৰ ছেৱত কিছু জনজাতীয় বৈশিষ্ট্য সংৰক্ষিত হ'লেও অসমীয়া মানুহৰ দৰেই হুঁচৰি শিকিলে। তথাপি গাভৰুৰ নাচৰ ছন্দ আৰু লয়-লাস অসমীয়া গাভৰুৰ নাচতকৈ সুকীয়া হৈ থাকিল। অসমীয়া গাভৰুৱে নাচোঁতে কেতিয়াবা ভৰি যথেষ্ট ওপৰলৈকে দাঙে। কিন্তু মিচিং গাভৰুৰ ভৰিৰ গিৰিপনি মৃদু আৰু ভৰি ওপৰলৈ নুঠে। মিচিং বিহুনাচত সেয়েহে

এক অপূৰ্ব সমন্বয়ৰ ইংগিত পোৱা যায়। পৰ্বতৰপৰা নামি অহা মিচিংসকলে ভৈয়ামত জনপ্ৰিয় বাদ্য ঢোলক নিজৰ প্ৰিয় বাদ্য হিচাপে গ্ৰহণ কৰি নিজৰ বৈশিষ্ট্যৰে ছেও আৰু চাপৰ দি লয়।

সাজপাৰৰ ক্ষেত্ৰতো মন কৰিবলগীয়া ভালেমান কথা আছে। আদিসকল যদি মিচিংসকলৰ সমগোত্ৰীয় লোক বুলি ধৰা হয় আৰু তেওঁবিলাকৰ সাজ-পাৰকে মিচিংসকলৰ মূল সাজ-পাৰ বুলি ধৰা হয় তেনেহ'লে আজিৰ মিচিংসকলৰ সাজ-পাৰত অনেকখিনি সমন্বয়ৰ লক্ষণ দেখিবলৈ পোৱা যায়। যি কোনো পৰ্বতীয়া জনজাতিৰ দৰেই মিচিংসকলৰ তিৰোতায়ো এদিন নিসীয়া অৰ্থাৎ মুকলি মেখেলা (এগেঃ) পিন্ধিছিল আৰু গাত কাপোৰ (গাচব) লৈছিল। কিন্তু আজিকালি প্ৰায় সকলো তিৰোতাই সীয়া মেখেলা পিন্ধে। অথচ কাপোৰৰ বং আৰু চানেকী পুৰণি মিচিং ধৰণতে আছে। আজিকালি বেছ জাক্-জমকীয়াকৈ বোৱা ফুলাম কাপোৰ (ৰিঃবি-গাচীং) আধুনিক ধৰণেৰেই সী লয়। মিচিংসকলৰ এনেকুৱা ধুনীয়া (ৰিঃবি-গাচীং) আজিকালি অনেক আধুনিকা অসমীয়া গাভৰুৱেও বিশেষ আদৰেৰে পিন্ধা দেখা যায়। অৱশ্যে পুৰুষসকলৰ সাজ-পাৰত বৈশিষ্ট্য কমেহে দেখা যায়। ক'ৰবাত কেনেবাকৈ গাৰ চোলা আৰু মূৰৰ পাগুৰিত কিছু বৈশিষ্ট্য ধৰা পৰে।

মিচিংসকলৰ আগৰ চামৰ প্ৰায় সকলোৰেই অসমীয়া মাধ্যমেৰে শিক্ষালাভ কৰিছিল। যদিও সাধাৰণ মিচিং মানুহ শিক্ষাৰ ক্ষেত্ৰত পিছপৰা, তথাপি যিসকলে উচ্চ শিক্ষা লাভ কৰিছিল তেওঁবিলাকে ভাষা-সাহিত্যৰ মাধ্যমত জাতীয় জীৱনলৈ উল্লেখযোগ্য বৰঙণি আগবঢ়াই থৈ গৈছে। এই ক্ষেত্ৰত স্বৰ্গীয় তৰুণচন্দ্ৰ পামেগামৰ নাম বিশেষ উল্লেখযোগ্য। অসমীয়া ভাষালৈ দিয়া মৌলিক বৰঙণিৰ স্বীকৃতি স্বৰূপে তেওঁক অসম সাহিত্য সভাৰ উপসভাপতি পদত অধিষ্ঠিত কৰা হৈছিল। পামেগামৰ আন এটি বৰঙণিৰ কথা পাহৰিব নোৱাৰি। অসমীয়া ৰচনাৰ বুকুত বাহুকবনীয়া তাংপৰ্যপূৰ্ণ মিচিং শব্দ ব্যৱহাৰ কৰি সমন্বয়ৰ এক অপূৰ্ব প্ৰচেষ্টা চলাইছিল। অসমীয়া ভাষালৈ বৰঙণি দিয়া আন এজন আশাশুধীয়া লেখক হ'ল ভৃগুমুনি কাগয়ুং। তেওঁৰ দ্বাৰা সম্পাদিত 'মিচিং সংস্কৃতিৰ আলেখ্য'ই জনজাতীয় জীৱনৰ বিষয়ে চৰ্চা কৰিবলৈ এটি বিশেষ সুযোগ আগবঢ়ায়। ইয়াৰ উপৰিও অধ্যাপক নাহেন্দ্ৰ পাদুন, গনেশ পেগু, ডাঃ নোমল পেগু; চক্ৰভাল কাগয়ুং, অধ্যক্ষ ইন্দ্ৰেশ্বৰ পেগু, সোণাৰাম পাএগং কটকী, ডঃ দুৰ্গেশ্বৰ দলে, বল্লীৰাম মৰাং, চেঙাৰাম মৰাং, অৱন্তী পামেগাম চেতীয়া, কাৰ্কচন্দ্ৰ কাৰ্দং, টাবুৰাম টাইদ, বসন্ত দলে ইত্যাদিৰ নাম উল্লেখ কৰিব লাগিব। পুৰণি চামৰ আশাশুধীয়া চেষ্টাৰ উপৰিও আজিৰ নতুন পুৰুষৰ ভিতৰতো ভালেমান কেইজনে অসমীয়া ভাষাসাহিত্যৰ চৰ্চা কৰিবলৈ আগবাঢ়ি অহা দেখা যায়।

মিচিংসকল আধুনিক অসমীয়া সমাজৰ এটি অপৰিহাৰ্য অংগ। সময়ৰ গতি প্ৰবাহে সমন্বয়ৰ বাট মুকলি কৰি আজি অসমীয়া আৰু মিচিং সংস্কৃতিক এডাল এনাজৰীৰে বান্ধি পেলাইছে। এই সম্প্ৰীতি আৰু সমন্বয় অধিক কটকটীয়া হওক।

# অসমৰ ধৰ্মীয় ঐতিহ্য

যোগিনীতন্ত্ৰত প্ৰাচীন কামৰূপৰ ধৰ্মৰ নাম 'কৈৰাতজ' বুলি কৈছে। এই ধৰ্মৰ লক্ষণ হৈছে ঃ

সৰ্ব্বেশী যোগিনীপীঠে ধৰ্ম্ম কৈৰাতজঃ মতঃ।।
কামৰূপে ন সন্যাস্তথা দীৰ্ঘ ব্ৰতং প্ৰিয়ে।
ন ত্যজেত্ সামিষং দেৱী ব্ৰহ্মচৰ্য্যমতং ন চ ।।
সংসৰ্গাত্ পাতকং নৈব স্ত্ৰীধৰ্ম্মে ধৰ্ম্মমাশ্ৰয়েত্।
ন শুক্ৰদৰ্শনং স্ত্ৰীনাং তাম্বুলাশা সদা ভবেত্।।
হংস পাৰাবতং ভক্ষ্যং কুৰ্ম্মবৰাহমেৱ চ।
কামৰূপে পৰিত্যাগাদুৰ্গতিস্তত্ৰ সম্ভৱেত্।।

কামৰূপৰ ধৰ্ম কিৰাত জাতিৰপৰা সম্ভূত। এই ধৰ্মত সন্যাস বিধি বা দীঘলীয়া ব্ৰতৰ ব্যৱস্থা নাই। ইয়াত ব্ৰহ্মচৰ্য নাই, মাছ-মাংস ত্যাগ কৰাৰ নিষেধাজ্ঞা নাই। হাঁহ-পাৰ, মাছ-কাছ, গাহৰি সকলো ভক্ষ্য। সংসৰ্গ-দোষ অৰ্থাৎ জাতিভেদ নাই। স্ত্ৰীৰ ঋতুৰক্ষা ধৰ্ম বুলি মনা হয়। ইয়াৰ তিৰোতাই তামোল খায়, দাঁতবোৰ ক'লা। ইয়াকো সদাচাৰ বুলি ধৰি লোৱা হয়।

যোগিনীতন্ত্ৰই কামৰূপৰ মানুহৰ যি ধৰ্মৰ বৰ্ণনা দিছে; সি কিৰাত-মংগোলীয়সকলৰ জাতীয় ঐতিহ্যৰপৰা উদ্ভূত। এই ধৰ্ম আৰ্য-হিন্দু ধৰ্মৰপৰা পৃথক আৰু প্ৰাচীনতৰ। আধুনিক ধৰ্মৰ অৰ্থত ইয়াক ধৰ্ম বুলিব নোৱাৰি, লোকাচাৰ বোলাই ভাল; কিন্তু এই কৈৰাতজ লোকাচাৰৰ শক্তি নুই কৰিবও নোৱাৰি। একালত আৰ্য-হিন্দু ধৰ্মই কামৰূপ দখল কৰিলেও কৈৰাতজ ধৰ্মৰ প্ৰভাৱ অস্বীকাৰ কৰিব নোৱাৰিলে। যদিও দীঘলীয়া শতিকা জুৰি শাক্ত-শৈৱ-বৈষ্ণৱ ধৰ্মৰ অনুশাসন চলিল, তথাপি অসমৰ কিৰাত জনসংখ্যাৰ জীৱনৰপৰা প্ৰাচীন ঐতিহ্য ধুই নিব নোৱাৰিলে। এতিয়াও এই কুৰি শতিকাতো উক্ত লোকাচাৰসমূহ ভিতৰুৱা জীৱনত চলি আছে। পশ্চিমৰপৰা অহা আৰ্যসকলেও অসমত আহি মাছ খাবলৈ শিকিলে, সেলেঙি লগাই ওঁঠ ৰঙা কৰি তামোল খাবলৈ শিকিলে, ৰামপাৰ নাখালেও হাঁহ-পাৰ খাব পৰা হ'ল। ঘৰচীয়া গাহৰি অভক্ষ্য বিবেচিত হ'লেও বনৰীয়া বৰা গাহৰি ভক্ষ্য। যোগিনীতন্ত্ৰ ষোড়শ শতিকাৰ ৰচনা। গ্ৰন্থখনে সমসাময়িক যুগক প্ৰতিনিধিত্ব কৰিলেও শঙ্কৰদেৱে বৈষ্ণৱ আদৰ্শ প্ৰচাৰ কৰা সমাজখনতো উক্ত কৈৰাতজ ধৰ্মই বিৰাজ কৰিছিল বুলি যোগিনীতন্ত্ৰই ইংগিত দিছে। সেয়েহে বাহিৰত শুদ্ধ বৈষ্ণৱ আচৰণৰ অন্তৰালতো ৰাতিখোৱা, পূৰ্ণভগীয়া বা কেৱলীয়া ধৰ্ম জীয়াই থাকিল, যি ধৰ্মৰ ভেঁটি আৰু ৰীতি-নীতি সম্পূৰ্ণ কৈৰাতজ। ৰাতিখোৱা অনুষ্ঠানত ভকতৰ জাতি বিচাৰ নাই। স্ত্ৰীৰ পুৰুষৰ সমান অধিকাৰ। মাছ-মাংস-মদ-গাহৰি সকলো ভক্ষ্য আৰু পৱিত্ৰ বুলি বিবেচিত। এই ধৰ্মত বৈদিক আৰ্যধৰ্মৰ লক্ষণ সামান্য পৰিমাণেও দেখা পোৱা নাযায়। 'কালিকাপুৰাণ', 'যোগিনীতন্ত্ৰ' আদিও প্ৰকৃততে পৰ্যবেক্ষণকাৰীৰ দৃষ্টিভংগীত লিখা। এই সংস্কৃত পণ্ডিতসকলে সংস্কৃত শাস্ত্ৰত উল্লেখ থকা ধৰ্মীয় ৰীতি-নীতিসমূহক ভেঁটিস্বৰূপে লৈ তুলনামূলক দৃষ্টিত ৰচনা কৰিছিল; কিন্তু তাকে কৰোঁতে নিজে শাক্ত-উচ্চাম্বিকা লৈ কাপত হাত দিছিল। সি যি কি নহওক, যোগিনীতন্ত্ৰই উল্লেখ কৰা ধৰ্মই অসমৰ প্ৰাচীনতম্ ধৰ্ম আৰু এই ধৰ্ম কোনো ব্যক্তি, নীতি বা আদৰ্শৰপৰা সৃষ্টি হোৱা নাই, বুৰঞ্জীয়ে ঢুকি নোপোৱা কালৰেপৰা বাস কৰি অহা নিষাদ-কিৰাতসকলৰ জীৱনৰ অভিজ্ঞতা আৰু প্ৰয়োজনীয়তাৰপৰা সৃষ্টি হৈছে। এই ধৰ্মত অনেক লোকাচাৰৰ সমন্বয় সাধন হৈছে।

অসমত নৱপ্ৰস্তৰ যুগৰ মানুহেও বাস কৰিছিল। তেওঁবিলাকৰ ধ্যান-ধাৰণা কি আছিল,

সেইটো স্পষ্টকৈ ধৰিব নোৱাৰিলেও এইটো অনুমেয় যে তেওঁবিলাক প্ৰকৃতি-বিশ্বাসী আছিল। আকাশ, বতাহ, গছ-বন, শিল বালি সকলোতে দৈহিক শক্তি দেখা পাইছিল। ইয়াৰ পিছত বোধকৰোঁ অসমলৈ প্ৰট'-অষ্ট্ৰলইড় মানুহৰ প্ৰব্ৰজন হৈছিল আৰু অষ্ট্ৰিক সংস্কৃতি এই দেশত বাৰুকৈয়ে শিপাই পৰিছিল। এই সংস্কৃতিত মাতৃতন্ত্ৰ বা মাতৃ-উপাসনাৰ গুৰুত্ব অধিক। মাতৃ-পূজা মানৱ ইতিহাসৰ পাতত অতি পুৰণি। সম্ভৱতঃ অষ্ট্ৰিক সংস্কৃতিসম্পন্ন খাচীসকলৰ কা-মেই-খা, বুঢ়ীগোসাঁনী গাভৰু হৈ আৰ্যীকৰণ হয় আৰু সংস্কৃত পণ্ডিতৰ হাতত পৰি নতুন কামাখ্যাদেৱীৰূপে গঢ় লয়। অসমৰ জনজাতীয় আৰু গ্ৰাম্য সমাজত এতিয়াও লোকাচাৰ মতে নানা ৰূপত শক্তিপূজা চলি আছে। কছাৰী, জয়ন্তীয়া, আহোম, চুতীয়া, আনকি একালত ভূঞাসকলেও বুঢ়ী গোসাঁনীক বলি-বাহন দি পূজা কৰিছিল। বৈদিক ধৰ্ম আছিল যজ্ঞপ্ৰধান। অগ্নি দেৱতাক সকলো দেৱতাৰ জিহ্বাৰূপে জ্ঞান কৰি অগ্নিত আহুতি দি বেদমন্ত্ৰেৰে দেৱতাসকলক সন্তুষ্ট কৰিবলৈ যত্ন কৰা হৈছিল। প্ৰথম অৱস্থাত এই ব্যৱস্থা আছিল ইহলৌকিক। পাৰ্থিৱ জীৱনত সুখ-শান্তি-সমৃদ্ধি বিচাৰি দেৱতাসকলক তুষ্ট কৰিবলৈ যত্নপৰ হৈছিল। বৈদিক সংস্কৃতিলৈ অষ্ট্ৰিক-দ্ৰাবিড় সংস্কৃতিৰপৰাহে অযাজ্ঞিক ব্যৱস্থাসমূহৰ আগমন হৈছিল। প্ৰাক্-বৈদিক সিন্ধু উপত্যকাৰ সংস্কৃতিত বৃষভবাহন শিৱ, সৰ্প আদিৰ উপাসনা থকাৰ প্ৰমাণ পোৱা গৈছে। শ্যামবৰণীয়া কৃষ্ণৰ গাতো দ্ৰাবিড়সকলৰ নীলবৰণীয়া যৌৱন-দেৱতাৰ অনেকখিনি লক্ষণ সংমিশ্ৰিত হৈছে। তদুপৰি পূজা আৰু ভক্তিৰ আদৰ্শ দ্ৰাবিড় সংস্কৃতিৰপৰাহে যজ্ঞপ্ৰধান বৈদিক সংস্কৃতিয়ে নতুনকৈ গ্ৰহণ কৰে আৰু পিছলৈ যজ্ঞতকৈ পূজাইহে অধিক প্ৰাধান্যলাভ কৰে। অসমলৈ আৰ্য সংস্কৃতি বহন কৰি অনা লোকসকল সম্ভৱত প্ৰাক্-বৈদিক আলপাইন। নৰকাসুৰক বহুতে প্ৰাক্-বৈদিক আলপাইন প্ৰব্ৰজনকাৰীৰ নেতা বা বাটকটীয়া বুলিও ক'ব খোজে। নৰকাসুৰ শৈৱ আছিলনে শাক্ত আছিল থিৰাং কৰিব নোৱাৰিলেও পিছৰছোৱাত তেওঁক শাক্ত ধৰ্মৰ ৰক্ষকস্বৰূপে থিয় কৰোৱা হৈছে। কামাখ্যা মূলতঃ জনজাতীয় লোকবিশ্বাসৰ দেৱী। নৰকাসুৰে বিয়া কৰাব খোজা কামাখ্যা সম্ভৱত কুমাৰী ত্ৰিপুৰা দেৱী অৰ্থাৎ দেৱীৰূপে পূজিতা নীলাচলৰ কোনোবা কুমাৰী যুৱতী বা দেৱদাসী গাভৰু আছিল বুলি অনুমান কৰিব নোৱাৰিনে? মধ্য-প্ৰাচ্যতো এনেকৈ সুন্দৰী নাৰীক দেৱীস্বৰূপে পূজা কৰা হৈছিল। অৱশ্যে তাত নাৰী সৃষ্টি বা উৎপাদিকাশক্তিৰ প্ৰতীক।

ভাৰতীয় ইতিহাসৰ পটভূমিত সৃষ্টি হোৱা ধৰ্মৰ বুৰঞ্জী অসমৰ মাটিতো শিপাই পৰিছিল। ভাৰতৰ ধৰ্মীয় ধাৰণা, উপাসনা-পদ্ধতি, আচাৰ-নীতি আদি সমন্বয়ৰ ভেঁটিত গঢ় লৈ উঠিছে। ভাৰতীয় সাহিত্যত সংৰক্ষিত কেইটিমান তাৎপৰ্যপূৰ্ণ কাহিনীয়ে ভাৰতীয় ধৰ্মাদৰ্শত সংঘৰ্ষ আৰু সমন্বয়ৰ সাক্ষ্য দিব পাৰে। এই কাহিনীকেইটি হ'ল পৰশুৰামৰ মাতৃহত্যা, দক্ষযজ্ঞ, হৰিহৰৰ যুদ্ধ, হিৰণ্যকশিপু-হিৰণ্যাক্ষ বধ, কামদেৱ ভস্ম।

## পৰশুৰামৰ মাতৃহত্যা

পৰশুৰাম ক্ষত্ৰিয় বিদ্বেষী ব্ৰাহ্মণ। তেওঁ ভাৰতভূমিত একৈশবাৰ প্ৰদক্ষিণ কৰি ক্ষত্ৰিয়ৰ মূৰ কাটি ফুৰিছিল। তদুপৰি তেওঁ পিতৃৰ আদেশ পালন কৰিবলৈ মাক ৰেণুকাক হত্যা কৰি উক্ত পাপ খণ্ডন কৰিবলৈ ব্ৰহ্মকুণ্ডৰ পাৰ কাটি লৌহিত্যক প্ৰৱাহমান কৰিছিল।

পৰশুৰাম ব্ৰাহ্মণ হ'লেও তেওঁৰ গাত মূৰ-চিকাৰী জনজাতীয় চৰিত্ৰৰ সাদৃশ্য আছে। পৰশুৰাম সম্ভৱতঃ প্ৰাক্-বৈদিক আৰ্যভাষী আলপাইন আছিল; যদি সেয়া নহয় তেওঁ অসমলৈ অহা বাটকটীয়া আৰ্য্যপ্ৰব্ৰজনকাৰী। বেদত আৰু বৈদিক সাহিত্যত লৌহিত্য নামৰ এটা ব্ৰাহ্মণ গোত্ৰৰ নাম পোৱা গৈছে। পৰশুৰামেই লৌহিত্য অৰ্থাৎ লুইতৰ পাৰ কাটি দিছিল বুলি সৰ্বজনবিদিত প্ৰবাদ আছে। অনুমান হয়, পৰশুৰাম উক্ত লৌহিত্যগোত্ৰীয় ব্ৰাহ্মণ; যাৰ নামৰ লগত লোহিত্য অৰ্থাৎ লুইত নৈৰ সম্পৰ্ক সৃষ্টি হৈছে। প্ৰাক্-বৈদিক আৰ্য্য আৰু বৈদিক আৰ্য্যসকলৰ মাজত উপাস্য দেৱতাৰ শ্ৰেষ্ঠত্ব দাবী কৰি বিভাজন হৈছিল। ক্ষত্ৰিয় ৰক্তপিপাসু যুঁজাৰু হ'লেও, ব্ৰাহ্মণ পৰশুৰাম তাতোকৈ কোনোগুণে কম ৰক্তপিপাসু নাছিল। যাৰ লক্ষ্য আছিল সমগ্ৰ পৃথিৱীৰপৰা ক্ষত্ৰিয় নিৰ্মূলকৰণ। পৰশুৰামৰ ভয়ত কিছুমান ক্ষত্ৰিয়ই ম্লেছভেশ ধাৰণ কৰি জল্পীশ শিৱৰ আশ্ৰয় গ্ৰহণ কৰিছিল। তাৰ মানে পৰশুৰাম অনাৰ্য্য বা ম্লেছ বিদ্বেষী নাছিল নতুবা শৈৱ বিৰোধীও নাছিল; কিন্তু তেওঁ মাকক হত্যা কৰিছিল। এই কাহিনীটোৰদ্বাৰা ইয়াকে সূচীত কৰা হৈছে যে পৰশুৰাম অষ্ট্ৰ-মঙ্গোলইড় (নিষাদ-কিৰাত) সংস্কৃতিৰ মাতৃতন্ত্ৰৰ বিৰোধী আছিল আৰু পিতৃ-প্ৰধান সমাজ প্ৰতিষ্ঠাৰ পৃষ্ঠপোষকতা কৰিছিল।



অতি প্ৰাচীন কালত নাৰীৰ বেদত অধিকাৰ আছিল। তেওঁবিলাকে মন্ত্ৰদ্ৰষ্টা হিচাপে স্বীকৃতি পাইছিল। পত্নী শব্দৰ ব্যুৎপত্তিগত অৰ্থই হ'ল যজ্ঞত ভাগ লওঁতা সহধৰ্মিণী। পিছলৈ উক্ত আৰ্যানাৰীৰ যজ্ঞত অধিকাৰ নাইকিয়া হ'ল। কিয়? আৰ্যসকলে যেতিয়া ভাৰতবৰ্ষত নিষাদ-কিৰাত-দ্ৰাবিড়কন্যা বিয়া কৰাবলৈ ধৰিলে তেওঁবিলাকৰ সংস্কৃত ভাষা আৰু বেদত ব্যুৎপত্তি নাইকিয়া হ'ল। পৰিণতি স্বৰূপে তেওঁবিলাকৰ বেদৰ বা যজ্ঞৰ অধিকাৰ ৰহিত হ'ল। শেষলৈ সকলো নাৰীৰে অধিকাৰ খৰ্ব কৰা হ'ল। নাৰীয়ে বৈদিক যুগত উপবীত ধাৰণ কৰিছিল, পৰৱৰ্তী যুগত তাৰপৰাও বঞ্চিত হ'ল। কৃষ্ণৰ ৰুক্মিণী-হৰণ আৰু উষা-অনিৰুদ্ধৰ পৰিণয়ৰ কাহিনী উক্ত ভাৰতীয় আৰ্যই অনাৰ্য্য তিৰোতাৰ পাণি গ্ৰহণ কৰাৰেই উদাহৰণ। এইদৰে নাৰীৰ অধিকাৰ খৰ্ব কৰাৰ সময়ত অৰ্থাৎ পৰৱৰ্তী বৈদিক যুগত লোহিত্য গোত্ৰীয় পৰশুৰামে মাতৃপ্ৰধান সংস্কৃতি উচ্ছেদ কৰিবলৈ বিচাৰি ফুৰাটো স্বাভাৱিক আৰু মাক ৰেণুকা নিষাদ সংস্কৃতিৰ মাতৃপ্ৰধান সমাজৰ নাৰী হোৱাটোও একো আচৰিত নহয়। তদুপৰি বৈদিক আৰ্যসকলৰ মাজতো অগ্নি আৰু ইন্দ্ৰৰ শ্ৰেষ্ঠত্ব দাবী কৰি সংঘৰ্ষ লগাটো ঐতিহাসিক ঘটনা। পৰশুৰাম অগ্নিক শ্ৰেষ্ঠ বুলি দাবী কৰা ব্ৰাহ্মণ আছিল। পিতৃৰ নামেই হ'ল জমদগ্নি। আৰ্যসকল একালত দুভাগে বিভক্ত হৈছিল। এভাগৰ উপাস্য হ'ল দেৱ অৰ্থাৎ দেৱতা। ইভাগৰ উপাস্য হ'ল অহুৰ অৰ্থাৎ অসুৰ। নৰকাসুৰ এই শ্ৰেণী আৰ্যৰ এজন নেতা হোৱাই সম্ভৱ আৰু তেওঁ হত্যা কৰি যুঁজা ক্ষত্ৰিয়সকল সম্ভৱতঃ দ্ৰাবিড়সকলৰ নাগৰিক সংস্কৃতি ধ্বংসকৰোঁতা পুৰন্দৰ অৰ্থাৎ ইন্দ্ৰদেৱতাৰ অনুগামী আৰ্য্য আছিল। এই ক্ষত্ৰিয়সকলৰ তেজত ইতিমধ্যে অনাৰ্য্য তেজৰ সোঁত প্ৰৱাহিত হোৱাটোও পৰশুৰামৰ ঘৃণাৰ এটা কাৰণ হ'ব পাৰে। লুইতৰ পাৰত অতি পুৰণি কালতেই আৰ্যধৰ্মৰ বীজ ৰোপণ কৰা হৈছিল। বৰ্তমান মিচিমিসকলৰ পূৰ্বপুৰুষ বুলি পৰশুৰামক থিয় কৰাৰৰ সমল নোহোৱা নহয়। মিচিমিসকলৰ বিবাহৰ সময়ত বংশলতাৰ বিচাৰ আৰু জনজাতীয় মিচিমি তিৰোতাই আজিও মাংস নোখোৱা ৰীতিটোৱে একালত আৰ্যাতেজৰ সংমিশ্ৰণ কিম্বা সমন্বয়ৰেই ইংগিত দিয়ে। উক্ত পাৰৰ হাবুঙত বাস কৰা প্ৰাচীন হাবুঙীয়া ব্ৰাহ্মণসকল মিচিমিৰ লগত মিহলি হৈ যোৱা বুলি মুখে মুখে চলি আহিছে।

## দক্ষযজ্ঞ

বেদৰ প্ৰধান অনুষ্ঠান যজ্ঞ। যজ্ঞৰ মাধ্যমত বৈদিক আৰ্যসকলে ইহকাল-পৰকালৰ মঙ্গল কামনা কৰিছিল; কিন্তু ভাৰতৰ অবৈদিক তথা অনাৰ্যসকলৰ মাজত যাজ্ঞিক অনুষ্ঠান নাছিল। ৰামায়ণত ৰাক্ষসসকলে যজ্ঞ লণ্ডভণ্ড কৰাৰ কথা পোৱা যায়। পনি আৰু কবচবিলাকে

বেদৰ পুৰোহিতক অমান্য কৰিছিল। পনিবিলাকে ইন্দ্ৰৰ গৰু চুৰি কৰি নিছিল। কবচ বা কুবাচবিলাকক মৃদ্ধবাচ্য অৰ্থাৎ দোৱান-দিয়া মানুহ বুলি নিন্দা কৰিছিল। তথাপি নানান কাৰণত যে ইতিমধ্যে জাতিগত সংমিশ্ৰণ আৰম্ভ হৈছিল, সেইটো জনা যায়। তথাপি ধৰ্মীয় সমন্বয় সাধনৰ বাট তেতিয়াও মুকলি হোৱা নাছিল।

দক্ষ ব্ৰহ্মাৰ পুত্ৰ। তেওঁৰ ভাৰ্যা মনুকন্যা প্ৰসূতি। ভাগৱতৰ মতে প্ৰসূতিৰ গৰ্ভজাত যোলজনী কন্যা। তাৰে তেৰজনী ধৰ্মলৈ, এজনী অগ্নিলৈ, এজনী পিতৃগণলৈ আৰু এজনী মহাদেৱলৈ বিয়া দিছিল। তেওঁৰ নাম সতী। মহাদেৱ কিৰাত প্ৰতিভূ। মহাদেৱে আৰ্যকন্যা সতীক বিয়া কৰালেও যজ্ঞৰ ভাগ পোৱা নাছিল। সেইবাবে যজ্ঞস্থলীত অনাহূতা সতী অপমানিতা হৈছিল আৰু আৰ্য দক্ষই অনাৰ্য শিৱক নিন্দা কৰিছিল অৰ্থাৎ জোঁৱাই হ'লেও দক্ষই শিৱক সামাজিক মৰ্যাদা দিবলৈ প্ৰস্তুত নাছিল নতুবা আৰ্যসকলে তেতিয়াও মহাদেউ বুঢ়াগোসাঁইক বৈদিক ৰুদ্ৰৰ লগত একীভূত কৰা নাছিল। তেতিয়াও শিৱ কিৰাত নেতা হৈ আছিল, আৰ্যীকৰণ হোৱা নাছিল। শিৱই বৈদিক যজ্ঞ লণ্ড-ভণ্ড কৰাটো অধৰ্ম বুলি গণ্য নকৰিছিল। দক্ষযজ্ঞৰ কাহিনীয়ে আৰ্য-কিৰাত তথা বৈদিক ব্ৰাহ্মণ্যধৰ্ম আৰু যোগিনীতন্ত্ৰই উল্লেখ কৰা কৈৰাতজ ধৰ্মৰ মাজত প্ৰাথমিক সংঘৰ্ষৰেই ইংগিত দিয়ে।

## হিৰণ্যকশিপু-হিৰণ্যাক্ষ বধ

ভাৰতৰ অষ্ট্ৰিক সংস্কৃতিব্যাপ্ত নিষাদ অধ্যুষিত অঞ্চলৰ মূল ধৰ্ম আছিল মাতৃপ্ৰধান। তেওঁবিলাকে প্ৰকৃতিৰ সকলোতে মাতৃত্ব দেখা পাইছিল। পৃথিৱী মাতৃ। অম্বুবাচীৰ সময়ত পৃথিৱী ৰজস্বলা হয়। শস্যৰ অধিষ্ঠাত্ৰী মাতৃ। ৰোগব্যাধিৰ গৰাকিনী আই, মাতৃ। তেওঁবিলাকৰ সামাজিক নীতি-নিয়মো মাতৃতন্ত্ৰৰ ওপৰত প্ৰতিষ্ঠিত। যেতিয়া নিষাদ কিৰাতসকলৰ সংস্পৰ্শলৈ আহিল, তেতিয়া কিৰাতসকলৰ দেৱতা বুঢ়াগোসাঁইক নিষাদসকলৰ বুঢ়ীগোসাঁনীৰ লগত যোৰাপাতি দিলে। পিছলৈ শিৱই সতীক বিয়া কৰোৱাটো সংযোজিত হয় (হিমালয়কন্যা পাৰ্বতীৰ লগত দক্ষকন্যা সতীৰ জন্মান্তৰ সম্পৰ্ক কিৰাত-আৰ্য সমন্বয়ৰ কাহিনী মাত্ৰ)। এইদৰে উত্তৰ-পূব ভাৰতৰ কিৰাত অধ্যুষিত অঞ্চলত শিৱ-দুৰ্গাৰ সহাৱস্থান মানি লোৱা হয়; কিন্তু তেতিয়াও বিষ্ণু বা বৈষ্ণৱ আদৰ্শ কিৰাত সমাজত প্ৰবেশ কৰা নাছিল। বিষ্ণুৰ নৰসিংহ অৱতাৰৰদ্বাৰা হিৰণ্যকশিপুক বধ কৰি প্ৰহ্লাদৰ হতুৱাই বিষ্ণুৰ শ্ৰেষ্ঠত্ব স্বীকাৰ কৰোৱাই পোনপ্ৰথমে বৈষ্ণৱ আদৰ্শৰ পাতনি মেলা হয়। হিৰণ্যকশিপু দৈত্য আছিল। এই দৈত্য বংশতে বৈষ্ণৱ প্ৰহ্লাদৰ নাতিয়েক বলি আৰু তেওঁৰ পুতেক বাণৰ জন্ম। বাণৰ বংশ এতিয়া অৰুণাচলৰ আঁকাসকল বুলি চিনাকি দিয়ে। তদুপৰি এই দৈত্য বংশটোৰ লগত বিষ্ণুৰ বৰাহ, বামন, নৰসিংহ আৰু কৃষ্ণ অৱতাৰৰ শত্ৰুতা বা প্ৰতিদ্বন্দ্বিতা মন কৰিবলগীয়া।

বৰাহ অৱতাৰে হিৰণ্যকশিপুৰ ককায়েক হিৰণ্যাক্ষক বধ কৰে। নৰসিংহ অৱতাৰৰ হাতত হিৰণ্যকশিপু নিধন হয়। ইপিনে বামন অৱতাৰে বলিৰ বদান্যতাৰ সুযোগ লৈ তিনিপাদ ভূমি দান লৈ পাতাললৈ খেদি পঠিয়ায়। অৱশেষত শিৱভক্ত বাণক কৃষ্ণৰ হতুৱাই পৰাস্ত কৰোৱা হৈছে। এয়া বৈষ্ণৱ আৰু শৈৱ আদৰ্শৰ কেইবা পুৰুষ জোৱা দীঘলীয়া সংঘৰ্ষৰ ইতিহাস মাত্ৰ। বৈষ্ণৱ আদৰ্শই শৈৱ আদৰ্শৰ ভেঁটি উচন কৰিব নোৱাৰিলে, মাথোন কূটনৈতিক কৌশলেৰে হৰিহৰৰ অভিন্নতা প্ৰচাৰ কৰি এড়ুখৰি ঠাই উলিয়াই ল'লে। বাহিৰত মানুহ বৈষ্ণৱ হ'লেও শৈৱ লোকাচাৰ নেৰিলে। বিশিষ্টাদ্বৈতবাদী শংকৰদেৱেও কৌশলেৰে 'কীৰ্তনৰ' নাম অপৰাধ অধ্যায়ত



শিৱক বিষ্ণুৰপৰা ভিন্ন বুলি ভৱাটো অপৰাধ বুলি কৈহে ৰক্ষা পাইছে। অসমৰ জনজীৱনৰ লগত বুঢ়াগোসাঁই আৰু বুঢ়ীগোসাঁনীৰ প্ৰভুত্ব কোনেও উলাই কৰিব নোৱাৰে। এতিয়াও নামঘৰত নামকীৰ্তন কৰি বৈষ্ণৱ বুলি চিনাকি দিয়া অনেক জনজাতীয় মানুহে অন্যান্য লোকাচাৰমূলক অনুষ্ঠানত বা নিজা নিজা জাতীয় অনুষ্ঠানত শিৱৰ উপাসনা অপৰিহাৰ্য বুলি ভাবে। সি যি কি নহওক, প্ৰাচীন কামৰূপত বৈষ্ণৱ আদৰ্শই ভূমুকি মৰাৰ সময়ত শিৱই সৰ্বতোপ্ৰকাৰে প্ৰাধান্য বিস্তাৰ কৰি আছিল।

## কামদেৱ ভস্ম

কামৰূপ শব্দটো ঐতিহাসিকভাৱে পোন প্ৰথমে নালন্দাৰ সমুদ্ৰগুপ্তৰ স্তম্ভত পোৱা যায়। হিউয়েনচাঙে এই দেশখনক কিয়ামলুপ বুলি উল্লেখ কৰিছে। ঐতিহাসিকভাৱে খৃষ্ট জন্মৰ আগে-পাছেই কামৰূপৰ জন্ম হয়। আগৰছোৱাত ইয়াৰ নাম প্ৰাগজ্যোতিষপুৰহে আছিল। কামৰূপ শব্দৰ জন্মৰ ইতিহাস বিচাৰি এটা কাহিনী সৃষ্টি কৰা হৈছে। সেয়ে কামদেৱ ভস্ম। শিৱৰ প্ৰতাপ সহিব নোৱাৰি কামদেৱৰ কামবাণেৰে শিৱক পৰাস্ত কৰিবলৈ চেষ্টা কৰা হৈছিল; কিন্তু তাকে কৰিব নোৱাৰিলে। শিৱৰ হাতত কামদেৱ ভস্ম হ'ল, পিছত কামদেৱৰ ভাৰ্যা ৰতিৰ প্ৰাৰ্থনা শুনিহে তেওঁক পুনৰ জীৱন দিলে। ইও এক ধৰ্মীয় আদৰ্শৰ সংঘৰ্ষ মাথোন। শৈৱ আদৰ্শক উচ্ছেদ কৰিবৰ বাবে ইও এক কূট প্ৰচেষ্টাৰ ইংগিত মাত্ৰ। নেপালৰ পশুপতিনাথ এটা প্ৰাচীন শৈৱ মন্দিৰ। যেতিয়া নেপালস্য কাঞ্চনাদ্ৰিৰপৰা দক্ষিণে সঙ্গমাৱধি, পূবে গিৰিকন্যাকাৰপৰা পশ্চিমে কৰতোয়ালৈকে প্ৰাচীন কামৰূপ ৰাজ্যই বিস্তৃতি লাভ কৰিছিল, সেই সময়ত সমগ্ৰ কামৰূপ ৰাজ্যতে শিৱৰ প্ৰবল আধিপত্য আছিল। শৈৱ আৰু মাতৃতন্ত্ৰৰ সমন্বয় সাধন হোৱাৰ পিছত ই আৰু অধিক শক্তিশালী হৈ উঠিছিল। সেইবাবে শৈৱ আদৰ্শক স্বীকাৰ কৰি লোৱাৰ বাহিৰে অন্য উপায় নাছিল। শংকৰদেৱে কীৰ্তনৰ 'হৰমোহন'ত শিৱৰ যি চৰিত্ৰ সৃষ্টি কৰিছে, তাৰ তুলনাত 'কামদেৱ ভস্ম'ৰ শিৱ অধিক দৃঢ় আৰু পৰম্পৰ বিৰোধী। তথাপি শিৱক অমান্য নকৰি বিষ্ণুৰ অভিন্ন বুলি কোৱা হৈছে। শিৱক খেতিয়ক হিচাপেও থিয় কৰোৱা হৈছে। সম্ভৱতঃ কিৰাত সংস্কৃতি কৃষিমুখী হোৱাৰ সময়তেই শিৱই প্ৰতিষ্ঠা লাভ কৰে। মুগাপোহা মন্ত্ৰতো শিৱই এজন কছাৰীক বৰ দি মুগা পুহিবলৈ দিয়াৰ কথা আছে। আজিও মুগা চুঙীয়াই বুঢ়াডাঙৰীয়াক ভোগ-পায়সেৰে পূজা দিয়ে। কিৰাত বা জনজাতীয় দেৱতা শিৱক আৰ্যসকলে পোনতে মানিব খোজা নাছিল; কিন্তু কালক্ৰমত ৰুদ্ৰ বা সংহাৰ-দেৱতা হিচাপে স্বীকৃতি দিবলৈ বাধ্য হ'ল।

## বৌদ্ধ আদৰ্শ: সবাকো বধিব যত বৌদ্ধগন আছে

অসমত শাক্ত-শৈৱ-বৈষ্ণৱ আদৰ্শৰ বিস্তৃতি ঘটাৰ সময়ত বৌদ্ধ আদৰ্শই ভূমুকি মাৰেহি। খ্ৰীষ্টীয় প্ৰথম শতিকাৰ কামৰূপৰ কন্যা অমৃতপ্ৰভাক কাশ্মীৰৰ মেঘবাহনলৈ বিয়া দিয়া হয়। কাশ্মীৰতো শৈৱ আদৰ্শৰ প্ৰাধান্য আছিল। অমৃতপ্ৰভাই পিতৃ কামৰূপাধিপতিৰ আদেশ লৈ স্তৌন্‌পা নামৰ বৌদ্ধ ভিক্ষু এজনক (লৌহ দেশৰ সন্তান) কাশ্মীৰলৈ লৈ গৈছিল। কামৰূপত বৌদ্ধ আদৰ্শই স্বকীয়তা বেছি দিন ৰক্ষা কৰিব নোৱাৰিলে। শৈৱ-শাক্তৰ সংমিশ্ৰণত ই এক নতুন ৰূপ ললে, যাক পিছলৈ তান্ত্ৰিক বৌদ্ধ বুলি আখ্যা দিয়া হয়। মূল হীনযান, কালচক্ৰযান,

ভদ্রযান, তন্ত্রযান, সহজযান, মন্ত্রযান আদিৰ উদ্ভৱ হ'ল। খৃষ্টজন্মৰ আগতেই অসমত বৌদ্ধ ধৰ্মই ভেঁটি প্ৰতিষ্ঠা কৰে; কিন্তু ইতিমধ্যে সুপ্ৰতিষ্ঠিত কৈৰাতজ ধৰ্মৰ প্ৰভাৱত ই নতুন সংমিশ্ৰিত ৰূপ ল'বলৈ বাধ্য হ'ল। শংকৰদেৱে বৈষ্ণৱ আদৰ্শ প্ৰচাৰ কৰাৰ সময়লৈকে অসমত বৌদ্ধধৰ্মী মানুহ আছিল; কিন্তু তাৰ পিছত সেই ধৰ্মৰ অনুগামী নাইকিয়া হ'ল। শংকৰদেৱে পোনপটীয়াকৈ বৌদ্ধ ধৰ্মৰ বিৰুদ্ধে প্ৰচাৰ কৰিছিল আৰু বৌদ্ধ শাস্ত্ৰক বামানয় শাস্ত্ৰ আখ্যা দিছিল। আনকি, কল্কি অৱতাৰে 'সৱাকো বধিব যত বৌধগণ আছে', বুলি সতৰ্ক কৰিও দিছিল। অসমৰপৰা প্ৰাচীন বৌদ্ধ আদৰ্শই বিদায় লোৱাৰ মূল বা প্ৰধান কাৰণ জনপ্ৰিয় নৱবৈষ্ণৱ আদৰ্শ নহয়, শাক্ত-শৈৱ তান্ত্ৰিক প্ৰভাৱহে। নিৰ্বাণৰ প্ৰতি লক্ষ্য থাকিলেও আনুষ্ঠানিকতাত সেই যুগৰ বৌদ্ধ ৰীতি-নীতিৰ পদস্খলন ঘটিছিল।

## ৰাতিখোৱা সম্প্ৰদায়

ৰাতিখোৱা সম্প্ৰদায়ৰ মূল ধৰ্মীয় আদৰ্শ বা লোকাচাৰক বাস্তৱতে কৈৰাতজ বোলা উচিত। মদ-মাংস-মাছ সৰ্বদায় ভক্ষ্য। অনুষ্ঠানত পুৰুষ-তিৰোতাৰ সমান অধিকাৰ। এই সম্প্ৰদায়ৰ লোকাচাৰসমূহ বিশ্লেষণ কৰি চালে ইয়াত শাক্ত-শৈৱ-বৌদ্ধ-বৈষ্ণৱ সকলো আদৰ্শৰ সংমিশ্ৰণ কম-বেছি পৰিমাণে দেখা পোৱা যায়। সাধু বা পূৰ্ণভকতে সাপৰ ৰাজহাড়ৰ বা ৰুদ্ৰাক্ষৰ মালা পিন্ধে, এয়া শৈৱ আদৰ্শ। অনুষ্ঠানত জ্বলোৱা চাকিখনক যোনি আৰু শলিতাগছক লিংগ বুলি গুহ্য অৰ্থত ব্যাখ্যা দিয়ে। তদুপৰি পূৰ্ণভকতৰ মূল সম্পূৰ্ণ হয় এগৰাকী নাৰী হ'লেহে। নাৰীগৰাকীক আই আখ্যা দিয়ে। এই অনুষ্ঠানত যোগ দিয়া সকলো নাৰীকে আই সম্বোধন কৰে। এয়া শাক্ত-প্ৰভাৱৰ চিন মাত্ৰ। আনপিনে গুৰু বা পূৰ্ণভকতৰ যি ধাৰণা, সি চৰ্যাপদৰ গুৰুৰ আদৰ্শৰ ইংগিত দিয়ে। তদুপৰি জীৱই নিৰ্বাণ লাভ কৰাৰ ধাৰণাও বিশ্বাস কৰে। সাতেসোতৰই উক্ত ৰাতিখোৱা অনুষ্ঠানৰ আটাইবোৰ ধৰ্মাদৰ্শৰ উপাদান সংযোজিত হৈছে। সম্ভৱতঃ শংকৰদেৱৰ অভ্যুদয়ৰ সময়ত অসমৰ সকলো কিৰাত জনসংখ্যাৰ মাজত এই অনুষ্ঠানৰ প্ৰাবল্য আছিল। উপায়ান্তৰ হৈ উক্ত লোক-বিশ্বাসৰপৰা থলুৱা মানুহক বিচলিত কৰিব নোৱাৰি শংকৰদেৱে গোপাল আতাক নাম-নাচকৈ হ'লেও উক্ত জনগোষ্ঠীৰ মাজত বৈষ্ণৱ আদৰ্শ প্ৰচাৰ কৰিবলৈ নিয়োগ কৰিবলগীয়া হৈছিল। সি এতিয়াও চলি আছে। আনকি গোপনে গোপনে কালসংহতিৰ উপৰিও আন আন সংহতিৰ শিষ্যৰ মাজতো ৰাতিখোৱা অনুষ্ঠানৰ অস্তিত্ব মন কৰিবলগীয়া।

## লোকাচাৰ

অসমৰ ধৰ্মীয় ঐতিহ্যত অষ্ট্ৰ-মঙ্গোলইড্ বা নিষাদ-কিৰাত সংস্কৃতিৰ ভেঁটি অতি সুদৃঢ় আছিল। প্ৰাক্-শঙ্কৰী যুগত অসমৰ বিভিন্ন জনগোষ্ঠীৰ ভিতৰত চুতীয়াসকল কেঁচাইখাইতীৰ উপাসক আছিল। কেঁচাইখাইতী আৰু কামাখ্যাৰ মাজত মৌলিক পাৰ্থক্য নাই। আনপিনে সমগ্ৰ লুইতৰ পাৰতে বিয়পি থকা বড়োসকলৰ মাজত বুঢ়াগোসাঁই ( বাথৌ-বাথৌ, গেৰা-গেৰী, নাংকুৰি-নাখাম)ৰ প্ৰভুত্ব অনস্বীকাৰ্য। বৰাহী-কছাৰীসকল সম্ভৱতঃ শৈৱ ধাৰণাৰ লগতে বৰাহ বিষ্ণুৰ উপাসক আছিল। তেওঁবিলাকৰ ৰাজকীয় চিহ্ন বৰাহ মূৰ্তিহে। ইয়াৰ উপৰিও প্ৰাক্-শংকৰী ভূঞাসকলো তান্ত্ৰিক শাক্ত আছিল। শৈৱ আদৰ্শৰ অভিন্নতা স্বীকাৰ কৰিব লাগিব। শংকৰদেৱ শিওৰীৰ শিৱলিংগৰ উপাসনাৰ আশীৰ্বাদত জন্ম হৈছিল বুলি এতিয়াও প্ৰবাদ প্ৰচলিত আছে। আহোমসকল মূলতে তাও ধৰ্মবাদী হ'লেও অসমলৈ অহাৰ সময়ত তেওঁবিলাকে কম-বেছি পৰিমাণে বৌদ্ধ আদৰ্শৰ অনুগামী আছিল; কিন্তু থলুৱা মানুহৰ সংস্পৰ্শলৈ অহাৰ লগে লগেই তেওঁবিলাকৰ ধৰ্মীয় আদৰ্শ সলনি হ'বলৈ আৰম্ভ কৰে। পোনতে ব্ৰাহ্মণ্য ৰীতি-নীতি,



পিছলৈ বৈষ্ণৱ আদৰ্শ আৰু একেবাৰে শেষত শাক্তধৰ্মই ৰজাঘৰত প্ৰৱেশ কৰে; কিন্তু সাধাৰণ প্ৰজাৰ মাজত যোগিনীতন্ত্ৰৰ কৈৰাতজ ধৰ্মই বিৰাজ কৰিছিল আৰু আজিও কম-বেছি পৰিমাণে সিয়ে হৈ আছে। সামাজিকভাৱে বৈষ্ণৱ নামঘৰত নাম-কীৰ্তন কৰিলেও ভিতৰুৱাকৈ নিজৰ নিজৰ ধ্যান-ধাৰণা মতে লোকাচাৰসমূহ পালন কৰি আহিছে। অসমৰ সমাজত মূল ধৰ্মীয় লক্ষ্যতকৈ আনুষ্ঠানিক লোকাচাৰসমূহৰহে মূল্য অধিক।

## শৈৱ আদৰ্শ

অসমৰ সংস্কৃতিৰ বিশেষ লক্ষ্য কৰিবলগীয়া এটা দিশ হ'ল ইয়াৰ সাংস্কৃতিক সমন্বয়। মানুহবোৰ মঙ্গোলীয় অনাৰ্য; কিন্তু ইয়াৰ সংস্কৃতি আৰু ধৰ্ম আৰ্যমুখী। ইয়াৰ মূল কাৰণ, টাইসকলক বাদ দিলে বাকী অনাৰ্যসকলৰ লিপি আৰু লিখিত সাহিত্য নাই। ফলত ভাৰতীয় ব্ৰাহ্মীলিপিৰে হিন্দু লেখকসকলে যি লিখি থৈ গ'ল, সিয়ে সমগ্ৰ জাতিটোৰ সম্পত্তি হৈ পৰিল। অনাৰ্য মানুহৰ প্ৰাচীন ইতিহাসৰ কোনো লিপিবদ্ধ সাক্ষ্য নাই। সেইবাবে ধৰ্মৰ ক্ষেত্ৰতো অলিখিত সামাজিক অনুষ্ঠানসমূহে স্থায়ী ধৰ্মীয় মৰ্যাদা লাভ নকৰিলে। ভাৰতীয় আৰ্যসকলে যি ধৰ্মীয় আদৰ্শ আনি অসমত মেলি দিলে, সিয়েই আজিৰ অসমীয়াৰ ধৰ্ম বুলি স্বীকৃতিলাভ কৰিছে। ভাৰতীয় আৰ্যধৰ্মই ভাৰতীয় শাস্ত্ৰসম্মত মৰ্যাদাৰে অসমত বৌদ্ধ ধৰ্মৰ পিছতহে প্ৰতিষ্ঠা লাভ কৰে। অনাৰ্য দেৱ-দেৱীসমূহক আৰ্যীকৰণ কৰাৰ পিছত আৰু তেওঁবিলাকৰ পূজা-পাতলৰ বিধি-ব্যৱস্থা নিৰ্ধাৰণ হোৱাৰ পিছত অসমলৈ শাক্ত-শৈৱ-বৈষ্ণৱ ধাৰণাই প্ৰৱেশ কৰে। ৰামায়ণ-মহাভাৰত-ৰঘুবংশত কামৰূপ-প্ৰাগজ্যোতিষপুৰৰ মানুহবোৰক অসুৰ-দানৱ-দৈত্য-ম্লেচ্ছ-কুবাচ-কিৰাত-চীন আখ্যা দিলেও ধৰ্মীয় ধাৰণা সম্পৰ্কে নিমাত; কিন্তু এইটো জনা যায় নৰকাসুৰৰ ৰাজ্যত শৈৱ ধৰ্ম চলি আছিল আৰু সমান্তৰালভাৱে কামাখ্যা তথা মাতৃপূজাত আসন আছিল। ভগদত্তক শিৱৰ সখা বুলি কোৱা হৈছে। বাণ শিৱভক্ত আছিল। তাম্ৰশাসনৰ যুগত ভাস্কৰবৰ্মা 'শশিশেখৰপিনাকী ভষ্মকণাবিভূষিত'জনৰ ভক্ত আছিল। হৰ্জৰ বৰ্মা, বনমাল বৰ্মা, বল বৰ্মাও পিনাকপাণিভক্ত আছিল। শৈৱ আদৰ্শ প্ৰাক্-শংকৰী যুগত সমগ্ৰ অসমতে শক্তিশালী আৰু সৰ্বব্যাপ্ত আছিল। পৰ্বত-ভৈয়ামৰ সমূহ জনজাতিৰ মাজত শিৱই বিৰাজ কৰিছিল আৰু আজি অসমত যিমান শিৱলিংগ পোৱা যায়, তাৰ সমানে আন কোনো ধৰ্মীয় আদৰ্শৰ ভগ্নাৱশেষ পোৱা নাযায়। কোচ ৰজা শিৱবংশী, কমতাৰ ৰজা জল্পীশ শিৱৰ পূজক। শদিয়লীয়া কছাৰী ৰজাৰ বংশতো সন্ন্যাসীৰূপী মহাদেৱৰ বীৰ্য স্থাপন কৰা হৈছে। আহোম স্বৰ্গদেও প্ৰতাপসিংহ ৰজা হোৱাৰ আগতে শিৱপূজক আছিল। এইদৰে অসমত অতি প্ৰাচীন কালৰেপৰাই ঈশানেশ্বৰ, মহেশ, নকুলীশ, ষড়-ভুজ, দশভুজ, নটৰাজ, ভৈৰৱ, উমা-মহেশ্বৰ, হৰিহৰ, বলিয়া বাবা, বুঢ়াগোসাঁই আৰু লিংগ ৰূপত শিৱক উপাসনা কৰা হৈছিল আৰু বিশ্বনাথ, তেজপুৰ, দেৰগাঁও, উমানন্দ আদিত শিৱমন্দিৰ স্থাপিত হৈছিল।

## শাক্ত আদৰ্শ

অসমত শক্তিপীঠৰ সংখ্যা শিৱ মন্দিৰতকৈ কম। চুতীয়া আৰু ভূঞাসকল শাক্ত আছিল। চুতীয়াৰ পুৰোহিত দেউৰী-চুতীয়াসকল আজিও আইৰ পূজক। শংকৰদেৱৰ পূৰ্বপুৰুষসকলো শক্তিপূজক আছিল। চণ্ডীবৰ নামটো তাৰেই এটি উদাহৰণ। শংকৰদেৱ-মাধৱদেৱৰ তৰ্কাতৰ্কি সম্বন্ধে গুৰুচৰিতসমূহে যি সাক্ষ্য দিছে, সি শাক্ত-বৈষ্ণৱ আদৰ্শৰ মাজত হোৱা অৰিয়া-অৰিৰ

চানেকি। জয়ন্তীয়াসকলো শাক্ত আছিল। খাচীসকল পোনপটীয়াকৈ মাতৃপূজক আৰু মাতৃতান্ত্রিক। সাধাৰণতে অসমৰ শক্তিপীঠবিলাকত বলি-বাহন দি পূজা কৰা হৈছিল। কেঁচাইখাইতীৰ আগত নৰবলিও দিয়া হৈছিল। হাঁহ-পাৰ-কুকুৰা-ছাগলী-ম'হ আদি দেওশালত বলি দিছিল আৰু কিছুমান ভিতৰুৱা অনুষ্ঠানত গাহৰিও বধ কৰা হৈছিল। আহোম-দেওধাইসকলৰ ওম-কা পূজাত চেঁউৰী গৰুও বলি দিয়া হয়। লোকাচাৰ মতে অনুষ্ঠিত সুবচনী পূজাতো হাঁহ-পাৰ-কুকুৰা-ছাগলী বলি দিয়া হয়। পাছলৈ হিন্দু ৰীতি-নীতি প্ৰৱেশ কৰা শক্তিপূজাতো ছাগলী, হাঁহ আৰু ম'হৰ বলি চলি থাকে। শক্তিপীঠসমূহত অস্ত্রাঘাত কৰি বলি দিয়া হয়; কিন্তু শৈৱ মন্দিৰত বলি দিয়া নহয়, ডিঙি মুচৰি জীৱ-জন্তু সংস্থাপন কৰা হয়। সেইদৰে ৰাতিখোৱা সম্প্রদায় বা অন্যান্য অপদেৱতাৰ পূজাতো ডিঙি মুচৰি জীৱ বধ কৰা হয়। অৱশ্যে কিছুমান হাবিতলীয়া ভূত-প্রেত-পিশাচ আদিক হাবিতে জীৱ বলি দি পূজা দিয়া হয়। অসমৰ পুৰণি সমাজত শক্তিপূজা শিৱপূজাৰপৰা পৃথক হ'লেও শিৱই এভাগ পূজা পাইছিল। ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰে শদিয়াৰ তাম্রেশ্বৰী, মালিনী, ফুলবাৰী, দক্ষিণপাৰে নীলাচলৰ কামাখ্যা, শিলঘাটৰ কামাখ্যা, নুমলিগড় আদিত শক্তিপীঠ স্থাপিত হৈছিল। তদুপৰি বিভিন্ন জনগোষ্ঠীৰ সুবিধা অনুসৰি ঠায়ে ঠায়ে অনেক দেওশাল স্থাপিত হৈছিল।

## বৈষ্ণৱ আদর্শ

অসমত বৈষ্ণৱ আদর্শৰ ঐতিহ্যও অতি প্রাচীন; কিন্তু বৈষ্ণৱ আদর্শই অসমত সুকণ্ঠা উলিয়াবলৈ বিৰাট হৰিহৰৰ যুদ্ধ আৰু ৰুক্মবীৰ-কৃষ্ণৰ যুদ্ধ পাৰ হ'বলগীয়া হৈছিল। বৰাহ-বিষ্ণু আৰু ধৰিত্ৰীৰ গৰ্ভজাত কামৰূপৰ ৰাজবংশৰ কল্পনা তাৎপর্যপূর্ণ। কামাখ্যা আৰু দেৱী পৃথিৱীৰ ধাৰণা, অম্বুবাচীত পৃথিৱী ৰজস্বলা হোৱাত একীভূত কৰা হৈছে কাৰণ, মানুহে আজিও সেই কথা বিশ্বাস কৰে। সেই পৃথিৱী অর্থাৎ ধৰিত্ৰীৰ লগত বিষ্ণুৰ সম্বন্ধ ঘটাই প্রাচীন মাতৃপূজাক স্বীকাৰ কৰি বৈষ্ণৱ আদর্শ প্রতিষ্ঠা কৰিবলৈ প্রয়াস কৰা হৈছে। বিষ্ণুৰ বৰাহ অৱতাৰে পৃথিৱীক প্রলয়ৰপৰা ৰক্ষা কৰা কাহিনীৰ তাৎপর্যতো তেনে এক ইংগিত আছে। ৰজা ধর্মপালৰ বংশৰ চিনাকি দিওঁতে 'বসুমতী মন্দলালীঢ় দংষ্ট্র' বুলি উল্লেখ কৰিছে। ভাস্কৰবৰ্মাৰ আজোককাক মহাভূতিবৰ্মাই 'শ্রীপৰমদৈৱত পৰম ভাগৱত' বুলি চিনাকি দিছিল; কিন্তু ভাস্কৰবৰ্মা শৈৱ আছিল। নুমলিগড়ৰ দেওপানীৰ শিলৰ প্রতিমাতো 'ভগৱতো নাৰায়ণস্য' মূর্তি আৱিষ্কৃত হৈছে। বাসুদেৱক তান্ত্রিক পদ্ধতিত কেইবা ঠাইতো 'ওঁ নমো নাৰায়ণায়, ওঁ নমো ভগৱতোবাসুদেৱায়' বুলি পূজা কৰিছিল। শুক্রেশ্বৰৰ বিষ্ণু জনার্দন আৰু হাজোৰ হয়গ্ৰীৱ মাধৱ মন্দিৰ বৌদ্ধ আদর্শৰ মন্দিৰ আছিল। পিছলৈ তাক বৈষ্ণৱীকৰণ কৰা হয়। শংকৰাচাৰ্যই বুদ্ধদেৱক বিষ্ণুৰ নৱম অৱতাৰৰূপে স্বীকৃতি দিয়াৰ পিছত অনেক বৌদ্ধ-উপাসনাৰ কেন্দ্ৰ বৈষ্ণৱ আদর্শলৈ বাগৰ সলায়। অশ্বক্রান্ত, শুক্রেশ্বৰ, হাজো, ডবকা আদিত তেনেকৈয়ে বৌদ্ধ ভেঁটিত বৈষ্ণৱ মন্দিৰৰ জন্ম হয়। হাজোৰ মন্দিৰৰ বিগ্রহক এতিয়াও বৌদ্ধসকলে মহামুনি বুলি কয়। তদুপৰি শিৱসাগৰত পোৱা বিষ্ণুমূর্তি, কামাখ্যাৰ বেণুগোপাল, বৰপেটাৰ চতুর্ভুজ বিষ্ণু, ডিব্রুগড়ত পোৱা পিতলৰ বিষ্ণুমূর্তি, দেওপানী, ডবকাৰ বিষ্ণুমূর্তি, আমবাৰীৰ বিষ্ণুমূর্তি প্রাক-শংকৰী যুগৰ। শংকৰদেৱৰ পূর্বকবি হেম সৰস্বতী, মাধৱ-কন্দলি, হৰিবৰ বিপ্রৰ ৰচনাতো বৈষ্ণৱ আদর্শ স্পষ্টকৈ ৰূপায়িত হৈছে। বৈষ্ণৱ আদর্শ সম্পূর্ণৰূপে সংস্কৃত সাহিত্যৰ মাধ্যমত অহা। সেইবাবে



জনজাতিবিলাকৰ মাজত বৈষ্ণৱ আদর্শই ব্যাপক বিস্তৃতি লাভ কৰিব পৰা নাছিল। শদিয়লীয়া কছাৰীসকলে যি ৰাজ্য স্থাপন কৰিছিল, সেই ৰাজ্যৰে ৰাজধানী আছিল উজনিৰ সোণাপুৰ (বর্তমান সোণাৰি), তাৰে ৰজা মহামাণিকাই মাধৱ কন্দলিৰ পৃষ্ঠপোষকতা কৰিছিল। এওঁবিলাক বৰাহ বিষ্ণু আৰু গড়ুৰ বাহন বিষ্ণুৰ (চৰাইদেউ) উপাসক আছিল; কিন্তু দশভূজা মহামায়াৰ পূজাও কৰিছিল। এই বৰাহীসকলৰ বাহিৰে অন্য জনজাতিসকল বৈষ্ণৱ আদর্শত শৰণ লৈছে, তেওঁবিলাকে লোকাচাৰমতে প্রাচীন ৰীতিৰে গোপনীয়তা অৱলম্বন কৰি হ'লেও বুঢ়াগোসাঁই, বুঢ়ীগোসাঁনীক এভাগি প্রসাদ দিবলৈ পাহৰা নাই।

শংকৰদেৱৰ জন্মৰ প্রায় এহেজাৰ বছৰমানৰ আগৰেপৰা কামৰূপলৈ সংস্কৃতশাস্ত্র জনা আর্যভাষী মানুহৰ আগমন হয় আৰু তেওঁবিলাকেই শিৱ-দুর্গা-বিষ্ণুৰ পূজাৰ অৱতাৰণা কৰে। গুপ্তযুগৰ সংস্কৃতিয়ে বিস্তৃতি লাভ কৰাৰ সময়ত স্থাপত্য-ভাস্কর্যই অসমত প্ৰৱেশ কৰে। মঠ-মন্দিৰ নির্মাণ হয়। ইয়াকে কৰোঁতে প্রাচীন অনার্য পীঠসমূহক সংস্কাৰ কৰি আর্যীকৰণ কৰা হয় আৰু পূৰ্বৰ লৌকিক দেৱতাসকলে ফোঁট-লগুণ লৈ বামুণীয়া বেশত ধৰা দিয়ে। পূজা-পদ্ধতি, বিধি-ব্যৱস্থা আৰোপ কৰা হয়। যজ্ঞই পূজালৈ গতি সলায়। ঠায়ে ঠায়ে অনার্য ৰীতিসমূহ উচ্ছেদ নকৰি সহঅৱস্থান মানি লয়। সেইবুলি অসমত কাহানিবা উপনিষদীয় বা দার্শনিক ধর্মচিন্তা হৈছিল বুলি প্রমাণ পোৱা নাযায়। জনজাতীয় ধাৰণাত ধর্ম ইহলৌকিক জীৱনত প্রয়োজনীয় আধিভৌতিক শক্তিৰ চর্চা মাত্র। তেওঁবিলাকৰ আত্মাই মুক্তি বা নির্বাণ পোৱাৰ কথা নাই, বা পাবৰ বাবে ধর্মচর্চা কৰাও নাই। তেওঁবিলাকে আত্মাৰ অস্তিত্ব স্বীকাৰ কৰে আৰু মৃত্যুৰ পিছতো আত্মাই উত্তৰাধিকাৰীসকলৰপৰা শ্রদ্ধা-তর্পণ বিচাৰে বুলি এতিয়াও ভাবে। অতি সূক্ষ্মভাৱে ধর্মীয় অনুষ্ঠান আৰু ধাৰণাসমূহ বিচাৰ কৰি চালে, প্রাক্-শংকৰী যুগৰ ধর্মক আধুনিক নৃতাত্ত্বিক ভাষাৰে 'মেজিক' বোলাই ভাল। অসমৰ ধর্মীয় ঐতিহ্যত শ্রীমন্ত শংকৰদেৱৰ অৱদান অনস্বীকার্য। পঞ্চদশ শতিকাৰ ঠিক সোঁমাজত জন্ম গ্রহণ কৰা শঙ্কৰদেৱৰ পূর্বপুৰুষসকল শক্তি উপাসক আছিল। শিৱ আৰু দুর্গা দুয়োকে সমভাৱে শ্রদ্ধা আৰু পূজা কৰিছিল। ত্রয়োদশ-চতুর্দশ শতিকাতেই বৈষ্ণৱ আদর্শই নতুনকৈ মূৰ দাঙি উঠিছিল। হেম সৰস্বতীয়ে বামন পুৰাণৰপৰা বিষয়-বস্তু লৈ 'প্রহ্লাদ চৰিত' ৰচনা কৰি দৈত্যৰ ঘৰত বিষ্ণুৰ সৱল অনুপ্রৱেশৰ কাহিনী ৰূপায়ণ কৰে। 'জৈমিনী অশ্বমেধ'ৰ বিষয়বস্তু বৈষ্ণৱ আদর্শ 'জয়দ্ৰথ বধ'ত ফুটি ওলাইছে। বর্তমান সহজলভ্য মাধৱ কন্দলিৰ 'ৰামায়ণ'ত পোনপটীয়াকৈ সোমোৱা বৈষ্ণৱ ভাৱধাৰা মাধৱদেৱৰ সম্পাদনাত বৃদ্ধি পালেও বিষ্ণুৰ অৱতাৰ ৰামৰ কাহিনী থলুৱা ভাষালৈ ভাঙনি কৰাটোৱে ক্রমাগতভাৱে বৈষ্ণৱ প্রভাৱ বৃদ্ধি পোৱাৰেই ইংগিত দিয়ে। সেয়ে হ'লেও শংকৰদেৱে প্রতিষ্ঠা কৰা একশৰণ ভাগৱতী বৈষ্ণৱ ধর্ম কাৰোবাক অনুকৰণ কৰি বা কাৰোবাৰ দীক্ষা লৈ অসমত প্রৱর্তন কৰাৰ কোনো তথ্যনির্ভৰ যুক্তি নাই। সেয়া শঙ্কৰদেৱৰ শাস্ত্র-ভাগৱত পঢ়ি, তীর্থ ভ্ৰমণ কৰি, সাধুৰ সংগত অভিজ্ঞতা লাভ কৰি যি উপলব্ধি হৈছিল, সেই উপলব্ধিপ্রসূত ফল মাত্র। শংকৰদেৱ প্রৱর্তিত বৈষ্ণৱ আদর্শ যথার্থতে মৌলিক আৰু বহিঃপ্রভাৱমুক্ত।

শংকৰদেৱৰ পূর্বপুৰুষসকল শক্তি উপাসক আছিল। গতিকে তেওঁবিলাক ব্রাহ্মণ্য সংস্কাৰমুক্ত নাছিল বুলি সন্দেহ কৰিবৰ থল আছে; কিন্তু পৰৱৰ্তী জীৱনত তেনে সংস্কাৰৰপৰা নিশ্চয় মুক্ত হৈছিল। যি সময়ত তীর্থ, ব্রত, যাগ-যজ্ঞ, পূজা আদি নিষ্ফল কর্ম বুলি যথার্থ উপলব্ধি হৈছিল, সেই সময়ত শ্রাদ্ধ-তর্পণ আদি লোকাচাৰ আৰু ব্রাহ্মণ্য ৰীতি-নীতিৰ প্রতি বিৰূপ মনোভাৱ প্রদর্শন কৰাই স্বাভাৱিক। শংকৰদেৱৰ মূল আদর্শ ভক্তি। কায়বাক্যমনে ঈশ্বৰক চিন্তা কৰি সকলো ঈশ্বৰত অর্পণ কৰাই তেওঁৰ উপলব্ধ-সত্য। ভাগৱতেই মূল শাস্ত্র। অদ্বৈতবাদেই গ্রহণীয় আদর্শ হ'লেও বিশিষ্ট বিষ্ণু তথা কৃষ্ণকেই ঈশ্বৰৰ অৱতাৰ বুলি তেওঁতে যথাসর্বস্ব

অৰ্পণ কৰি বিশিষ্টাদ্বৈতবাদত আশ্ৰয় গ্ৰহণ কৰিছে। একান্ত সাধনাই একমাত্ৰ উপায়। ভক্তিৰ নৱধাৰাবিশিষ্ট লক্ষণৰ কথা ক'লেও যথাৰ্থতে শ্ৰৱণ আৰু কীৰ্তনৰ ওপৰতে অধিক প্ৰাধান্য আৰোপ কৰিছিল। 'ব্ৰাহ্মণৰ চণ্ডালৰ নিবিচাৰি কুল' বুলি শংকৰদেৱে জাত্যাভিমান অস্বীকাৰ কৰিছিল। ভক্তি যিহেতু আচাৰবিহীন, ভক্তি যিহেতু মানসিক উৎকৰ্ষণবদ্বাৰাহে সম্ভৱ হয়; গতিকে 'অসম মুলুক ৰজক তুৰুক কুবাচ কঙ্ক গোৱাল' সকলোৰে ভক্তিত সমান অধিকাৰ। শংকৰদেৱে 'নাম', 'দেৱ' আৰু 'ভকত' এই তিনিমুঠি বস্তুহে মূল বুলি কৈছিল। মাধৱদেৱেহে তিনিমুঠি বস্তুৰ লগত 'গুৰু' সংযোজিত কৰে। শংকৰদেৱে 'গুৰু' আৰু 'ভক্তি' অভিন্ন বুলি ধাৰণা কৰিছিল; কিন্তু মাধৱদেৱে গুৰু ঈশ্বৰ বুলি ওপৰলৈ তুলি চাৰিমুঠি বস্তু পূৰ কৰে। সেয়েহে শংকৰদেৱ 'গুৰুৰো গুৰু জগদ্‌গুৰু মহাপুৰুষ'। তেওঁ সাতজনক ধৰ্মাচাৰ্য পাতিছিল—মাধৱদেৱ, দামোদৰদেৱ, হৰিদেৱ, ৰাম ৰাম, নাৰায়ণ দাস ঠাকুৰ আতা, মনু আৰু হৰিহৰ। এইসকলৰ ভিতৰত ব্ৰাহ্মণ আৰু অ-ব্ৰাহ্মণ সমানে আছে। শিষ্যসকলৰ ভিতৰতো কোনো জাতিভেদ নাছিল। ভাগৱতৰ ব্ৰহ্মসত্ৰ আৰু কৰ্মসত্ৰৰ আৰ্হি মিলাই গুৰু-শিষ্য সমৱেত হৈ ধৰ্মচৰ্চা কৰিছিল আৰু বৈদিক কৰ্মকাণ্ড আঁতৰাই থৈ ভাগৱতৰ আৰ্হিৰে মানসিক উৎকৰ্ষ সাধনৰ মাজেদি ভক্তিপন্থত দীক্ষিত হৈছিল। 'শৰণ' এই সময়লৈকে নিশ্চয় এক ধৰাবন্ধা অনুষ্ঠানলৈ পৰ্যবসিত হোৱা নাছিল। তদুপৰি শৰণ আছিল গুৰুৰ গুণৰ ওচৰত শিচৰ নতিস্বীকাৰৰ এক নিদৰ্শন মাত্ৰ। মাধৱদেৱেও যুক্তিতৰ্কত পৰাস্ত হৈ শংকৰদেৱক দ্বিতীয়বাৰ সেৱা কৰিছিল, সেয়ে শৰণ। বৈষ্ণৱ পৰম্পৰাত প্ৰৱৰ্তিত শৰণ-ব্যৱস্থা পৰৱৰ্তী যুগত ধৰা পৰাকৈ জাপি দিয়া অনুষ্ঠান যেন ধাৰণা হয়। পোনতে ঐচ্ছিকহে আছিল।

গুৰুচৰিতসমূহত শংকৰদেৱৰ জীৱন, কৰ্ম, আদৰ্শ আৰু জন্ম-মৃত্যু সম্পৰ্কে যিবোৰ কথা কোৱা হৈছে, সকলো একমত নহয়, অনেক মতভেদ, মতদ্বৈধতা আছে। তুলনামূলকভাৱে কেতবোৰ অতিৰঞ্জিত আৰু অলৌকিক ধাৰণাপ্ৰসূত কথাৰো অৱতাৰণা কৰা হৈছে। সি যি কি নহওক, শংকৰদেৱে প্ৰতিষ্ঠা আৰু প্ৰচাৰ কৰা, বৈষ্ণৱ আদৰ্শত জাতিভেদ নথকাত আৰু পুৰোহিত শ্ৰেণীৰ একচেটীয়া উচ্চাশ্মিকা খৰ্ব কৰাত স্বাভাৱিকতে ব্ৰাহ্মণ্য সংস্কাৰ আৰু আদৰ্শবাদী শ্ৰেণীটো ৰুষ্ট হৈ উঠিছিল আৰু ৰজাঘৰত গোচৰ দি প্ৰতিশোধ ল'বলৈকো চক্ৰান্ত কৰিছিল। মুঠতে শংকৰদেৱে জাতিভেদ উচ্ছেদ কৰি, সকলো বৈষ্ণৱ সমান বুলি ঘোষণা কৰিছিল। শংকৰদেৱৰ দিনত গুৰু অৰ্থাৎ দীক্ষাদাতা আৰু শিষ্য অৰ্থাৎ অনুগামীৰ মাজত ব্যৱধান নাছিল। ভাগৱতত উল্লেখ থকা ব্ৰহ্ম সত্ৰৰ আৰ্হিতে সকলো সমৱেত হৈ সমানে সমানে ধৰ্মচৰ্চা কৰিছিল; কিন্তু ইয়াৰ মাজতেই অনুগত, একান্তবিশ্বাসী শিষ্যসকলৰ মনত বৈষ্ণৱ-বিনয় আৰু আনুগত্য শিপাই পৰিছিল। আনপিনে মহাপুৰুষীয়া ধৰ্ম প্ৰচাৰ কৰিবলৈ আজ্ঞাপোৱা 'আতা' সকলৰ মনত উচ্চাশ্মিকা ভাৱো ক্ৰমান্বয়ে বৃদ্ধি পাইছিল। ব্ৰাহ্মণ্য পুৰোহিত শ্ৰেণীটো সমাজৰ এক সুবিধাভোগী শ্ৰেণী আছিল। ৰজাঘৰ-প্ৰজাঘৰ উভয়তে তেওঁবিলাকে উচ্চাসনত বহি সুবিধা ভোগ কৰিছিল। শংকৰদেৱে বৈষ্ণৱ আদৰ্শৰ মাধ্যমত সমতাৰ ভেঁটি পাতি উক্ত শ্ৰেণীটোৰ মৰ্যাদা খৰ্ব কৰিলেও সম্ভৱতঃ গুৰুজনাৰ তিৰোভাৱৰ লগে লগেই ধৰ্মাচাৰ্যসকলৰ উচ্চাশ্মিকা বৃদ্ধি পায় আৰু মান-মৰ্যাদাৰ প্ৰতিযোগিতা আৰম্ভ হয়। তদুপৰি ধৰ্মপ্ৰচাৰ একপ্ৰকাৰ উপাৰ্জনশীল ব্যৱসায়ত পৰিণত হয়। শংকৰদেৱৰ একান্ত প্ৰিয় অনুগামী অথচ অপ্ৰতিদ্বন্দ্বী প্ৰতিভাশালী মাধৱদেৱে নিজেই এনে কিছুমান ধৰ্মব্যৱসায়ীৰ প্ৰতি কটূক্তি কৰি গৈছে। 'ঠাকুৰ', 'গোস্বামী' আদি উপাধি অসমৰ বৈষ্ণৱ আদৰ্শত বংগদেশীয় ব্ৰাহ্মণ্য প্ৰভাৱৰ পৰিণতি মাত্ৰ।



"শঙ্কৰেসে শুদ্ধমত ঈশ্বৰ ভক্তিৰ তত্ত্ব
প্ৰচাৰিলা শাস্ত্ৰ সাৰ জানি,
তাহাঙ্ক নজানি মূঢ়ে জীৱিকাৰ অৰ্থে ফুৰে
আপুনাৰ মহত্ত্ব বখানি।"

* * *

"নজানে শাস্ত্ৰৰ নয় যেন আসে তাকে কয়
ছেদিবাক নপাৰে সংশয়,
গুৰু বোলাই তথাপিতো ফুৰিয়া লোকৰ মাজে
মান্য সৎকাৰ খুজি লয়।"

শংকৰদেৱে সাতজন ধৰ্মাচাৰ্য পাতি থৈ গৈছিল। শংকৰদেৱৰ তিৰোভাৱৰ আগতে তেওঁবিলাক সাতোজন সমান মৰ্যাদাবিশিষ্ট আছিল; কিন্তু তাৰে ভিতৰৰ মাধৱদেৱক উত্তৰাধিকাৰ দি থৈ যোৱাত দুই-এজন ধৰ্মাচাৰ্য স্বাভাৱিকতে ক্ষুণ্ণ হৈছিল। শংকৰদেৱৰ শিষ্যত্ব স্বীকাৰ কৰিছিল সঁচা, সেইবুলি একালৰ সমমৰ্যাদাবিশিষ্ট শিষ্য মাধৱদেৱক গুৰু অধিকাৰ হিচাপে স্বীকৃতি দিবলৈ মানসিক প্ৰস্তুতি নাছিল। পৰিণতিস্বৰূপে ব্ৰাহ্মণ দামোদৰদেৱ আৰু হৰিদেৱ আঁতৰি যায়। তেওঁবিলাকে শংকৰ-মাধৱৰ কৰ্তৃত্বৰপৰা মুকলি হৈ শংকৰদেৱ প্ৰৱৰ্তিত বৈষ্ণৱ আদৰ্শৰ লগতে ব্ৰাহ্মণ্য ৰীতি-নীতি, আন কি থলবিশেষে বৈদিক ক্ৰিয়া-কাণ্ডৰো স্থিতি স্বীকাৰ কৰি লয়। বিষ্ণু তথা কৃষ্ণৰ মূৰ্তি হ'লেও শ্ৰৱণ-কীৰ্তনৰ লগত মূৰ্তিপূজাৰ ব্যৱস্থা প্ৰচলন কৰে। পৰৱৰ্তী যুগত ব্ৰাহ্মণ চৈতন্যৰ আদৰ্শকো কম-বেছি পৰিমাণে আদৰ কৰি নিজ নিজ পৰম্পৰাত ঠাই দিয়ে। এওঁবিলাকৰ উৎসাহতেই অসমীয়া সত্ৰৰ আদৰ্শত কিছুমান চৈতন্যীয়া সত্ৰৰো সৃষ্টি হয়। এই শ্ৰেণী সত্ৰৰ শিষ্যৰ মাজত পঞ্চদেৱতাৰ[1] প্ৰাধান্য পুনৰ বৃদ্ধি পায়। শংকৰদেৱৰ একশৰণ আদৰ্শৰ প্ৰভাৱত বহুমুখী দৈৱশক্তি একধাবিশিষ্ট হ'লেও পৰৱৰ্তী যুগত পুনৰ একাধিক দেৱতাই মূৰ দাঙি উঠে। দামোদৰদেৱ আৰু হৰিদেৱৰ যুটীয়া প্ৰচেষ্টাতেই ব্ৰহ্মসংহতিৰ সৃষ্টি হয়। আহোম ৰজাঘৰত ব্ৰহ্ম-সংহতিৰ চাৰি সত্ৰই 'ৰাজসত্ৰ'ৰূপে স্বীকৃতি আৰু মৰ্যাদা লাভ কৰাত ব্ৰহ্মসংহতি গজ্‌গজীয়া হৈ পৰে আৰু উচ্চাশ্মিকা বৃদ্ধি পায়; জাতিভেদ আদৰ্শ পুনৰ মূৰ দাঙি উঠে। একান্ত ভকতসৱৰ নিৰ্গুণ কৃষ্ণৰ গুণ তল পৰিল। গীত-মাত, ৰাগ-পয়াৰ শংকৰী পৰম্পৰাৰপৰা আঁতৰি আহিল। কৃষ্ণৰাম ভট্টাচাৰ্যৰ আগমনৰ পিছত এই শ্ৰেণীৰ সত্ৰ দুই-চাৰিখনত পোনপটীয়াকৈ শাক্ত প্ৰভাৱো নোসোমোৱাকৈ নথকা নহয়। সেইদৰে নিজকে বৈষ্ণৱ বুলি চিনাকি দিয়া ব্ৰাহ্মণ শিষ্যসকলো শক্তিউপাসনাত প্ৰত্যক্ষভাৱে জড়িত হৈ পৰে।

দুখনমান গুৰুচৰিতত পোৱামতে শংকৰদেৱৰ জ্যেষ্ঠ পুত্ৰ ৰমানন্দক উত্তৰাধিকাৰী নাপাতি মাধৱদেৱক 'ধৰ্মবস্তু' দি থৈ যোৱাত এচাম লোকক বাৰুকৈয়ে অসন্তুষ্ট কৰিছিল। কেইখনমান চৰিতত মাধৱদেৱে গুৰুজনাৰ নাতি বুলি পুৰুষোত্তম ঠাকুৰক 'ধৰ্মবস্তু' পুনৰ ঘূৰাই’ দিয়াৰ কাহিনী বিশেষ তাৎপৰ্যপূৰ্ণভাৱে ৰচিত হৈছে। 'ঠাকুৰ চৰিত'ত পুৰুষোত্তম ঠাকুৰক শংকৰদেৱৰ মূল আৰু যথাৰ্থ উত্তৰাধিকাৰী বুলি প্ৰতিপন্ন কৰিবলৈ চেষ্টা কৰাৰো প্ৰমাণ পোৱা যায়। শংকৰদেৱে 'নাতিতেসে আশ', 'জী নাতিতহে আশ' বুলি ভৱিষ্যতবাণী কৰা কথাষাৰো কৌশলপূৰ্ণভাৱে তাৎপৰ্যপূৰ্ণ’ আৰু ই পৰৱৰ্তী যুগৰ সংযোজন বুলি ভাবিবলৈ থল আছে। শংকৰদেৱৰ নাতি, জী-নাতি আৰু নাতি-জোৱাঁইৰপৰা বড়া সত্ৰ কেইখনমানৰ গাতে গইনা লৈ পুৰুষসংহতিৰ জন্ম হয়। নাতি, জী-নাতি, নাতি-জোৱাঁই, তোলনীয়া নাতি আদিৰ আজ্ঞাপৰ সত্ৰৰ সংখ্যা খৰতৰ গতিত

১। পঞ্চদেৱতা ঃ বিষ্ণু, শিৱ, দুৰ্গা, সূৰ্য, গনেশ।

বৃদ্ধি পোৱাত এই সংহতিৰ অনুগামী তথাকথিত সত্ৰৰ সংখ্যা আঠৈশৰো অধিক হয়। শংকৰদেৱৰ সময়তে বৰদোৱা এৰা পৰে। শংকৰদেৱৰ নাতিবোৱাৰী কনকলতা আয়ে হেনো অৰণ্যৰ মাজত বৰদোৱা উদ্ধাৰ কৰে; কিন্তু এই বৰদোৱা থানৰ আধিপত্য লৈ নবোৱা শলগুৰিৰ মাজত দুৰ্বাদল কাজিয়া লাগে। অৱশেষত পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে তামৰফলি কৰি বিচাৰৰ ৰায় লিখি দিয়ে। পৰৱৰ্তী যুগৰ এইবোৰ সত্ৰৰ কোনোখনেই শংকৰদেৱ বা মাধৱদেৱৰ পোনপটীয়া আজ্ঞাপৰ সত্ৰ নহয়, গতিকে সংহতি সৃষ্টিত তেৰাসৱৰ বৰঙণি নাই।

শঙ্কৰদেৱৰ নাতি চতুৰ্ভূজ ঠাকুৰৰ লগত মাধৱদেৱৰ আজ্ঞাপৰ বাৰজন আচাৰ্যৰ প্ৰধান মথুৰাদাস বুঢ়াআতা আৰু গোবিন্দ মিশ্ৰৰ মনোমালিন্য হয়। ইয়াৰো মূলতে উচ্চাম্বিকাই। বৰপেটা, মধুপুৰ আৰু কমলাবাৰী— এই তিনিখন মূল সত্ৰ হ'লেও চাৰিকুৰিখনমান অনুগামী সত্ৰক লৈ নিকাসংহতিৰ সৃষ্টি। এওঁবিলাকে মাধৱদেৱক গুৰু আৰু শংকৰদেৱক 'গুৰুৰো গুৰু' বুলি ভক্তি কৰে। পুৰুষ সংহতিৰ পৰৱৰ্তী ধৰ্মাচাৰ্যসকলক স্বীকৃতি নিদিয়া আৰু মালা-বস্ত্ৰ পৰিত্যাগ কৰি ধুতি-নীতিৰ ওপৰত অনাৱশ্যক গুৰুত্ব দিয়াৰপৰাই এই সংহতি মূল পুৰুষ-সংহতিৰপৰা বিচ্ছিন্ন হৈ পৰে আৰু নিকাসংহতিৰূপে গঢ় লৈ উঠে।

মাধৱদেৱৰ আজ্ঞাপৰ ধৰ্মাচাৰ্যসকলৰ ভিতৰত অতি প্ৰতিভাশালী আৰু জনপ্ৰিয় পুৰুষ হ'ল গোপালদেৱ বা ভৱানীপুৰীয়া গোপাল আতা। গোপাল আতাৰ বংশধৰসকল আছিল পৰশুৰাম কুণ্ডৰফালে পাৰ্বত্য জনজাতি অধ্যুষিত অঞ্চলত। ডাঙৰ-দীঘল হৈছিল ৰাজধানী গড়গাঁৱৰ উপকণ্ঠত। সৰুৰেপৰাই কৈৰাতজ লোকাচাৰ অনুগত অনাৰ্য মানুহৰ সংস্পৰ্শলৈ আহি সিবিলাকৰ ধৰণ-কৰণ আৰু আচাৰ-নীতিত অভিজ্ঞ হৈছিল। ধৰ্মাচাৰ্য হৈ ধৰ্মপ্ৰচাৰ কৰিবলৈ আজ্ঞা পোৱাত পিছত গোপাল আতাই উজনিত অনাৰ্য মানুহক ধৰ্মশিক্ষা দিয়াৰ দায়িত্ব গ্ৰহণ কৰে। গোপাল আতা সহিষ্ণু, উদাৰ আৰু দীৰ্ঘদৃষ্টিসম্পন্ন মানুহ আছিল। নিজা ৰীতি-নীতিত অভ্যস্ত, মদ-মাংস যাৰ আহাৰ্য, তেওঁবিলাকৰ ওপৰত কঠোৰ নিষেধাজ্ঞা প্ৰয়োগ কৰি সহজে ধৰ্মৰ কঠীয়া সিঁচাটো সম্ভৱ নহয়। গতিকে আহোম, কছাৰী, বৰাহী, চুতীয়া, তিৱা, মৰাণ আদি জনগোষ্ঠীৰ মাজত কেৱল শৰণ-ব্যৱস্থা প্ৰয়োগ কৰি বাকীবিলাক আচাৰ-নীতি শিথিল কৰি দিছিল। নিকাসংহতিৰ অতি নৈষ্ঠিক ধুতি-নীতিসমূহ প্ৰয়োগ কৰি এই মঙ্গোলীয় তথা কিৰাত গোষ্ঠীসম্ভূত মানুহখিনিক বৈষ্ণৱ কৰিবলৈ চেষ্টা কৰা হ'লে আজিও এওঁবিলাক ধৰ্মৰ দিশত অভাৰতীয় হৈয়ে থাকিলহেঁতেন। গোপাল আতাৰ উক্ত উদাৰ নীতিয়েই এওঁবিলাকক অন্ততঃ বৈষ্ণৱ সংস্পৰ্শলৈ আনিবলৈ সক্ষম

১। গুচিও মাধৱ তুমি ইঠানক এৰি।
তোমাৰো জানিবা আমৰাসে অধিকাৰী।।
সকলে সম্পত্তি জানা শঙ্কৰদেৱৰ।
বেটা নাতি শঙ্কৰৰ নাহি ভিন্ন পৰ।।
* * *
এতেকেসে বোলো মই সৰেও শুনিবা।
নাতি-বেটা শঙ্কৰক ভিন্ন নকৰিবা।।

২। মোৰ ইটো মহাধৰ্ম নাতিত ৰহিব।
উপদেশ দিয়া বহু লোক নিস্তাৰিব।।
* * *
এতেকে নাতিক তুমি কৰাহা আশ্বাস।
তোমাৰ আমাৰ নাতিতেসে ৰব আশ।। — ঠাকুৰ চৰিত



হ'ল। গোপাল আতাৰ এই উদাৰতাই আৰু সহিষ্ণুতাৰ পৰিণতিস্বৰূপেই বোধকৰো, তেওঁ 'অসম মুলুক ৰজক তুৰুক' সামৰি এখন সমাজ গঢ়াৰ বাটকটীয়া গুৰুজনাৰ দুই নাতি পুৰুষোত্তম আৰু চতুৰ্ভুজৰ গঞ্জনা শুনিবলগীয়া হৈছিল। সি যি কি নহওক গোপাল আতাৰ কালসংহতিয়েই যথাৰ্থতে উজনি আৰু মধ্য অসমৰ কৈৰাতজসকলক মূল ভাৰতীয় আৰ্যধৰ্মৰ সংস্পৰ্শলৈ আনিলে। প্ৰাচীন ৰীতি-নীতি আৰু লোকাচাৰ কেতবোৰ সংৰক্ষণ কৰিলেও অন্ততঃ বৈষ্ণৱ ৰীতিত শৰণ লৈ , সমাজ পাতি নামঘৰত নাম ল'বলৈ ধৰিলে। গোপাল আতা অতি জনপ্ৰিয় ব্যক্তি আছিল। ভক্তসকলে 'মহাপুৰুষ', 'পূৰ্ণগোপাল' বুলি ভক্তি কৰিছিল। গতিকে গুৰুজনাৰ নাতি দুজনে গোপাল আতালৈ কটাক্ষপাত কৰাৰ ইও এটা কাৰণ। কোনো কোনো অৰ্বাচীন গুৰুচৰিতত গোপাল আতাক উদ্দেশ্য কৰি কোৱা দুই-আষাৰ অবাঞ্ছিত কথাও পোৱা যায়।

নাম, দেৱ, গুৰু, ভকত মূলতঃ এই চাৰিমুঠি বস্তু সকলো সংহতিৰে আছে। সম্প্ৰদা, কাষ্ঠা আৰু আচাৰভেদে এই চাৰি বস্তু আগ-পাছ হৈ সংহতি সৃষ্টিত বৰঙণি যোগায়! ব্ৰহ্মসংহতি বাদ দি বাকী তিনিও সংহতিৰ মূল বস্তু জ্ঞান, বিজ্ঞান, তদং, ৰহস্য আৰু মূলশাস্ত্ৰ কীৰ্তন, দশম ঘোষা, ৰত্নাৱলী। বোধকৰোঁ মাধৱদেৱৰ লগত ফেৰ মাৰিয়েই পুৰুষোত্তম ঠাকুৰে 'ন-ঘোষা' ৰচনা কৰে আৰু তাকে দেখি কালসংহতিৰ শ্ৰীৰামদেৱে 'সৰু-ঘোষা' ৰচনা কৰে। পৰৱৰ্তী যুগত ৰচিত অনেক গুৰুচৰিত আৰু ভক্তি সম্পৰ্কীয় অৰ্বাচীন পুথি নিজা নিজা ধাৰণাসম্ভূত; তথ্যসমৃদ্ধ নহয়। তাৰে কিছুমানত ভক্তিতকৈ দেহতত্ত্বইহে প্ৰাধান্য লাভ কৰিছে। শংকৰদেৱে কেৱল একশৰণ ভক্তিপ্ৰধান ধৰ্ম প্ৰচাৰ কৰিছিল আৰু জাতিভেদ অস্বীকাৰ কৰিছিল। ভোট, যৱন, গাৰো সৱাকো সমান ভাগ দিছিল; কিন্তু শংকৰদেৱৰ পৰৱৰ্তী এশ বছৰৰ ভিতৰতে এই আদৰ্শলৈ অতীতৰ ব্ৰাহ্মণ্য পুৰোহিত শ্ৰেণীৰ উচ্চাম্বিক, শোষণ, নিষ্পেষণৰ বা-বতাহ বলৈ ধৰিলে। তাৰেই পৰিণতি-স্বৰূপে ঊনবিংশ শতিকাৰ খ্ৰীষ্টিয়ান পাদুৰীসকলে জনজাতীয় মানুহৰ মন অধিকাৰ কৰিবলৈ সক্ষম হ'ল। এই সময়ছোৱাত ভকত তল পৰিল; গুৰু ওপৰ উঠিল। নাম, দেৱতকৈ বাহ্যিক আচাৰৰ ভৰকত বিচাৰ ৰহিত হ'ল। কালসংহতিৰ সত্ৰ কিছুমানত মাথোন 'সমভাৱ' জীয়াই থাকিল; ব্ৰহ্মসংহতি পুনৰ ব্ৰাহ্মণ্য-সংস্কৃতিলৈ উলটি গ'ল; পুৰুষসংহতি আৰু নিকাসংহতি আচাৰপ্ৰধান সংহতিলৈ ৰূপান্তৰিত হ'ল। পুৰুষ সংহতিয়ে শ্ৰাদ্ধ, পিণ্ড, লগুণ, শালগ্ৰাম, গায়ত্ৰী লৈ গোপনে ব্ৰাহ্মণ্য ৰীতি গ্ৰহণ কৰিলে। যথাৰ্থতে প্ৰায় এশবছৰ বৰদোৱা অৰণ্যত পৰিণত হৈছিল, গতিকে মূল ঐতিহ্য বৰদোৱাত সংৰক্ষিত হোৱা কথাটো সন্দেহজনক। পিছত বৰদোৱালৈ আহি নতুনকৈ সংস্থাপিত হোৱা সকলৰ মূল ঐতিহ্যৰ লগত কিমান আন্তৰিক সম্পৰ্ক আছিল আজিও ভাবিবলগীয়া। সেইদৰে শংকৰদেৱ আৰু মথুৰাদাস আতা আৰু বদুলা আতাৰ মাজত ঐতিহ্য কিমানখিনি নৈষ্ঠিকভাৱে সংৰক্ষিত হৈছিল তাকো লক্ষ্য কৰিবলগীয়া। এই সময়ছোৱাৰ কিছুমান গুৰুচৰিত[1] পঢ়িলে ধৰ্মচৰ্চাতকৈ পৰচৰ্চাই প্ৰাধান্য লাভ কৰিছিল বুলি বিবেচনা কৰিবলৈ সমল পোৱা যায়। পৰস্পৰ-বিৰোধী কথা আৰু পৰস্পৰক আক্ৰমণ কৰি লিখা কথাও অসংখ্য আছে।

'যোগিনীতন্ত্ৰ'ত উল্লেখ থকা 'কৈৰাতজ' ধৰ্মৰ এই দেশখনলৈ আৰ্য মানুহৰ আগমন হৈছিল যদিও আৰু ঠাইবিশেষে পুৰোহিত শ্ৰেণীৰ প্ৰভাৱত ৰজাঘৰৰ আৰ্যধৰ্ম কিম্বা সংস্কৃতিৰ সামান্য প্ৰভাৱ পৰিলেও জনসাধাৰণৰ মূল জীৱন প্ৰবাহত সামান্যভাৱেও পৰিবৰ্তনৰ লক্ষণ ফুটি উঠা নাছিল। ৰজাই সংস্কৃত ভাষাত তামৰফলি কৰি মাটি-বাৰী দান দিছিল সংস্কৃতজ্ঞ ব্ৰাহ্মণক। ক'বলৈ গ'লে তামৰফলি লিখি লৈছিল। ৰজাৰ পূৰ্বপুৰুষসকললৈ অতিৰঞ্জন আৰু প্ৰশংসাৰ

১। যেনে, 'ঠাকুৰ-চৰিত'।

বাণী সিঁচি ব্ৰাহ্মণক দান দিয়া ভূমিখণ্ডৰ সীমা নিৰ্ধাৰণ কৰি লৈছিল। অৱশ্যে থলুৱা ভাষালৈ সংস্কৃত শব্দ দুই-এটাকৈ সোমাবলৈ আৰম্ভ কৰিছিল আৰু ব্ৰাহ্মীসম্ভূত আঞ্চলিক লিপিৰ মাজত দুই-এটা নতুন আখৰে গঢ় লৈছিল। যথাৰ্থতে অসমৰ ধৰ্ম আৰু সংস্কৃতিক আৰ্যীকৰণ তথা ভাৰতীয়কৰণ কৰাত সৰাতোকৈ শক্তিশালী বৰঙণি দিলে শংকৰদেৱে। ভাগৱতৰ মূল চৰিত্ৰ কৃষ্ণ। কৃষ্ণ চৰিত্ৰক কেন্দ্ৰ কৰি ভক্তিমাৰ্গৰ কৃষ্ণ-শাখা গঢ় লৈ উঠিছে আৰু এই কৃষ্ণশাখাক কেন্দ্ৰ কৰিয়েই অসমৰ বৈষ্ণৱ ধৰ্মৰ বিকাশ সাধিত হৈছে। ভাৰতীয় বৈষ্ণৱ আদৰ্শ এই পন্থৰ যোগেদিয়েই অসমত প্ৰতিষ্ঠিত হৈ অসমৰ ধৰ্মক ভাৰতীয়কৰণ কৰিছে। দ্ৰাবিড় দেশত জন্ম ভক্তিমাৰ্গ কৃষ্ণচৰিত্ৰৰ মাধ্যমত উত্তৰ ভাৰতলৈ আহি পূব ভাৰত পায়হি। ক'ৰবাত ৰাধা-কৃষ্ণৰ যুগলমূৰ্তি আৰু ক'ৰবাত একক কৃষ্ণৰ আৰাধনাই প্ৰাধান্য লাভ কৰে। বঙ্গদেশত জনপ্ৰিয় চৈতন্যদেৱৰ ৰাধা-কৃষ্ণৰ উপাসনা শংকৰী আদৰ্শত অচল। তথাপি ভাগৱতকেন্দ্ৰী কৃষ্ণচৰিত্ৰৰ যোগেদি শংকৰদেৱে অসমৰ ধৰ্ম আৰু সংস্কৃতিক আৰ্যীকৰণ তথা ভাৰতীয়কৰণ কৰিবলৈ সক্ষম হয়। শংকৰী আদৰ্শত প্ৰতিষ্ঠিত সত্ৰসমূহক ৰজাঘৰীয়া পৃষ্ঠপোষকতা অগবঢ়াই আহোম ৰজা আৰু ডা-ডাঙৰীয়াসকলেও বৰঙণি যোগায়; কিন্তু এটা কথা প্ৰণিধানযোগ্য, অসমৰ ধৰ্ম আৰু সংস্কৃতিয়ে সৰ্বভাৰতীয় আদৰ্শৰ অনুপ্ৰেৰণা লাভ কৰিলেও স্বকীয় বৈশিষ্ট্য ৰক্ষা কৰিবলৈ সক্ষম হৈছিল আৰু অসমলৈ অহা আৰ্যই জীৱন-ধাৰণ পদ্ধতিৰ ক্ষেত্ৰত থলুৱা ঐতিহ্য গ্ৰহণ কৰিবলৈ বাধ্য হৈছিল। শংকৰদেৱে স্ত্ৰী আৰু ৰজাক শৰণ দিবলৈ অস্বীকাৰ কৰিছিল; কিন্তু পৰৱৰ্তী যুগত বৰদোৱা থূলৰ বুলি দাবী কৰা কোনো কোনো সত্ৰই ৰজাকো শৰণ দিলে আৰু তিৰোতায়ো আজ্ঞা দি সৰহীয়াকৈ ধৰ্মাচাৰ্য পতাত লাগিল। কেইবাজনো আহোম ৰজাই গোসাঁইৰ শৰণ লৈ সত্ৰৰ মান-মৰ্যাদা বঢ়াই, গুৰুৰ উচটনিত অন্য গোসাঁইক তাড়না কৰাৰ উদাহৰণো আছে। পৰমানন্দ বৈৰাগীৰ প্ৰভাৱত উদয়াদিত্য ৰজাই বাৰজন ঠাকুৰীয়া মহন্তক বৈৰাগীত শৰণ দিবলৈ কৰা যত্নৰ পৰিণতিস্বৰূপে ডেবেৰা বৰবৰুৱাই উদয়াদিত্যক বধ কৰে। সি যি কি নহওক, ষোড়শ শতিকাৰপৰা অষ্টাদশ শতিকালৈকে এই তিনিশ বছৰত অনেক সত্ৰই ৰজাঘৰৰপৰা প্ৰভূত মাটি-ভেঁটি, ধন-সোণ, কাঁড়ী-পাইক লাভ কৰিছিল। আহোম ৰজাসকলে নিজে ব্ৰহ্মসংহতি, কালসংহতি আৰু পুৰুষসংহতি সত্ৰত শৰণ ল'লেও প্ৰতাপসিংহৰ দিনৰপৰা ৰজাঘৰত আড়ম্বৰেৰে দুৰ্গাপূজা পাতিছিল। আনুষ্ঠানিক শাক্ত নহ'লেও শক্তি-উপাসক ৰজাক ৰাজকীয় মৰ্যাদা আৰু সম্পত্তি লাভৰ আশাতেই বৈষ্ণৱ সত্ৰই পুনৰ শৰণ দিবলৈ কুণ্ঠাবোধ নকৰিছিল। ৰজায়ো এহাতে বৈষ্ণৱ সত্ৰত শৰণ লৈ ইহাতে দুৰ্গাপূজা কৰাৰ উপৰিও গৰু-গাহৰি মাৰি পুৰণি আহোমপদ্ধতিৰে চেং-চোমৰ পূজা কৰি আছিল। সেইদৰে আহোম, কছাৰী, মৰাণ আদি মানুহে বৈষ্ণৱ গোসাঁইত শৰণ ল'লেও লোকাচাৰসম্মত, বুঢ়াগোসাঁই, বুঢ়ীগোসাঁনী, আই আদিক পূজা-সেৱা কৰি বাহ্যিক ভাৱে মদ-মাংস খাইছিল। তদুপৰি এনে এচাম মানুহৰ মাজত গোপনে 'ৰাতিখোৱা' বা 'পূৰ্ণভগীয়া' নামৰ ধৰ্মীয় অনুষ্ঠানো প্ৰচলিত আছিল। এই ধৰ্মীয় অনুষ্ঠানবোৰ একশ্ৰেণী গোসাঁইয়ে পৰিচালনা কৰিছিল আৰু সত্ৰবিশেষতে এনেবোৰ অনুষ্ঠান চৰ্চাৰ কেন্দ্ৰ আছিল। বহুতো পুথি-পাঁজিও ৰচিত হৈছিল। সত্ৰবিশেষৰ অধিকাৰৰ নামত ভণিতা পেলোৱা ভালেমান গীত-পদ আজিও চলি আছে। কিন্তু পুৰুষসংহতি আৰু নিকাসংহতিয়ে পাৰ্যমানে ৰাতিখোৱা পন্থৰ লগত সংশ্লিষ্ট সত্ৰসমূহক নিন্দা কৰিছিল; কিন্তু আজিকালি নিজৰ কন্যা যাচি দিবলৈও পিছ পৰা নাই। নামত প্ৰাধান্য দি কীৰ্তন নাম-ঘোষাৰ গইনা লৈ গীত-পদ গাই এই পন্থৰ অনুষ্ঠান পতা হয়। এহাতে গোপনীয় আৰু আনহাতে অপ্ৰচলিত হৈ অহা এইবিধ অনুষ্ঠানৰ লগত বৈষ্ণৱ আদৰ্শৰ কিমান গভীৰ সম্পৰ্ক তাক বিচাৰ কৰাটো কঠিন কাম; কিন্তু কৰিব পৰা অৱস্থাতে আছে।



অসমৰ ধৰ্মীয় ঐতিহ্যত পৰ্বতীয়া গোসাঁইৰ আবিৰ্ভাৱ আন এটি উল্লেখযোগ্য ঘটনা। ৰুদ্ৰসিংহই পোনতে আউনীআটী সত্ৰত শৰণ লয়; কিন্তু পিছলৈ শাক্ত আদৰ্শৰ প্ৰতি আকৃষ্ট হৈ নদীয়াৰপৰা কৃষ্ণৰাম ভট্টাচাৰ্যক মাতি আনায়; শৰণ ল'বলৈ নহ'ল। এওঁৰ দিনতে ব্ৰাহ্মণ্য প্ৰভাৱ ৰজাঘৰত বেছিকৈ সোমায় আৰু ৰজাক প্ৰৰোচিত কৰি কালসংহতিৰ দুই-চাৰিজন গোসাঁইক নিৰ্যাতিত কৰায়। তেওঁৰ পিতৃ গদাধৰসিংহই মূলতকৈ পাৰতগজা সত্ৰসভাৰ সংখ্যা ৰঘুমলা বঢ়াদি বাঢ়ি অহাত ৰঙাচৰণ ভণ্ডাৰী বৰুৱাৰ পৰামৰ্শত বহুতো সত্ৰক লটিঘটি কৰে। দক্ষিণপাট আদি সত্ৰক লণ্ডভণ্ড কৰাৰ কাৰণ ৰাজনৈতিক। শিৱসিংহই কৃষ্ণৰাম ভট্টাচাৰ্যত পোনপটীয়াকৈ দীক্ষা লয়। ইয়াৰ পৰিণতি সুদূৰপ্ৰসাৰী। ভট্টাচাৰ্যই স্মাৰ্ত আৰু প্ৰাচীন বুলি অসমত শাস্ত্ৰৰ মতভিন্নতা সৃষ্টি কৰে। কামাখ্যাকে আদি কৰি কামৰূপৰ পীঠসমূহৰ পূজাপদ্ধতি নতুনকৈ নিৰূপণ কৰে। ফুলেশ্বৰী কুঁৱৰীৰ হতুৱাই আদেশ দিয়াই অসমৰ প্ৰাচীন মন্দিৰসমূহৰ মূৰ্তিবোৰ লুইতত পেলায়। অসমৰ মানুহৰ মাজত জাতিভেদ পুনৰ সৃষ্টি কৰে আৰু বৈষ্ণৱ আদৰ্শত সমান হৈ যোৱা ব্ৰাহ্মণ আৰু শূদ্ৰৰ মাজত পুনৰ শ্ৰেণীবিভাগ কৰি ব্ৰাহ্মণৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদন কৰে। ৰাজশক্তিক নিজৰ কৰলত লৈ প্ৰাচীন ৰীতি-নীতিৰ পৰিৱৰ্তে স্মাৰ্ত মত প্ৰচলন কৰোৱাবলৈ দিহা কৰে। ৰাজঅনুগ্ৰহৰ আশাত এই সময়তে বহুতো বৈষ্ণৱ সত্ৰই শাক্ত আদৰ্শ গ্ৰহণ কৰি কৃতাৰ্থ হয়। ব্ৰহ্মসং..তিৰ চাৰিসত্ৰয়ো ৰজাঘৰীয়া পৃষ্ঠপোষকতাত গজগজীয়া হৈ সাম্ৰাজ্য বিস্তাৰৰ দিহা কৰে। কাল্পনিক ছত্ৰভংগ যোগগ্ৰস্ত শিৱসিংহৰ 'বৰৰজা' ফুলেশ্বৰীয়ে কালসংহতি পন্থৰ গোসাঁইসকলক আনি ব্ৰহ্মসংহতি সত্ৰত সেৱা কৰাই মূৰ্তি, শালগ্ৰাম, ভাগৱত লৈ বামুণীয় ধৰণে পূজা-সেৱা কৰিবলৈ বাধ্য কৰিছিল।[1] দুৰ্গা মূৰ্তিক সেৱা কৰাই ৰঙা-চন্দন, সেন্দুৰ আৰু বলিকটা ছাগলীৰ তেজেৰে ফোঁট দিয়াইছিল। লক্ষ্যণীয়, ব্ৰহ্মসংহতিৰ বৈষ্ণৱ সত্ৰই এনে নিৰ্যাতনৰ মুখামুখি হোৱা নাছিল। কাৰণ ৰজাঘৰৰ মাধ্যমতে ব্ৰাহ্মণ্য সংস্কৃতিৰ সহ-অৱস্থানৰ সন্ধি হৈছিল। ৰজাই ৰাজধানীত দুৰ্গাপূজাৰ বাবে বছৰি ১৫,০০০ টকা খৰচ কৰাৰ উপৰিও নীলাচলৰ পূজাতো হাজাৰ টকা খৰচ কৰিছিল। তাকে দেখি ডা-ডাঙৰীয়াসকলেও শাক্ত হৈ ৰজাৰ শাৰী পোনাইছিল আৰু শেহৰপিনে সৰহভাগ ব্ৰাহ্মণ বিষয়াই পৰ্বতীয়া গোসাঁইৰ শিষ্য হৈ পৰিছিল। কালসংহতিৰ গুৰুত কাষ্ঠা। 'গুৰু ব্ৰহ্মা, গুৰু বিষ্ণু, গুৰু মহেশ্বৰ, চৰাচৰ জগতৰ ঈশ্বৰ।' গুৰুবিনে অন্য ঠাইত মূৰ নোদোৱাঁয়। যি কোনো কাৰণতেই নহওক, কালসংহতি পন্থক অনাকেইটা সংহতিয়ে ভ্ৰূক্ষেপসূচক দৃষ্টিৰে চাইছিল। পৰ্বতীয়া গোসাঁই ৰজাৰ গুৰু, ব্ৰহ্মসংহতি ৰাজসত্ৰ, তেওঁবিলাকে গুৰুনিৰ্ভৰ কালসংহতিক স্বাভাৱিকতে সহ্য কৰিব নোৱাৰিছিল। গতিকে শালগ্ৰাম, মূৰ্তি, ভাগৱত দি পূজা কৰিবলৈ বাধ্য কৰোৱাটো কালসংহতিৰ গোসাঁয়ে সহ্য কৰিব পৰা নাছিল। সেয়েহে লক্ষ্মীসিংহক বন্দী কৰি মোৱামৰীয়া মহন্ত চতুৰ্ভুজৰ সাক্ষাততে আউনীআটী আৰু দক্ষিণপাট সত্ৰক ৮০০০ টকাকৈ , গড়মূৰ আৰু কুৰুৱাবাহীক ৪০০০ টকাকৈ দণ্ড কৰি আউনীআটীৰ বাগীশ বাপুৰ নাক-কাণ কটালে; লগতে অন্যান্য বামুণীয়া-ঠাকুৰীয়া মহন্তকো বন্দী কৰি ধন দণ্ড কৰিলে।[2] এয়া ক'বলৈ গ'লে শাক্ত আৰু ব্ৰাহ্মণ্য সংস্কৃতিৰ লগত গুৰুপ্ৰধান সত্ত্ব শুদ্ধ বৈষ্ণৱ আদৰ্শৰ সংঘৰ্ষ নহৈ আন কি হ'ব? অনিৰুদ্ধদেৱ গোপালদেৱৰ আজ্ঞাপৰ; কিন্তু কালক্ৰমত অনিৰুদ্ধদেৱৰ পন্থ একপ্ৰকাৰ স্বতন্ত্ৰীয়া হৈ পৰে। দুয়ো কালসংহতিৰ হ'লেও ৰজাঘৰৰ বাব লৈ দিহিঙৰ গোসাঁই আৰু মোৱামৰীয়া গোসাঁইৰ মাজতো মতদ্বৈধতা ঘটিছিল। কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰ গুৰু দিহিঙৰ গোসাঁইক মৰ্যাদা বঢ়াই দিয়াত আৰু ৰজাই তেওঁৰ গুৰু পহুমৰীয়া

১। তুংখুঙীয়া বুৰঞ্জী, পৃঃ ৩৮

২। তুংখুঙীয়া বুৰঞ্জী, পৃঃ ৬৬

ৰামানন্দ আচাৰ্যৰ মৰ্যদা বৃদ্ধি কৰাত শিষ্যবহুল মোৱামৰীয়া গোসাঁই ক্ষুণ্ণ হৈছিল। সাতে-সোতৰই মোৱামৰীয়া বিদ্ৰোহ সৃষ্টিৰ মূলতো ৰজাঘৰ আৰু গোসাঁইঘৰৰ মৰ্যাদাৰ প্ৰতিদ্বন্দ্বিতাহে বুলি ভাবিবলৈ থল আছে। মোৱামৰীয়া বিদ্ৰোহ ৰজাঘৰ আৰু প্ৰজাঘৰৰ তথাকথিত শ্ৰেণী-সংগ্ৰাম বুলি ক'লেও যথাৰ্থতে গোসাঁইঘৰৰ অসন্তুষ্টিহে মূল সূত্ৰ।[১]

উনবিংশ শতিকাৰ আগভাগ অন্ধকাৰ যুগ। শেহভাগত আগৰ অষ্টাদশ শতিকাৰ ধৰ্মাধিকাৰী উচ্চাশ্ৰিকাই মূৰ দাঙি উঠে। এই সময়ছোৱাত 'কুকুৰ গৰ্দভ শৃগালবো আত্মাৰাম' বুলি শংকৰদেৱে দি থৈ যোৱা পৰম্পৰাত পদজল, পদদলন আৰু পদসেৱাৰ পয়োভৰ বাঢ়িবলৈ ধৰে। পৰিণতিস্বৰূপে আধুনিক শিক্ষাৰে শিক্ষিত শ্ৰেণীটো ধৰ্মীয় অনুশাসনৰ বাহিৰত থাকিবলৈ ভাল পাবলৈ ধৰে। ইতিমধ্যে প্ৰাথমিক স্তৰত বৈষ্ণৱ বা হিন্দু বুলি চিনাকি দিয়া নগা আদি জনজাতিসকল অতীষ্ঠ হৈ আঁতৰি গৈ যীশুত শৰণ লয়। শংকৰদেৱৰ বৈষ্ণৱ আদৰ্শপ্ৰিয় একশ্ৰেণী শিক্ষিত মানুহে তথাকথিত শৰণ-ভজনৰ মাজলৈ নগৈ, গুৰু নভজাকৈ নামমুঠি বস্তুত আশ্ৰয় ল'বলৈ আজি প্ৰয়াস পাইছে। 'শংকৰ সঙঘৰ' সৃষ্টিৰ মূল কাৰণ এইখিনিতে। তথাকথিত গুৰুৰ প্ৰতি অনীহা মন কৰিবলগীয়া।

অসমৰ সত্ৰসমূহৰ কেইবাটাও শ্ৰেণী আছে। প্ৰথম শ্ৰেণী হ'ল শংকৰদেৱৰ মনোনীত ধৰ্মাচাৰ্যৰ আৰু মাধৱদেৱৰ নিৰ্বাচিত তথা আজ্ঞাপৰ। এই আৰ্হিকে লৈ শংকৰদেৱৰ পো-নাতি, পৰিনাতি, নাতি, জোঁৱাই আটায়ে আজ্ঞা দি কিছুমান সত্ৰ পাতে। কনকলতাৰ সবাহ খাবলৈ প্ৰাচীন মহন্তসকল নহা বাবে তেওঁ থাওকতে বাৰজন আচাৰ্য পাতি সবাহ সম্পন্ন কৰে। এনেকৈ হোৱাইনোহোৱাই সত্ৰৰ সংখ্যা বাঢ়িবলৈ ধৰে। সেইদৰে অন্য বাকীকেইটা সংহতিৰো অধিকাৰৰ আশীৰ্বাদত ডাল-পাত, ঠাল-ঠেঙুলি মেলি সত্ৰৰ সংখ্যা অলেখ হ'বলৈ ধৰে। তদুপৰি সপ্তদশ-অষ্টাদশ শতিকাত গোসাঁই-মহন্তৰ পয়োভৰ বৃদ্ধি পোৱাত আৰু এইসকল ৰাজঘৰীয়া কাঁড়ীপাইকৰ লেখৰ বহিৰ্ভূত হোৱাৰ সুবিধা পাই বহুতো নপতা মহন্তয়ো দহ-বাৰজন ভকত গোটাই লৈ সত্ৰ পাতে। ৰজায়ো খনচেৰেক সত্ৰ পতায়। এনেকৈ বাবহাত কেৱেলাৰ তেৰহাত গুটি হৈ শংকৰী পৰম্পৰা আৰু সংস্কৃতিত বিনৈবনৰ গুটি গজিবলৈ ধৰে। গদাধৰসিংহৰ বৈষ্ণৱ নিৰ্যাতনৰ ইও অন্যতম কাৰণ। সত্ৰসমূহৰ খনচেৰেকেই যদিও শংকৰী-সংস্কৃতি সংৰক্ষণ কৰি ৰখাটো সঁচা; কিন্তু এনে কিছুমান সত্ৰৰ দোষতে অসমৰ সামাজিক-সাংস্কৃতিক জীৱনত গৰাখহনীয়া হ'বলৈ সুযোগ ওলাল। উপযুক্ত জ্ঞান অৰ্জন নকৰাকৈ,[২] শাস্ত্ৰ-ভাগৱতৰ লগত চা-চিনাকি নোহোৱাকৈ, ধৰ্মৰ গাদীত বহি জন্মাধিকাৰ লাভ কৰাৰ ফলত শংকৰী ঐতিহ্যক যথাৰ্থতে অৱমাননা কৰা হ'ল আৰু একশ্ৰেণী আঁপইতা মানুহৰ হাতত ধৰ্মৰ নিচিনা উচ্চ মানসিক উৎকৰ্ষ সাধনৰ দায়িত্ব পৰাত যথাৰ্থতে খেলি-মেলি সৃষ্টি হ'বলৈ সুযোগ ওলাল। তত্ৰাচ গুৰুজনাৰ মূল আদৰ্শৰ নামতে অসমৰ জনসাধাৰণে প্ৰাচীন ঐতিহ্যৰ সূত্ৰ ৰক্ষা কৰি থাকিল আৰু আজিও আছে। আজিকালি অনেকে সত্ৰত আনুষ্ঠানিক শৰণ-ভজন নোলোৱাকৈও নাম-কীৰ্তন কৰি নিজকে বৈষ্ণৱ বুলি চিনাকি দিবলৈ বেয়া নাপায়।

শংকৰদেৱৰ ধৰ্মীয় আদৰ্শত একান্ত বিশ্বাস আৰু ভক্তিয়েই আছিল মূল সম্পদ। তেওঁ ঘনে ঘনে জাতিভেদ অস্বীকাৰ কৰিছিল। ব্ৰাহ্মণ চণ্ডাল সৱাৰো সমান অধিকাৰ ঘোষণা কৰিছিল; কিন্তু কালসংহতিৰ বাহিৰে বাকীকেইটা সংহতিয়ে এই আদৰ্শক প্ৰশ্ৰয় নিদিছিল। গোপাল আতাই নগা, মিৰি, আহোম, কছাৰী সৱাকো শৰণ দি আগবঢ়াই নিয়াৰ দোষতে, শংকৰদেৱৰ নাতি

১। গুৰুৰ লঘু-লাঞ্ছনাৰ প্ৰতিকাৰ কৰিবলৈ ভাক্ত বিচাৰি শৰণ লোৱা শতে ৰাওত দা-টাঙোন লৈ যুদ্ধত প্ৰবৃত্ত হৈছিল। বলি-বাহন, জীৱহত্যাৰ বিৰোধী বৈষ্ণৱে নৰহত্যাৰ নিচিনা পাপত প্ৰবৃত্ত হ'বলৈ আৰু কাত লিপ্ত হ'বলৈ ক'ৰপৰা প্ৰেৰণা পাইছিল বা ইয়াৰ নিৰ্দেশ কোনে দিছিল, কিয় দিছিল, ভাবিবলগীয়া।

২। 'নেজানে শাস্ত্ৰৰ নয়'।



পুৰুষোত্তম আৰু চতুৰ্ভুজৰ সমালোচনাৰ সম্মুখীন হৈছিল আৰু সেই একে কাৰণতে অনিৰুদ্ধদেৱকো কঠোৰ ভাষাৰে কটু সমালোচনা কৰিছিল। অথচ কেৱল অনিৰুদ্ধদেৱেইহে জন্মগত জাতি-কুল তল পেলাই সৱাকো 'একমত' কৰি মটক সম্প্ৰদায়ৰ সৃষ্টি কৰিবলৈ সক্ষম হৈছিল। ৰজাঘৰ-গুৰুঘৰ দুয়োপক্ষই একালত এই পন্থক বাহ্যিক আচাৰ-নীতিৰ কথালৈ আঙুলিয়াই কটাক্ষপাত কৰিছিল। কেৱল সেয়ে নহয়; অনিৰুদ্ধদেৱে মৰাণসকলৰ নিজা লোককো আজ্ঞা দি শৰণ-ভজন দিবলৈ অনুমতি দিছিল। মৰাণসকলৰ গোসাঁই আৰু মৰাণ শিচৰ মাজত বিয়া-বাৰুৰ সম্পৰ্কও প্ৰচলিত।[১] একালত অন্য সংহতিৰ ক্ষেত্ৰত এইদৰে গুৰু-শিচৰ বৈবাহিক সম্বন্ধ কল্পনা কৰিব নোৱৰা কথা। আন কি গোসাঁইৰ ভিতৰতো অন্য অন্য সংহতিৰ হাতে পানী নচলিছিল। একে আদৰ্শ, একে চাৰিমুঠি বস্তু, তত্ৰাচ বাহ্যিক আচাৰ-নীতিৰ বাবেই সংহতিৰ চাৰিবেৰ সৃষ্টি হৈছিল। আজিৰ দিনতো দুই সংহতিৰ দুটা চৰু হৈ থকাৰ বাস্তৱ উদাহৰণ আছে। সম্প্ৰতি সত্ৰ সঙঘৰ যোগেদি সংহতিৰ ব্যৱধান ওচৰ চপাই আনিবলৈ প্ৰয়াস কৰা হৈছে, ই শুভ লক্ষণ; কিন্তু সময়ৰ বৈচিত্ৰ্যমুখী সাংস্কৃতিক-সামাজিক জীৱনৰ ভিতৰচ'ৰালৈ সোমাই গৈ শংকৰদেৱৰ মূল আদৰ্শ প্ৰতিষ্ঠা কৰিব নোৱাৰিলে এই চেষ্টা বৃথা হ'ব। ব্ৰহ্মসংহতিয়ে শাক্ত আৰু চৈতনীয়া আদৰ্শ সংৰক্ষিত কৰি অসমীয়া জাতীয় ঐতিহ্যৰ ধ্বজা বহন কৰিবলৈ অধিকাৰ পাব জানো?

বৈষ্ণৱ আদৰ্শৰ উপৰিও শাক্ত-শৈৱ আদৰ্শৰ ঐতিহ্য প্ৰাক্-শংকৰী যুগতকৈ ক্ৰমাগতভাৱে সলনি হয়। পূৰ্বতে চুতীয়া, কছাৰী, ভূঞা আদি শক্তি উপাসকসকলে মূৰ্তিসহ বা মূৰ্তিবিহীনভাৱে ছাগলী, হাঁহ, পাৰ, ম'হ আদি বলি দি পূজা কৰিছিল। মূৰ্তি থকা ঠাইক দেৱালয়, মূৰ্তি নথকা ঠাইক শাল, থান বা পীঠ বুলিছিল। দুৰ্গা পূজাৰ সময়ত বলি দি পূজা দিছিল। অব্ৰাহ্মণ পুৰোহিতে কেঁচা তেজ দেৱীলৈ আগ বঢ়াই সেৱকক আশীৰ্বাদ দিছিল আৰু বলিকটা ছাগলী বা ম'হৰ মাংস প্ৰসাদৰূপে ভক্ষণ কৰিছিল। কোনো কোনো পীঠত ব্ৰাহ্মণ পুৰোহিতে যথাবিহিত পূজা কৰিছিল। এই পূজা পূৰ্বোল্লেখিত পূজাতকৈ আনুষ্ঠানিকতাবহুল আছিল। প্ৰতাপসিংহই ৰজাঘৰত দুৰ্গাপূজা উৎসৱৰূপে আয়োজন কৰিছিল। কামাখ্যাত দশমহাবিদ্যাৰূপে পূজা কৰা হৈছিল। ইয়াৰ উপৰিও ঠায়ে ঠায়ে দশমহাবিদ্যাৰ অংশৰূপে দুই চাৰিখন পীঠ গঢ় লৈ উঠিছিল। সেইবোৰত বা অন্যান্য শাল বা থানত অনাৰ্য তথা অব্ৰাহ্মণ্য পদ্ধতিত পূজা চলিছিল। মন্ত্ৰ বা আনুষ্ঠানিকতাতকৈ বলি-বিধানেই প্ৰশস্ত আছিল। সেই কথা নীলাচলৰ কামাখ্যাৰ ক্ষেত্ৰতো প্ৰযোজ্য। শংকৰদেৱে বৈষ্ণৱ আদৰ্শ প্ৰচাৰ কৰাৰ সময়ত যথাৰ্থতে বৈষ্ণৱ-দৰ্শনত উপলব্ধ হৈ জাতিবৰ্ণ নিৰ্বিশেষে শক্তি-উপাসনা ত্যাগ কৰে; কিন্তু সংস্কাৰ ত্যাগ কৰিব নোৱাৰা কিছুমান মানুহে বৈষ্ণৱ আদৰ্শত শৰণ ল'লেও সংস্কাৰবশতঃ বা আধিভৌতিক শক্তিৰ সহায় বিচাৰি শাল বা থানৰ লগত সম্পৰ্ক ৰাখি আছিল। হাঁহটো-পাৰটো উচৰ্গা কৰি বলি দিয়াইছিল। এইদৰে পূৰাকৈ ভকত নোহোৱা বৈষ্ণৱমুখী মানুহেও যি কোনো পৰ্যায়তে হওক শক্তিপূজাৰ লগত জড়িত আছিল। বসন্ত ৰোগক 'আই' বুলিছিল আৰু শতকৰা নবৈজনেই 'আই'ক মানিছিল। আন কি মুছলমান মানুহেও আইৰ নাম গাই আসন পাতিছিল। পৰ্বতীয়া গোসাঁইৰ আবিৰ্ভাৱে অসমৰ শক্তি-উপাসনা পদ্ধতিলৈ বিৰাট পৰিৱৰ্তন আনে। আগতে ৰামখাঁ, ফুলবাৰী, দেৱৰগাঁও, দেওপানী আৰু আনকি কামাখ্যাতো অনাৰ্য পদ্ধতিৰ পূজা হৈছিল। পৰ্বতীয়া গোসাঁইয়ে নিজে পূজাবিধি

১। মৰাণসকলৰ অধিকাংশই পোনপটীয়াকৈ অনিৰুদ্ধ প্ৰতিষ্ঠিত দিনজয়, পুৰণিমাটি আদি সত্ৰৰ শিষ্য নহয়। টিপুক আৰু তাৰ শাখা প্ৰশাখাৰহে শিষ্য। উক্ত সত্ৰৰ পৰিচালনা পদ্ধতি আনসত্ৰতকৈ সুকীয়া। মৰাণসকল একালত শদীয়াৰ কেঁচাইখাতীৰ পূজক আছিল। আজিকালিও ভাদ মাহৰ জন্মাষ্টমীৰ সময়ত ৰাতি পতা এক বিশেষ অনুষ্ঠানৰ তাৎপৰ্য মন কৰিবলগীয়া। বাকী অনুষ্ঠান অন্যান্য মোৱামৰীয়া সত্ৰৰে সৈতে একে।

ৰচনা কৰি অসমৰ থান-দেৱালয় আদিত চলাবলৈ ৰজাক নিৰ্দ্দেশ দিয়ে। এই নিৰ্দ্দেশ বা পৰামৰ্শ অনুসৰি ফুলেশ্বৰী কুঁৱৰীয়ে ফুলবাৰীকে আদি কৰি প্ৰাচীন দেৱালয়সমূহৰ মূৰ্তিবোৰ আনি সোণাৰি নৈৰ বাহৰত থাকি নিজে ব্ৰহ্মপুত্ৰৰ পানীত পেলোৱালে আৰু নতুন আৰ্হিৰ শিলৰ আৰু পিতলৰ প্ৰতিমা কৰাই ঠায়ে ঠায়ে দিলে[১] আৰু পৰ্বতীয়া গোসাঁইৰ মতে পূজা-পদ্ধতি নিৰূপণ কৰি দিলে। তন্ত্ৰমতৰ ৰঘুনন্দনৰ স্মৃতি প্ৰচাৰ কৰি শাক্ত, শৈৱ, বৈষ্ণৱ, সৌৰ, গাণপত্য এই পঞ্চদেৱতাৰ পূজাপদ্ধতিৰ প্ৰচলন কৰিলে। 'দুৰ্গাৰ্চন মঞ্জৰী' নামে পূজাবিধি সংকলন কৰি কামাখ্যাৰ পূজা-পদ্ধতিৰ নতুনকৈ প্ৰচলন কৰে। ভায়েক কালীচৰণ ভট্টাচাৰ্যই 'দুৰ্গোৎসৱ পূজাবিধি' বুলি আৰু এখন পুথি সংকলন কৰি অসমত দুৰ্গাপূজাৰ স্মাৰ্ত্ত মত চলায়। এই সময়ৰেপৰা ৰজাঘৰত আৰু ৰজাঘৰৰ পৃষ্ঠপোষকতা লাভ কৰা দ'ল-দেৱালয়সমূহত অনাৰ্য মানুহে বলি দিলেও সেই বলিৰ তেজ ব্ৰাহ্মণ পূজাৰীয়ে মূৰ্তিৰ আগত উচ্চৰ্গা কৰে। এই সময়ত শক্তি উপাসনাৰ কেন্দ্ৰ অনেক বৃদ্ধি পায়; কিন্তু মানৰ আক্ৰমণৰ সময়ত বহুতো পীঠ এৰাপৰলীয়া হয়।

অসমৰ ধৰ্ম প্ৰচাৰত যিসকল গোসাঁয়ে আত্মনিয়োগ কৰিছিল, তেওঁবিলাক কোনো কোনো সময়ত ৰাজনীতিৰ মেৰপাকত সোমাই ৰজাঘৰৰ বাঘজৰীতো আঁজুৰিবলৈ পাছপৰা নাছিল। ইয়াৰ কাৰণো ধৰ্মীয়। লক্ষ্মীসিংহ স্বৰ্গদেৱে কোঁৱৰালি কালত পোৱা অৱজ্ঞা আৰু তিতা-কেহাৰ পৰিণতিস্বৰূপে শিৱ-মন্ত্ৰ গ্ৰহণ কৰিছিল; কাৰণ পৰ্বতীয়া গোসাঁইয়ে দীক্ষা দিবলৈ অস্বীকাৰ কৰিছিল। শিৱসিংহক মন্ত্ৰ দিবৰ সময়তো অন্ত্যজ বুলি বেলপাততহে বীজ মন্ত্ৰ লিখি দিছিল। লক্ষ্মীসিংহই ৰমানন্দ পহুমৰীয়া গোসাঁইৰ মন্ত্ৰ লোৱাত পৰ্বতীয়া গোসাঁই ৰাজগুৰুৰ সন্মানৰপৰা বঞ্চিত হ'ল। অৱশ্যে ইতিমধ্যে কামৰূপৰ 'অৰ্ধেক ৰাজ্য' আৰু অজস্ৰ ধন-সম্পত্তি লাভ কৰি বহুতো বা-বিষয়াক শিষ্যৰূপে পাই তেওঁ অসীম ক্ষমতাশালী হৈ উঠিছিল। লক্ষ্মীসিংহই ৰাজপাট লাভ কৰাটো তেওঁ সহ্য কৰিব নোৱাৰি 'কোঁৱৰ বিদ্ৰোহ'ত যোগ দিছিল। দক্ষিণপাটৰ গোসাঁয়ে ল'ৰাৰজা চুলিকফা তেওঁৰ শিষ্য বুলি গদাধৰসিংহক ৰজা পতাত প্ৰত্যক্ষভাৱে বিৰোধিতা কৰিছিল আৰু অনেক ডা-ডাঙৰীয়া আৰু বা-বিষয়াক প্ৰত্যক্ষভাৱে খাটনি ধৰিছিল। আনকি দক্ষিণপাটৰ শিষ্য বন্দৰ বৰফুকনে কথা নৰখাত অভিশাপ দিছিল। পৰিণতিস্বৰূপে গদাধৰসিংহই দক্ষিণপাট, আউনীআটী আদি অনেক সত্ৰক লণ্ডভণ্ড কৰি ভালেমান ঠাকুৰীয়া মহন্তকো শাস্তি বিহিছিল। তেওঁ ৰাজধানীত দুৰ্গোৎসৱৰ আয়োজন কৰি নিজে তাত উপস্থিত নেথাকি পুতেক লাইকোঁৱৰক থৈ ৰাজধানীৰ বাহিৰলৈ গৈছিল। মৃত্যুৰ সময়তো তেওঁ ৰুদ্ৰসিংহক উপদেশ দি গৈছিল, 'পথালি ফোঁটাক (ৰেঘা) বিশ্বাস নকৰিবি।' দেওধাই বাইলুংসকলে কৈছিল, ৰুদ্ৰসিংহই পিতৃ-বাক্য লঙ্ঘন কৰি পথালিফোঁটাক আশ্বাস দিয়াৰ বাবেই ৰাজ্য ভাগিল।

লক্ষ্মীসিংহই নতুনকৈ শৰণ লোৱা ৰমানন্দ পহুমৰীয়া গোসাঁয়েও ৰাজগুৰু হৈ ৰজাৰ সহায়ত বিশিষ্ট মৰ্যাদা লাভ কৰি ভালেমান কাম কৰাইছিল। শিৱসিংহৰ দিনতে ৰুষ্ট হোৱা মোৱামৰীয়া গোসাঁয়ে মালৌপথাৰত আঠ লাখ ভকত গোটাই বল পৰীক্ষা কৰাৰ অলপ দিনৰ পিছতে লক্ষ্মীসিংহ ৰজা হ'ল। ৰজাই নিৰ্মালি ল'বৰ সময়ত দুটা ঘটনা ঘটে। এক, অনেক মহন্তই মোৱামৰীয়া গোসাঁইক সমানে শাৰীত বহিবলৈ নিদিছিল; দুই, ৰমানন্দ আচাৰ্যক ৰাজগুৰুৰ মৰ্যাদা দিয়াত মোৱামৰীয়া গোসাঁয়ে গৰ্বালি বচন বুলিলে। আনপিনে দিহিঙৰ শিষ্য কীৰ্তিচন্দ্ৰই কথাই কথাই নিজৰ গুৰুক বৰ কৰি মোৱামৰীয়া গোসাঁইক হেয় কৰিছিল। মোৱামৰীয়া বিদ্ৰোহৰ সময়ত পৰ্বতীয়া গোসাঁই জয়সাগৰৰ পাৰতে আছিল। মোৱামৰীয়া চতুৰ্ভুজ গোসাঁইক

১। তুংখুঙীয়া বুৰঞ্জী, পৃষ্ঠা ৩৮



ফুলেশ্বৰী কুঁৱৰীয়ে প্ৰাণদণ্ড দিবলৈকে আদেশ দিছিল। পৰ্বতীয়া গোসাঁয়ে বাধা দিহে ৰক্ষা কৰিলে। আনপিনে মোৱামৰীয়াই লক্ষ্মীসিংহক বন্দী কৰি আউনীআটীকে আদি কৰি বমুণীয়াঠাকুৰীয়া মহন্তসকলক দণ্ড কৰি ধন লৈ 'সবাৰো নাম জয়হৰি' বুলি সেৱা কৰাওঁতেও কিন্তু পৰ্বতীয়া গোসাঁই অক্ষত অৱস্থাত আছিল, ই অতি তাৎপৰ্যপূৰ্ণ । দক্ষিণপাটৰ বিষ্ণুদেৱ গোসাঁয়ে 'ন-গোসাঁয়েই খালে' বুলি কোৱা কথাষাৰ বিশেষ মন কৰিবলগীয়া। ন-গোসাঁয়েও লক্ষ্মীসিংহৰ দিনত প্ৰভুত্ব বিস্তাৰ কৰিছিল আৰু এই ন-গোসাঁয়েহে বৰঞ্চ পৰ্বতীয়া গোসাঁইক জয়সাগৰৰপৰা কৌশলেৰে আঁতৰ কৰিছিল।

প্ৰথম মোৱামৰীয়া বিদ্ৰোহৰ অন্তত লক্ষ্মীসিংহৰ বিৰুদ্ধে তেওঁৰ ভতিজাক আৰু বংশৰ কোঁৱৰসকল মূৰ দাঙি উঠিছিল। চাৰুসিংহৰ পুতেক ভূধৰ গোহাঁয়ে ষড়যন্ত্ৰ কৰি লক্ষ্মীসিংহক মাৰিবলৈ কৰা বিদ্ৰোহৰ সময়ত ধন-সোণ, অস্ত্ৰ-শস্ত্ৰ পৰ্বতীয়া গোসাঁইৰ ঘৰত থবলৈ সুবিধা দিছিল। ষড়যন্ত্ৰৰ মন্ত্ৰণাত প্ৰত্যক্ষভাৱে জড়িত থকাৰ প্ৰমাণ পোৱা হয়; কিন্তু ৰজাই 'পণ্ডিত বামুণ' বুলি শাস্তি নিবিহিলে। দুবছৰৰ পিছত প্ৰমত্তসিংহৰ পুতেক তিপমীয়া গোহাঁইৰ ষড়যন্ত্ৰতো পৰ্বতীয়া গোসাঁই প্ৰত্যক্ষভাৱে জড়িত আছিল আৰু ৰাজ্যলাভৰ উদ্দেশ্যে কোঁৱৰৰ হৈ পূজা-পাতল কৰিছিল। ষড়যন্ত্ৰ ধৰা পৰিল। তিপমীয়া গোসাঁই নিৰ্বাসিত হ'ল। পৰ্বতীয়া গোসাঁইক দায় ধৰি ৰজাই কোৱালে, "বিদেশী বামুণ, ইঠাইতে অনেক দিন আছে। পূৰ্বে ককাইদেউসকলে যিৰূপে শ্ৰেষ্ঠা-আদৰ কৰিছিল ময়ো সেইৰূপে কোনো দ্ৰব্য-খনিৰ খলিত নকৰি সেইৰূপে শ্ৰেষ্ঠা-আদৰ কৰি আছোঁ। সি তাকে খাই-পিন্ধি আমাৰ কুশল চিন্তি থাকিব পায়। তথাপি যে অনেক ডাঙৰীয়াৰ ল'ৰা, কোঁৱৰ, ব্ৰাহ্মণ এনে লোকক তেওঁ মন্ত্ৰ দিয়ে, কথা হৈ আমাকো কোনোখান কৰিবলৈ ইচ্ছা কৰে। দেশ, ৰাইজৰো মৰণক চিন্তে। এনে কথা কৰিব পায় নিকি? আগেয়ে বিদায় কৰিলত মই নুবুলিলোঁ। এতিয়া বিদায় দিছোঁ, আপোনাৰ দেশলৈ যাওক। যদি থাকিব খোজে, মোৰ আন ব্ৰাহ্মণৰ দৰে পাতি থওঁ, সেইৰূপে থাকক।" পৰ্বতীয়া গোসাঁইৰ ধৰ্মৰ নামত ৰাজদ্ৰোহিতাক ৰজা-প্ৰজা সকলোৱে নিন্দাৰ চকুৰে চাইছিল। বৰচ'ৰাৰ মেললৈ স্বৰ্গদেৱে কোৱালে বোলে, "এই ভট্টাচাৰ্যৰ আৰু শিষ্য-প্ৰশিষ্য ক্ৰমে যি ইয়াৰ মন্ত্ৰ লয়, সি আপোনাৰ পূৰ্বৰ যি গুৰুঘৰৰ ভকত এইবোৰৰো দ্ৰোহী, মোৰো দ্ৰোহী, ৰজাৰো দ্ৰোহী। তাৰ সপ্তমপুৰুষ নৰকত পৰিব। নিৰ্বংশী হ'ব। স্বৰ্গদেৱৰো দণ্ডাৰ্হ হ'ব।" লক্ষ্মীসিংহৰ এই ৰাজ-আজ্ঞা বৰমেলত আলোচনা হ'ল। ডা-ডাঙৰীয়া, বা-বিষয়া, কাকতী-কটকী, দেওধাই, বাইলুং সদৌৱে একমুখে হৰিধ্বনি কৰি প্ৰতিশ্ৰুত হৈ পো-ভাই পৰ্যন্ত শাক্তমন্ত্ৰ দীক্ষিতসকলক ধৰি দিবলৈ সঙ্কল্প গ্ৰহণ কৰি ক'লে, "এই ভট্টাচাৰ্যৰ আৰু তেওঁৰ শিষ্যৰো শিষ্যৰ, আমাৰ দেশস্থ প্ৰজাৰ, সকলেও যদি মন্ত্ৰ ল'ব, সেইবোৰ ৰাজদ্ৰোহ, গুৰুদ্ৰোহ, ভকতদ্ৰোহ সকল সিদ্ধ হ'ব। সপ্তমপুৰুষ নৰকত পৰিব। স্বৰ্গদেৱৰো দণ্ডাৰ্হ হ'ব।" অসমৰ শংকৰোত্তৰ যুগৰ ধৰ্মীয় ঐতিহ্যত লক্ষ্মীসিংহৰ এই ব্যৱস্থাই ডাঙৰ কাম কৰিলে। ইতিমধ্যে পৰ্বতীয়া গোসাঁইৰ প্ৰতি আকৃষ্ট হোৱা ডা-ডাঙৰীয়া, বা-বিষয়াসকল পূৰ্বৰ পন্থলৈ উলটি আহিল। মাত্ৰ দুঘৰমান আহোম বিষয়াৰ বাহিৰে বাকী সকলোৱে কৃষ্ণৰাম ভট্টাচাৰ্যৰ প্ৰতি আওহেলা প্ৰকাশ কৰিলে। তিপমীয়া গোহাঁয়ে এজন ব্ৰাহ্মণ পঠিয়াই বৰপাত্ৰগোহাঁইক মন্ত্ৰ ল'বলৈ জনোৱাত স্পষ্ট ভাষাত উত্তৰ দিছিল, "মই আহোমৰ ল'ৰা। আমাৰ কি মন্ত্ৰ? আমি বিষয়-বৰশীত পৰি আছোঁ। মন্ত্ৰ ল'লে, অথনি মন্ত্ৰ জপিবলৈ ধৰিম, তেনেতে ল'ৰাই মাতিব, তিৰোতাই মাতিব, বিলতীয়াই কোনো আৱাৰ কৰিব, স্বৰ্গদেৱৰ ঠাইৰপৰাও শীঘ্ৰে যাব দিব, এতেকে কি কৈ মন্ত্ৰ সিদ্ধ কৰিম? এতেকে আমি আহোমৰ ল'ৰা। আমাৰ বাসনা সেই সকলো ভাগৱত ধৰ্মতে প্ৰৱৰ্তিছোঁ আমি একে ৰাজী হৈ। আমাক আহোমৰ ল'ৰা কেলেই মন্ত্ৰ পাচে?" যদিও বৰপাত্ৰগোহাঁইৰ নিচিনা দুই-চাৰিজন কড়ামুঠীয়া মানুহে শাক্তধৰ্মৰ সোঁত ভেঁটিবলৈ চেষ্টা

কৰিছিল, তাৰে ভিতৰত পৰ্বতীয়া গোসাঁইৰ প্ৰৱৰ্তিত পূজাপদ্ধতিৰ গইনা লৈ ৰজাঘৰীয়া সা-সুবিধা, মাটি-ভেঁটি লাভ কৰিবলৈ পাই ব্ৰাহ্মণসকল শাক্তমতলৈ উজনীয়া মাছ অহাদি পুৰণি থল এৰি উজাই আহিল। সামান্যসংখ্যক ব্ৰাহ্মণ মাথোন বৈষ্ণৱ আদৰ্শৰ অনুগামী হৈ থাকিল। বহুতো সত্ৰই সত্ৰীয়া পৰম্পৰাৰ ভিতৰত থাকিও শাক্ত পন্থৰ অনুগামী হ'ল। পৰ্বতীয়া গোসাঁয়ে ৰাজনীতি আৰু ধৰ্মনীতি উভয়তে বিভেদৰ বীজ সিঁচি যথাৰ্থতে 'ৰজাক ভকতীয়া আৰু প্ৰজাক কপটীয়া' কৰি আহোম ৰাজ্যৰ পতন অনিবাৰ্য কৰি নিজে অজস্ৰ সম্পত্তি ভোগ কৰি ৰাজসুখত থাকিল। আনপিনে পৰ্বতীয়া গোসাঁইৰ নতুনকৈ প্ৰৱৰ্তিত পূজাপদ্ধতি পৰিচালনা কৰিবলৈ অতি কমেও প্ৰায় পাঁচ হাজাৰ ব্ৰাহ্মণে আহোম ৰজাঘৰৰপৰা ৰাজকীয় দান-পত্ৰ আৰু অন্যান্য সা-সুবিধা লাভ কৰিলে; লগে লগে পৰ্বতীয়া গোসাঁইৰ প্ৰতি কৃতজ্ঞ হৈ পূৰ্বৰ গুৰু আৰু আদৰ্শ সলনি কৰি বহুতো মানুহে ব্ৰাহ্মণ্য ঐতিহ্যলৈ উলটি যায়। ইয়াৰ প্ৰভাৱ অসমৰ জনসাধাৰণৰ মাজতো পৰে আৰু ফলত লক্ষ্মীপূজা, সৰস্বতী পূজা, আই আৰু শাক্ত ধাৰণাপ্ৰসূত অনুষ্ঠানবোৰ সজীৱ হৈ মূৰ দাঙি উঠে।

দুৰ্গা, কালী আদিৰ পূজা মূৰ্তি, ঘট আৰু উকাকৈ সম্পন্ন হৈছিল। কোনো কোনোৱে দুৰ্গানাম বা গোসানীনাম গোৱায়ো দুৰ্গাপূজা কৰিছিল। সেইদৰে কালী পূজা বলি-বাহন দিও কৰা হৈছিল আৰু মাহ-প্ৰসাদ দিও কৰাৰ উদাহৰণ আছে। দুৰ্গাপূজা কৰা মানুহে সহজেই অন্যান্য দেৱী-পূজা কৰিছিল। আহোমসকলে সুবচনী নামেৰে আহোম আৰু অসমীয়া স্তুতিমন্ত্ৰৰে লৌকিক ৰূপত দুৰ্গাপূজা কৰিছিল। ৰজাঘৰতো এনে পূজা অনুষ্ঠিত হৈছিল। পৰ্বতীয়া গোসাঁয়ে আহোমৰ উপাস্য দেৱতা 'চোম-চেং' দুৰ্গা গোসানী ভিন্ন আন কোনো শক্তি নহয় বুলি আৰু ডা-ডাঙৰীয়াসকলক পতিয়ন নিয়াবলৈ সক্ষম হৈছিল। পৰিণতিস্বৰূপে একে বংশ, খেল আৰু মেলৰ মানুহৰ ভিতৰতে বৈষ্ণৱ আৰু শাক্ত দুটা শ্ৰেণীত বিভক্ত হৈ পৰিছিল আৰু মোৱামৰীয়া বিদ্ৰোহৰ সময়ত ভায়ে ভায়ে ৰক্তাৰক্তি কৰি মৃত্যুবৰণ কৰিছিল। অথচ উক্ত পন্থৰ প্ৰৱৰ্তকজন নিৰ্বিঘ্নে আছিল। সামান্য মৌখিক ককৰ্থনা কৰিয়ে তেওঁক এৰি দিছিল।

অসমৰ ধৰ্মীয় ঐতিহ্যত আৰু এটি উল্লেখযোগ্য শাখা হ'ল ৰাতিখোৱা, পূৰ্ণভগীয়া বা খেকেৰাফুলীয়া। এই পন্থটোৰ উদ্ভৱ ক'ত বা কোন সময়ত হয় খাটাংকৈ কোৱা টান; কিন্তু প্ৰাক্-শংকৰী যুগৰপৰাই চলি আছিল বুলি ঠাৱৰ কৰিবৰ থল আছে। তান্ত্ৰিক উপায়েৰে জীৱিকানিৰ্ব্বাহ কৰা টাটকীয়া বৌদ্ধ মানুহক লগ পোৱাৰ কথা 'কথা-গুৰুচৰিত'ত উল্লেখ আছে। চৰ্যাপদবোৰৰ দৰ্শন আৰু গুহ্য অৰ্থ গুৰুভিত্তিক। সহজীয়া বৌদ্ধ দৰ্শন থলুৱা ৰীতি-নীতিৰ সংস্পৰ্শলৈ আহি নতুন ৰূপ লোৱাটো স্বাভাৱিক। উত্তৰ-পূব ভাৰতত শৈৱ প্ৰভাৱ অতি শক্তিশালী। এক বিশিষ্ট সাধনমাৰ্গৰ ভেঁটিত বৌদ্ধ আৰু শৈৱ আদৰ্শৰ সমন্বয় সাধন হৈ এই গোপনীয় পন্থৰ জন্ম হয়। দেহতত্ত্ব আৰু যৌনদৰ্শনৰো সংমিশ্ৰণ ঘটিছে। মায়া ৰহিত নহ'লে, ভক্তিসাধনে পূৰ্ণৰূপ পাব নোৱাৰে। আচাৰ-ৰীতি, খাদ্য সকলোতে মায়া সৃষ্টি হয়। মায়াৰ বন্ধন ছিঙিব নোৱাৰিলে জীৱই লভা বস্তু বিচাৰি কক্‌বকাই ফুৰে। গতিকে মায়া ছেদ কৰি সৱাকো সমকক্ষ জ্ঞান কৰি, আহাৰ-বিহাৰত মুক্ত হৈ একাগ্ৰভাৱে ভক্তি কৰাই এই পন্থৰ উদ্দেশ্য। গুৰু পূৰ্ণ, গুৰু-ঈশ্বৰ; গুৰু-ঈশ্বৰ দুয়ো অভেদ। থূলত নাৰী-পুৰুষৰ সমান অধিকাৰ। গুৰুৰ কাষত এগৰাকী ভক্তি মাতৃৰ একান্ত প্ৰয়োজন। একালত এই পন্থৰ সাধু-গুৰুসকলক অতি শক্তিশালী আৰু ভক্তিমাৰ্গত উত্তীৰ্ণ ব্যক্তি বুলি জ্ঞান কৰা হৈছিল। তন্ত্ৰ-মন্ত্ৰত অগাধ বিশ্বাস। উক্ত পন্থৰ অনুগামী ভক্তৰ ভিতৰত জাতিভেদ নাই; সকলো সমান, সমানে শুদ্ধ। কুৰি শতকাৰ তৃতীয়-চতুৰ্থ দশকলৈকে প্ৰবলভাৱে চলি থকা এই পন্থৰ লোক অঞ্চল বিশেষত আৰু সম্প্ৰদায়বিশেষৰ মাজত অনেক আছিল। ভক্তি সাধনেই তেওঁবিলাকৰ লক্ষ্য আৰু নামেই একমাত্ৰ মাধ্যম। 'বিহাৰ'সমূহ একো একোখন গীতি-নাট্য।



ভক্তিৰ পৰমাৰ্থ আৰু দেহতত্ত্ব মিশ্ৰিত কথাৰে ৰচিত গীত আৰু এই বিহাৰসমূহ ৰাতি গোপনে পৰিবেশন কৰা হয়। মদ-মাংসৰ মুকলি ব্যৱহাৰ হ'লেও ইন্দ্ৰিয়তৃপ্তি চৰিতাৰ্থ কৰিবৰ বাবে নহয়। মদ ঘ্ৰাণৰ অৰ্থেহে, গলাৰ্দ্ধকৰণৰ বাবে নহয়।[1] মদৰ ব্যৱহাৰ এৰি দি পিঠা-পৰমান্নৰে পুৰণি ঐতিহ্য ৰক্ষা কৰিবলৈ যত্ন কৰা সত্ৰও দুই-চাৰিখন আছে। সকাম কিন্তু পূৰ্ণভগীয়া সকামৰ দৰে গোপনীয়ভাৱে ৰাতি কৰে। এই দৰ্শন বা আদৰ্শ অনুসৃত হৈ ৰাতিখোৱা পন্থ চলিছিল। এই পন্থৰ লোকে কোনো কোনো সত্ৰৰ গোসাঁইৰ ভণিতা থকা গীত-পদ গোৱাৰ উপৰিও শংকৰদেৱ, মাধৱদেৱ আৰু গোপালদেৱৰ নাম উল্লেখ কৰে আৰু বিশিষ্ট সত্ৰৰ প্ৰতিষ্ঠাপক দুই-চাৰিজন গোসাঁইৰ নামো স্মৰণ কৰে।[2] এই নামবোৰ প্ৰতীকধৰ্মী বা ইংগিতসূচকো হ'ব পাৰে নতুবা অনুগামী ভক্তৰ মনত নিষ্ঠা জন্মাবলৈ মহাপুৰুষসকলৰ নাম জড়িত কৰি ল'বও পাৰে। প্ৰাক্-শংকৰী যুগত এই উপাসনা-পদ্ধতিৰ গুৰু-পৰম্পৰা কেনে আছিল কোৱা টান; কিন্তু বৈষ্ণৱ যুগত অতি তাৎপৰ্যপূৰ্ণভাৱে সত্ৰীয়া পৰম্পৰাৰ মাজলৈ সোমাই আহে। যি সংহতিৰেই অন্তৰ্গত নহওক নতুবা যাৰেই কি আজ্ঞাপৰ নহওক, খনচেৰেক সত্ৰৰ গোসাঁইয়েই যে এই পন্থৰ ভজন দিয়াৰ ব্যৱস্থা কৰিছিল এইটো সঁচা। এনে পন্থ ৰাতি চোৱাংকৈ চলাই ৰাজনীতি কৰা বাবে ৰজাই অৰীতিয়া আখ্যা দি জনৈক মহন্তক শাস্তি বিহিছিল বুলি বুৰঞ্জীত উল্লেখ আছে। অনেকৰ উপৰিপুৰুষেই এই পন্থৰ অনুগামী আছিল আৰু তেওঁবিলাকে বিশিষ্ট সত্ৰত শৰণ লৈ অন্য এখন বিশিষ্ট সত্ৰত এই পন্থত ভজন লৈছিল। বিখ্যাত আতন বুঢ়াগোহাঁইও এনে এখন সত্ৰৰ শিষ্য আছিল। আন কি নিজৰ গুণৰ বলত এনে অনেক অনা-মহন্তয়ো শিচ ভজাবলৈ কৰ্তৃত্ব লাভ কৰিছিল। তিৱা, চুতীয়া, আহোম, কছাৰী, মিছিং আদি জনগোষ্ঠীৰ উপৰিও কোচ, কলিতা, কেওঁট মানুহৰ ভিতৰতো অতি গোপনে এই পন্থৰ অনুষ্ঠান চলিছিল। বৈষ্ণৱ আদৰ্শ শক্তিশালী আৰু বিস্তৃত হৈ পৰা অসমৰ সমাজতে একালত ব্যাপক ৰূপক এই গোপন পন্থ গজগজীয়া হৈ আছিল। এই পন্থৰ কেতবোৰ শাস্ত্ৰ আছে, সিও গোপন। এনে শাস্ত্ৰ উদ্ধাৰ কৰিব পাৰিলে উক্ত পন্থৰ দৰ্শন, প্ৰতিষ্ঠাপক আৰু অনুগামীৰ বিষয়ে ইতিবৃত্ত ৰচনা কৰিব পৰা যাব। এইটো স্পষ্ট যে শাক্ত, শৈৱ, বৌদ্ধ আৰু বৈষ্ণৱ আদৰ্শৰ অদ্ভুত সমন্বয়ৰ ফলত এই পন্থৰ জন্ম। এই পন্থৰ অৱস্থিতি সম্পৰ্কে বহুতেই নেতিবাচক ভূমিকা গ্ৰহণ কৰি বক্তব্য দাঙি ধৰে। অথচ আজিও অঞ্চলবিশেষত এই পন্থ জীয়াই আছে; তেওঁবিলাকেও ইয়াৰ ঐতিহ্য আৰু পৰম্পৰাৰ সাক্ষী দিব পাৰে। ভাৰতবৰ্ষৰ অন্যান্য ঠাইতো এনেধৰণৰ গোপন পন্থ আছে। কেনেকৈ ক'ব নোৱাৰোঁ শংকৰোত্তৰ যুগৰ অসমত ৰাতিখোৱা পন্থৰ আচৰণ আৰু অনুষ্ঠান অনেক বাহুল্যপূৰ্ণ আছিল। অসমৰ ধৰ্মীয় ঐতিহ্যত এই দৰ্শনৰ স্থান একেবাৰে উলাই কৰিব নোৱাৰি। কুৰি শতিকাৰ তৃতীয়-চতুৰ্থ দশকলৈকে এই পন্থৰ অনুগামী সত্ৰ, গোসাঁই আৰু শিচ আটায়ে এই গোপনীয় আৰু কঠিন সাধনমাৰ্গৰপৰা ফালৰি কাটি সহজ বৈষ্ণৱ পন্থলৈ অহাৰ উদাহৰণো আছে আৰু ক্ষীণকৈ হ'লেও,

১। যদঘ্ৰাণভক্ষো বিহিতঃ সুৰায়া
তথা পশোৰালভনং ন হিংসা। ভাগৱত ১১।৫।১৩

২। (ক) সঙ্গতে শংকৰ ভোজনত মাধৱ
প্ৰদীপত গোপালদেৱ।
(খ) শংকৰ মাধৱ গোপাল যদুদেৱ
সৰ্ব স্বৰূপ চূড়ামণি।
(গ) পূৰ্ণ শংকৰ পূৰ্ণ মাধৱ
পূৰ্ণ পুৰুষোত্তম।

এতিয়াও উক্ত আদৰ্শ জীয়াই আছে। অষ্টাদশ শতিকাত এই পন্থ অতি কোবাল হৈ উঠি কুৰি শতিকাৰ চতুৰ্থ দশকৰপৰা মৰহি যাবলৈ আৰম্ভ কৰে।

কানাই বৰশীবোৱা শিলালিপি মতে পৰাস্ত হৈ উলটি যোৱা যৱন-তুৰুক বাহিনীৰ কোনোবা মুছলমান সৈন্য অসমত ৰৈ যোৱাটো অস্বাভাৱিক নহয় আৰু নিজৰ ধৰ্ম ৰক্ষা কৰি জীৱননিৰ্বাহ কৰাটোও আচৰিত নহয়। প্ৰতাপসিংহৰ দিনত সৰহীয়াকৈ বন্দী হোৱা মুছলমান সৈন্যক অসমতে সংস্থাপিত কৰা হয়। মিৰজুমলাৰ অসম আক্ৰমণৰ সময়ত এই মুছলমানসকল ৰীতি-নীতিত হিন্দুৰ গভীৰ সংস্পৰ্শলৈ আহিছিল আৰু হিন্দুৰ লোকাচাৰ আদি গ্ৰহণ কৰি কোৱাণতকৈ পুৰাণৰ ওচৰ চাপিছিল। পৰৱৰ্তী যুগত হজৰত আজান পীৰে শংকৰী আদৰ্শত জিকিৰ ৰচনা কৰি আৰু অনেক ঠাইত অসমত প্ৰচলিত দেহ-বিচাৰৰ গীতৰ মাজে মাজে যাৱনিক শব্দ সুমুৱাই দি গীতজাতীয় সাহিত্য ৰচনা কৰি, গাই আৰু গোৱাই ইছলামী আদৰ্শলৈ আনিবলৈ চেষ্টা কৰে। মছজিদত শুকুৰবাৰে নামাজৰ অন্তত বুট, নাৰিকল আদি বিতৰণ কৰাৰো ৰীতি উলিয়ায়। আজান পীৰে প্ৰতিষ্ঠা কৰা পৰম্পৰা অনুসৰি বন্দী হৈ ৰৈ যোৱা মানুহখিনিৰ উপৰিও ভালেমান থলুৱা মানুহকো দীক্ষিত কৰিবলৈ সক্ষম হয়, কিন্তু ধৰ্মীয় উপাসনা আৰু বিশ্বাস অনুসৰণ কৰি চলোঁতে ৰজাঘৰ বা প্ৰজাঘৰৰ বিদ্বেষত পৰাৰ কথা জনা নাযায়।[১] হিন্দু ধৰ্মৰ ভিতৰতে আদৰ্শৰ সংঘাত সৃষ্টি হোৱাৰ সময়তো হিন্দু-মুছলমানৰ ধৰ্মীয়-ধাৰণাৰ মাজত তেনে কোনো বিদ্বেষ সৃষ্টি হোৱা নাছিল। আন কি, ৰজাই সৰাগুৰিত আজান পীৰক ছকুৰি ভকতেৰে সৈতে মঠ সজাই দিছিল। হাজোৰ পোৱামক্কা হিন্দু ৰজাৰেই সৃষ্টি। হিন্দু আৰু মুছলমানৰ সহ-অৱস্থানৰ মূল কাৰণ হ'ল ধৰ্মত মুছলমান হ'লেও তেওঁবিলাকে সামাজিক আৰু সাংস্কৃতিক জীৱনত চুবুৰীয়া হিন্দু মানুহক অনুসৰণ কৰি চলিছিল। বিহু, বিয়া আদি অনুষ্ঠানক নিজা কৰি লৈছিল। অনেক মানুহৰ পিন্ধন-উৰণ, খাৱন-বোৱনৰ মাজত তেনে কোনো লক্ষণীয় পাৰ্থক্য নাছিল। কুৰি শতিকাৰ চতুৰ্থ দশকলৈকে অসমৰ মুছলমান অসমীয়া সংস্কৃতিৰ লগত ওতঃপ্ৰোতভাৱে জড়িত আছিল। পূব বংগৰপৰা নতুনকৈ অহা মিঞা আৰু মোল্লাইহে অসমৰ মুছলমান সমাজৰ ধৰ্মীয় গোড়ামি বৃদ্ধি কৰি প্ৰাচীন ঐতিহ্যৰপৰা আঁতৰাই নিয়ে। অসমত ইছলাম ধৰ্মৰ বীজ সিঁচাৰেপৰা কুৰি শতিকালৈকে অসমীয়া মুছলমানে অসমীয়া সংস্কৃতিৰ দীঘে-বাণিয়ে সোমাই নিজৰ ধৰ্মীয় ঐতিহ্য ৰক্ষা কৰি আহিছিল। বহুতেই অনুমান কৰে যে মূৰ্তিবিহীন একেশ্বৰবাদী ইছলাম আৰু অদ্বৈতবাদী বৈষ্ণৱ আদৰ্শৰ মাজত মিল থকাৰ বাবেই তেনে কোনো ধৰ্মীয় সংঘাত সংগঠিত হোৱা নাছিল; সহজ সহ-অৱস্থান সম্ভৱ হৈ উঠিছিল। সেয়েহে অসমত বহুতো মছজিদ আৰু দৰগাহ নিৰ্মিত হৈ আজিও জীয়াই আছে। আন কি, মোমাইতামুলি বৰবৰুৱাই খেল সংগঠন কৰোঁতে দিয়া মুছলমান মানুহে নামঘৰতো ভাগ পাইছিল আৰু মঠ-মন্দিৰৰ পাইকৰ লগত থকা মানুহে তাৰো উপাৰ্জনৰ অংশ ভোগ কৰিছিল।[২]

বৌদ্ধ ধৰ্মৰ প্ৰাচীন ঐতিহ্যৰ আঁত শংকৰী যুগত বিচ্ছিন্ন হৈ পৰে। কামৰূপত মহাযানপন্থী বৌদ্ধ ধৰ্মৰ সহজযান, কালচক্ৰযান, ভদ্ৰযান, ওড্ৰযান আদি পিছলৈ তান্ত্ৰিক বৌদ্ধ ধৰ্মলৈ ৰূপান্তৰিত হয়। মূল স্বৰূপ হেৰাই যায়। আগছোৱাত তাও ধৰ্মৰ অনুগামী টাইসকল এসময়ত অৰ্থাৎ দশম-একাদশ শতিকাত বৌদ্ধধৰ্মৰ সংস্পৰ্শলৈ আহে আৰু অসমত প্ৰৱেশ কৰাৰ সময়ত

১। হজৰত আজান পীৰে জিকিৰ গাই ইছলাম ধৰ্ম প্ৰচাৰ কৰোঁতে ৰূপাই দা-ধৰা গৰীয়াই ৰজাত গোচৰ দিলে বোলে, 'আজান মোগলৰ চোৰাংচোৱা।' ৰজাই ৰূপাইকে গতাই দি চকু কাঢ়িবলৈ আদেশ দিলে আৰু সেইমতে ৰূপায়ে চকু কাঢ়িলে। জিকিৰৰ মতে নজৰযোৰ সুলকি পৰিল। এজনা মুছলমান পীৰৰ শ ক্ৰতা কৰিলে গৰীয়া অৰ্থাৎ মুছলমানেহে।

২। শিৱসাগৰৰ শিৱদ'লৰ নেগেৰিয়ালৰ ঘৰৰ (মুছলমান) ভাগ সৌ সিদিনালৈকে ভোগ কৰিছিল।



অন্ততঃ কেইটামান বৌদ্ধ আদৰ্শ লগত লৈ আহে। খৃঃ পূঃ দ্বিতীয় শতাব্দীতেই দক্ষিণ-পূব এচিয়াত অশোকৰদ্বাৰা প্ৰচাৰিত বৌদ্ধধৰ্ম আৰু আদৰ্শ জনপ্ৰিয় হৈ পৰে। আলিবাট বন্ধাই কাষত বৰগছ ৰোপণ কৰি ঠায়ে ঠায়ে পুখুৰী খন্দাই প্ৰজাৰ উপকাৰ কৰা অশোকৰ বৌদ্ধ-আদৰ্শ আহোম ৰজাসকলেও গ্ৰহণ কৰে। দ্বিতীয়তে, চকলং পদ্ধতিৰ বিয়া আৰু ফ্ৰালুং পূজা বৌদ্ধ মন্ত্ৰৰ টাই সংস্কৰণেৰে সমাধা হয়। এই বৌদ্ধধৰ্ম ব্ৰহ্মদেশৰ হীনযানী পন্থৰ অনুগত; কিন্তু হিন্দুধৰ্মৰ সংস্পৰ্শলৈ অহাৰ পিছত অনেক বৌদ্ধ ৰীতি-নীতি এৰা পৰে আৰু অৱশেষত হিন্দু ধৰ্মত দীক্ষিত হোৱাৰ পিছত স্বাভাৱিকতে বৌদ্ধ বুলি চিনাকি দিয়াৰ আগ্ৰহ কমি যায়। আহোমসকলৰ জাতিভেদহীনতাৰ আদৰ্শও সম্ভৱ বৌদ্ধ আদৰ্শৰে অনুকৃতি মাত্ৰ; কিন্তু হিন্দু ধৰ্মলৈ দীক্ষিত হৈ সেই জাতিভেদৰ নিজেই বলি হৈ ধৰা দিয়ে। পৰ্বতীয়া গোসাঁয়েই অন্ত্যজ বুলি বেলপাত দলিয়াই দিছিল।

আলি-বন্ধোৱা, আয়ুবৰ আৰু বাটবৰ ৰোৱা, পুখুৰী খন্দোৱা, চকলং পদ্ধতিৰে বিয়া পতা, ফ্ৰালুং পূজা পতা আৰু জাতিভেদহীনতা—এইকেইটা বৌদ্ধ লক্ষণ আহোমসকলৰ মাজত চলি থাকিলেও মহাযানী ধৰণে বুদ্ধ মূৰ্তিৰ পূজা বা থেৰবাদী পদ্ধতিৰ পঞ্চশীল আচৰণ বা ত্ৰিশৰণ গ্ৰহণ প্ৰত্যাক্ষভাৱে প্ৰচলিত নাছিল। বৈষ্ণৱ হিন্দুসকলে বুদ্ধক বিষ্ণুৰ নৱম অৱতাৰ হিচাপে স্বীকৃতি দিয়াত বৈষ্ণৱ আদৰ্শ গ্ৰহণ কৰিবলৈ দ্বিধাবোধ নকৰিছিল। অষ্টাদশ শতিকাত ব্ৰহ্মৰজাৰ অত্যাচাৰ সহ্য কৰিব নোৱাৰি ভাইৰজাৰ ৰাজ্য বিচাৰি পাটকাই পাৰ হৈ অহা খামতি, খাময়াং, ফাকে, টুৰুং আৰু আইতনসকল সম্পূৰ্ণ হীনযানী বা থেৰবাদী বৌদ্ধ। ব্ৰহ্মদেশীয় ফুংগিসকলৰ অনুশাসনৰ অধীন। ত্ৰয়োদশ শতিকাৰ পিছতো আৰু ভালেমান ফৈদৰ টাই মানুহ অসমলৈ আহিছিল; কিন্তু হিন্দু-আহোমৰ লগত জাতে-পাতে মিলি গৈছিল। অসমলৈ অহাৰ সময়ত উক্ত টাই জনজাতিসকলৰ মাজতো কেতবোৰ বৌদ্ধধৰ্ম বহিৰ্ভূত লোকাচাৰ প্ৰচলিত আছিল; কিন্তু ব্ৰহ্মদেশীয় ফুংগিসকলৰ যত্নতে তেনে লোকাচাৰ ত্যাগ কৰিবলৈ সাহস লাভ কৰে। আজিকালি সকলো সামাজিক অনুষ্ঠানেই বৌদ্ধধৰ্মৰ নীতি-নিয়মৰ অধীন।

শিখ, খ্ৰীষ্টিয়ান, জৈন আদি ধৰ্মৰ ঐতিহ্য তেনেই অৰ্বাচীন। ইয়াৰে ভিতৰত শিখ ধৰ্মই আপেক্ষিকভাৱে পুৰণি। অসমৰ শিখসকল ভাষাৰ ক্ষেত্ৰত অসমীয়া; কিন্তু সাজ-পাৰ আৰু উপাসনা পদ্ধতিত সম্পূৰ্ণ শিখ। ঊনবিংশ শতিকাৰ চতুৰ্থ দশকত ভুমুকি মৰা খ্ৰীষ্টিয়ান ধৰ্মৰ প্ৰভাৱ ভৈয়াম অঞ্চলত সিমান কোবাল নহ'ল। নগৰকেইখনত কেইঘৰমানকৈ অসমীয়া মানুহ মাত্ৰ দীক্ষিত হৈছিল। অনাদৃত পাৰ্বত্য জনজাতিসকলৰ মাজত খ্ৰীষ্টিয়ান ধৰ্মৰ জাতিভেদহীনতা আৰু সেৱাৰ আদৰ্শই বনপোৱা জুইৰ দৰে কাম কৰি ক্ষিপ্ৰ গতিৰে বিস্তৃতি লাভ কৰিবলৈ সক্ষম কৰি তোলে।

ধৰ্ম-সমাজ-সাহিত্য-সংস্কৃতি সকলো দিশতে ব্যাপকভাৱে বৰঙণি দি মহাপ্ৰতিভাশালী শংকৰদেৱে সকলো জাতি-উপজাতি সামৰি ধৰ্মৰ বান্ধোনেৰে যি বিশাল অসমীয়া জাতি গঢ়িবলৈ কঠীয়া সিঁচিছিল, সেই কঠীয়া সজাল ধৰিবলৈ নৌপাওঁতেই থুৰিপোক লাগি থোৰতে কুটিবলৈ ধৰিলে। তথাপি শংকৰদেৱে তেওঁৰ ধৰ্মীয় আদৰ্শত যি শক্তিশালী জীৱনী-শক্তি আৰোপ কৰিছিল, তাৰ বলতে কীৰ্তন-দশম-ঘোষা-ৰত্নাৱলীৰ গহনা লৈ বৈষ্ণৱ ধৰ্ম জীয়াই থাকিল। বিচাৰ-বিবেচনাতকৈ আচাৰ-আড়ম্বৰ আগ বাঢ়ি বাটকেঁৰা লগাবলৈ বিচাৰি ফুৰে। এসময়ত প্ৰাচীন পুৰোহিতমুখী শ্ৰেণীস্বাৰ্থ আগ বাঢ়ি এচাম লোকক গৰকি ধৰিবলৈ প্ৰয়াস পায় আৰু গুৰুগিৰি অৰ্থলিপ্সু ব্যৱসায়লৈ অৱনমিত হয়। ইতিমধ্যে ৰজাঘৰৰ ভেঁজা লৈ মান-মৰ্যাদা বঢ়াবলৈ যাওঁতে প্ৰতিদ্বন্দ্বিতা, সংঘৰ্ষ আৰু সংঘাত সৃষ্টি হয়। এই ছেগতে 'বিদেশী বঙাল'

ৰাজগুৰু হৈ অসমৰ প্ৰাচীন পৰম্পৰা উচ্ছেদ কৰি, ব্ৰাহ্মণ্য সংস্কৃতিৰ মাধ্যমত বৈষ্ণৱ সমাজলৈ শাক্ত আদৰ্শৰ কোবাল ঢৌ বোৱাই আনে। শংকৰদেৱে শাক্ত ঐতিহ্য উচ্ছেদ কৰি বৈষ্ণৱ আদৰ্শ প্ৰতিষ্ঠা কৰিছিল; কিন্তু ৰাজ অনুগ্ৰহপ্ৰাৰ্থী তেওঁৰ অযোগ্য ব্যক্তিত্বহীন উত্তৰাধিকাৰীসকলে সেই শাক্ত ঢৌ ভেঁটিবলৈ সক্ষম নহ'ল; পুনৰ শাক্ত-ব্ৰাহ্মণ্য ৰঘুমলাই জাতি-চেতনা জগাই তুলি সমাজ ছানি পেলালে। তথাচ শংকৰী আদৰ্শ জীয়াই আছে আৰু ইয়াৰ মূল সৌন্দৰ্য আৰু সম্যক উপলব্ধিৰ গুণেৰে গুণান্বিত হোৱাৰ বাবেই জীয়াই থকাই নহয় বিস্তৃতিও ঘটিছে; কিন্তু শংকৰী আদৰ্শৰ চাৰিমুঠি বস্তুক টেমাত ভৰাই আঁঠুৰ সাৰটি বহি থকা উত্তৰাধিকাৰী কিম্বা পাৰতগজা গুৰুৰ আজ্ঞাপৰ হৈ ধৰ্মৰ গাদীত বহি অসমৰ ঐতিহ্য আৰু সংস্কৃতিক বিজতৰীয়া কৰিবলৈ প্ৰয়াস কৰা তাহানিৰ ৰাজগুৰুসকলৰ ৰাজভোগ উকলি আহিছে। অসমৰ ধৰ্মীয় ঐতিহ্যৰ এয়েই সাৱধান-বাণী।

# নগাৰাজ্যৰ সংস্কৃতি

ভাৰতৰ পূব প্ৰান্তত অসম আৰু ভাৰত-ব্ৰহ্ম সীমান্তৰ মাজত অৱস্থিত ১৬,৪৮৮ বৰ্গ কিলোমিটাৰ জোৰা পাৰ্বত্য, ওখোৰা-মোখোৰা, ঘন কুঁৱলী আৰু ডাঠ ডাৱৰে ঢকা, চিৰ সেউজীয়া অৰণ্য-আবৃত, জান-জুৰি, নৈ-উপনৈ প্ৰবাহিত ভূভাগেই নগাৰাজ্য বা নগালেণ্ড। ১২,৫৫৩ ফুট ওখ টুৱেনচাং জিলাৰ সৰামাটি শৃংগকে ধৰি ব্ৰহ্মপুত্ৰ উপত্যকাৰ সমতলৰ সমান ওখ মাটি, দিখৌ, দিচাং, জাঁজী, ধনশিৰী আদি নৈ, আংগামী মানুহৰ পৰ্বতৰ গাত খাপ কাটি উলিওৱা পথাৰ, অন্যান্য জনজাতিৰ ঝুমখেতিৰ 'হাৰাম', ওখ ওখ চাং-ঘৰ, আহল-বহল মৰংঘৰ, বাৰে-বৰণীয়া বিচিত্ৰ সাজ-পাৰ, মূৰৰ মুকুট, হাতৰ যাঠিয়ে নগাৰাজ্যৰ সংস্কৃতিত বৈচিত্ৰ্য সৃষ্টি কৰিছে আৰু সেই বৈচিত্ৰ্যলৈ ঐক্যৰ এনাজৰী ওচৰ চপাই আনিছে সুদূৰ আমেৰিকা-ইউৰোপৰ মিছনেৰীসকলে কঢ়িয়াই অনা খৃষ্টান আদৰ্শই। শংকৰদেৱৰ বৈষ্ণৱ আদৰ্শই যেনেকৈ ভৈয়ামৰ সাতভাইক এঘৰ কৰি একেটি নামঘৰৰ মজিয়াত এক হ'বলৈ শিকাইছিল, সেইদৰেই শংকৰদেৱৰ উত্তৰাধিকাৰীসকলৰ অদূৰদৰ্শিতা, অকৰ্মণ্যতা আৰু হীনমন্যতাৰ বাবেই এই বৈচিত্ৰ্যময় সংস্কৃতিৰ পৰম্পৰাবাহী নগাসকল খৃষ্টান হৈ আজি তেওঁবিলাকৰ জীৱন-প্ৰৱাহ খৃষ্টান-বিশ্বৰ সমানে সমানে খোজ দি যাবলৈ সক্ষম কৰি তুলিছে। শিক্ষা-দীক্ষা, চিন্তা-চৰ্চা, ধৰ্ম- সংস্কৃতি সকলোতে আজি খৃষ্টান প্ৰভাৱ স্পষ্ট; মূল সংস্কৃতিৰপৰা ক্ৰমে বিচ্ছিন্ন হৈ পৰিছে। একালৰ মূৰ কটা ধৰ্মত বিশ্বাসী মানুহে খৃষ্টান ধৰ্মৰ মাধ্যমেদি প্ৰেম আৰু বিশ্ব-ভ্ৰাতৃত্বৰ গুণ-গান গাবলৈ সক্ষম হৈছে। নগৰ-সভ্যতা আৰু উদ্যোগীকৰণৰপৰা মুক্ত মূল সংস্কৃতি ঘাইকৈ দুটা সুঁতিৰদ্বাৰা ধৌত ঃ কৃষি আৰু ধৰ্ম। পৰ্বত-ভৈয়াম উভয়তে সাধাৰণ জন-জীৱন কৃষিমুখী। কৃষি-সংস্কৃতি ঘাইকৈ উৰ্বৰা-ধাৰণা বা বিশ্বাসৰদ্বাৰা প্ৰভাৱান্বিত। ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, বিশ্বাস-পৰম্পৰা সকলোতে উৰ্বৰা ধাৰণাৰ গোন্ধ পোৱা যায়। আনপিনে ধৰ্মই সামাজিক জীৱন নিয়ন্ত্ৰিত কৰি সংযত, সহিষ্ণু, সদালাপী আৰু সদাচাৰী কৰি তোলে। নগাৰাজ্যত কৃষিজীৱী মানুহৰ সংস্কৃতিত উৰ্বৰা ধাৰণা আৰু খৃষ্টধৰ্মী মানুহৰ জীৱনত নতুন জীৱন-প্ৰবাহ বৰলৈ আৰম্ভ কৰিছে।

নগাৰাজ্যত চৈধ্যটা মুখ্য জনজাতিৰ উপৰিও সৰু সুৰা জনজাতি অনেক আছে। অসমৰ ভৈয়ামৰ উপৰিও অৰুণাচল আৰু ভাৰত-ব্ৰহ্ম সীমান্তৰ সিপাৰেও একে সংস্কৃতি আৰু জীৱন-পদ্ধতিৰ মানুহ আছে। নগাৰাজ্যক প্ৰশাসনীয় সুচলৰ অৰ্থে তিনিখন জিলাত ভাগ কৰা হৈছে ঃ কহিমা, মোকক্চাং আৰু টুৱেনচাং। জনজাতিসকলৰ বাসস্থান এনে ধৰণৰ ঃ

| | |
|---|---|
| কহিমা জিলা | ১। আঙ্গামী |
| | ২। ছাকেচাং |
| | ৩। কুকি |
| | ৪। ৰেংমা |
| | ৫। জেলিয়াংৰং |
| মোককচাং জিলা | ৬। আও |

৭। লঠা
৮। ছেমা
টুৱেনচাং জিলা ৯। ছাং
১০। খেমুনগান্
১১। কন্যাক
১২। ফোম
১৩। ছাংটাম
১৪। ইম্ছুংগাৰ

অৰুণাচলত একে জীৱন-পদ্ধতিৰে দুটা জনজাতি আছে ঃ নক্তে আৰু ৱাংছো। টাংছাসকলক নগা বুলি কোৱা হয় যদিও জীৱন-পদ্ধতি আৰু পিন্ধন-উৰণত পাৰ্থক্য আছে। টিৰাপ জিলাত টুট্ছা নামৰো এটা জনজাতি আছে। এই চৈধ্যটা জনজাতিৰ প্ৰত্যেকৰে নিজা ভাষা আছে। তদুপৰি একে জনজাতিৰ ভিতৰতে বাসস্থানৰ বিভিন্নতা অনুসৰি ভাষাই সুকীয়া গঢ় লৈছে, যিটো ভাষা ইটো-সিটো জনজাতিৰ মাজত বোধগম্য নহয়। ভাষাতাত্ত্বিকে এই সকলো ভাষাকে চীন-তিব্বতী শ্ৰেণীৰ অন্তৰ্গত কৰি থৈছে। চীন-তিব্বতী শাখাক তিব্বতী-বৰ্মী আৰু কু কি-চীন দুটা ভাগত ভাগ কৰিছে। ইয়াৰে কুকি-চীন ঠালটোত কু কিসকল আৰু তিব্বতী-বৰ্মী ঠালটোত বাকী সকলো নগা জনজাতি অন্তৰ্গত হৈছে; যদিও থূলমূলকৈ এটা শাখাৰ মাজত আবদ্ধ কৰি থোৱা হৈছে, এই ভাষাবিলাকৰ শব্দ, উচ্চাৰণ-পদ্ধতি, ব্যাকৰণগত গঠন আদিৰ মাজত বিৰাট পাৰ্থক্য দেখা যায়। কন্যাক ভাষাৰ তুলনাত আঙ্গামী ভাষা অনেক উন্নত আৰু উচ্চাৰণ-ৰীতি অত্যন্ত কঠিন। সাধাৰণতে জন-জাতীয় ভাষা বা উপভাষাৰ ভাষাগত ৰীতি শিথিল; কিন্তু আঙ্গামী আদি ভাষাৰ ৰীতি আধুনিক উন্নত ভাষাবিলাকৰ শাৰীত থব পাৰি। জনজাতি অনুসৰি নিজৰ নিজৰ ভাষা সুকীয়া হোৱা বাবে অসমীয়া ভাষাৰ এটি সহজ ৰূপকে ভাব আদান-প্ৰদানৰ মাধ্যম হিচাপে অতি প্ৰচীন কালৰেপৰা ব্যৱহাৰ কৰি আহিছে। আজিকালি ইয়াক নাগামীজ নাম দিয়া হৈছে। এই ভাষাই ব্ৰহ্ম-সীমান্তৰ আন্তঃৰাষ্ট্ৰীয় সীমা পাৰ হৈ ব্ৰহ্মদেশত থকা নগাসকলৰ মাজতো প্ৰচলিত।

ডব্লিউ, চি, স্মিথ নামৰ আমেৰিকান খ্ৰীষ্টান মিছনেৰী এজনে আও নগাৰ বিষয়ে অধ্যয়ন কৰোঁতে অসমৰ তিব্বতী-বৰ্মী ভাষা-গোষ্ঠীৰ অন্তৰ্গত জনজাতিবিলাকৰ মাজত কিছুমান সাধাৰণ লক্ষণ ধৰা পেলাইছে। এই লক্ষণবিলাক যথাৰ্থতে সকলো মঙ্গোলীয় মানুহৰ মাজত পোৱা নগলেও নগাসকলৰ মাজত সাধাৰণতে দেখা পোৱা যায়। (১) মুৰ-কটা প্ৰথা (২) মৰংঘৰ (৩) চাংঘৰ (৪) চাঙত তুলি কৰা শৱ-সৎকাৰ প্ৰথা (৫) প্ৰাক্-বিবাহ যৌন-মিলন(৬) তামোল-খোৱা (৭) গাখীৰৰ প্ৰতি বিতৃষ্ণা (৮) গাত চিত্ৰ আঁকি লোৱা (টেটু) (৯) ৰাজনৈতিক গাঁথনিহীনতা(১০) কমাৰৰ শাল (১১) সৰল পদ্ধতিৰ তাঁতশাল (১২) চাৰিচুকীয়া বা ছচুকীয়াঢাল (১৩) পাহাৰীয়া ঠাইত বসতি। এই লক্ষণবিলাকৰ মাজতেই নগাসকলৰ সাংস্কৃতিক বৈশিষ্ট্য লুকাই আছে।

আহোম যুগত নগাসকলৰ লগত যুদ্ধ-বিগ্ৰহ হ'লেও মিলা-প্ৰীতিৰে বস-বাস কৰি, আনকি বৈবাহিক সম্বন্ধ ঘটাই জাতিগত সমন্বয়ৰ বাট কাটি দিছিল। সীমা-মূৰিয়লি গাঁও বা চাঙৰ মাজত আদান-প্ৰদান অতি সহজ আছিল। বুৰঞ্জীত নগাসকলক কমেহে জাতিগত নামেৰে জনা গৈছিল। সাধাৰণতে গাঁও বা চাঙৰ নামেৰেহে জনাজাত হৈছিল। মহঙ্গীয়া, নামচঙ্গীয়া, বৰদুৱৰীয়া, পানী-



দুৱৰীয়া, জবকিয়াল, বানফঙ্গীয়া, দোপগড়ীয়া, মলৌথুপীয়া, বোপগঞা, শিলপনীয়া, আচিৰিঙ্গীয়া, হিমুঙ্গীয়া, লাচঙ্গিয়াল, খামপঙ্গীয়া, বৰগঞা, লাকুৱীয়া, ৰেংমা, ম'লং ইত্যাদি। সেই যুগৰ সকলো নগাৰে জীৱন-পদ্ধতি একে আছিল। ঝুমখেতিৰ উৎপাদনেই যথাসৰ্বস্ব। তদুপৰি হাবিৰ বনৰীয়া ফল-মূল আৰু চিকাৰৰ জীৱ-জন্তুৰ মঙহেই আছিল ক্ষুধা-নিবাৰণৰ সমল। পাণ, আলু, কচু, আদা, জলকীয়া আৰু কপাহ সলাই ভৈয়ামৰপৰা চাউল নিয়ে। আনপিনে মহঙ্গীয়া নগাই চুঙাত তপতাই উলিওৱা ডুখৰীয়া লোণ সলাই চাউল আৰু কানি নিছিল। আঙ্গামীসকলৰ বাহিৰে বাকী সকলো নগাই ঝুমখেতি কৰে। পৰ্বতৰ গাত খাপ কাটি কাটি পথাৰ উলিয়াই আঙ্গামীসকলে শালিধানৰ খেতি কৰে।

পৰ্বতৰ ওপৰত বাস কৰা নগাসকলৰ সংস্কৃতিত কিছুমান সাগৰীয় উপাদান পোৱা যায়। কড়ি আৰু শামুক সাগৰীয় বস্তু। এই দুয়োবিধ বস্তুকে অলংকাৰ হিচাপে ব্যৱহাৰ কৰাৰ হাবিয়াস সাগৰীয়। একালত এওঁবিলাকৰ পূৰ্বপুৰুষসকল সাগৰৰ দ্বীপ বা উপকূলত বসবাস কৰিছিল। প্ৰশান্ত মহাসাগৰৰ দ্বীপসমূহত বসবাস কৰা অনেক জনজাতিৰ আদিম সংস্কৃতিৰ মাজত নগাসকলৰ সংস্কৃতিৰ সমান্তৰাল উপাদান পোৱা যায়। ফৰমোছা দ্বীপৰপৰা মেলানেচিয়া, পলিনেচিয়া, আনকি নিউজিলেণ্ড আৰু মাদাগাস্কাৰ দ্বীপতো এনে সংস্কৃতিৰ চানেকি পোৱা গৈছে। দক্ষিণ-পূব এচিয়াৰ ভূ-ভাগতো এনে জনজাতীয় সংস্কৃতিৰ উপাদান পোৱাৰ উপৰিও ফিলিপাইন, ইণ্ডোনেচিয়া, বৰ্ণিও, জাভা আদি দ্বীপত অধিক শক্তিশালী সাদৃশ্য দেখা পোৱা গৈছে। তদুপৰি বিভিন্ন জনগোষ্ঠীৰ তেজৰ সমন্বয় ঘটি নগা জনজাতীয় সংস্কৃতিক বিচিত্ৰ কৰি তুলিছে। ইণ্ডোনেচিয়া আৰু ফিলিপাইনৰ ইগৰ'ট আৰু ডাইকসকলৰ জীৱন-পদ্ধতি আৰু সংস্কৃতিৰ সাদৃশ্যলৈ চাই কোনো কোনো জনজাতি, ঘাইকৈ আঙ্গামীসকল একালত উন্নত ধানখেতিৰ দেশৰপৰা দক্ষিণ দিশেদি আহি নগাপৰ্বতত সোমায়হি। পৰ্বতত থিতাপি লোৱাৰ আগতে অসমৰ ভৈয়াম অঞ্চলতো কিছুমান দিন কটাইছিল যেন লাগে। সম্ভৱতঃ ভৈয়াম অঞ্চলত হোৱা প্ৰবল বানপানীৰ বাবেই এদিন পৰ্বতত আশ্ৰয় লয়; কিন্তু শালিখেতিৰ পৰম্পৰা এৰিব নোৱাৰিলে। ফিলিপাইনৰ ইগৰ'টসকলেও পৰ্বতৰ গাত খাপ কাটি শালিখেতি কৰে। ইগৰ'টসকলৰ মাজতো যুদ্ধ কিম্বা সংঘৰ্ষত বিৰোধীপক্ষৰ মূৰ কাটি ঘৰলৈ আনি ভোজ-ভাত খাই আনন্দ কৰাৰ কথা জনা যায়। বন্টক ইগৰ'টসকলৰ মৰংঘৰ আছে। তাত অবিবাহিত ডেকা শোৱে আৰু শত্ৰুৰ মূৰৰ লাওখোলা আদি সংৰক্ষণ কৰে। মাইকী মানুহৰ প্ৰৱেশ নিষেধ। তদুপৰি চাংঘৰৰ ব্যৱস্থা আছে। এওঁবিলাকে তামোল খায়, টেটু আঁকে। ড° স্মিথে অসমৰ মঙ্গোলীয় জনজাতিসকলৰ ভিতৰত থকা সাধাৰণ লক্ষণবিলাকৰ অনেক ইগৰ'ট সংস্কৃতিত সমান্তৰালভাৱে থকা দেখা পায়। আনপিনে বৰ্ণিও দ্বীপৰ ডাইকসকলৰ সাংস্কৃতিক উপাদানসমূহ ইগৰ'টসকলৰ সমধৰ্মী। ইয়াৰপৰা এনে ধাৰণা হয়, একালত নগাসকল চীনৰ মধ্য-ভূভাগৰ ফালে বসতি কৰিলেও লাহে লাহে দক্ষিণলৈ আহিবলৈ ধৰে। ডি, জি, এইছ, হলে তেওঁৰ 'দক্ষিণ-পূব এচিয়াৰ ইতিহাস'ত উল্লেখ কৰা লোকসকলে অষ্ট্ৰিক সংস্কৃতিৰ সাক্ষ্য থৈ পৰৱৰ্তী যুগত সাগৰীয় দ্বীপলৈ প্ৰব্ৰজন আৰম্ভ কৰে। এই সংস্কৃতি মূলতঃ অষ্ট্ৰিক সংস্কৃতি হলেও মঙ্গোলীয় সংস্কৃতিৰে সমন্বিত হৈ প্ৰশান্ত মহাসাগৰৰ দ্বীপপুঞ্জবোৰত বিয়পি পৰে। কন্যাক নগাসকল ব্ৰহ্মসীমান্ত পাৰ হৈ নগাৰাজ্যৰ উত্তৰ-পূব অঞ্চলত বসতি কৰিবলৈ লয়। উৰিয়্যাৰ কৰাপাট জিলাৰ ওখ পৰ্বতত বাস কৰা বুন্দবিলাকৰ খেতি-পদ্ধতি আৰু চেহেৰা-পাতিৰ লগত কন্যাক নগাৰ অদ্ভুত মিল দেখা যায়।

কন্যাক নগাৰ দৰেই বুন্দবিলাকেও অষ্ট্ৰ-এচিয়াটিক ভাষা কয়। সম্ভৱতঃ নগাসকলে অষ্ট্ৰিক সংস্কৃতিৰ লগত নিজৰ সংস্কৃতিক বিলীন কৰি নতুন অষ্ট্ৰ-মঙ্গোলইড্ সংস্কৃতিৰ জন্ম দিয়ে। সেয়েহে মৌলিক অষ্ট্ৰিক সংস্কৃতিৰ ৰীতি-নীতি অনুগামী অষ্ট্ৰ-এচিয়াটিক আৰু অষ্ট্ৰ-নেচিয়াটিক ভাষাগোষ্ঠীৰ মানুহৰ সংস্কৃতিৰ সাদৃশ্য দেখা পোৱা যায়। কেতিয়া, কেনেকৈ, কোন কোন দিশেদি বা কোন কোন পথেদি নগাসকল আহি আজিৰ অৱস্থানত আছেহি, সেই বিষয়ে গোটাচেৰেক উপকথা পোৱাৰ বাহিৰে অন্য প্ৰমাণ অনেক অনুমানৰ ভিত্তিতহে প্ৰতিষ্ঠিত। এইটো ঠিক যে কোনো কোনো জনজাতি একালত ভৈয়ামৰ সমতল অঞ্চলতো বস-বাস কৰিছিল।

খৃষ্টান ধৰ্মই আধুনিক নগা সংস্কৃতিত সৰ্বতোপ্ৰকাৰে প্ৰভাৱ বিস্তাৰ কৰিলেও অনেক ভিতৰুৱা অঞ্চলত প্ৰাচীন ধৰ্ম আৰু সংস্কৃতি জীয়াই আছে। আধুনিকতাই খৰতৰ গতিৰে জীৱন-ধাৰণ পদ্ধতি সলনি কৰিছে। সৰু সৰু নগৰবোৰ গঢ় লৈ উঠাৰ লগে লগে নাগৰিক জীৱন-প্ৰৱাহৰ লগত চিনাকি হৈছে আৰু সেইদৰেই প্ৰাচীন পৰম্পৰা আঁতৰি গৈছে; কিন্তু সাধাৰণ কৃষিজীৱী মানুহৰ মাজত মূল উৰ্বৰা বিশ্বাসৰপৰা উদ্ভূত অনুষ্ঠান আৰু ৰীতি-নীতিবোৰ জীয়াই আছে। পৰম্পৰাগত সাজ-পাৰত কড়িৰ ব্যৱহাৰৰ প্ৰাচুৰ্য মন কৰিবলগীয়া। আনপিনে নগা-তাঁতশালত বোৱা মোনা, গাত লোৱা কাপোৰৰ জনপ্ৰিয়তা দিনকদিনে বাঢ়ি গৈছে।

মূৰকটা প্ৰথাত বিশ্বাসী এই লোকসকলে যোৱা ডেৰকুৰি বছৰৰ ভিতৰত অনেক প্ৰাচীন ৰীতি-নীতি এৰি নতুন বিশ্বৰ সমানে খোজ দিবলৈ প্ৰয়াস কৰিছে। যুদ্ধ, মূৰকটা উৎসৱ, কৃষিনৃত্য, বিবাহ উৎসৱৰ নৃত্যানুষ্ঠানৰ আয়োজন আৰু আড়ম্বৰ ক্ষীণ হৈ আহিছে। সেইদৰে ব্যক্তিগতভাৱে আয়োজিত বৰভোজ বা তেনে ধৰণৰ অনুষ্ঠানো মৰি আহিছে; লগে লগে প্ৰাচীন সাংস্কৃতিক প্ৰবাহত ঠায়ে ঠায়ে ভেঁটা পৰিছে।

পৃথিৱীৰ সকলো দেশতে আধুনিক শিক্ষা, ধৰ্মৰ অনুশাসন, ৰাজনৈতিক বা-বতাহ আৰু ঔদ্যোগীকৰণে প্ৰাচীন লোকসংস্কৃতিৰ গাঁথনি শিথিল কৰি আধুনিক সংস্কৃতিৰ জন্ম দিছে। নগাৰাজ্যত ঘাইকৈ ধৰ্মৰ অনুশাসন আৰু আধুনিক শিক্ষাই প্ৰাচীন জীৱনধাৰা সম্পূৰ্ণৰূপে সলনি কৰি দিবলৈ প্ৰয়াস পাইছে। নতুন ৰাজনৈতিক পৰিৱেশত ভাৰতীয় দণ্ডবিধি আইনৰ প্ৰয়োগে মূৰকটা প্ৰথা আৰু পূৰ্বৰ ফৈদ-প্ৰতিদ্বন্দ্বিতা আৰু সংঘৰ্ষৰ ওৰ পেলাবলৈ সক্ষম হৈছে। নগা সংস্কৃতিৰ সৰাতোকৈ তাৎপৰ্যপূৰ্ণ অধ্যায় আৰম্ভ হৈছে—বিপ্লৱী নেতা ফিজোৰ উদ্যোগত। একালত সম্পূৰ্ণ গোট গোট হৈ থকা বা চাঙে চাঙে সুকীয়া সুকীয়াকৈ চিনাকি দিয়া নগাসকলৰ মাজত জাতীয়-চেতনাৰ জন্ম দিয়ে আৰু পূৰ্বতে আও, আঙ্গামী, লঠা, চেমা বুলি চিনাকি দিয়া নগাসকলে জাতীয় আদৰ্শত কেৱল নগা বুলি বহিৰ্বিশ্বত চিনাকি দিবলৈ আৰম্ভ কৰে। ইয়াৰ পৰিণতিস্বৰূপে সমন্বয়ৰ বাট মুকলি হৈছে আৰু সংস্কৃতিৰ বিকাশত নতুন সুঁতি বৱলৈ আৰম্ভ কৰিছে।

# অৰুণাচলৰ সংস্কৃতি

অৰুণাচল এখন প্ৰাচীন দেশৰ এটা অৰ্বাচীন নাম। একালত প্ৰাচীন কামৰূপৰ চাৰিসীমাৰ ভিতৰতে এই দেশে ঠাই পাইছিল। কুণ্ডিল, বিদৰ্ভ আদি প্ৰাচীন নাম। আহোম যুগত চুতীয়া ৰাজাই অৰুণাচলৰ এটা বহল অঞ্চল আগুৰি আছিল। আনপিনে পাটকাইৰ পশ্চিমৰ পাৰ্বত্য অঞ্চল আকৌ আহোম ৰাজ্যৰ ভিতৰতে সোমাই আছিল। বাকী অংশটো মিচিমি, আবৰ (আদি), ডফলা, আঁকা আদি জনজাতিৰ নামেৰেই জনাজাত আছিল। ইংৰাজে অসম দখল কৰাৰ পিছত অসমৰ উত্তৰ-পূবত অৱস্থিত পাৰ্বত্য অঞ্চলটোৰ শাসন-ব্যৱস্থা সুকীয়াকৈ একোজন ৰাজনৈতিক পদাধিকাৰীৰ অধীনত ৰাখি থয়। ১৮৮২ চনত পোন প্ৰথমে সীমান্ত প্ৰশাসনৰ জন্ম হয়। লক্ষীমপুৰ জিলাৰ উপায়ুক্তৰ অধীনত এজন সহকাৰী ৰাজনৈতিক পদাধিকাৰীয়ে সীমান্ত অঞ্চলৰ প্ৰশাসন পৰিচালনা কৰিছিল। ফ্ৰান্সিছ জেক নিধামেই সৰ্বপ্ৰথম এই পদত নিযুক্তি পায়। ১৯১২ চনত এই অঞ্চলটো শদিয়া সীমান্ত আৰু বালিপাৰা সীমান্ত নামেৰে দুভাগ কৰা হয়। ১৯৪৬ চনত বালিপাৰাক সোৱণশিৰী আৰু ছে-লা ছাব্‌এজেঞ্চি নামেৰে দুফাল কৰি দুটা সুকীয়া প্ৰশাসনীয় গোট কৰা হয়; কিন্তু শেষত গোটেই অঞ্চলটো উত্তৰ-পূব সীমান্ত প্ৰশাসন নাম দি কামেং, সোৱণশিৰী, ছিয়াং, লোহিত আৰু টিৰাপ—এই পাঁচোটা বিভাগত বিভক্ত কৰা হয়। অৱশেষত ১৯৭২ চনত এই পাৰ্বত্য অঞ্চলটোৱে অৰুণাচল নামে এখন সুকীয়া ৰাজ্যৰ মৰ্যাদা লাভ কৰে। যথাৰ্থতে এই পাৰ্বত্য অঞ্চলৰ সংস্কৃতি আৰু ভৈয়ামৰ মূল গ্ৰাম্য-কৃষি সংস্কৃতিৰ মাজত পাৰ্থক্য নাথাকিলেও ১৮৭২ চনত ইংৰাজ চৰকাৰে সৃষ্টি কৰা 'ইনাৰ লাইন'ৰ ভেদনীতিয়ে যোৱা শতাব্দী টোত অনেক অনিষ্ট সাধন কৰিলে।

ব্ৰহ্মাকুণ্ড বা পৰশুৰামকুণ্ড, তাম্ৰেশ্বৰী, ভালুকপুং, ইটানগৰ আৰু মালিনীথানৰ ধ্বংসাৱশেষে অৰুণাচল একালত প্ৰাচীন কামৰূপ ৰাজ্য আৰু ভাৰতীয় সংস্কৃতিৰ সংস্পৰ্শলৈ অহাৰ সাক্ষ্য দাঙি ধৰে। ড° কাকতিৰ মতে এখন কলিতা ৰাজ্য এই অঞ্চলতে প্ৰতিষ্ঠিত হৈছিল। ষষ্ঠ-সপ্তম শতিকাতেই টাইসকলে এখন মুং-ক্লা অৰ্থাৎ হিন্দু ৰাজ্য লুইতৰ পাৰত পোৱাৰ কথা বুৰঞ্জীত আছে। ত্ৰেতা যুগৰ এক বিশিষ্ট ব্ৰাহ্মণ পৰশুৰামে ব্ৰহ্মাকুণ্ডৰ পাৰ কাটি দিয়াৰ প্ৰাচীন কাহিনী বিশেষ তাৎপৰ্যপূৰ্ণ। তাম্ৰেশ্বৰী শাক্ত চুতীয়াসকলৰদ্বাৰা প্ৰতিষ্ঠিত মন্দিৰ। ইটানগৰ জিতাৰী বংশৰ ৰজা ৰামচন্দ্ৰই প্ৰতিষ্ঠা কৰা মায়াপুৰ বুলি অনেকে ক'ব খোজে।[1] মালিনীথান বা ঘগৰাথান প্ৰাক্-আহোম যুগৰ এটি উৎকৃষ্ট স্থাপত্য ভাস্কৰ্যৰ নিদৰ্শন। কামেং জিলাৰ দক্ষিণত অৱস্থিত ভালুকপুং বাণ ৰজাৰ নাতিয়েক ভালুকৰ ৰাজধানী বুলি অকাসকলে দাবী কৰে। বাণ নৰকাসুৰৰ সম-সাময়িক । অকা, ডফলা, মিচিমি আদি জনজাতিৰ লগত ভৈয়ামৰ মানুহৰ তেজৰ সম্বন্ধ আছে। অকাসকল বাণৰজাৰ বংশধৰ। ডফলাসকল যোগিনীতন্ত্ৰত উল্লিখিত প্লৱসকলেই। মিচিমিৰ মাজত হাবুঙীয়া ব্ৰাহ্মণৰ বংশধৰ মিহলি হৈ থকাৰ উপৰিও চুলিকটা মিচিমিয়ে নিজকে ভীষ্মকৰ বংশৰ উত্তৰাধিকাৰী বুলি কয়। আনপিনে আকৌ আদি আৰু চুতীয়া

১। চক্ৰধ্বজসিংহই (১৬৬৩-১৬৭০) ডফলাৰ আক্ৰমণ প্ৰতিৰোধ কৰিবলৈ এই নগৰ প্ৰতিষ্ঠা কৰে। ইটাৰে গড় মৰাইছিল বাবে ইটানগৰ বোলে। এই নগৰৰ প্ৰতিষ্ঠাতা স্বৰ্গদেও চক্ৰধ্বজসিংহ।

মানুহে কেইবা শতাব্দীও একে ৰাজ্যৰ বাসিন্দা হৈ থকাত জাতিগত সংমিশ্ৰণ সম্ভৱ আছিল। অসমৰ মিচিং জনসংখ্যাৰ মাজত তেনে সানমিহলি তেজৰ মানুহেই সমন্বয়ৰ সাঁকো বান্ধিছিল। বিশেষকৈ পশ্চিমৰপৰা অহা ভাৰতীয় সংস্কৃতিৰ ঢৌ ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰেদি উজাই গৈ শদিয়া-সীমান্ত সোমাইছিলগৈ। কৃষ্ণৰ ৰুক্মিণী-হৰণ তেনে এটি ভাৰতীয় কাহিনী। এইদৰে অতীত কালত অৰুণাচলৰ জনগোষ্ঠীৰ লগত বহিৰাগত জনগোষ্ঠীৰ তেজৰ সংমিশ্ৰণ হৈছিল।

উত্তৰে মেকমোহন লাইনৰপৰা দক্ষিণে ইনাৰ লাইনলৈকে হিমালয়ৰ পাদদেশ আৰু তাৰ ঠাল-ঠেঙুলিবিলাকৰ উপত্যকাত বসবাস কৰা সকলো মানুহেই মূলতঃ কিৰাত জনগোষ্ঠীৰ লোক। এওঁবিলাক আধুনিক ভাষাত ইণ্ডো-মঙ্গোলইড নামে জনাজাত। এই বিৰাট গোষ্ঠীটোৰ মানুহ ভাৰতকে ধৰি সমগ্ৰ দক্ষিণ-পূব এচিয়াতে বিয়পি আছে। ভাৰতলৈ আৰ্য প্ৰব্ৰজন হোৱাৰ আগৰেপৰাই কিৰাতসকলে হিমালয়ৰ নামনি অঞ্চল আৰু গঙ্গা-ব্ৰহ্মপুত্ৰ উপত্যকাত বাস কৰিছিল। ভাষাগতভাৱে মূল তিব্বতো-বৰ্মী আৰু চীন-শ্যামী দুয়োটা গোষ্ঠীৰ মানুহেই ইয়াত আছে। তিব্বতো-বৰ্মী শাখাৰ হিমালয়ৰ তিব্বতী ভাগটোত মন্‌পা, শ্বেৰদুক্‌পেন, মেম্বা, খাম্বা, জাখৰিং, মুন্‌যুল আদি জনজাতি আছে। এওঁবিলাকৰ চেহেৰাপাতি, সাজ-পাৰৰ লগত ভুটীয়া মানুহৰ সাদৃশ্য দেখি অসমীয়া মানুহে সাধাৰণভাৱে আটাইকে ভুটীয়া বুলি কয়। উক্ত শাখাটোৰে উত্তৰ অসম ভাগত অকা, ডফলা, মিৰি, মিচিমি আৰু আদি জনজাতি অন্তৰ্ভুক্ত। অকা, ডফলা, আবৰ আদি অসমীয়া মানুহে দিয়া নাম। তেওঁবিলাকে নিজে হ্‌ৰুছো, নিছি, আদি নামেৰে চিনাকি দিয়ে। আদিসকলৰ আকৌ গালং, পাদম্‌, মিনিয়ং, পাছি, গাছি, আছিং, ছিমং, টাগিন, কাৰ্ক, বৰি, বুকাৰ, পাইলিবু, পাংগি, টাংগাম আদি অনেক ঠাল আছে। ডফলা আৰু আবৰৰ মাজতে আপাটানি আৰু পৰ্বতীয়া মিৰি বাস কৰে। মিচিমিসকলৰো তিনিটা ভাগ—ইদু, তাৰাওণ আৰু কামান। আগৰ দিনত অসমীয়া মানুহে চুলিকটা মিচিমি, ডিগাৰু মিচিমি আৰু মিজো মিচিমি বুলিছিল। আনপিনে লুইতৰ দক্ষিণত বৰ্মী-চীন-কুকি শাখাৰ চিংফৌ আৰু চিংফৌ ভাষা-ভাষী দোৱনীয়া জনসংখ্যা লেখত ল'বলগীয়া। শ্যামী-চীন শাখাৰ খামতি-খাময়াংসকল সাংস্কৃতিক দিশত অৰুণাচলৰ ভিতৰতে সৰাতোকৈ উন্নত জাতি। টিৰাপ জিলাৰ নক্তে আৰু ৱাংছোসকল বড়ো নগা শাখাৰ অন্তৰ্ভুক্ত; কিন্তু টাংছাসকল পোনপটীয়াকৈ বৰ্মী-কুকি-চীন শাখাৰ কাছিন-ল'লু ভাষাৰ ওচৰ-চুবুৰীয়া। এইবোৰ জনজাতিৰ বাহিৰেও অনেক সৰু-সুৰা জনজাতি বহিৰ্জগতৰপৰা নিলগত নীৰৱে বাস কৰি আহিছে। টিৰাপ জিলাৰ লিচ্ছু, টুংছা, য়ুগ্‌লি, লোংছাং আদি জনজাতিৰ নাম এতিয়াও জনপ্ৰিয় হৈ উঠা নাই। তেনেকৈ কামেং জিলাৰ খোৱা, মিজি; সোৱণশিৰী জিলাৰ ছুলুং আদি বৈশিষ্ট্যপূৰ্ণ জনজাতিৰ নামো বহুতৰ বাবেই অজ্ঞাত।

অৰুণাচলৰ সংস্কৃতিৰ বৈশিষ্ট্য বিচাৰ কৰি ইয়াক থোৰতে তিনিটা ভাগত ভাগ কৰি ল'ব পাৰি; (ক) বৌদ্ধ সংস্কৃতি (খ) নগা সংস্কৃতি (গ) বাৰেবৰণীয়া সংস্কৃতি। প্ৰাচীন কালত বৌদ্ধ ধৰ্ম আৰু সংস্কৃতিৰে ধৌত হৈ অৰুণাচল উজলি উঠিছিল নে নাই, তাৰ বুৰঞ্জী নিমাত; কিন্তু আজি বৌদ্ধ মন্দিৰত ত্ৰি-শৰণ মন্ত্ৰ অহৰ্নিশে ধ্বনিত হৈছে। মন্‌পা, শ্বেৰদুক্‌পেন্, মেম্বা, খাম্বা, জাখ্‌ৰিং, মুনযুল, খামতি আৰু দোৱনীয়া-চিংফৌসকল বৌদ্ধধৰ্মী। তাৰে কামেং জিলাৰ জনজাতিসকলৰ লগতে মেক্‌মোহন লাইনৰ কাষে কাষে বাসকৰা লোকসকল তিব্বতী পৰম্পৰাৰ মহাযানী বুদ্ধ। একালত এওঁবিলাকে লাছাৰ মুখ্য লামাৰ ধৰ্মীয় আনুগত্য মানি চলিছিল।



এওঁবিলাকৰ জীৱন-যাপনৰ পদ্ধতি আৰু সংস্কৃতিৰ বিশেষ সাদৃশ্য আছে। বৌদ্ধ ধৰ্মই সকলো সামাজিক অনুষ্ঠান নিয়ন্ত্ৰণ কৰে। খামতি আৰু চিংফৌসকল হীনযানী (থেৰবাদী) বৌদ্ধ। এই ধৰ্ম আকৌ ব্ৰহ্মদেশৰপৰাহে ইয়ালৈ আহিছিল আৰু ১৯৪৭ চনলৈকে ব্ৰহ্মদেশীয় ফুংগিসকল অৰুণাচললৈ অহা যোৱা কৰি আছিল। বৌদ্ধ জনজাতিৰ প্ৰত্যেক গাঁৱত একোটা মন্দিৰ বা বিহাৰ থাকে। বিহাৰৰ অধ্যক্ষজন বৌদ্ধ জনসাধাৰণৰ বন্ধু, বাটকটীয়া আৰু ধৰ্মৰ চকু মেলখোৱাওঁতা ব্যক্তি। বৌদ্ধ বিহাৰত শ্ৰমণ হৈ চেঙেলীয়া ল'ৰাই ধৰ্মীয় শিক্ষা আহৰণ কৰে। বিহাৰতে নাট্যানুষ্ঠান, সংগীত আদিৰ চৰ্চা হয়। তদুপৰি ইয়াক বৌদ্ধ সাহিত্যৰ পুথিভ'ৰাল বুলিও কব পাৰি। মন্‌পা অঞ্চলৰ টৌৱাং বৌদ্ধ বিহাৰ যথাৰ্থতে উত্তৰ-পূব ভাৰতৰ বৌদ্ধ সংস্কৃতিৰ এটি উল্লেখযোগ্য প্ৰাচীন কেন্দ্ৰ। হেমন্তৰ হিমেধোৱা টৌৱাঙৰ বিহাৰত পুৱাৰ অৰুণৰ কনক কিৰণ উফৰি আজিও সৌন্দৰ্যৰ ৰহণ চৰাই তোলে।

মন্‌পাসকল শকত, বগা, পাহোৱাল। শান্ত-শিষ্ট, সৰবৰহী, অমায়িক, ধৰ্মভীৰু এই জাতিটো আনপিনে কষ্টসহিষ্ণু আৰু পৰিশ্ৰমী। জাৰকালি বৰফেৰে বগা হৈ পৰা গাঁওবোৰ এৰি অনেকে ভৈয়ামলৈ নামি আহে। ওদালগুৰিৰ দৰঙী মেলাতো যোগ দিয়ে। লগত লৈ আহে পৰ্বতৰ উৎপাদন আৰু যাবৰ শেষত লৈ যায় ভৈয়ামৰ প্ৰয়োজনীয় সামগ্ৰী। এদিন শংকৰদেৱে জনপ্ৰিয় কৰি থৈ যোৱা কাঁহ আৰু ভোটতাল বা ভোৰতালো এই পিনৰপৰাই আহিছিল। ৰং-চঙীয়া মণি, চোঁৱৰ, কস্তুৰী, থৃংগা, কামলি আদি কামেঙৰ পৰ্বতৰ পৰা নামি আহি অসমীয়াৰ ৰৰঘৰৰ বৰপেড়াত সোমাইছিলহি। মন্‌পাসকলৰ শিল্পীমনৰ পৰিচয় পোৱা যায় কাঠখোদাই আৰু বয়ন-শিল্পত। চিত্ৰ-বিচিত্ৰ দলিচা, মোনা, থৃংগা, কামলি, টুপী আৰু চোলা-কাপোৰ মনপাৰ সৃষ্টি প্ৰতিভাৰ উৎকৃষ্ট চানেকি। আনপিনে দুমহলীয়া কাঠৰ চাংঘৰ, গাঁৱৰ তোৰণ আৰু নগুলাত কটা বৌদ্ধ প্ৰতীকৰ নানান চিত্ৰও শিল্পী-মনৰ পৰিচায়ক। গছৰ বাকলিৰপৰা তৈয়াৰ কৰা বিভিন্ন ৰঙৰ সংমিশ্ৰণ মন কৰিবলগীয়া। তেওঁবিলাকৰ মাজত অভিনয়ৰ প্ৰচলন আছে। ঘাইকৈ মুখা অভিনয়ৰ প্ৰাচুৰ্য উল্লেখযোগ্য। কিছুমান প্ৰতীকধৰ্মী ধৰ্মীয় কাহিনী মুখাপিন্ধা ভাৱৰীয়াই ৰূপায়িত কৰে। অভিনয়ৰ বৈশিষ্ট্যপূৰ্ণ সাজ-সজ্জা আমাৰ ভাওনাৰ লেখীয়াই। কেতবোৰ নৃত্য আছে; কিন্তু তাৎপৰ্য বৌদ্ধ আদৰ্শৰ।

মন্‌পাসকলে পৰ্বতৰ গাত খাপ কাটি কাটি খেতি কৰে; কিন্তু অন্যাৰ্থত তেওঁবিলাক পশুপালক। গাধ, ঘোঁৰা আৰু খচ্চৰ পোহে। ধান, যৱ, জলকীয়া আদিৰ খেতিয়েই ঘাই। পুৰুষে নোমেৰে তৈয়াৰ কৰা একোটা হলৌ-চোলা পিন্ধি কঁকালত পেটি বান্ধে। তিৰোতাই চোলাৰ ওপৰত এখন কাপোৰ মেৰিয়াই লয়। কাপোৰখন আঁঠুলৈকে পৰাকৈ দীঘল। মন্‌পা তিৰোতাই তেওঁবিলাকৰ পৰম্পৰাগত তাঁতশালত কাপোৰ বৈ উলিয়ায়। আনপিনে পুৰুষে কাঠ-খোদাই কৰি নানা তৰহৰ মুখা তৈয়াৰ কৰে।

মন্‌পাসকলে গাখীৰৰপৰা ঘিউ আৰু মাখন তৈয়াৰ কৰে আৰু খায়। পানীয়ৰ ভিতৰত চাহ অতি প্ৰিয়। তিব্বতীসকলে ৰঙা চাহত লোণ আৰু মাখন মিহলাই খায়।

টৌৱাঙৰ বৌদ্ধবিহাৰ বা গোম্পা বৌদ্ধ সংস্কৃতিৰ এটি ঐতিহ্যমণ্ডিত অনুষ্ঠান। পঞ্চম দলৈলামাৰ সমসাময়িক মেৰা লামা নামৰ এজন লামাই বুৰঞ্জীয়ে ঢুকি নোপোৱা কালতে টৌৱাং বিহাৰ স্থাপন কৰে। বেপ্তেইন নেভিলৰ ১৯১৪ চনৰ প্ৰতিবেদন মতে টৌৱাঙত ৫০০ লামা

আছিল। এই মঠত অনেক আপুৰুগীয়া ভূৰ্জ্জপত্ৰৰ পুথি আছিল। বৌদ্ধ লামাসকলৰ ব্যৱহাৰিক ধৰ্মজ্ঞান প্ৰচুৰ। নিতৌ বুদ্ধপূজা অনুষ্ঠিত হয়। জীৱনৰ বিয়লি বেলিকা প্ৰায়বোৰ মন্‌পা মানুহেই ধৰ্মমুখী হৈ পৰে। হাতত মালা আৰু ধৰ্মচক্ৰ লোৱা ধৰ্মভীৰু মানুহৰ উপৰিও বয়সীয়া মানুহে সান্ধ্যপূজাত নিয়মীয়াকৈ ভাগ লয়।

মন্‌পাসকলৰ দাঁতি-কাষৰীয়া শ্বেৰদুক্‌পেন, খোৱা, মিজি, লিছপা আৰু ছুংপা জনজাতিৰ সাংস্কৃতিক আৰু ধৰ্মীয় ৰীতি-নীতি সমধৰ্মী; কিন্তু জীৱন-ধাৰণৰ পদ্ধতিত অলপ পাৰ্থক্য আছে। মন্‌পাসকলৰ ধৰ্মীয় আদৰ্শত যেনেকৈ থলুৱা প্ৰভাৱ অনুভূত হয় তাতোকৈ অধিক স্পষ্ট ভাৱে শ্বেৰদুক্‌পেন মানুহৰ মাজত অনা-বৌদ্ধ আচৰণো দেখা যায়। আনপিনে লোহিত জিলাৰ কামলাং, টেং আৰু টেঙাপানী নৈৰ উপত্যকাত বাস কৰা খামতিসকল হীনযানী বৌদ্ধ। ব্ৰহ্মদেশীয় বৌদ্ধ-পৰম্পৰাৰ লগত ঘনিষ্ঠ সম্বন্ধ থকা খামতিসকল অষ্টাদশ শতিকাৰ মাজভাগত উত্তৰ ব্ৰহ্মৰ বৰখামতি ৰাজ্যৰপৰা আহে। ইম্পং আৰু খেৰেম নামৰ দুখন সৰু খামতি ৰাজ্য কিন্তু ইয়াৰ আগতেই প্ৰতিষ্ঠিত হৈছিল। এওঁবিলাক বৌদ্ধ হ'লেও এই শতিকাৰ চতুৰ্থ-পঞ্চম দশকলৈকে অনেক অনা-বৌদ্ধ ৰীতি-নীতি মানি চলিছিল। মৃতক, ভূত-প্ৰেত আদিক বিশ্বাস কৰিছিল আৰু আন কি, পোনতে শদিয়াৰ কেঁচাইখাতীকো মানিছিল; কিন্তু ব্ৰহ্মদেশীয় ফুঙ্গিসকলৰ যত্নত খামতিসকলৰ বৌদ্ধধৰ্মৰ ৰীতিনীতিবোৰৰ অনেক সংস্কাৰ সাধন কৰা হয়। আজিকালি খামতিসকলৰ সকলো সামাজিক অনুষ্ঠান ধৰ্মীয় অনুশাসনৰ ভিতৰুৱা।

খামতিসকল ধৰ্ম, সংস্কৃতি, সামাজিক ৰীতি-নীতি, সাজ-পাৰ আদিৰ বিষয়ত অৰুণাচলৰ সকলো মানুহতকৈ উন্নত। প্ৰতি গাঁৱতে বৌদ্ধবিহাৰ আছে। বৌদ্ধবিহাৰেই সংস্কৃতি চৰ্চাৰ কেন্দ্ৰ। বিহাৰত ভাষা শিকায়, ধৰ্মীয় ৰীতি-নীতিৰ অনুশীলন কৰায় আৰু অন্যান্য উৎসৱ-পাৰ্বণ উপলক্ষে অনুষ্ঠানৰ আয়োজন কৰা হয়। বৌদ্ধবিহাৰেই ৰাজহুৱা পুথিভঁৰাল আৰু গীত-মাত, নৃত্য-নাট্য চৰ্চাৰ সমূহীয়া অনুষ্ঠান। খামতিসকলৰ মাজত প্ৰতীকধৰ্মী নৃত্য নাটকৰ প্ৰচলন আছে। ঘাইকৈ কুকুৰা-যুঁজ আৰু জন্তুবিশেষৰ মুখা-নৃত্য মন কৰিবলগীয়া। তেওঁবিলাকৰ নিজা ভাষা, লিপি আৰু পুথি লিখাৰ ঐতিহ্যপূৰ্ণ পৰম্পৰা আছে। 'চ্যা-তু' অৰ্থাৎ বুৰঞ্জী লিখি ৰখাৰ পৰম্পৰা প্ৰাচীন টাই-সংস্কৃতিৰ সমানেই পুৰণি।

খামতিসকল পাকৈত ধান খেতিয়ক। নৈত ভেঁটা মাৰি পাৰলৈ পানী তুলি, পথাৰৰ মাজেদি পানী বৈ যাবলৈ দি জলসিঞ্চন পদ্ধতিৰে ধানখেতি কৰি অধিক উৎপাদন আৰু মিহি, তেলেতীয়া চাউল তৈয়াৰ কৰাত খামতি মানুহক পাছ পেলাব পৰা মানুহ নাই। একালত খামতি বাপুসকল কাঠ-খোদাই কাৰ্যত অনুৰাগী শিল্পী আছিল। তেওঁবিলাকেই মিহি, সূক্ষ্ম, কাৰু-কাৰ্যসম্পন্ন মুখা আৰু অনেক মূৰ্তি তৈয়াৰ কৰিছিল।

খামতিসকল পাকৈত যুঁজাৰু আছিল। কাষলতিৰ তলত এফালে এখন দীঘল খামতি দা আৰু আনফালে এটা মোনা লৈ ফুৰাটো নিয়ম আছিল। প্ৰত্যেক ঘৰতে একোটা বাঁহৰ কাঠীৰ তলত টকৌ বা জেঙুপাতেৰে চোৱা পাচি বা হোৰা আছিল। তাত অতি যতনেৰে প্ৰয়োজনীয় শস্যৰ সাঁচ সাঁচি থৈছিল। হঠাতে শত্ৰুৱে আক্ৰমণ কৰিলে বা নৈসৰ্গিক কাৰণত আন ঠাইলৈ থৰখেদাকৈ যাব লগা হ'লে আন সম্পত্তি লগত লৈ যাব নোৱাৰিলেও হোৰাটো লৈ গৈ নতুন ঠাইত আকৌ হাবি কাটি, মাটি চহাই, খেতি আৰম্ভ কৰিছিল।



খামতি তিৰোতাসকলে পথাৰত ৰোৱা-তোলা, বন-বাত নিৰণি কৰা, ধান-বনা, ভাত-বন্ধাৰ উপৰিও অতি ধুনিয়াকৈ বব-কাটিব জানে। ধুনীয়া ধুনীয়া ফুলজালিৰে মোনা তৈয়াৰ কৰে আৰু নিজৰ ৰিহা-মেখেলা-কাপোৰ আৰু পুৰুষৰ চোলা-পাগুৰি আৰু লুঙী কঁকালত বান্ধি বোৱা তাঁতশালত বৈ উলিয়ায়। আধুনিকতাই স্পৰ্শ কৰিলেও খামতি জাতীয় সাজপাৰ অক্ষুণ্ণ হৈ আছে আৰু ঘৰতে শিপিনীয়ে বৈ উলিয়ায়। খামতি তিৰোতা সঁচাকৈয়ে কাজী শিপিনী। কাপোৰত, ঘাইকৈ খামতি মোনাত ৰঙৰ প্ৰাচুৰ্য আৰু ইয়াৰ চমক লগোৱা সমন্বয়ে খামতি তিৰোতাৰ উচ্চখাপৰ শিল্পী মনৰ পৰিচয় দাঙি ধৰে।

চিংফৌসকল পূৰ্বতে দেওপূজক আছিল। সৰহভাগেই এই শতাব্দীৰ ভিতৰত নতুনকৈ বৌদ্ধধৰ্মত দীক্ষিত হৈছে। এতিয়াও অনেকৰ মাজত বলি-বিধান দি প্ৰাচীন ৰীতিৰে দেওপূজা কৰাৰ নিয়ম চলি আছে। মন্‌পা আৰু খামতিসকলক যেনেকৈ ধৰ্মীয় অনুশাসনে শান্ত-শিষ্ট আৰু সদাচাৰী কৰি তুলিছে, তেনেকৈ অন্য জনজাতিক কৰিব পৰা নাই। বৌদ্ধ সংস্কৃতিয়ে সত্য, অহিংসা আৰু সদাচাৰৰ বাণী বহন কৰিলেও প্ৰচাৰৰ অভাৱত বিস্তৃতি লাভ কৰিব নোৱাৰিলে; কিন্তু অন্যান্য দেওপূজক জনজাতিতকৈ সামাজিক আৰু সাংস্কৃতিক দিশত অধিক উন্নত বুলি পৰিচয় দিব পাৰিছে।

অৰুণাচলৰ সংস্কৃতিৰ দ্বিতীয় আৰু বৃহৎ ভাগটোক বাৰেবৰণীয়া সংস্কৃতি বুলি আখ্যা দিব পাৰি। কামেঙৰপৰা লোহিতলৈ এই চাৰিওখন জিলাতে ওপৰত উল্লেখ কৰি অহা অসংখ্য জনজাতিয়ে নিজৰ নিজৰ ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, ধৰ্ম-লোকবিশ্বাস লৈ পৰ্বতৰ টিঙে টিঙে যুগ-যুগান্তৰ ধৰি বাস কৰি আহিছে। এনে অনেক জনজাতি আছে, যাৰ গোষ্ঠী মূলতঃ একে আছিল; কিন্তু দুৰ্গম পৰ্বতৰ মাজত অকলশৰীয়াকৈ বাস কৰোঁতে মাত-কথা, সাজ-পাৰ, ৰীতি-নীতি সলনি হৈ সৰু সৰু জনগোষ্ঠীত পৰিণত হৈছে। আনপিনে আকৌ ভৌগোলিক পাৰিপাৰ্শ্বিকতাই নিজৰ নিজৰ সংস্কৃতিলৈ বৈশিষ্ট্য কঢ়িয়াই আনিছে।

এই বাৰে-বৰণীয়া সংস্কৃতিৰ ভিতৰত কিছুমান মৌলিক সাদৃশ্য আছে। ঝুমখেতি, ডেকা-চাং, দেওপূজা, সপোন-বিশ্বাস, শপত-বিশ্বাস, মেজিক জাতীয় ধৰ্ম-বিশ্বাস, কঁকালত বান্ধি বোৱা তাঁতশালৰ ব্যৱহাৰ, কাপোৰত জ্যামিতিক চানেকিৰ ব্যৱহাৰ, চাংঘৰৰ ব্যৱহাৰ, সমূহীয়া চিকাৰ আৰু মাছমৰা পদ্ধতি আৰু সমূহীয়া জীৱন-যাপন পদ্ধতি। ইয়াৰ উপৰিও পৰিবেশবিশেষে জনজাতিসকলৰ নিজা নিজা বৈশিষ্ট্যসম্পন্ন সাংস্কৃতিক উপাদান আছে। মিচিমিসকলৰ ভিতৰত গোত্ৰবিচাৰ ৰক্ষণশীলতাৰ চৰম চানেকি। কন্যাদান বা বিয়া-বাৰুৰ ক্ষেত্ৰত গোত্ৰবিচাৰ কৰি বাধা-নিষেধ আৰোপ কৰা হয়। এনে হিচাপ ত্ৰিশ-চল্লিশ পুৰুষ পৰ্যন্ত উৰ্দ্ধলৈ বিচাৰ কৰা হয়। মাংস আটাইবোৰ জনজাতিৰেই জনপ্ৰিয় খাদ্য হ'লেও মিচিমি তিৰোতাই মাংস নাখায়। মিচিমি গাঁওবোৰ সৰু সৰু। থকা ঘৰবোৰ দীঘল দীঘল। একেটা ঘৰতে একে পুৰুষৰপৰা বঢ়া অনেক পৰিয়াল থাকে। আনপিনে আদি গাঁওবোৰ জনবহুল। একেখন গাঁৱতে এশ-ছকুৰি ঘৰতকৈ অধিক মানুহ থাকে। মিচিমিৰ ডেকা-চাং নাই; কিন্তু আদি জনজাতিৰ বিভিন্ন ঠালবোৰৰ মাজত 'মচুপ' বা ডেকা-চাং থকাৰ উপৰিও মিনিয়ংসকলৰ মাজত 'ৰাছেং' বা গাভৰু-চাঙো আছে। ধৰ্ম-বিশ্বাস প্ৰায় আটাইবোৰৰে একে। আদিসকলৰ 'ডইঞি পলো' সৰ্বশক্তিমান দেৱতা। তদুপৰি অনেক দেও-ভূত বিশ্বাস কৰে। প্ৰত্যেক জনজাতিৰে পৰম্পৰাগত পুৰোহিত আছে আৰু সেই

পুৰোহিতেই সকলো ধৰ্মীয়কাৰ্য সম্পাদন কৰে। জীৱ বলি দিয়ে, মন্ত্ৰ উচ্চাৰণ কৰে আৰু অনুষ্ঠান পৰিচালনা কৰে। মেথোন বলি দিয়াটো এটা ডাঙৰ কাম। আপাটানিসকলৰ মাজত 'লিছুডু' নামৰ এটা উৎসৱ আছে। ধনী, সম্পত্তিবান মানুহে সমাজত মৰ্যাদা লাভ কৰিবলৈ পাৰ্যমানে খৰচ কৰি বৰ ডাঙৰকৈ ভোজ দিয়ে আৰু নিজৰ সম্পত্তিবোৰ নষ্ট কৰি পেলায়। আনপিনে আদিসকলৰ 'চলোং' উৎসৱ মন কৰিবলগীয়া। সম্পত্তিবান মানুহে ডাঙৰ মেথোন মাৰি গাঁৱৰ মানুহক ভোজ দিয়ে। সেই উপলক্ষে বাৰিয়া গাঁৱত উলহ-মালহ আৰু নাচ-গানৰ আয়োজন হয়। ডফলা আৰু মিচিমি উভয়েই সপোন বিশ্বাস কৰে আৰু অনেক কথা সপোনৰ ওপৰতে নিৰ্ভৰ কৰে। গৰ্ভৱতী তিৰোতাৰ প্ৰসৱ, খেতিৰ ভাল-বেয়া, চিকাৰৰ সফলতা, ৰণৰ ভৱিষ্যত সপোনৰ মাধ্যমতে আগতীয়াকৈ নিৰ্ধাৰণ কৰে।

আটাইবোৰ জনজাতিৰ মাজতেই উৎসৱৰ পয়োভৰ আছে। সৰহভাগ উৎসৱেই কৃষিমুখী। কৃষিৰ উৎপাদন বৃদ্ধি, সফলতা আৰু মাটিৰ উৰ্বৰতা কামনাই এই উৎসৱবোৰৰ লক্ষ্য। গীত-মাত আৰু নাচ-বাগ আটাইৰে ভিতৰত থাকিলেও আদিসকলৰ মাজত ইয়াৰ প্ৰাচুৰ্য অধিক আৰু 'পনুং' নৃত্য অতি মনোমোহা। তদুপৰি 'ঐ নিতম' আৰু 'অভং' জাতীয় অনেক লোকগীত আছে। অকা-ডফলা ডেকা-গাভৰুৰ লোকগীতৰ তাৎপৰ্য অন্তৰস্পৰ্শী।

এই শাখাত অন্তৰ্ভুক্ত কোনো জনজাতিৰেই প্ৰাচীন লিখিত সাহিত্য বা লিপি নাই; কিন্তু মুখে মুখে চলি অহা লোকগীত আৰু লোককথাত অনেক চহকী। তদুপৰি জনজাতীয় জীৱন নিয়ন্ত্ৰিত হয় লোকবিশ্বাসৰদ্বাৰা। যুগ যুগ ধৰি বাগৰি অহা লোকবিশ্বাসসমূহৰ সাংস্কৃতিক মূল্য অধ্যয়নশীল ব্যক্তিৰ বাবে অতি প্ৰয়োজনীয়।

সমুহীয়া চিন্তা আৰু সমস্যা সমাধানৰ প্ৰচেষ্টা অতিশয় প্ৰশংসনীয়। গাঁৱৰ একোজন গঞাৰ ঘৰ-দুৱাৰ সকলো ৰাইজে গোট খাই সাজি দিয়ে। সমূহীয়াকৈ মাছ মাৰে, চিকাৰ কৰে আৰু ঝুমখেতিৰ তলী উলিয়ায়। আদিসকলৰ কেবাং অনুষ্ঠান গণতন্ত্ৰৰ ভিত্তিত প্ৰতিষ্ঠিত। ব্যক্তি আৰু সমাজৰ সমস্যা সমাধানৰ দায়িত্ব বহন কৰে কেবাঙে। কেবাঙৰ হাতত প্ৰশাসনীয় আৰু ন্যায়িক দায়িত্ব ন্যস্ত কৰা হৈছে। আজিকালি কেইবাখনো কেবাং লগ লাগি পঞ্চায়তৰ আৰ্হিৰে বাঙ্গো নামৰ অনুষ্ঠান গঢ় লৈ উঠিছে।

খাদ্যৰ ভিতৰত ভাতেই প্ৰধান। লাও, কোমোৰা, কচু আৰু বনৰীয়া শাক-পাত আঞ্জা হিচাপে ব্যৱহাৰ কৰে। বাঁহগাজ আটাইৰে জনপ্ৰিয় খাদ্য। বাঁহৰ চুঙাত পকা খৰিচা সাঁচি থৈ দিয়ে আৰু সকলো সময়তে মাছ-মাংস আদিৰ লগত মিহলাই খায়। কোনো কোনোৱে গছৰ আলু, কচু, বন-আলু আদিও সংগ্ৰহ কৰি আহাৰ হিচাপে ব্যৱহাৰ কৰে। জন্তুৰ মঙহ, মাছ, কেঁকোৰা, চৰাই আৰু আনকি কিছুমান পোক-পতংগও ভক্ষণ কৰে। বৌদ্ধসকলৰ মাজত অৱশ্যে জীৱহত্যাৰ নিষেধাজ্ঞা আছে।

অৰুণাচলৰ তৃতীয় ভাগ সংস্কৃতি টিৰাপ জিলাৰ ভিতৰতে আবদ্ধ আৰু এই সংস্কৃতিক নগা-সংস্কৃতি নামেৰে নামকৰণ কৰিব পাৰি। নক্তে, টাংছা, টুৎছা আৰু ৱাংছে— এই চাৰিটাই মূল জনজাতি। নক্তেসকলৰ আঠেকুৰিখনমান গাঁও আছে। টাংছাসকলৰ মাজত আকৌ লুংছাং, যুগ্‌লি, মোছাং, ৰং ৰাং, খেমৃছিং, লুংৰি, মক্‌লুং, টি-খাক, পনথেই, লুংফি আদি অনেক খেল আছে। ৱাংছোসকলৰ মাজত গোষ্ঠীগত ভাগতকৈ শ্ৰেণীগত বা মৰ্যাদাগত ভাগহে মন



কৰিবলগীয়া। এনেকুৱা শ্ৰেণীবোৰ ৱাংহাম্, ৱাংপান, ৱাংছা, ৱাংছো ইত্যাদি। টাংছা আৰু নক্তেৰ মাজতে মিহলি হৈ থাকিলেও টুৎছা এটা সুকীয়া জনজাতি। এই আটাইকেইটা জনজাতি সাধাৰণতে নগা বুলিয়েই জনাজাত। টাংছাসকলৰ সাজ-পাৰত কিছু ব্ৰহ্মদেশীয় প্ৰভাৱ আৰু বৈশিষ্ট্য পৰিলক্ষিত হ'লেও নক্তে আৰু ৱাংছোসকলৰ মুখাবয়ৱ নগাৰাজ্যৰ অন্যান্য জনজাতিৰ লগতহে সাদৃশ্যপূৰ্ণ।

ধৰ্মত এওঁবিলাক দেওপূজক; কিন্তু নক্তেসকল অসমৰ বাবেঘৰ চলিহা সত্ৰৰ শিষ্য — বৈষ্ণৱ। বৈষ্ণৱ হ'লেও নিজা প্ৰাচীন ৰীতি-নীতিৰ অনুগামী। টাংছাৰ 'ৰংপি' দেৱতাৰ পূজা সৰাতোকৈ ডাঙৰ। জাৰৰ দিনত বেলিৰ পোহৰ আৰু অতিবৃষ্টি-অনাবৃষ্টি নিবাৰণ কৰিবলৈ এই পূজা দিয়ে। আনপিনে ৱাংছোৰ ঘাই দেৱতা 'ৰং' আকাশ দেৱতা আৰু 'বৌৰং' পৃথিৱী দেৱতা। তদুপৰি অনেক দেও-ভূতৰ পূজা দিয়ে। নক্তেসকলেও দেও-ভূত বিশ্বাস কৰে। 'ৰং-যৌৱন' আৰু 'হা-যৌৱন' ঘাই দেৱতা। 'ঘৰ-দেউতি' বিশ্বাস কৰে আৰু আপং খাবৰ বেলিকা প্ৰত্যেকেই প্ৰধানমান 'ঘৰ-দেউতি'ক দিহে নিজৰ মুখত দিয়ে।

নক্তে আৰু টাংছা উভয়েই কাঠৰ ভস্কৰ্য সৃষ্টিত পাকৈত। একালত কাঠত মানুহৰ মূৰ-খোদাই অতি বহুল আছিল। তদুপৰি বাঘ, ভালুক আদি জন্তুৰ মূৰ্তি বঢ়িয়াকৈ কাটি উলিয়াব জানে। ৱাংছো মানুহৰ পিন্ধনত কাপোৰ তাকৰীয়া হ'লেও মণি, গছপাত, ফুল, চৰাইৰ পাখি আদি অলংকাৰৰ প্ৰাচুৰ্য মন কৰিবলগীয়া। তিৰোতাই গাত চুটি চোলা এটা পিন্ধিলে বা নিপিন্ধিলেও ডিঙিত অসংখ্য ৰংচঙীয়া ফুটি মণি আঁৰি লয়। তিৰোতাই তাঁত বব জানে। জ্যামিতিক চানেকিৰে ফুলামকৈ কাপোৰ বৈ চোলা আৰু মোনা তৈয়াৰ কৰে।

একালত ৱাংছো-নক্তে উভয় জনজাতিয়েই অতি পাকৈত মূৰকটা পৰম্পৰা অনুগামী জাতি আছিল। পুৰণি অসমীয়া সমাজত প্ৰচলিত ৰাং-পাং নামৰ জাতিটো টাংছাসকলৰে এটা শাখা বুলি অনুমান হয়। আজি অলপ দিনৰ আগলৈকে মূৰ-কটা সংস্কৃতিৰ সাক্ষ্য সঞ্চিত লাওখোলাবোৰ মৰংঘৰত ওলমি আছিল। ৱাংছোৰ নিয়াউচা চাঙত আৰু নক্তেৰ বৰদুৱৰীয়া চাঙত এনেকুৱা লাওখোলা আমি নিজেই হাজাৰৰ হিচাপত দেখিছিলো। মূৰকটা ৰীতি কৃষিসংস্কৃতিৰ লগতো জড়িত। মানুহৰ তেজ পৃথিৱীত পৰিলে পৃথিৱীৰ উৰ্বৰা শক্তি বাঢ়ে, এনে ধাৰণাৰ বশৱৰ্তী হৈয়েই মানুহ বলি দিছিল বা বিপক্ষৰ মূৰ কাটিছিল। ফৈদ-সংঘৰ্ষ আন এটা কাৰণ। পৰাভূত ব্যক্তিৰ মূৰটো সংগ্ৰহ কৰি আনিছিল পৌৰুষ বীৰত্ব প্ৰদৰ্শন কৰিবলৈ। কেতিয়াবা আত্মৰক্ষাৰ বাবেও শত্ৰুৰ মূৰ কাটিছিল; কিন্তু সকলোৰে অন্তৰালত উৰ্বৰা-সংস্কৃতিয়ে কাম কৰিছিল।

এই টিৰাপ জিলাখন আহোম ৰাজত্বৰ তিপমীয়া ৰজাৰ অধীনত আছিল। তেতিয়া পাটকাই পৰ্বতেই আছিল অসম-ব্ৰহ্মাৰ সীমা। টাংছাসকল টিৰাপলৈ পিছত আহিছে, গতিকে তেওঁবিলাকৰ গাত ব্ৰহ্মদেশীয় সংস্কৃতিৰ প্ৰভাৱ স্পষ্ট; কিন্তু নক্তে-ৱাংছোসকল অতি পুৰণি। ৱাংছো ভাষা আৰু সংস্কৃতিত, অষ্ট্ৰিক সংস্কৃতিৰ উপাদান পৰিলক্ষিত হয়। নক্তেসকল ৰজাৰ গোষ্ঠী হুকং উপত্যকাৰপৰা অহা টাইজাতীয় মানুহ। নামচাং, লাপ টাং আৰু বৰদুৱৰীয়া মূলতঃ একে বংশৰ। অন্যান্য চাংবিলাকৰ ৰজা নক্তে গোষ্ঠীৰে।

নক্তে আৰু অসমীয়াৰ মাজত অতি ঘনিষ্ঠ সম্বন্ধ আছিল। নক্তে অধ্যুষিত অঞ্চলত

কেইবাটাও প্ৰাচীন ধ্বংসাৱশেষ পোৱা গৈছে। লাপটাং গাঁৱৰ ওচৰত এজন আহোম ডাঙৰীয়াৰ শিলৰ মূৰ্তি, দিহিঙৰ পাৰত এটি ভগা মন্দিৰ, ছুৱা গাঁৱত এটি নাৰী মূৰ্তি আৰু পুলুং গাঁৱৰ ওচৰত ফুল-জালি কটা গোটাচেৰেক শিলৰ খুঁটা আৱিষ্কাৰ হোৱাৰ কথা জনা যায়। তদুপৰি লাপ টাং গাঁৱৰ খুনবাও নৰোত্তম বাৰেঘৰ সত্ৰৰ গোসাঁই শ্ৰীৰামদেৱৰ লগত অভিন্ন হৈ পৰাৰ কাহিনী বৈষ্ণৱ পৰম্পৰাত সৰ্বজনবিদিত।[1] মহঙীয়া নগাৰ লোণ ব্যৱসায়, আদা, কচু, জলকীয়া, পাণৰ লগত ভৈয়ামৰ চাউল, ধান, কাপোৰৰ সাল-সলনি অতি পুৰণি ব্যৱসায়।

সমগ্ৰ অৰুণাচলৰ মৌলিক সংস্কৃতি হ'ল কৃষি সংস্কৃতি। ঝুম-খেতি সকলোৰে মাজত প্ৰচলিত। একোখন সৰু কোৰ বা দা-কটাৰীৰে মাটিত ঘা লগাই কণী-ধান, আহু , কচু , জলকীয়া, আদাৰ খেতি কৰে। ঝুমখেতিৰ হাবি কাটিবলৈ গাঁৱত সমূহীয়াকৈ উৎসৱ পাতি ৰং-আনন্দ কৰে। সেইদৰে চাহ কৰা মাটিত শস্য সিঁচিবলৈ আৰু শস্য লহ-পহকৈ বাঢ়ি অহাৰ সময়তো ঠায়ে ঠায়ে উৎসৱ পাতে। এই উৎসৱবোৰ উৰ্বৰা-ৰীতি বা উৰ্বৰা লোকবিশ্বাসৰ ভিত্তিত গঢ় লৈ উঠিছে। শস্যৰ পথাৰত জীৱৰ কেঁচাতেজ ছটিয়াই শস্যৰ উৎপাদিকাশক্তি বৃদ্ধিৰ কামনা প্ৰাচীন অষ্ট্ৰিক ধাৰণাৰ লগত মিল আছে। কুকুৰা-পোহা আৰু বিভিন্ন ধৰ্মীয় অনুষ্ঠানত কুকুৰা-গাহৰি বধ কৰা ৰীতিৰ লগত অষ্ট্ৰিক সংস্কৃতিৰ প্ৰাচীন ঐতিহ্যৰ সাদৃশ্য মন কৰিবলগীয়া।

জীৱন-ধাৰণ পদ্ধতি আদিম হ'লেও শিল্পকলা আৰু ঘাইকৈ কুটিৰ শিল্পত পৰ্বতীয়া জনজাতিসকল অনেক আগবঢ়া। ডফলা-আপাটানি আদিৰ টুপী, মোনা. চোলা, ঘাঁহজাতীয় বা আঁহজাতীয় বস্তুৰে তৈয়াৰ কৰা জাপি, ধাতুৰে তৈয়াৰ কৰা ধঁপাত, খোৱা পাইপ আদি উচ্চখাপৰ। মন্পা দলিচাই আন্তৰ্জাতিক বজাৰো লাভ কৰিছে। একালত বনৰীয়া গছৰ বাকলিৰপৰা উলিওৱা সূতাত গছৰ ছালৰপৰা বিবিধ ৰং বোলাই মনোমোহা ঠেক ঠেক কাপোৰ বৈছিল আৰু সীয়নি দি প্ৰয়োজন অনুসাৰে বহল কৰি লৈছিল। নক্তে-ৱাংছোৰ বাঁহ-বেতৰ সৰু-ডাঙৰ হোৰা আৰু ৱাংছো তিৰোতাই প্ৰিয়জনক উপহাৰ দিবলৈ বাঁহৰ চেঁচুৰ সৌতেৰে গুঠি গুঠি তৈয়াৰ কৰা মণিধাৰ সঁচাকৈয়ে চমৎকাৰ। কাঠৰ পাত্ৰত বিভিন্ন থলুৱা ৰঙৰ সামঞ্জস্য খটুৱাই অঁকা চিত্ৰবোৰ অভিব্যক্তিব্যঞ্জক। অকাসকলে ব্যৱহাৰ কৰা বাঁহৰ কাকৈ-ফণী আৰু খাৰুজাতীয় অলংকাৰৰ ওপৰত দা-কটাৰীৰে কাটি কাটি নানান চিত্ৰ আঁকে। তাঁতশালৰ ছিৰী, শলি আদিতো বিশেষ অৰ্থব্যঞ্জক ছবি দেখা যায়।

গাত টেটু অঁকা পৰম্পৰা প্ৰায়বোৰ জনজাতিৰ মাজতে আছিল। উত্তৰৰ অকাসকলৰ আচল নাম হ্ৰুছো। মুখত বিচিত্ৰ আঁক আঁকি লোৱাৰ বাবেই অঁকা বুলি কৈছিল। টিৰাপৰ ৱাংছোসকলৰ মাজত টেটু অঁকা ৰীতি অতি ব্যাপক। পুৰুষ-তিৰোতা উভয়েই অৰ্থব্যঞ্জক টেটু আঁকি লয়। নক্তেসকলৰ মাজতো টেটু অঁকা পৰম্পৰা জীয়াই আছে। তদুপৰি কোনো জনজাতিয়ে কাঁজিলাৰে দাঁতবোৰ ক'লা ৰং দি বোলাই লয়।

হাতত এখন দা আৰু কাষলতিৰ তলত এটা মোনা লৈ ফুৰাটো আটাইবোৰ জনজাতিৰেই যুগজয়ী অভ্যাস। মোনাটো সমান্তৰাল জ্যামিতিক চানেকি দি বাৰেবৰণীয়া আঁচুৰে দীঘ-বাণি মিলাই বৈ উলিয়ায়। মোনাটোৰ ৰং-সংমিশ্ৰণ আৰু চিন-কাহিনীৰপৰা জাতিটোৰ সৌন্দৰ্য-

১। 'নগাৰ নৰোত্তমে চলিহাৰ শ্ৰীৰামে
লগে বৈকুণ্ঠলৈ গ'লে কি ৰাম।'



প্ৰীতিৰ উমান পাব পাৰি। সেইদৰে কাঁচ বা প্লাষ্টিকৰ বিবিধ ৰঙৰ ফুটিমণি মিলাই, মাজে মাজে শংখ, শামুক, হাড়, জন্তুৰ নখ-দাঁত আদি খাজি তৈয়াৰ কৰা মণিবোৰতো সৌন্দৰ্য-প্ৰীতিৰ পৰিচয় পোৱা যায়।

অথৰ্ব বেদত কিৰাত জাতিৰ কথা উল্লেখ আছে। তাৰেপৰা. গৱেষকসকলে অনুমান কৰিছে যে খৃষ্টজন্মৰ সময়ৰেপৰা বিভিন্ন জনজাতি দলে দলে উত্তৰ আৰু উত্তৰ-পূব ফালৰপৰা আহি অৰুণাচলত সোমায়হি। যদি সেয়ে হয়, তেনেহ'লে সেইদিন ধৰি আজিলৈকে সৰু-বৰ অনেক জনজাতিৰ প্ৰব্ৰজন চলি আছে। চাক্‌মা, লিচ্ছ আদি জনজাতি সৌ সিদিনা মাত্ৰ অৰুণাচলত সোমাইছেহি; কিন্তু ৱাংছো, নক্তে, মিচিমি, আদি, অকা প্ৰভৃতি জনজাতি অতি প্ৰাচীন কালৰেপৰা বাস কৰি আহিছে; কিন্তু সাংস্কৃতিক বিকাশৰ ক্ষেত্ৰত সকলো দিশতে বিবৰ্তন ঘটা নাই। ইয়াৰ মূল কাৰণ ধৰ্মীয় স্থবিৰতা। ভাৰতৰ হিন্দু-বৌদ্ধ ধৰ্মৰ গাত গইনা লৈ বিভিন্ন যুগত সেই যুগ-মানসৰ অনুৰূপ সাহিত্য, সংগীত, স্থাপত্য, ভাস্কৰ্য, চিত্ৰকলা আদি সৃষ্টি হৈছিল। অৰুণাচলৰ দেও পূজক জনজাতিসমূহৰ মাজত ধৰ্মীয় ধাৰণা আদিম ৰূপতে চলি আছে। সেয়েহে সংস্কৃতিৰ সেই দিশটো আজিও অবিকশিত অৱস্থাতে আছে। কাঠৰ ভাস্কৰ্য সৃষ্টি, বয়ন শিল্প আৰু বাঁহ-বেতৰ কামৰ সূক্ষ্মতা আৰু কাৰুকাৰ্য আগতকৈ অনেক পৰিমাণে কমিছে। তদুপৰি যোৱা কুৰি বছৰৰ ভিতৰত জনজাতীয় সংস্কৃতি আৰু জীৱনলৈ কোবাল খহনীয়া আহিছে আৰু নতুনৰ পছোৱাই পুৰণিক উৰুৱাই নি নিচিহ্ন কৰাৰ উপক্ৰম কৰিছে।

## মালিনীথান

মালিনীথান এটি মন্দিৰৰ ধ্বংসাৱশেষ থকা এখনি সৰু ঠাই। এই ঠাই ছিয়াং জিলাৰ দক্ষিণ সীমান্তত অৱস্থিত। চিলাপথাৰ নামৰ ঠাইৰপৰা কেইমাইলমান উত্তৰ-পূৱত অৱস্থিত পাহাৰৰ পাদদেশত। ইয়াত একালত কেইটিমান মন্দিৰ আছিল, নতুবা একেটি মন্দিৰতে দুৰ্গা, শিৱ, গণেশ আৰু সম্ভৱতঃ লক্ষ্মী-সৰস্বতীৰো উপাসনা কৰা হৈছিল; কিন্তু কালক্ৰমত মন্দিৰটি ভাগি পৰিল আৰু মূৰ্তি বা বিগ্ৰহ পোত গ'ল; অনেকদিন এইদৰে থকাৰ পিছত এই শতিকাৰ তৃতীয় দশকত ডব্লিউ, এইছ, কালভাৰ্ট নামেৰে পাছিঘাটৰ সহকাৰী পলিটিকেল অফিচাৰ এজনে মালিনীথান পৰিদৰ্শন কৰে আৰু উক্ত থানত থকা সন্ন্যাসী এজনক তাৰপৰা খেদি পঠায়। সেই সময়লৈকে উক্ত ঠাইত ভালেমান দেৱ-দেৱীৰ মূৰ্তি অক্ষত অৱস্থাত আছিল; কিন্তু আগতে উল্লেখ কৰা সন্ন্যাসীজনে কিছুমান মূৰ্তি ভাঙি পেলায়। সম্ভৱতঃ তেওঁৰ নিজৰ বিশ্বাসসম্মত কোনোবা দেৱতাক প্ৰতিষ্ঠা কৰিব খুজিছিল। তাৰ পিছত বছৰচেৰেক নীৰৱতাৰ মাজেদি পাৰ হৈ যায়। ভাৰতবৰ্ষই স্বাধীনতা পোৱাৰ পিছত পুনৰ দুজনমান চৰকাৰী বিষয়াই মালিনীথান পৰিদৰ্শন কৰি যোনীপীঠৰপৰা বিচ্ছিন্ন হৈ থকা এটা শিৱলিংগ, তিনিডোখৰ হৈ ভাগি থকা দুৰ্গাৰ দশভুজা মূৰ্তি, গণেশৰ মূৰ্তি আদিৰ উপৰিও কিছুমান ভগা-ছিগা মূৰ্তি দেখিবলৈ পায়। ১৯৬৮-৬৯ চনত অৰুণাচলৰ বিভাগীয় কৰ্তৃপক্ষই ঠাইডোখৰ পৰিষ্কাৰ কৰি প্ৰয়োজনীয় খননকাৰ্য চলায় আৰু কিছুমান ঐতিহাসিক দিশৰপৰা গুৰুত্বপূৰ্ণ বস্তু উদ্ধাৰ কৰে। সেই সময়তে

আমি মালিনীথান চাবলৈ গৈছিলোঁ আৰু ভগ্নাৱশেষৰ মাজত থকা বহুতো শিলৰ ভাস্কৰ্য দেখি অভিভূত হৈছিলোঁ।

মালিনীথানৰ সাম্প্ৰতিক ঐতিহাসিক গুৰুত্ব বিশেষ তাৎপৰ্যপূৰ্ণ। এই তাৎপৰ্যৰ ব্যাখ্যা দিবলৈ যাওঁতে স্বাভাৱিকতে অতীতলৈ তথা ইতিহাসলৈ উলটি যাব লাগিব। বৰ্তমান অৰুণাচল ৰাজ্যৰ ভিতৰত পৰশুৰাম কুণ্ড বা ব্ৰহ্মকুণ্ড, তাম্ৰেশ্বৰী মন্দিৰ, ভীষ্মকনগৰ, মালিনীথান, ইটানগৰ আৰু ভালুকপুং —এই ছঠাইত প্ৰাচীন ঐতিহ্যৰ ধ্বংসাৱশেষ দেখা পোৱা যায়। মালিনীথানৰ লগতে বাকী পাঁচখন ঠাইৰ ঐতিহাসিক গুৰুত্বও পৰ্যবেক্ষণযোগ্য।

অৰুণাচল আৰু দেশৰ বাকী অঞ্চলৰ মাজত বাধাৰ প্ৰাচীৰ হৈ দেখা দিয়ে ১৮৭৩ চনত; যেতিয়া বৃটিছ চৰকাৰে ইনাৰ লাইন সৃষ্টি কৰে। ইয়াৰ আগতে অসম আৰু সীমান্ত প্ৰশাসনৰ মাজত তেনে কোনো চাপ বা সীমা নাছিল। মিচিমি গড়, ডফলা গড় বা ৰাজগড় আদি মাটি বা ৰাজ্যৰ সীমা নহয়। এই অঞ্চলৰ সকলো মানুহেই ঝুমখেতি কৰে। ঝুমখেতি কৰিবলৈ ঠাই সলনি কৰি থাকিব লাগে। গতিকে ভৈয়ামৰ মানুহৰ মাটিৰ প্ৰতি যি মোহ, সেই মোহ প্ৰকৃততে নাছিল। তদুপৰি পাৰ্বত্য জনজাতীয় জীৱন সদায়েই বিপদসংকুল, যি কোনো মুহূৰ্ত্ততে বিৰোধী ফৈদে আক্ৰমণ কৰিব পাৰে, গতিকে পৰ্বতৰ গাত এনে ঠাইত গাঁও পাতে, য'লৈ মাত্ৰ এটা বাটহে থাকে আৰু সেই বাটত আক্ৰমণকাৰীক প্ৰতিহত কৰিব পাৰে। গতিকে পাৰ্বত্য জনজাতীয় মানুহে পুৰণি কালত মুকলি, নিৰাপত্তাহীন ঠাইতকৈ হাবিতলীয়া পৰ্বতীয়া ঠাইহে বাছি লৈছিল। ফলত পাহাৰৰ পাদদেশ অঞ্চল উন্মুক্ত আছিল আৰু জনজাতীয় লোকসকল যথেষ্ট অভ্যন্তৰত বাস কৰিছিল।

প্ৰাচীন কামৰূপত সৰহভাগ মঙ্গোলীয়া জনগোষ্ঠীৰ মানুহৰে বসতি। ৰামায়ণ-মহাভাৰতৰ যুগৰেপৰাই প্ৰাচীন কামৰূপৰ কিৰাত-চীন মানুহৰ কথা পোৱা যায়। সেয়ে হ'লেও এসময়ত ভাৰতীয় আৰ্য-সংস্কৃতিৰ এটা সোঁতা উজাই আহি সুদূৰ পৰশুৰাম কুণ্ড পায়হি। আনপিনে ভাৰতীয় সংস্কৃতিক আৰ্যীকৰণ কৰাত সহায় কৰোঁতা কৃষ্ণভক্তি শাখাৰ মূল পুৰুষ শ্ৰীকৃষ্ণয়ো কুণ্ডিল নৈৰ পাৰত ভৰি দিয়া কাহিনীয়ে অসমৰ এই উত্তৰ-পূৱ অঞ্চল যে এসময়ত আৰ্য সংস্কৃতিৰে ধৌত হৈছিল তাৰ প্ৰমাণ পোৱা যায়। একালৰ হাবুং অঞ্চলত বসবাস কৰা কিছুমান ব্ৰাহ্মণ মানুহ মিচিমি ৰাজ্যত সোমাই মিহলি হৈ যোৱাৰ কথাও শুনা যায়। ড° বাণীকান্ত কাকতিয়ে এই অঞ্চলত এখন কলিতা ৰাজ্য থকাৰ কথাও উল্লেখ কৰিছে। এইদৰে বৰ্তমান অৰুণাচল ৰাজ্যৰ দক্ষিণ সীমাৰপৰা অনেক ভিতৰলৈকে অ-জনজাতীয় মানুহৰ বসতি আছিল আৰু তাত নগৰ আৰু মঠ-মন্দিৰ নিৰ্মিত হৈছিল। কোনো পাৰ্বত্য জনজাতিৰ মানুহে এই ধ্বংসাৱশেষবোৰ তেওঁবিলাকৰ পূৰ্বপুৰুষসকলৰ কীৰ্তিচিন আছিল বুলি দাবী কৰে। সেয়ে হ'লে তেওঁবিলাক মূলতে অ-জনজাতীয় মানুহ আছিল, কালক্ৰমত সংমিশ্ৰিত হৈ জনজাতীয় মানুহত পৰিণত হয়।

ইটানগৰ আৰু ভীষ্মকনগৰৰ ইটাৰ গড় আৰু নগৰৰ পৰিকল্পনাৰ পদ্ধতি দেখিছোঁ। ইটাবোৰ আহোম যুগত ব্যৱহৃত ইটাৰ আকাৰৰ লগত মিলে। ইটানগৰৰ ইটাৰ দুৱাৰমুখকেইখনো দেখিছোঁ। ভীষ্মকনগৰ নামে অভিহিত ঠাইখনৰ ইটাৰ গড়, আলি আৰু পুখুৰীও দেখিছোঁ। বুৰঞ্জীত আছে ৰজা চক্ৰধ্বজসিংহই ১৫১০ শকত অৰ্থাৎ ১৬৬৮ খৃষ্টাব্দত মণিপুৰলৈ (বৰদলনিৰ



ওচৰত) গ'ল টুৱা বিহিয়াৰ (ডফলা) গাঁৱৰ কাষত সোৱণশিৰীৰ কাষৰত ৩ দেৱে নগৰ পাতিলে। তাতে বহুতো নগৰীয়া বৃত্তিয়াল নিলগাই পাতিলে। সোৱণশিৰীত মাঘীস্নান কৰি ৩দেৱো গড়গাঁৱলৈ আহিল। সোৱণশিৰী অঞ্চলৰ দক্ষিণতে মাঘনোৱা সৰোবৰ। এই মাঘনোৱা সৰোবৰৰ উত্তৰতে ইটানগৰ। সোৱণশিৰীৰ দক্ষিণ অঞ্চল টুৱা আৰু তিতা নামৰ দুজন ডফলা গামৰ অধীনত আছিল আৰু এওঁবিলাক বিহ-যোগনীয়া বিহিয়া বুলি জনাজাত আছিল। আনপিনে আজিকালি যাক ভীষ্মকনগৰ নাম দিয়া হৈছে, এইখনেই প্ৰকৃততে শদিয়াখোৱা গোহাঁইৰ ৰাজধানী আছিল, শদিয়া। ছৈখোৱাৰ বিপৰীতে পতা শদিয়াখন ইংৰাজে পতা শদিয়াহে। পুৰণি শদিয়ালৈ অহা-যোৱা কৰা ৰাজগড় আলি এতিয়াও আছে। সেই ইটা আহোম যুগৰ ইটাৰে সৈতে একে। পুখুৰীটো খন্দাৰ পদ্ধতিও আহোম যুগৰ পুখুৰীৰ নিচিনা। ভীষ্মক ৰজাৰ সময় নাই বুলিও খ্ৰীষ্টপূৰ্বলৈ উজাই যাব। খ্ৰীষ্টপূৰ্বত, বিশেষকৈ প্ৰাক্-আহোম যুগৰ মাজভাগৰ আগলৈকে অসমৰ স্থাপত্যত ইটাৰ ব্যৱহাৰ হোৱা নাছিল, শিলৰহে ব্যৱহাৰ হৈছিল। মালিনীথানৰ স্থাপত্য আৰু ভাস্কৰ্য শিলৰ। সেইবাবেই ইয়াৰ ঐতিহাসিক গুৰুত্ব মন কৰিবলগীয়া। মালিনীথানত আৱিষ্কৃত হোৱা সম্পদসমূহৰ ভিতৰত মন্দিৰৰ বেঁটিৰ কাৰু-কাৰ্যখচিত গাঁথনি, গণেশ মূৰ্তি, অপ্সৰা, পাৰ্বতী, শিৱলিংগ আদি পোৱা গৈছে। শিৱৰ বাহন নন্দী, পাৰ্বতীৰ বাহন সিংহ আৰু ইন্দ্ৰ নামেৰে অভিহিত প্ৰস্তৰ মূৰ্তিটোৰ সোঁহাতত ডম্বৰু আৰু স্পষ্ট লিংগ অংকনলৈ চাই শিৱমূৰ্তি যেন লগা মূৰ্তিকেইটা যথাৰ্থতে ৰূপদক্ষ ভাস্কৰৰ নিপুণ হাতৰ পৰশ পৰা যেন লাগে।

মালিনীথানৰ মন্দিৰটো দেখদেখকৈ প্ৰাক্-আহোম যুগৰ। আমি এটা কথা লক্ষ্য কৰিছিলোঁ, মালিনীথানৰ ধ্বংসাৱশেষৰ মাজত যিকেইটা হাতীৰ মূৰৰ মূৰ্তি পোৱা গৈছে, সেই মূৰ্তিৰ চানেকিৰ লগত বৰ্মণ বংশীয় ৰজাসকলৰ ৰাজকীয় তামৰফলিসমূহৰ ছীল-মোহৰৰ সাদৃশ্য আছে। এনে হাতীৰ মূৰ দাক্ষিণাত্যৰ মন্দিৰবিলাকৰ গাতো দেখা পোৱা যায়। উৰিষ্যাৰ বিখ্যাত কোনাৰ্ক মন্দিৰতো হাতী আৰু সিংহৰ 'মতিফ' দেখা যায়। মালিনীথানৰ ভাস্কৰ্যসমূহত খ্ৰীষ্টীয় নৱম-দশম শতিকাত নিৰ্মিত অসমৰ অন্যান্য ঠাইত আৱিষ্কৃত হোৱা ভাস্কৰ্যসমূহৰ লগতো মিল দেখা যায়। বৰগঙ্গাৰ ভগ্নাৱশেষত পোৱা প্ৰস্তৰ 'বাসুদেৱৰ পাদশিলা, নুমলীগড়ৰ দেও পৰ্বতত পোৱা উৰণীয়া বিদ্যাধৰৰ সৌন্দৰ্যপূৰ্ণ ভাস্কৰ্য, বেতালৰ মূৰ্তি, ডবকাৰ পাদশিলা, গছতলৰ দ্বাৰস্তম্ভৰ জীৱ-জন্তুৰ মূৰ্তি, প্ৰহৰীৰ মূৰ্তি আদিৰ লগত মালিনীথানৰ ভাস্কৰ্যসমূহৰ সাদৃশ্য মন কৰিবলগীয়া। ইয়াৰদ্বাৰা এইটো প্ৰতীয়মান হয় যে গুপ্ত সংস্কৃতিৰ প্ৰভাৱ লৈ ব্ৰহ্মপুত্ৰ উপত্যকাত যি সংস্কৃতিৰ বিকাশ সাধন হৈছিল তাৰ স্মৃতি পুৰাতত্ত্বৰ বুকুতহে জীয়াই আছে; কিন্তু এইটো সত্য যে খ্ৰীষ্টীয় অষ্টম-দশম শতিকাৰ ভিতৰত অসমলৈ হিন্দুধৰ্ম আৰু আৰ্য সংস্কৃতিৰ এটি কোবাল ঢৌ আহিছিল। এই সময়ত ক্ষীণকৈ বৌদ্ধ ধৰ্ম আৰু বৈষ্ণৱ আদৰ্শ জীয়াই থাকিলেও তান্ত্ৰিক শাক্তধৰ্ম প্ৰবল হৈ উঠিল। ইতিমধ্যে শাক্ত-শৈৱৰ মাজত সন্ধি স্থাপিত হৈছিল। সেয়েহে দুৰ্গা, শিৱ, গণেশ, কাৰ্তিক, নন্দীৰ মূৰ্তি একে ঠাইতে পোৱা গৈছে। শাক্ত- পূজাৰ অন্যতম কেন্দ্ৰ তাম্ৰেশ্বৰীৰ অভ্যুত্থানৰ লগত মালিনীথানৰ সম্বন্ধ অতি ওচৰ।

মালিনীথান কোন বংশীয় ৰজাসকলৰ কীৰ্তি, এই বিষয়ে আলোচনাৰ থল আছে। চুতীয়াসকল শাক্তপন্থী। তাম্ৰেশ্বৰী কেঁচাইখাতীৰ উপাসক। মালিনীথানত বাসন্তী দুৰ্গাপূজা অনুষ্ঠিত হয়। দুৰ্গাপূজাৰ ইতিহাসত বাসন্তী দুৰ্গাপূজাহে প্ৰাচীন। প্ৰাক্-আহোম যুগৰ চুতীয়া

ৰজাসকলৰ লগত কমতাৰ ৰাজবংশৰ বৈবাহিক সম্পৰ্ক সংগঠিত হৈছিল। আনপিনে পালবংশীয় ৰজাসকলে চুতীয়া ৰাজ্যৰ অনেক ভিতৰলৈকে দখল কৰি লৈছিল। উত্তৰ-পূব অসমত ভূঞাসকলো প্ৰতাপী হৈ উঠিছিল আৰু বৰ্তমান লক্ষীমপুৰ জিলাত নাৰায়ণপুৰ, ঢলপুৰ, কলংপুৰ, লক্ষীমপুৰ, ৰতনপুৰ, মণিপুৰ আদি স্থাপন কৰিছিল। শংকৰদেৱৰ পূৰ্ববৰ্তী ভূঞাসকলো দোৰ্ৱৈৰ শাক্ত আছিল। কিবা কাৰণত আহোম যুগত মালিনীথান এৰা পৰিছিল নতুবা আহোম যুগৰ শেষলৈকে মালিনীথানৰ মন্দিৰ অক্ষত অৱস্থাত আছিল। মালিনীথানৰ কাষেদি ঘাগৰ নামেৰে এখন নৈ বৈ গৈছিল। কোনোবা প্ৰলয়ংকৰী ভূমিকম্পত এই নৈখন পোত যায় আৰু মন্দিৰটোও ভাগি পৰে। তদুপৰি দাঁতি-কাষৰীয়া ঠাই জনশূন্য হৈ পৰাত মালিনীথান অৱহেলিত হৈ পৰে।

মালিনীথানৰ ঐতিহাসিক গুৰুত্ব এই কাৰণেই যে হাবিতলীয়া অনাৰ্য অধ্যুষিত অঞ্চলত আৰ্য সংস্কৃতিৰ ধ্বজাবাহী এটি মন্দিৰ অৱস্থিত, যি মন্দিৰৰ পূজা-পৰম্পৰা হেৰাই গ'লেও তাৰ ভগ্নাৱশেষত সৰ্বভাৰতীয় মন্দিৰ-ভাস্কৰ্যৰ চানেকি আৰু সাদৃশ্য দেখিবলৈ পোৱা যায়। একালত পৰ্বত-ভৈয়াম, জাতি,-উপজাতি সামৰি এই মন্দিৰে ঐক্য আৰু সংহতিৰ পৰিবেশ সৃষ্টি কৰিছিল, উৎসৱ-পাৰ্বণৰ যোগেদি মানুহৰ পাৰলৌকিক ধ্যান-ধাৰণা পূৰণ কৰাৰ উপৰিও প্ৰচুৰ আনন্দ দিছিল।

# অসমীয়া সংস্কৃতি আৰু মুছলমান

অসমৰ সংস্কৃতি সমন্বয়ৰ সংস্কৃতি। ত্ৰয়োদশ শতিকাৰপৰা অসমলৈ দুঘৰ-এঘৰকৈ মুছলমান মানুহ আহিবলৈ ধৰে। এসময়ত ভালেমান থলুৱা মানুহেও ইচলাম ধৰ্ম গ্ৰহণ কৰে। অসমৰ মুছলমান জনসংখ্যাক পাঁচোটা ভাগত ভাগ কৰিব পাৰি। (ক) অসমত বৈ যোৱা মোগল-পাঠান যুদ্ধবন্দী, (খ) ধৰ্মপ্ৰচাৰৰ অৰ্থে অহা পীৰ আৰু তেওঁবিলাকৰ অনুগামী, (গ) আহোম যুগত নিয়োগ কৰা আঠোটা কাৰিকৰ মুছলমান পৰিয়াল, (ঘ) থলুৱা ধৰ্মান্তৰিত লোক আৰু (ঙ) পমুৱা মুছলমান। কানাই বৰশীবোৱা শিলত উল্লেখ থকা কামৰূপলৈ আহি ধ্বংস হোৱা সেনাপতি মহম্মদ-বিন্-বখতিয়াৰৰ অনুগামী সেনাসকলৰ দুই-চাৰিজন কামৰূপত বৈ যোৱাটো স্বাভাৱিক। এই সময়তে এজন মেচ জাতিৰ লোকে ধৰ্মান্তৰ গ্ৰহণ কৰি আলি মেচ নাম লোৱাৰ কথা জনা যায়। আনপিনে তুৰ্বকৰ সেনাপতিত্বত অহা সৈন্যবাহিনী কনচেং বৰপাত্ৰৰ হাতত পৰাস্ত হোৱাত বহুসংখ্যক যুদ্ধবন্দী বৈ যায়। ইয়াৰে একাংশ পিছলৈ মৰীয়া নামে জনাজাত হয়। ত্ৰয়োদশ শতিকাৰপৰা সপ্তদশ শতিকালৈকে এই সময়ছোৱাত অসমত মুছলমানৰ সংখ্যা বৃদ্ধি পাইছিল যদিও তেওঁবিলাকে থলুৱা ৰীতি-নীতি গ্ৰহণ কৰি হিন্দু-মুছলমান উভয় ধৰ্মৰ সংমিশ্ৰণৰ এক সমবিন্দুত উপনীত হৈছিল। সেয়েহে মিৰজুমলাৰ লগত অহা বুৰঞ্জী-লেখক চাহাবুদ্দিন তালিছে কৈছিল, "যুদ্ধত বন্দী হৈ বৈ যোৱা মুছলমানসকলৰ নাতি-পুতিসকল অসমীয়াৰ লগত হাড়ে-হিমজুৰে মিলি গৈছে। তেওঁবিলাকে মুছলমান বা অনা-মুছলমানে ৰন্ধা-বঢ়া আহাৰৰ ক্ষেত্ৰত কোনো বাধা-নিষেধ আৰোপ নকৰে।" এক, ইতিমধ্যে থলুৱা ৰীতি-নীতি আৰু হিন্দু-আচাৰৰ সংস্পৰ্শলৈ অহা; দুই, নতুনকৈ ধৰ্মান্তৰিত কৰাৰ উদ্দেশ্য লৈ কেইজনমান পীৰ বা ধৰ্মপ্ৰচাৰক আহোম ৰাজ্যলৈ আহে। তাৰে ভিতৰত আজান পীৰে বৈষ্ণৱ ৰীতিৰ লগত সংগতি ৰাখি জাৰী-জিকিৰ ৰচনা কৰি বিশেষকৈ অসমৰ থলুৱা মানুহ কেতবোৰক ইচলাম ধৰ্মত দীক্ষিত কৰে। শংকৰদেৱৰ জাতি-বৰ্ণহীন নামধৰ্ম প্ৰচাৰিত অসমত পোনপটীয়া দীক্ষাৰে ধৰ্মান্তৰ ঘটোৱা সম্ভৱ নহয় বাবে গোটাচেৰেক বৈষ্ণৱী আদৰ্শ গ্ৰহণ কৰি তাৰ মাজেদিয়েই সমাজৰ বাদ পৰা বা অন্যধৰণে সামাজিক দিশত তলখাপৰ বুলি পৰিগণিত লোকক দীক্ষিত কৰে। শৰাইঘাটৰ যুদ্ধৰ সময়ত অসমৰ মুছলমানে মোগল সৈন্যৰ বিৰুদ্ধেহে যুদ্ধ দিছিল। প্ৰতাপসিংহৰ দিনত মোমাই তামূলী বৰবৰুৱাই ৰাজ্য সংগঠন কৰোঁতে গৰীয়া অৰ্থাৎ মুছলমানকো খেল-মেলত ভগাই দিছিল আৰু সেই সূত্ৰেই মুছলমানৰ বৰুৱা, হাজৰিকা, শইকীয়া, বৰা উপাধিৰ বিষয়া নিযুক্ত হৈছিল। পীৰ বা ধৰ্মপ্ৰচাৰকসকলে ধৰ্মমত প্ৰচাৰত কোনো বাধা পোৱাৰ উদাহৰণ নাই। হজৰত আজান পীৰ আৰু মোগল চোৰাংচোৱাৰ লগত সম্পৰ্ক আছে বুলি বৃপাই দা-ধৰা বৰাই (বৃপাই গৰীয়া) গোচৰ দিয়াত তেওঁৰ চকু কাঢ়ি এৰি দিছিল; কিন্তু পিছত দিখৌমুখৰ স'ৰাগুৰি চাপৰিত মঠ সজাই মাটিবাৰী দিছিল। আজান পীৰে পূৰ্বৰ মুছলমানৰ মাজত ধৰ্মৰ আচাৰ-নীতি প্ৰচলন কৰাৰ উপৰিও নতুনকৈ কিছুমান মানুহকো দীক্ষা দিয়ে। ৰুদ্ৰসিংহ স্বৰ্গদেৱে উত্তৰ ভাৰতৰপৰা আঠঘৰ মুছলমান অনাই ফাৰ্চীপঢ়ীয়া, আখৰকটীয়া, শিলাকুটীয়া, গুণাকটীয়া, খনিকৰ, নেগেৰিয়াল,

দৰ্জী আৰু জোলা বুলি খেল পাতি দিছিল। এওঁবিলাকৰ আলমত পিছলৈ দুই-চাৰিঘৰ নতুন মানুহৰো আগমন হৈছিল। বিংশ শতিকাৰ আৰম্ভণিৰেপৰা পূৰবংগৰ পমুৱা মুছলমান অসমলৈ আহিছে।

সংস্কৃতিৰ গতিধাৰা নিয়ন্ত্ৰণ কৰে ধৰ্মই। ধৰ্মৰ গইনা লৈ স্থাপত্য, ভাস্কৰ্য, সাহিত্য, গীত-নাট্যৰচিত্ৰকলা সৃষ্টি হয়। ধৰ্ম হিচাপে হিন্দু ধৰ্মৰ ওপৰত, ঘাইকৈ অসমৰ বৈষ্ণৱ ধৰ্মৰ ওপৰত ইচলামী আদৰ্শৰ কোনো সাঁচ নাই আৰু সেই দিশৰপৰা অসমৰ সংস্কৃতিলৈ ইচলামী উপাদান অহা নাই; কিন্তু ব্যৱহাৰিক জীৱনৰ অনেক সমল অসমীয়া সংস্কৃতিত জীণ গৈছে। তন্ত্ৰ-মন্ত্ৰ, বেজালি, মাৰৈ-পূজা, আদি ধৰ্মীয় লোকবিশ্বাসৰ কেতবোৰ বিষয়ত অৱশ্যে ইচলামী উপাদানৰ অস্তিত্ব উলাই কৰিব নোৱাৰি।

আধুনিক শিক্ষা আৰু আউলীয়া ৰাজনীতিৰ মেৰপাকত পৰাৰ আগলৈকে অসমৰ মুছলমান মনে-প্ৰাণে অসমীয়া জাতিসত্তাৰ বুকুত মিলি গৈছিল। চাহাবুদ্দিন তালিছে যি দেখিছিল, সি সত্য। ঘাইকৈ ধৰ্মান্তৰিত থলুৱা মুছলমানৰ লগত হিন্দুৰ তেজ-মঙহৰ সম্পৰ্ক বৰ্তমান। এই মুছলমানসকলেই এক ধৰ্মৰ আবৰণত জাতিগত সমন্বয়ৰ বাট মুকলি কৰিছিল। বিয়া-বাৰুৰ যোগেদি থলুৱা জনসংখ্যাৰপৰা ধৰ্মান্তৰিত মানুহৰ ভিতৰত সমন্বয় ঘটিছিল। থলুৱা ধৰ্মান্তৰিত মুছলমানৰ ভিতৰত কোচ-মেচৰ সংখ্যাই সৰহ যদিও দুই চাৰিঘৰকৈ সকলো জাতিৰে মানুহ আছে। আহোম ৰাজত্বত সততে জাতিভেদ অস্বীকাৰ কৰিছিল। সকলো জাতিৰ মাজতে, ঘাইকৈ মঙ্গোলীয়সকলৰ মাজত আন্তঃসম্প্ৰদায় বিবাহ মুক্ত আছিল; কিন্তু অবৈধ যৌন সম্পৰ্ক বা নিষিদ্ধ সম্পৰ্কৰ মাজত হোৱা বিবাহ সামাজিকভাৱে স্বীকৃতি নিদি সমাজচ্যুত বা এঘৰীয়া কৰা হৈছিল। সকলো সম্প্ৰদায়ৰ মানুহকে এনে কৰা হৈছিল। যেনেকৈ সুতকুলীয়া মানুহৰ সুকীয়া গাঁও হৈছিল, সেইদৰে সমাজচ্যুত মানুহৰো সুকীয়া গাঁও বহিছিল আৰু এনে গাঁৱক গৰীয়া গাঁও বুলিছিল।[১] পিছলৈ আজান পীৰে ইচলামলৈ দীক্ষিত কৰাত তেওঁবিলাকে পুনৰ সামাজিক মৰ্যাদা পাই প্ৰতিষ্ঠিত হৈছিল। সকলো মুছলমানকে গৰীয়া বুলি ভবাৰ ধাৰণাটো ইয়াৰপৰাই জন্ম হৈছে; কিন্তু এই পৰিবৰ্তনৰ পটভূমিত জাতিগত আৰু ৰক্ত-সংমিশ্ৰণৰ সুযোগ ঘটিছিল।

সংস্কৃতি যেতিয়া মানসিক উৎকৰ্ষ সাধন আৰু মানবীয় গুণৰ সম্যক বিকাশৰ অৰ্থত ব্যৱহৃত হয়, তেতিয়া ইয়াত স্বাভাৱিকতে ধৰ্মীয় ধাৰণা নিহিত হৈ থাকে। সংস্কৃতি সাধাৰণতে ধৰ্মভিত্তিক। ঘাইকৈ ভাৰতীয় সংস্কৃতি ধৰ্মভিত্তিক। ভাৰতীয় সংস্কৃতিৰে এক বিশিষ্ট অংশীদাৰ গোট হিচাপে অসমৰ প্ৰাচীন ধৰ্মীয় জীৱনত ইছলামৰ প্ৰভাৱ পৰা নাই। ইছলাম ধৰ্মই ইয়াৰ পুৰণি বাসিন্দাক ধৰ্মান্তৰিত কৰি ইচলামী আদৰ্শৰে গঢ় দি তুলিছে; কিন্তু এই দেশৰ হিন্দু কিম্বা জনজাতীয় মৌলিক ৰীতি-নীতিত প্ৰভাৱ পেলাব পৰা নাই। বহুদিন ধৰি নামনি অসম খণ্ড মোগল-পাঠানৰ অধীন হৈ থাকিলেও মুছলমান জনসংখ্যাৰ বাহিৰে অন্য হিন্দু মানুহৰ চিন্তাধাৰাত কোনো ধৰণৰ প্ৰভাৱ অনুভূত নহ'ল। বৰঞ্চ মুছলমানসকলৰ গাতহে দুই ধৰণে প্ৰভাৱ পৰিল।

১। মূল অসমীয়া গৰীয়া শব্দৰ অৰ্থ বাদ পৰা বা সমাজচ্যুত। আহোম-শাসনত খেল-মেলৰ অন্তৰ্ভুক্ত নোহোৱা মানুহৰ গাঁৱক গৰীয়া গাঁও বোলা হৈছিল।



যিসকল থলুৱা বাসিন্দা ধৰ্মান্তৰিত হ'ল, তেওঁবিলাকে কেতবোৰ লৌকিক ৰীতি-নীতি পূৰ্বৰ দৰেই পালন কৰি থাকিল। দ্বিতীয়তে, পাৰিপাৰ্শ্বিকতাৰ প্ৰভাৱ পৰিল। মুছলমান মানুহেও বিয়া, বিহু, আই-সকাম, থানলৈ আগ-বঢ়োৱা মঙল-চোৱা আদি কেতবোৰ অনুষ্ঠান অসমৰ অন্যান্য মানুহৰ দৰে আচৰণ কৰিবলৈ ধৰিলে। ৰোজা-ৰেকাত-নামাজ-ফৰজ বাদ দি সাধাৰণ দৈনন্দিন জীৱনত বহুতো অ-মুছলমানী লোকাচাৰ জীয়াই ৰাখিলে। বিহুয়ে-সংক্ৰান্তিয়ে ঘৰ-দুৱাৰ মচি, ঢৰা-পীৰা তিয়াই, কাপোৰ-কানি ধুই পুৰণি ৰীতি ৰক্ষা কৰিছিল। খেতিয়ক মুছলমানে হিন্দু খেতিয়কৰ উৰ্ব্বৰা-বিশ্বাসৰ অনুষ্ঠানসমূহ ব্যৱহাৰিক জীৱনত প্ৰয়োগ কৰিছিল। বিয়াত বিয়া-নাম গাই উক্ত উৰ্ব্বৰা-বিশ্বাসৰ লোকাচাৰসমূহ পালন কৰি ন-ছোৱালীজনী আদৰি আনিছিল। আনকি ৰাতিখোৱা বা পূৰ্ণভগীয়া ঠালৰ বহুতো মুছলমান ভকত আছিল। একালত আহোম ৰজাঘৰত বৰা, শইকীয়া, হাজৰিকা, বৰুৱা আদি বিষয় ভোগ কৰোঁতে তেওঁবিলাকে সততে ৰজাঘৰীয়া হিন্দু ৰীতিনীতিসমূহ মানি চলিবলগীয়া হৈছিল। এইদৰে পুৰণি কালত অসমৰ অসমীয়া মুছলমানে, যি জাতীয়ত্বৰ ভেঁটিত সমগ্ৰ অসমীয়া জাতিসত্তা গঢ় লৈ উঠিছিল, তাত নিজকে জীণ নিয়াইছিল। ধৰ্ম হিচাপে ইচলামী আদৰ্শই অসমীয়া সামাজিক-সাংস্কৃতিক জীৱনত সামগ্ৰীক প্ৰভাৱ পেলাব পৰা নাই। অথচ অনেক মুছলমানী উপাদান সংস্কৃতিত পোৱা যায় আৰু সেইটো মোগল-পাঠান ৰাজশক্তি আৰু জনসংখ্যাৰ বাবেই সম্ভৱ হৈ উঠিছে। অতি সতৰ্কতাৰে লক্ষ্য কৰিলে অসমীয়া মুছলমানৰ দুটা কথনৰীতি দেখা যায়। এবিধে কথা কওঁতে শুধ অসমীয়া শব্দ আৰু জতুৱা ঠাঁচ ব্যৱহাৰ কৰে; আনবিধে সামাজিক আৰু ধৰ্মীয় আচাৰ-সংক্ৰান্ত কেতবোৰ উৰ্দু-ফাৰ্চী-আৰবী শব্দ ব্যৱহাৰ কৰে। এনে শব্দবোৰ কথিত ভাষাত সংৰক্ষিত হ'লেও লিখিত ভাষাৰ বুকুত সংচালনিকৈ এতিয়াও ঠাই পোৱা নাই। অফিচ-আদালতৰ যোগেদি সোমোৱা শব্দবোৰ উৰ্দু-ফাৰ্চী হ'লেও, সি ইংৰাজ শাসনৰ পৰিণতিস্বৰূপেহে সোমাইছে।

অসমত যিসকল মুছলমান যুদ্ধবন্দী হিচাপে ৰৈ গৈছিল, তেওঁবিলাকে তেওঁবিলাকৰ সাংস্কৃতিক ঐতিহ্য ৰক্ষা কৰিব পৰা নাছিল। তদুপৰি নিজা তিৰোতা লগত নথকাত থলুৱা তিৰোতা বিয়া-বাৰু কৰাই মিলি গৈছিল আৰু তিৰোতা মানুহৰ প্ৰভাৱতে সামাজিক-সাংস্কৃতিক জীৱনত সমন্বয় সাধিত হৈছিল। অৱশ্যে দুই-চাৰিটা শব্দই এই সময়তে অসমীয়া ভাষাত ভূমুকি মাৰিছিল । আহোম যুগত অসমৰ মুছলমানৰ কোনো ধৰ্মীয় গোঁড়ামি নাছিল, তেওঁবিলাকে উপাসনাৰ মৌলিক কথাকেইটা আচৰণ কৰি সামাজিক জীৱনত অতি সহজে মিলি গৈছিল। এই পৰম্পৰা কুৰি শতিকাৰ তৃতীয়-চতুৰ্থ দশকলৈকে অটুট আছিল। ৰাজনৈতিক উদ্দেশ্যপ্ৰণোদিত হৈ মুছলমানসকলক সুসংগঠিত কৰাৰ পিছতহে অসমীয়া মুছলমানে কেতবোৰ প্ৰাচীন ৰীতি-নীতি এৰি বিশুদ্ধ ইছলামী আদৰ্শ অনুসৰণ কৰিবলৈ ধৰিছে। এই ক্ষেত্ৰত একালৰ পূৰবংগৰ মোল্লা আৰু আলিগড় বিশ্ববিদ্যালয়ৰ প্ৰভাৱ অসীম। এইসকলৰ প্ৰভাৱ পৰাৰ আগলৈকে অসমৰ মুছলমানৰ সামাজিক-সাংস্কৃতিক আচৰণত পাৰ্থক্য পৰিলক্ষিত নহৈছিল।

ৰুদ্ৰসিংহই পোনপটীয়াকৈ মোগল উপাদান আহৰণ কৰিবলৈ প্ৰয়াস কৰে। তেওঁ নিজে পাগ-জামা পিন্ধাৰ উপৰিও ডাঙৰীয়াসকলকো পাগ-জামাৰ উপহাৰ দিছিল। এই পাগ-

জামা-ঘূৰি আহোম ৰজাঘৰেদি সত্ৰ-সভাৰ নটুৱা-ভাৱৰীয়াৰ গাতো জিলিকিছিল। তেওঁ আঠঘৰ মুছলমান শিল্পীক ফাৰ্চীপঢ়ীয়া, আখৰকটীয়া, শিলাকটীয়া, গুণাকটীয়া, খনিকৰ, নেগেৰিয়াল, দৰ্জী আৰু তাঁতী হিচাপে নিযুক্তি দি উত্তৰ ভাৰতৰ পৰা আনি আমাৰ দেশত বহুৱাইছিলহি। উক্ত পৰিয়ালকেইটাৰ বাহিৰেও কেইঘৰমান ধোবা আৰু নগৰৰ কাষত পোহাৰ দিবলৈকো মুছলমান মানুহ বহুৱাইছিল। শংকৰদেৱৰ সমসাময়িক চান্দসাই এজন দৰ্জী আছিল। ইতিমধ্যে যুদ্ধবন্দী মুছলমানক পিতলৰ কাম-কাজ কৰিবলৈ নিযুক্তি দি মৰীয়া শ্ৰেণীৰ সৃষ্টি কৰিছিল। তদুপৰি ইতিমধ্যে দুজন-চাৰিজনকৈ মুছলমান মানুহে ৰজাঘৰত নিযুক্তি লাভ কৰিছিল। শৰাইঘাটৰ যুদ্ধত অসমীয়া মুছলমান বাঘ হাজৰিকাই (মহম্মদ ইচমাইল চিদ্দিকি) মোগলৰ বিৰুদ্ধে যুদ্ধ কৰিছিল। ৰুপাই গৰীয়া দা-ধৰাই আজান পীৰৰ লগৰ মানুহে মোগলৰ চোৰাংচোৱাগিৰি কৰে বুলি গদাধৰসিংহক গোচৰ দিছিল। সেয়ে নহয়, অসমীয়া মুছলমানক মঠ-মন্দিৰ আদিৰ পাইক হিচাপে নিযুক্তি দিছিল। শিৱসাগৰৰ শিৱদ'লৰ নেগেৰিয়ালৰ ঘৰৰ মানুহে দ'লৰ উপাৰ্জনৰ অংশ সৌ সিদিনালৈকে ভোগ কৰি আছিল। আহোম ৰজাৰ অধীনত ১৬ জন দেৱান আৰু এজন নবাবে স্বীকৃতিলাভ কৰিছিল।

মোগল বাদছাহৰ ঘৰৰপৰা আহোম স্বৰ্গদেৱৰ কাৰেঙলৈ অহা সমলবোৰ লাহে লাহে সমাজতো বিয়পি পৰিছিল। ঘাইকৈ অষ্টাদশ শতাব্দীটো বিশেষ উল্লেখযোগ্য। অসমৰ স্থাপত্যৰ আৰ্হি থলুৱা অসমীয়া হ'লেও তাৰ দুৱাৰ-খিড়িকীবোৰত মোগলাই চানেকি পোৱা যায়। অসমীয়া শিপিনীৰ ৰিহা-কাপোৰত এই সময়তে গুণাৰ বনকৰা আৰ্হি সলনি হয়। ৰজাঘৰীয়া জোলা-তাঁতীৰ কাপোৰৰ চানেকি চাই ডা-ডাঙৰীয়াৰ ঘৰতো কাপোৰ ব'বলৈ ধৰে। এই শতিকাৰ আগলৈকে বহুতো মুছলমান তিৰোতাই গুণাৰ বনকৰা কাপোৰ বৈ ধন উপাৰ্জন কৰিছিল। দিলবৰৰ নিচিনা শিল্পীৰ পৰশ লাগি সুকুমাৰ বৰকাথে লিখা 'হস্তীবিদ্যাৰ্ণৱ' পুথিৰ পাতত মোগল-চিত্ৰশৈলীৰ প্ৰভাৱ পৰিছিল। আনপিনে এই সময়তে দুই-এপদকৈ সমল পশ্চিমৰপৰা আহি অসম সোমাইছিলহি।

ভাষা হিচাপে আৰবী, ফাৰ্চী, উৰ্দ্দু বা পস্তু ভাষাৰ মূলৰ লগত মিল থকা কিছুমান শব্দ অসমীয়া ভাষাত পোৱা যায়। ইয়াক আমি ধৰ্মীয় প্ৰভাৱ বা ধৰ্মীয় বৰঙণি বুলি একে আষাৰে কোৱাটো যুক্তিসংগত নহ'ব। কাৰণ, ধৰ্মৰ প্ৰভাৱৰ ফলত এই শব্দবোৰ আমাৰ মুখলৈ অহা নাই। সপ্তদশ-অষ্টাদশ শতিকাত ৰাজঘৰীয়া আদান-প্ৰদানৰ চিঠি-পত্ৰবোৰে বহুতো শব্দ জনপ্ৰিয় কৰি তোলে। তেনে শব্দ বুৰঞ্জীবোৰত ব্যৱহাৰ হোৱাৰ লগে লগে সাধাৰণভাৱে প্ৰচলন হ'বলৈ ধৰে। ধৰ্মীয় শব্দবোৰ মুছলমানসকলৰ ভিতৰতে আবদ্ধ হৈ বাকী শাসকীয় আৰু সাধাৰণ শব্দবোৰ শব্দৰ ভঁৰালত সোমাই পৰে। আজান পীৰৰ জিকিৰত এনে শব্দৰ ব্যৱহাৰ নোহোৱা হ'লে সি নিভাঁজ অসমীয়া লোকগীতৰ শাৰীতেই ঠাই পালেহেঁতেন। ইয়াৰ বাহিৰে উত্তৰ ভাৰতৰপৰা প্ৰব্ৰজন কৰি অহা কাৰিকৰ-শিল্পী মুছলমানসকলে তেওঁবিলাকে ব্যৱসায়-সংক্ৰান্তত ব্যৱহৃত কিছুমান শব্দ লগত লৈ আহে। এই শব্দবোৰৰ অসমীয়া সমাৰ্থক বা প্ৰতিশব্দ নথকা হেতুকে নতুন বা আচহুৱা হ'লেও শব্দবোৰ অসমীয়ালৈ আহে। ওস্তাজ, চেতাৰ, সৰোদ,



নেগেৰা, খেয়াল, ঠুংৰি, টপ্পা, গিলিপ, কিতাপ, আস্তিন, বখিয়া, আস্তৰ, ৰিফু, আতৰ, ইজাৰ, হুকা, পাগ, জামা ইত্যাদি। পুৰণি অসম বুৰঞ্জীৰ পাতত এনে শব্দ আজিও সংৰক্ষিত হৈ আছে।

অসমৰ অসমীয়া মুছলমান অসমৰ মূল জাতিসত্তাৰ এক অবিচ্ছেদ্য অংগ। চিৰী-চেহেৰা আৰু অন্তৰ্নিহিত স্বভাৱত মঙ্গোলীয় লক্ষণ বিদ্যমান। আনপিনে তেওঁলোকৰ গাত থলুৱা সামাজিক প্ৰভাৱ ইমান গভীৰ যে যথাৰ্থতে ধৰ্মই তাক আজিও উটুৱাই নিব পৰা নাই। শুকুৰবাৰে জুম্মা নামাজৰ পিছত বুট-চেনি-নাৰিকল দিয়া, তিনিদিনীয়া, দহদিনীয়া, ত্ৰিশদিনীয়া, চল্লিশদিনীয়া আদি মৰাসকাম পতা, আইনামৰ আসনপতা, মন্ত্ৰ আৰু জৰা-ফুকা কৰা আদি ৰীতি আজিও চলি আছে। একালত মনসা পূজা, মাৰৈপূজা আৰু ওজাপালি-সংক্ৰান্ত কামত মুছলমানসকল জড়িত আছিল। ভালেমান অসমীয়া মন্ত্ৰৰ ভাষা আৰু বিষয়-বস্তু লক্ষ্য কৰিলে এই মন্ত্ৰবোৰ মূলতে মুছলমান মানুহৰ আছিল যেন লাগে। সেয়েহে কোনো কোনো ঠাইত মুছলমান পীৰৰ দৰগাহতো হিন্দুৱে চাকি-বন্তি জ্বলায়, হিন্দুৰ থানলৈ মুছলমানেও শৰাই আগবঢ়ায়।

অসমত ইছলাম ধৰ্মই কাহানিও বাধা পোৱা নাছিল। ইয়াৰ মূল কাৰণ, ধৰ্মত ইছলাম হ'লেও তেওঁবিলাকে সামাজিক-সাংস্কৃতিক জীৱনত অতি সহজ-সৰলভাৱে মিলি গৈছিল। আজান পীৰৰ চকু কাঢ়িছিল সঁচা; কিন্তু ধৰ্মীয় কাৰণত নহয়, ৰাজনৈতিক কাৰণতহে। কিন্তু পিছত তেওঁকেই স'ৰাগুৰি চাপৰিত মঠ সজাই ছকুৰি ভকতৰ সংস্থান দিছিল। মোৱামৰীয়া বিদ্ৰোহৰ সময়ত একে হিন্দু প্ৰজাৰ ভিতৰত সংঘৰ্ষ লাগিছিল; কিন্তু মুছলমান প্ৰজাৰ গাত হাত দিয়া নাছিল। সেইদৰে ধৰ্মত মুছলমান হ'লেও পুৰণি অসমীয়া মুছলমানে অসমৰ জাতীয় জীৱনলৈ বৰঙণি দি অসমীয়া জাতিসত্তাৰ বুকুতে সোমাই আছে। কাৰণ, অসমৰ সম্ভ্ৰান্ত মুছলমান অধিকাংশৰে তেজৰ কণিকা বাকী অসমীয়া হিন্দুৰে সৈতে একে। আজিকালি দুই-এজনে ৰাজনৈতিক আকাংক্ষা চকুৰ আগত লৈ বিশ্ব-মুছলমান হোৱাৰ সপোন দেখিলেও অসমৰ কেঁচামাটিৰ গোন্ধে আপোন-পাহৰা কৰা, সামাজিক-সাংস্কৃতিক জীৱনত সন্মিলিত হৈ যোৱা অসমৰ মুছলমানসকলে অসমীয়া জাতীয় সংস্কৃতিক আঁকোৱালি লৈ পকা-খৰিচা, কুঁজিথেকেৰা, কোমল চাউল, কচু-ঢেঁকীয়া ঔ-টেঙা খাই ইয়াতেই যুগমীয়া সমন্বয় সাধন কৰিব।

# চাহবনুৱা আৰু অসমীয়া সংস্কৃতি

অসমৰ জনসংখ্যাৰ এটা বুজন অংশ চাহবনুৱাই অধিকাৰ কৰি আছে। ১৮৩৭ চনতে বৰ্তমান প্ৰাক্তন চাহবনুৱাৰ পূৰ্বপুৰুষসকল আহিবলৈ আৰম্ভ কৰিছিল। ইয়াৰ আগতে কছাৰী, ৰাভা, গাৰো আৰু নেপালী মানুহ আনি চাহখেতিৰ বনুৱা নিয়োগ কৰিবলৈ যত্ন কৰিছিল; কিন্তু সফল নহ'ল। নতুনকৈ গঠিত অসম টি কোম্পানীত কছাৰী, ৰাভা, কুকি আৰু থলুৱা মৰাণ-মটক মানুহ নিয়োগ কৰি কাম চলাবলৈ আঁচনি কৰিছিল; কিন্তু বাস্তৱ ক্ষেত্ৰত সেই আঁচনি ফলৱতী নহ'ল। কামৰূপ, গোৱালপাৰা, গাৰোপাহাৰৰপৰা অনা বড়ো-কছাৰী, মেছ আৰু নেপালী মানুহে চাহবনুৱাৰ কাম এৰি শিৱসাগৰ আৰু ডিব্ৰুগড় জিলাত খেতিয়ক হৈ ৰৈ গ'ল। শিৱসাগৰত থকা তেনে এখন নেপালী গাঁৱৰ কথা জনা যায়। তথাপি প্ৰথম কুৰিবছৰমানলৈ নিচেই তাকৰসংখ্যক চোটনাগপুৰী বনুৱাৰ বাহিৰে থলুৱা বনুৱাৰেই কাম চলাবলৈ যত্ন কৰিছিল; কিন্তু অৱশেষত সেই প্ৰচেষ্টা ত্যাগ কৰি অসমৰ বাহিৰৰপৰা বনুৱা অনাটোকে সিদ্ধান্ত কৰি চোটনাগপুৰ আৰু মেদিনীপুৰ জিলাৰপৰা ৫০,০০০ মান মানুহ আনে। ১৮৭৫ চনত এনে বনুৱাৰ সংখ্যা হয়গৈ ১,০০,০০০ ৰ ওপৰ। বংগদেশৰ মেদিনীপুৰৰ বাহিৰেও, বিহাৰ, উৰিষ্যা, মধ্যপ্ৰদেশ, তামিলনাড়ু, অন্ধ্ৰপ্ৰদেশৰ বিভিন্ন অঞ্চলৰপৰা আৰকাটিবিলাকে গিৰমিটীয়া বা অন্য বন্দোৱস্তীত মজদুৰ নিযুক্তি দিবলৈ মানুহ সংগ্ৰহ কৰি দিছিল। যোৱা এশ বছৰত এইদৰে অসমৰ চাহবাগিচাৰ সংখ্যা বাঢ়ি যোৱাৰ লগে লগে বনুৱা আমদানিও বৃদ্ধি পাই গৈ থাকে। গিৰমিট উকলি যোৱাৰ পিছত বা অক্ষমতা বৃদ্ধিৰ লগে লগে বনুৱাক বাগিচাৰ কৰ্তৃপক্ষই এৰি দিয়ে। তেতিয়া প্ৰাক্তন বনুৱাসকলে বাগিচাৰ দাঁতিকাষৰৰ পতিত মাটিত থিতাপি লয়। এইদৰে অসমত চাহবনুৱা আৰু প্ৰাক্তন চাহবনুৱা দুটা শ্ৰেণীত বিভক্ত হৈ পৰিছে। নিজৰ পিতৃভূমিৰ লগত সম্পৰ্ক এৰি অসমকে জন্মভূমি-কৰ্মভূমি হিচাপে গ্ৰহণ কৰি চাহবনুৱাসকল অসমৰ আৰ্থ-সামাজিক জীৱনৰ অপৰিহাৰ্য অংগ হৈ উঠি সামাজিক-সাংস্কৃতিক জীৱনৰ সংগী হিচাপে নিৰৱচ্ছিন্ন সম্বন্ধৰ গঢ় দিছে।

অসমত বসবাস কৰা চাহবনুৱাসকলৰ মাজত জনজাতি আৰু অ-জনজাতি দুয়ো শ্ৰেণীৰে মানুহ আছে। আৰ্থ-সামাজিক দিশত পাছপৰা হোজা জনজাতীয় লোকসকলক আৰকাটিবিলাকে ফুচুলাই অনাৰ উপৰিও বিহাৰ-উৰিষ্যা-মধ্যভাৰতৰ জাতিগত বিচাৰত আপেক্ষিকভাৱে উচ্চখাপৰ অথচ সামাজিকভাৱে নিষ্পেষিত কিছুমান মানুহো অসমলৈ আহে। তদুপৰি কিছুমান বৃত্তিয়াল মানুহো চাহবনুৱাৰ চাকৰি লৈ নিজৰ বৃত্তি-ব্যৱসায় এৰি দিয়ে। কিছুমান লোকসমষ্টি সম্পূৰ্ণ জনজাতীয় গোষ্ঠীসম্ভূত আৰু জনজাতি লক্ষণাক্ৰান্ত। তেওঁবিলাকৰ পিতৃভূমিৰ বংশ-পৰিয়ালসকলে আজিও জনজাতীয় জীৱনযাপন কৰি আছে। ওৰাওঁ, চাওতাল, মুণ্ডা, ঘাচিয়া, খৰিয়া, গদবা, তাঁতী, তাছা আদিয়েই প্ৰধান জনসমষ্টি হ'লেও প্ৰায় এশমান সৰু সৰু ঠালৰ মানুহ আছে। তাঁতী, নায়ক, গণ্ডতাঁতী, পান, কুমাৰ, কমাৰ, কৰ্মকাৰ, মালী, তেলী, শবৰ, তাছা, কন্ধ, কৈৰী, বাউৰি, কালাহাণ্ডি, বিষাণ, পানিকা, ভুঁইয়া, কয়া, পৰ্জা, মুণ্ডা, বামুৰা, গধবা, তুৰি, গুৱাল, কাটনি, ওৰাং, চাওতাল, ডোম, মিৰ্জা, চৰাল, ৰবিদাস, ভূমিজ, চমাৰ, খৰিয়া, টেলেঙা, ৰাজপুত, কন্দপান,



ৰৰাইক, গড়াইত, মানকি, হাৰি, ঘাঁসী, মাল, মাজি, বাৰ্লা, গদাল, মহান্তি, চাহু, ইণ্ডৱাৰ, বিশ্বাল, পুৰীয়া, কালিন্দী, ৰাই, চাঁৰাচী, কুলু, মুৰ্মু, কণ্ডা, চাৰৱান, তামাৰিয়া, পুৰ্ত্ত, গুৰিয়া, ভেংৰা, ধান, চুৰিণ, ভুঁইমালি, বনিয়া, ভীল, বিঞ্জিয়া, বেড়িয়া, বিৰহোৰ, ভূমিজ, বাগতি, বাৰুই, ছেৰো, ধানৱাৰ, ঢাণ্ডৰ, গন্দ, ঘাটোৱাৰ, হো, কেওট, লোহাৰ, লোধি, মাল, মালপাহাৰীয়া, মুণ্ডা, নাগবংশী, নোৱাৰ, নাপিত, পৰ্মা, পাছি, পাতৰ, পাতৰা, ৰাজৱাৰ, এক্কা ইত্যাদি। এই শাখা-প্ৰশাখাবোৰলৈ লক্ষ্য কৰিলেই বিভিন্ন জনগোষ্ঠীৰ মানুহ সম্মিলিত হৈ, বৈচিত্ৰ্যৰ মাজত ঐক্যৰ সূচনা কৰি সম্পূৰ্ণ আৰ্থ-সামাজিকভাৱে এই বিশিষ্ট জনসমষ্টিয়ে অসমৰ জাতীয় জীৱনৰ ঘাই সুঁতিটোৰ সৈতে মিলি যাবলৈ স্বাভাৱিক প্ৰক্ৰিয়া গ্ৰহণ কৰিছে।

যি প্ৰক্ৰিয়াৰে অসমীয়া জাতি আৰু সংস্কৃতিৰ গঠন আৰু ক্ৰমবিকাশ ঘটিছে, সেই প্ৰক্ৰিয়াৰেই চাহবনুৱাৰ সমাজ আৰু সংস্কৃতি গঢ় লৈ উঠিছে। এই প্ৰক্ৰিয়া সমন্বয়ৰ প্ৰক্ৰিয়া। চাহবনুৱাৰ মূল পিতৃভূমিলৈ উভতি চালে আমি দেখিম, ইয়ালৈ অহা মানুহসকল অষ্ট্ৰিক আৰু দ্ৰাবিড়ী সংস্কৃতিৰ বাহক। কোনো কোনো ক্ষেত্ৰত অষ্ট্ৰ-দ্ৰাবিড় বুলিও ক'ব পাৰি। এই লোকসকলৰ ওপৰত আৰ্য সংস্কৃতিৰ প্ৰভাৱো স্পষ্ট। হয়তো সময় আৰু পৰিৱেশে এনে সমন্বয়ৰ বাট কাটি উলিয়াইছিল। মহাভাৰতত নিষাদসকলৰ গাৰ গঢ় আৰু বৰণৰ যি বৰ্ণনা দিয়া আছে, সি কোল-মুণ্ডাভাষী এই অষ্ট্ৰিকসকলকেই বুজাইছে। কোলমুণ্ডাসকলৰ ভিতৰত চাওতালী, মুণ্ডাৰী, ভূমিজ, ক'ড়া, হো, কৰুৱা, কুৰ্কু, খাৰিয়া, কনাণ্ডৰি, জুৱাং, শবৰ আদি ঘাই শাখা। অসমলৈ অহা চাহবনুৱাসকলৰ অধিকাংশই কোল-মুণ্ডাসকলৰ বংশধৰ। এওঁবিলাকৰ মূল সংস্কৃতি গাঁওমুখী কৃষি-সংস্কৃতি। অসমৰ পৰ্বত-ভৈয়ামৰ গ্ৰাম্য-কৃষি সংস্কৃতিৰ লগত নিচেই ওচৰ সম্পৰ্ক থকা কেতবোৰ উমৈহতীয়া উপাদান পোৱা যায়। ঔদ্যোগিক পৰিৱেশত মালিকৰ ব্যৱস্থামতে বনুৱাৰ লাইনত নিয়ন্ত্ৰিত জীৱন যাপন কৰিবলগীয়া হোৱাত মূল গ্ৰাম্য-ব্যৱস্থা ব্যাহত হৈছে; কিন্তু তাৰ মাজতেই মৌলিক সংস্কৃতিৰ কেতবোৰ মূল উপাদান জীয়াই আছে। ছোটনাগপুৰ অঞ্চলত প্ৰচলিত এটা সাধুকথাৰপৰা এই চাহবনুৱাৰ পূৰ্বপুৰুষ অষ্ট্ৰিকসকলেই বাঁহৰ চুঙাত ধানৰ দেৱতা অৰ্থাৎ সঁচ নি উলিয়াইছিল। যি সময়ত আৰ্যসকল পশুপালক যাযাবৰী আছিল, সেই সময়তে অষ্ট্ৰিকসকলে নদী উপত্যকা অঞ্চলত কৃষিধৰ্মী গ্ৰাম্য-সংস্কৃতিৰ ভেঁটি পাতিছিল। পিছত দ্ৰাবিড়সকলৰ লগত ওচৰা-ওচৰিকৈ বাস কৰোঁতে সংস্কৃতিৰ সঘন আদান-প্ৰদান হয় আৰু জাতিগত সংমিশ্ৰণৰ সুযোগ ঘটে। আজিৰ চাহবনুৱাৰ মাজতো সেয়ে ঘটিছে। একে বাগিচাৰ ওচৰা-উচৰি লাইনত বাস কৰি দ্ৰাবিড় আৰু অষ্ট্ৰিক মূলৰ মানুহৰ সমিল-মিল হৈছে। নিজৰ নিজৰ পূজা-পাৰ্বণ, ৰীতি-নীতি, লোকাচাৰসমূহ ৰক্ষা কৰি সামূহিক জীৱনৰ ভাগ ল'বলৈ সক্ষম হৈছে।

ঊনবিংশ শতিকাৰ মাজভাগত যিবোৰ মানুহ আহিছিল, তেওঁবিলাকৰ কিছুমান গিৰমিট শেষ কৰি উলটি গ'ল; কিন্তু দুঘৰ-চাৰিঘৰ থলুৱা গাঁৱৰ কাষে কাষে ৰৈ গ'ল। তেওঁবিলাকে খেতিয়ক হিচাপে অসমীয়া মাত-কথা, সাজ-পাৰ, ৰীতি-নীতি লৈ মিলি গ'ল। ইতিমধ্যে অসমত খেতিৰ মাটিৰ অনাটন হোৱাত চাকৰিৰপৰা অৱসৰ পোৱা চাহবনুৱা সংস্থাপিত হ'লেও খেতিৰ জোখাৰে মাটি নোপোৱাত আৰ্থিক অৱস্থা হীন হ'বলৈ ধৰিলে। আনপিনে চাহবনুৱাৰ বেতন

আৰু ব'নাচকে ধৰি জীৱন ধাৰণৰ মানদণ্ড আপেক্ষিকভাৱে উন্নত হ'বলৈ ধৰাত প্ৰাক্তন চাহবনুৱাও উলটি নোযোৱা হ'ল আৰু অন্ততঃ পাৰ হৈ যোৱা ছটা বা ততোধিক পুৰুষত জনসংখ্যাও বাঢ়িল। আধুনিক যুগৰ সংস্কৃতিৰ গতিপ্ৰৱাহ নিয়ন্ত্ৰণ কৰে অৰ্থনীতিয়ে। গতিকে চাহবনুৱাৰ সাধাৰণ সাংস্কৃতিক জীৱন অৰ্থনৈতিক সংকটে জুৰুলা কৰিছে। আনপিনে তেওঁবিলাকে দেশৰ মূল সুঁতিটোৰ লগত মিলি যাবলৈ উপক্ৰম কৰিছে। নিতান্তই সীমাবদ্ধ পৰিবেশত মূল ভাষাৰে কথা-বতৰা হ'লেও বিভিন্ন শাখা-প্ৰশাখা আৰু ভাষা-ভাষীৰ মানুহে মনৰ ভাৱ প্ৰকাশ কৰিবলৈ 'সাজনীভাষা' অৰ্থাৎ অসমীয়া ভাষা গ্ৰহণ কৰিছে। এই বিধ অসমীয়াত এক বিশেষ ভংগি আৰু অনেক শব্দসম্ভাৰ আছে। চাহবনুৱাই অসমৰ বৈষ্ণৱ সত্ৰত শৰণ লৈ, নাম-কীৰ্তন কৰি, ভাওনা পাতি, বিহুনাম গাই, জন-জীৱনৰ লগত মিলি যাবলৈ আৰম্ভ কৰিছে আৰু মিলি গৈছে; কিন্তু এইখিনিতে এটা কথা ক'বলৈ বাধ্য যে খ্ৰীষ্টান ধৰ্মত দীক্ষিত হোৱা চাহবনুৱাৰ সাংস্কৃতিক জীৱনৰ ধাৰা সুকীয়া। ধৰ্মীয় কাৰণতে এওঁবিলাকে পুৰণি হিন্দু ৰীতি-নীতি এৰি নতুন জীৱন আৰম্ভ কৰিছে। এই শ্ৰেণী চাহবনুৱাই অসমীয়া জাতীয়ত্বৰ পৰা ফালৰি কাটি থাকিবলৈ পালে ভাল পায়। ধৰ্মীয় ৰাজনীতিয়েই ইয়াৰ মূল কাৰণ। আৰ্থ-সামাজিক পৰিস্থিতিয়েই ইয়াৰ একমাত্ৰ মূল কাৰণ। তেওঁবিলাকে বৰদিন, ইংৰাজী নতুন বছৰৰ উৎসৱ আদি আড়ম্বৰেৰে পাতে। বাকী হিন্দুসকলৰ ধৰ্মীয় ধাৰণাত কৃষ্ণ, ৰাম, দুৰ্গা, কালী, আদিত সৰ্বভাৰতীয় প্ৰভাৱ আছে আৰু কম-বেছি পৰিমাণে ৰীতি-নীতিও সমধৰ্মী।

চাহবনুৱাৰ জন-জীৱনত যিবোৰ উৎসৱ-পাৰ্বণৰ পয়োভৰ, তাত মূল অষ্ট্ৰিক উৰ্বৰা বিশ্বাসৰ প্ৰভাৱ স্পষ্ট। কোল-মুণ্ডাগোষ্ঠীৰ মানুহৰ সংখ্যা সৰহ হোৱা বাবে চাহবনুৱাৰ সাধাৰণ সাংস্কৃতিক জীৱনত তেওঁবিলাকৰ সংস্কৃতিৰ উপাদান শিপাই পৰিছে। কৰমপূজা, টুচুপূজা, গৰয়াপূজা বা সহৰাই পৰব, গ্ৰামপূজা আদি কৃষিধৰ্মী উৰ্বৰা-বিশ্বাস জড়িত অনুষ্ঠান। চাহবনুৱাৰ মৌলিক অনুষ্ঠানসমূহৰ তাৎপৰ্য অসমৰ অষ্ট্ৰ-মঙ্গোলীয় সংস্কৃতিৰ মূল উপাদানবোৰৰ লগত সামঞ্জস্য আছে। ভাদমাহত অনুষ্ঠিত কৰমপূজাৰ সময়ত নিজৰ ঘৰত মৃতকৰ সকাম পতা, দেওধনি উঠা, কৰমপূজাত শস্য আগবঢ়োৱা, ঝুমুৰৰ দৰে সমৱেত নাচৰ আয়োজন অসমৰ অন্যান্য অনুষ্ঠানৰ উপলক্ষ্যত দেখা যায়। বিহুনাচৰ যৌন-আবেদন ঝুমুৰ নাচতো আছে। টুচুপূজা মাঘবিহুৰ দিনা অনুষ্ঠিত হয়। টুচু এগৰাকী দেবী। মনোকামনা সিদ্ধিৰ অৰ্থে তেওঁক পূজা কৰে। তাহানি অসমীয়া ডেকা-গাভৰুৱে 'বহাগতে পাতি যাওঁ বিয়া' বোলাৰ দৰে চাহবনুৱাৰ ডেকা-গাভৰুৱে টুচুদেৱীক সাক্ষী কৰি যুৰীয়া জীৱনৰ পাতনি তৰিবলৈ প্ৰয়াস কৰে। আনপিনে অসমীয়াই ম'হ-যুঁজ পাতি মাঘবিহু উদ্‌যাপন কৰাৰদৰে চাহবনুৱাই ঠেঙত কটাৰী বান্ধি কুকুৰা-যুঁজ পাতে। টুচু গীতত চাহবনুৱাৰ জনজীৱনৰ বহুতো ভিতৰুৱা কথাৰ সম্বেদ পোৱা যায়। অসমৰ মঙ্গোলীয় জনজাতিসমূহৰ দৰে লাওপানী বা হাড়িয়া এনে অনুষ্ঠানৰ অপৰিহাৰ্য পানীয়। গৰয়াপূজা বা সহৰাই পৰব কাতিমাহত অনুষ্ঠিত হ'লেও মূলতঃ ই অসমীয়াৰ গৰু বিহুৰ সমধৰ্মী উৎসৱ। গৰুৰ লগতে নাঙল-যুৱলি আদি খেতিৰ সঁজুলিসমূহকো ধুই-পখালি পূজা দিয়া হয়। সাধাৰণতে আহাৰ মাহত অনুষ্ঠিত গ্ৰামপূজা অসমৰ জনজাতিসমূহৰ ঘৰদেউতি-পূজাৰ লগত মিলে। এই



পূজাত পূজাৰীৰ দেও উঠে আৰু জীৱ-জন্তু বলি দিয়ে। পৰিয়াল আৰু গাঁও দুটা পৰ্যায়ত ব্যক্তিগত আৰু ৰাজহুৱাভাৱে এই পূজা অনুষ্ঠিত হয়। এই উৎসৱত কণী- পোতা বা বলিকটা ৰীতি মন কৰিবলগীয়া। চাহবনুৱাৰ চাকল-পূজা অসমীয়াৰ ন-খোৱা উৎসৱ যেন। তদুপৰি ফুছপুনীপূজা, বড়পাহাৰীপূজা, খেতপূজা, মাঘী উৎসৱ আদি উল্লেখযোগ্য। ইয়াৰ উপৰিও গাঁও, পৰিয়াল আৰু ব্যক্তিগত বিশ্বাসৰ পৰম্পৰা মতে আৰু ভালেমান সৰু-সুৰা পৰৱ আৰু পূজা পালন কৰে।

অতি সাৱধানতাৰে পৰ্যবেক্ষণ কৰিলে চাহবনুৱাৰ আদি পুৰুষসকলৰ সংস্কৃতিত অসমৰ মঙ্গোলীয় মানুহৰ সংস্কৃতিৰ কেতবোৰ উমৈহতীয়া লক্ষণ ধৰা পৰে। বলি-বাহন দি তেজ উচৰ্গা কৰা, দেও উঠা, কুকুৰা-গাহৰি আদিক সামাজিক আহাৰ হিচাপে গ্ৰহণ, ভাতৰপৰা তৈয়াৰী লাওপানীৰ ব্যৱহাৰ, ছোৱালীৰ গা-ধন লোৱাৰ নিয়ম, নিজা মানুহক পূজাৰী নিয়োগ, মৃতকৰ অস্তিত্ব স্বীকাৰ, ঝুম বা আদিম পদ্ধতিৰ খেতিৰ প্ৰচলন, টেটুৰ ব্যৱহাৰ, টোটেম বিশ্বাস, প্ৰাক্-বৈবাহিক প্ৰণয়, উৰ্বৰা-বিশ্বাস আদি অষ্ট্ৰিক সংস্কৃতি আহৰণকাৰী মঙ্গোলীয় মানুহৰ ধ্যান-ধাৰণাৰ সৈতে একে। নিয়ন্ত্ৰিত জীৱন পদ্ধতি আৰু সীমাবদ্ধ পৰিবেশৰ মাজতো চাহবনুৱাসকলে নিজৰ পুৰণি পৰম্পৰা জীয়াই ৰাখিবলৈ যত্ন কৰিছে। আনপিনে সৰ্বভাৰতীয় হিন্দুধৰ্মৰ উৎসৱ দুৰ্গাপূজা, কালীপূজা, ফাকুৱা, জন্মাষ্টমী আদি উদ্‌যাপন কৰিলেও তাৰে মাজত নিজাকৈ কিছুমান ৰীতি-নীতি পালন কৰে। লোকবিশ্বাস আৰু প্ৰাচীন পৰম্পৰাৰ প্ৰভাৱ চাহবনুৱা সমাজত অতি স্পষ্ট। অসমত যেনেকৈ প্ৰতিটো লোকাচাৰসন্মত অনুষ্ঠানৰ লগত লোকগীতৰ সম্পৰ্ক, সেইদৰেই চাহবনুৱাসকল অনাখৰী হ'লেও সহজ-সৰল ভাষাৰে লিখা, তেওঁবিলাকৰ জনজীৱনক প্ৰতিফলিত কৰিব পৰা লোকগীতত চহকী। কৰমপূজা আৰু টুচুপূজাৰ গীত উল্লেখযোগ্য। নিজৰ নিজৰ ভাষা বা উপভাষা থকা সত্ত্বেও অসমৰ মঙ্গোলীয় মানুহে উমৈহতীয়া মাধ্যম হিচাপে অসমীয়া ভাষাক কাৰ্যকৰী ভাষাৰূপে গ্ৰহণ কৰি সেই ভাষাৰ মাধ্যমত অসমীয়া জাতীয়ত্বৰ ভেঁটি পাতিলে, সেই একে প্ৰক্ৰিয়াৰেই নিজৰ নিজৰ মাত-কথা থকা সত্ত্বেও 'সাজনী ভাষা' অসমীয়াকেই গ্ৰহণ কৰি চাহবনুৱাসকলো অসমৰ মূল জাতীয় সুঁতিটোত মিলি যোৱাৰ প্ৰক্ৰিয়া ইতিমধ্যে আৰম্ভ হৈছে। ই অসমৰ চিৰাচৰিত ঐতিহ্যৰ বিৱৰ্তন আৰু বিকাশৰ লক্ষণ মাত্ৰ।

আধুনিক সংস্কৃতিক নিয়ন্ত্ৰণ কৰে অৰ্থনীতি আৰু শিক্ষাই। চাহবনুৱাৰ জীৱন পদ্ধতি আৰু সংস্কৃতিৰ ক্ষেত্ৰতো ইয়াৰ প্ৰভাৱ অনস্বীকাৰ্য। স্বাধীনতা পোৱাৰ সুদীৰ্ঘ ত্ৰিশ বছৰৰ পিছতো চাহবনুৱাৰ মাজত শিক্ষাৰ প্ৰসাৰ সাধন হোৱা নাই। অধিকাংশ মালিকে বনুৱাসকল শিক্ষিত হৈ নিজৰ স্বাৰ্থ-স্বত্ব সংৰক্ষণৰ বাবে সচেতন হৈ উঠাটো কামনা নকৰে। সেইবাবে শিক্ষাৰ সু-ব্যৱস্থা কৰা নাই। নিয়মীয়া বেতন আৰু ব'নাচ হাতলৈ অহাত ধনৰ যোগেদি আধুনিক সা-সৰঞ্জামৰ লগত চিনাকি হৈছে; কিন্তু সৎব্যৱহাৰ হোৱা নাই। বাস্তৱ ক্ষেত্ৰত কঠিন পৰিশ্ৰমৰ ফল হাজিৰাৰ ধনৰ অপব্যৱহাৰৰ উদাহৰণেই সৰহ। ৰং-চঙীয়া কাপোৰ, চাইকেল, ৰেডিঅ', ৰেকৰ্ড প্লেয়াৰ আদি কিনে যদিও দুদিনমানৰ পিছতে অথলে যায়। ইয়াৰ কাৰণ, শিক্ষাৰ অভাৱ। শিক্ষাৰ পোহৰ নোপোৱা বাবেই কিছুমান খৰচী সংস্কাৰ বিশ্বাস কৰি আহিছে আৰু তেনে সংস্কাৰৰ

বশৱৰ্তী হৈ পূজা-পাতল কৰি খৰচান্ত হয়। আনপিনে চিনেমাৰ প্ৰভাৱ দিনকদিনে বাঢ়িছে। সাজ-পাৰ, ফুৰণ-চাকন, সৌন্দৰ্য-চৰ্চা আদিতেই ইয়াৰ লক্ষণ স্পষ্ট। লোকগীত, ঝুমুৰ নাচ আদি চলি আছে; কিন্তু আগৰ আড়ম্বৰ ম্লান পৰি আহিছে। চাহবনুৱাসকলৰ নিয়মীয়া উপাৰ্জন আছে আৰু বাগিচাৰ মালিকৰ পক্ষৰপৰা কেতবোৰ সা-সুবিধা আগ বঢ়োৱা হয়। এনেকুৱা নিৰ্দ্ধাৰিত সা-সুবিধাই জীৱন-পদ্ধতি আৰু সংস্কৃতিৰ সুঁতি সলনি কৰিছে। পুৰণি সংস্কৃতিৰ প্ৰাচুৰ্য ক্ষীণ হৈ আহিলেও কেতবোৰ নিজা বৈশিষ্ট্য অৱশ্যে জীয়াই আছে।

চাহবনুৱাসকল সামাজিক-সাংস্কৃতিক দিশত পাছপৰা। ইংৰাজ চাহখেতিয়কসকলে আইনৰ বলেৰে চাহবাগিচাত কাম কৰিবলৈ বাধ্য কৰিছিল। কঠিন শ্ৰমৰ হাত সাৰিবলৈ বাগিচাৰপৰা পলালে ধৰি আনি ফাটেকত দিছিল। তদুপৰি থকাঘৰ, খোৱাপানী, চিকিৎসা আদিৰ ব্যৱস্থা নাছিল। থকা ঠাইৰপৰা অসমলৈ আহোঁতে দুৰ্ব্যৱস্থাৰ ফলত শ শ বনুৱা মৃত্যুৰ মুখত পৰিছিল। ১৯০১-১৯০২ চনত কটন চাহাবে পূৰ্বৰ বনুৱা আইন ৰদ কৰিলেও এই আইনে প্ৰায় অৰ্দ্ধশতাব্দী কাল চাহবনুৱাৰ জীৱন জৰ্জৰিত কৰি পেলাইছিল। এই কালছোৱাত প্ৰয়োগ হোৱা বনুৱা আইনৰ তলত কাম কৰা মানুহৰ প্ৰতি মুকলিমূৰীয়া খেতিয়ক অসমীয়া মানুহে স্বাভাৱিকতে বিৰূপ ভাৱ পোষণ কৰিছিল আৰু ইংৰাজ মালিকে চাহবনুৱাসকল অন্ধকাৰত থাকি আধুনিক জীৱন পদ্ধতিৰ লগত চা-চিনাকি হ'ব নোৱাৰাকৈ ৰাখি তেওঁবিলাকক শোষণ কৰিছিল। সি যি কি নহওক, আজি স্বাধীনতাৰ উত্তৰ কালত চাহবনুৱাই নিজৰ সাংস্কৃতিক ঐতিহ্যৰ উৎকৰ্ষ সাধন কৰাৰ সুযোগ আহিছে। ৰাজ্যৰ মূল সাংস্কৃতিক সুঁতিৰ লগত সংগতি ৰাখি, নিজা বৈশিষ্ট্য ৰক্ষা কৰি এই অৱহেলিত অথচ প্ৰাচীন সংস্কৃতিৰ বিকাশ ঘটাওক— এয়ে আমাৰ আশা।

# লোকসংস্কৃতিৰ বিৱৰ্তন

লোকসংস্কৃতি লোকজীৱনৰ ভেঁটিত গঢ় লৈ উঠে। সেয়েহে লোকসংস্কৃতিৰ ভেঁটি সুদৃঢ়। যুগ যুগ ধৰি চলি অহা পৰম্পৰা, সঞ্চিত অভিজ্ঞতা, ৰীতি-নীতি, আচাৰ-ব্যৱহাৰৰ সমন্বয় সাধিত হৈ লোকসংস্কৃতিৰ জন্ম দিয়ে। সমন্বয়েই লোকসংস্কৃতিৰ ধৰ্ম। উত্তৰ-পূব ভাৰতৰ ঘাইকৈ অৰুণাচল, অসম, মেঘালয় আৰু নগালেণ্ডৰ লোকসংস্কৃতিৰ ৰূপ আৰু ৰীতি একে সুঁতিতে গঢ় লৈ উঠিছিল। ৰাজনীতিৰ মেৰপাকত সোমোৱাৰ আগলৈকে এই কেয়োখন ৰাজ্যৰ সাংস্কৃতিক জীৱনত বিচ্ছিন্নতাকামী লক্ষণ নাছিল। পৰ্বত-ভৈয়ামৰ ভৌগোলিক পাৰ্থক্য থাকিলেও সাংস্কৃতিক জীৱন প্ৰবাহৰ ঘাই সুঁতিটো একেই আছিল। আহোম ৰাজত্বত দহ-বাৰখন নগৰ গঢ় লৈ উঠিলেও মানুহৰ জীৱন-ধাৰণৰ পদ্ধতিলৈ আধুনিক নগৰীয়া জীৱনৰ দৰে নগৰীয়া প্ৰভাৱ অহা নাছিল। গ্ৰাম্য ৰীতি-নীতি আৰু কৃষিমুখী সংস্কৃতিয়েই নগৰীয়া জীৱনো আৱৰি ৰাখিছিল। কেইবা শতিকা জোৰা দীঘলীয়া পৰম্পৰা আৰু সমন্বয়ৰ পৰিণতিৰে অসমৰ লোকসংস্কৃতিৰ সম্পদ পুষ্ট হৈ উঠিছিল।

লোকসংস্কৃতিৰ মৌলিকতা হানি কৰাত বা পৰিবৰ্তন অনাত ঘাইকৈ সহায় কৰে (১) শিক্ষা, (২) ধৰ্ম, (৩) ৰাজনৈতিক শক্তি, (৪) নাগৰিকীকৰণ, (৫) উদ্যোগীকৰণ বা যান্ত্ৰিকীকৰণ আৰু (৬) সমন্বয়ে। উত্তৰ-পূব ভাৰতৰ লোকসংস্কৃতিত এই আটাইকেইটা উপাদানৰে বৰঙণি আছে। ঊনবিংশ শতিকাৰ তৃতীয় দশকলৈকে অসম স্বাধীন আছিল আৰু পৰ্বত-ভৈয়ামৰ মাজত সহৃদয় সম্পৰ্ক আৰু সম্প্ৰীতি আছিল। ১৮২৬ চনৰ ইয়াণ্ডাবু সন্ধিৰ সূত্ৰমতে অসম ইংৰাজৰ অধীনলৈ যায় আৰু ইয়াৰেই পৰিণতিস্বৰূপে এই অঞ্চলত ৰাজনৈতিক গাঁথনিৰ পৰিবৰ্তন ঘটে, পশ্চিমীয়া শিক্ষাৰ প্ৰসাৰ ঘটে আৰু নতুনকৈ খ্ৰীষ্টান ধৰ্মৰ আগমন হয়; লগে লগে লোকসংস্কৃতিলৈ ধীৰ গতিৰে পৰিবৰ্তন আহিবলৈ ধৰে। প্ৰাক্-বৃটিছ যুগৰ আহোম শাসন-ব্যৱস্থাত লোকসংস্কৃতিৰ গভীৰ প্ৰভাৱ আছিল। এনে কি এই যুগত, যথাৰ্থতে লোকসংস্কৃতিমূলক শিক্ষাৰেই জীৱনধাৰণৰ গতি নিৰূপণ কৰা হৈছিল।

লোকসংস্কৃতি বুলিলে আমি লোকজীৱনৰ লগত সংশ্লিষ্ট গীত-নৃত্য, ধৰ্ম তথা ধৰ্মসম্পৰ্কীয় ৰীতি-নীতি, ঘৰুৱা আচাৰ-ব্যৱহাৰ, প্ৰবচন, লোককথা এই সকলোকে বুজোঁ।

বৰ্তমান অসমৰ প্ৰচলিত ধৰ্মত আৰ্য হিন্দু ধৰ্ম আৰু সংস্কৃতিত ভাৰতীয় সংস্কৃতিৰ উপাদান পৰিলক্ষিত হ'লেও অলপ ভিতৰলৈ সোমালেই থলুৱা লোকসংস্কৃতিৰ প্ৰভাৱ অনুভূত হয়। উদাহৰণস্বৰূপে অসমৰ উচ্চবৰ্ণ হিন্দুৰ বিয়া এখন বৈদিক পদ্ধতিৰে সম্পন্ন হ'লেও আনুষঙ্গিক ৰীতি-নীতিসমূহত মঙ্গোলীয় আৰু অষ্ট্ৰিক ধাৰণা সংশ্লিষ্ট হৈ আছে।

প্ৰাচীন কালত অৰণ্যময় পৰিবেশত মানুহৰ প্ৰয়োজন আছিল সৰাতোকৈ অধিক। সেইবাবে আহাৰ-বিহাৰ, খাদ্য-অখাদ্য, ৰীতি-নীতি সকলোতে উৰ্বৰা-বিশ্বাস প্ৰচ্ছন্ন হৈ আছিল। ব্ৰহ্মচৰ্য নামানিছিল; কাৰণ, সৰহীয়াকৈ সন্তান জন্ম দিব লাগে। মাছ-মাংস ভক্ষণ কৰিছিল যাতে সিহঁতৰদৰে অধিক প্ৰজনন ক্ষমতা অহৰণ কৰিব পাৰে। তিৰোতাৰ ঋতুৰক্ষা কৰাটো ধৰ্ম; কাৰণ তাৰেপৰাইহে সন্তানসম্ভৱা হ'ব পাৰে। তদুপৰি ধৰ্মীয় বা সামাজিক অনুষ্ঠান আদি অধিক গুটিলগা, সৃষ্টিক্ষমতা থকা বড়, জৰী, আঁহত আদি গছৰ তলত অনুষ্ঠিত কৰাটোও বিশেষ তাৎপৰ্যপূৰ্ণ। নৰমুণ্ড চিকাৰ আৰু নৰবলি দিয়া প্ৰথাও অঞ্চল বিশেষত প্ৰচলিত আছিল। এয়াও দৃঢ় উৰ্বৰা বিশ্বাসৰে পৰিণতি। নৰৰক্ত পৃথিৱীত পৰিলে পৃথিৱীৰ উৰ্বৰা শক্তি বৃদ্ধি পায়। হত্যা কৰি লগত অনা মূৰটোৰ আত্মাটো পুনৰ জীৱন লৈ নিজৰ প্ৰজাতিৰ অন্তৰ্ভুক্ত হয়। বলি দিয়া অন্যান্য জীৱ-জন্তুৰ তেজো দেৱতাৰ নামত উচৰ্গা কৰি, পথাৰত, পথাৰৰ শইচৰ মাজত

ছটিয়াই দিয়ে। এয়া কৃষিমুখী উৰ্বৰা-ধাৰণাৰে পৰিণতি। কোনো কোনো জনজাতিৰ মাজত মনেবছা লগৰীৰে প্ৰাক্-বৈবাহিক মিলনৰো ব্যৱস্থা আছিল। অসমীয়াৰ জাতীয় উৎসৱ বিহুৰ নৃত্য গীত আৰু প্ৰাচীন ৰূপ-ৰীতিতো উৰ্বৰা বিশ্বাস জড়িত আছিল।

ধৰ্মীয় অনুশাসনে লোকসংস্কৃতিমূলক অনুষ্ঠানবোৰক অনুৎসাহিত কৰে আৰু এই ৰীতি-নীতিবোৰ মৰি আহিবলৈ ধৰে। ষোড়শ শতিকাত শংকৰদেৱে প্ৰতিষ্ঠা কৰা বৈষ্ণৱ আন্দোলনৰ পৰিণতিস্বৰূপে জীৱ-জন্তু বলি দি পতা লোকাচাৰমূলক অনুষ্ঠানবোৰ লাহে লাহে নতুনকৈ দীক্ষিত অনুগামীসকলে এৰি পেলায়। সেইদৰে আধি-ব্যাধি চিকিৎসাৰ অৰ্থে যিবোৰ লোকাচাৰ অনুসৰণ কৰিছিল, সেইবোৰ আংশিকৰূপে হ'লেও ত্যাগ কৰিছিল। নগালেণ্ডত খ্ৰীষ্টান ধৰ্ম প্ৰচাৰৰ লগে লগে পুৰণি ৰীতি-নীতিবোৰ এৰি পেলায়। জন্ম, মৃত্যু, বিবাহ উৎসৱৰ লগত জড়িত ৰীতি-নীতিবোৰ খ্ৰীষ্টিয়ানসকলে ত্যাগ কৰে। তদুপৰি গছ, শিল, নৈ, মৃতকৰ প্ৰেতাত্মা আদিৰ দৈৱিক অস্তিত্বও অস্বীকাৰ কৰিবলৈ ধৰে, ফলত কিছুমান পুৰণি ধ্যান-ধাৰণাৰ সলনি হয়। আগতে নগাসকলে মৃতকৰ শটোৰ লগতে তেওঁ জীৱিত কালত ব্যৱহাৰ কৰা সকলো সম্পত্তি দি থৈ আহিছিল! ধাৰণা আছিল মৃতকে পৰকালত সেইবোৰ বস্তু ব্যৱহাৰ কৰিব। বৌদ্ধ খামতিসকলে শদিয়াত বসবাস কৰা কালত তাম্ৰেশ্বৰী-কেঁচাইখাতীক মানিছিল আৰু মৃতকৰ প্ৰেতাত্মাৰ অস্তিত্ব বিশ্বাস কৰি পূজা-পাতল দিছিল ; যাইকৈ যুদ্ধত মৃত্যু হোৱা বা অপঘাত মৃত্যুৰ প্ৰেতাত্মাৰ প্ৰতি সাধাৰণতে ডাঙৰীয়া-পূজা পতা হৈছিল। এহাল ৰঙা-ৰাঙলী কুকুৰা বলি দি এই কাম কৰিছিল। ব্ৰহ্মদেশৰপৰা অহা ফুংগি বা বৌদ্ধ ভিক্ষুসকলৰ কঠোৰ অনুশাসনৰ ফলত এনেবোৰ লোকাচাৰ আঁতৰি যায় আৰু সকলো অনুষ্ঠান বৌদ্ধ ধৰ্মগ্ৰন্থৰ প্ৰাৰ্থনাৰে সমাধা কৰা হয়। ষোড়শ-সপ্তদশ শতিকাত বন্দী হৈ ৰৈ যোৱা মোগল-পাঠান-মুছলমান সৈন্য আৰু আজানপীৰৰ দীক্ষা লৈ মুছলমান হোৱা অসমৰ থলুৱা মানুহেৰে যি মুছলমান সমাজ গঢ় লৈ উঠিছিল তেওঁবিলাকে অসমৰ থলুৱা লোকসংস্কৃতিকেই আগ্ৰহেৰে গ্ৰহণ কৰিছিল। তেওঁবিলাকৰ জীৱনত হিন্দু লোকাচাৰসমূহৰ প্ৰভাৱ আছিল অধিক শক্তিশালী। মোগল সেনাপতি মিৰজুমলাৰ লগত অহা (১৬৬২) মোগল বুৰঞ্জীবিদে স্পষ্টকৈ কৈ গৈছে যে অসমৰ মুছলমানক মুছলমান বোলাতকৈ হিন্দু বুলি কোৱাই ভাল। অসমৰ মুছলমানে বিয়াত বিয়ানাম গাইছিল, আই ওলালে আসন পাতি আইনাম গাইছিল, বহাগ বিহুত গৰু গা ধুৱাই বিহুগীত নাচিছিল আৰু মাঘবিহুত মেজি পুৰাই ভোজভাত খাই ম'হ যুঁজাইছিল। অসমীয়া বৈষ্ণৱে নাম গাই চাপৰি বজোৱাৰ দৰে জিকিৰ-জাৰী গাই চাপৰি বজাইছিল। ইয়াৰ বাহিৰেও প্ৰাত্যহিক জীৱনত প্ৰয়োজনীয় সকলো লোকাচাৰ মানি চলিছিল। জিন্নাৰ পাকিস্তান গঢ়াৰ আদৰ্শ বিয়পি পৰাৰ লগে লগে পূব বংগৰপৰা অহা কিছুমান মোল্লাই অসমৰ মুছলমান গাঁৱে গাঁৱে সোমাই এই শতিকাৰ চতুৰ্থ আৰু পঞ্চম দশকত মুছলমানী ৰক্ষণশীলতা বৃদ্ধি কৰে। তথাপি পুৰণি অসমীয়া মুছলমানৰ জনজীৱনত লোকসংস্কৃতি জড়িত হৈ আছে। ধৰ্মীয় অনুশাসনৰ নামতেই আগৰ চুৰিয়া এৰি পায়জামা, ফেজটুপী আদি পিন্ধিবলৈ ধৰে আৰু বাহিৰত হিন্দু যেন লগা ৰীতি-নীতিবোৰ এৰি পেলায়। লোকসংস্কৃতিৰে হিন্দু-মুছলমানৰ জীৱন সাঙোৰ খাই থকা বাবেই অসমত সাম্প্ৰদায়িক সংঘৰ্ষ ঘটা নাছিল।

খেতি-বাতিৰ সকলো অনুষ্ঠান উৰ্বৰা-বিশ্বাসৰ ভেঁটিত গঢ় লৈ উঠিছিল। নগাসকলৰ ঝুমখেতিৰ প্ৰথম হাবিকটা অনুষ্ঠান, মিছিংসকলৰ প্ৰথম শস্য সিঁচা আলি-আই-লৃগাং, অসমীয়াৰ শস্য চপোৱা লখিমী-সবাহ, মাঘবিহু, আও নগাৰ মোৱাৎছু, আদিসকলৰ ম'পিন আদি উৎসৱবোৰ উৰ্বৰা-বিশ্বাসৰ প্ৰতীক। একালত পৃথিবীক শস্যদাত্ৰী দেৱী হিচাবে পূজা কৰা হৈছিল। আহাৰ মাহৰ প্ৰথম সপ্তাহত পৃথিৱী ৰজঃস্বলা হয় আৰু তাৰ পিছতহে গৰ্ভসম্ভূতা হৈ শস্য প্ৰদান কৰে



বুলি ভাবিছিল। শস্যদায়িনী এগৰাকী দেৱীৰ কল্পনা কৰি শস্যক লখিমী বুলি সম্বোধন কৰিছিল। ধৰ্ম বা শিক্ষাৰ প্ৰভাৱ পৰিলেও কৃষিজীৱী গাঁৱলীয়া মানুহৰ মন এতিয়াও মুকলি কৰিব পৰা নাই; গতিকে কৃষিসম্বন্ধীয় ৰীতি-নীতিবোৰ ধৰ্ম আৰু শিক্ষাই তেনেই ধুই নিব পৰা নাই, কিছুমান জীয়াই আছে।

শিক্ষাই, যাইকৈ পশ্চিমীয়া আধুনিক শিক্ষাই ভাৰতীয় জনজীৱনৰ ওপৰত প্ৰভূত প্ৰভাৱ পেলাইছে। আমাৰ সংস্কৃতিৰ সামগ্ৰিক ৰূপটোকেই সলনি কৰিবলৈ উপক্ৰম কৰিছে। গতিকে লোকসংস্কৃতিৰ ওপৰত শিক্ষাৰ প্ৰভাৱ পৰাটো স্বাভাৱিক। লোকসংস্কৃতিক অতদিনে জীয়াই ৰাখিছে গ্ৰাম্য ৰক্ষণশীলতাই আৰু সংস্কাৰধৰ্মিতাই। সংস্কাৰধৰ্মিতা লোকসংস্কৃতি সংৰক্ষণৰ একপ্ৰকাৰ প্ৰধান আহিলা। শিক্ষা আৰু ধৰ্মই মানুহক সংস্কাৰমুক্ত কৰে। শিক্ষাৰ বিস্তাৰ হোৱাৰ লগে লগে গাঁৱৰ এচাম মানুহ নগৰলৈ ওলাই আহি আধুনিক জীৱন ধাৰণৰ পদ্ধতিৰ প্ৰতি আকৃষ্ট হৈ, তাক নি গাঁৱত মেলি দিয়েগৈ। যুগ যুগ সঞ্চিত ৰীতি-নীতিবোৰ আধুনিক জীৱনৰ বাবে অপৰিহাৰ্য নহয় বুলি আওহেলা কৰিবলৈ ধৰে। ঊনবিংশ শতিকাৰ শেষ চতুৰ্থাংশত কলিকতাত শিক্ষা লাভ কৰি উলটি অহা ভালেকেইজন ব্যক্তিয়ে অসমৰ জাতীয় উৎসৱ বিহুৰ লগত ওতঃপ্ৰোতভাৱে জড়িত লোকাচাৰ কিছুমান অশ্লীল, অমাৰ্জিত বুলি মুকলিভাৱে সমালোচনা কৰিছিল। ইয়াৰ পৰিণতিস্বৰূপে নগৰসমূহৰপৰা বিহুৱে মেলানি মাগিবলগীয়া হৈছিল। স্বাধীনতা লাভৰ পিছতহে বিহুৱে আকৌ পুনৰ সন্মান ঘুৰাই পাবলৈ আৰম্ভ কৰি যোৱা বছৰকেইটাত ই অধিক জনপ্ৰিয় হৈ উঠিছে; কিন্তু সেয়ে হ'লেও সাধাৰণ শিক্ষিত চামটোৰ মাজত বিহুৰ লগত জড়িত লোকাচাৰবোৰ অচিনাকি হৈ পৰিছে। সেইদৰে যোৱা পোন্ধৰ-কুৰি বছৰৰ ভিতৰত অৰুণাচল, মেঘালয় আৰু নগালেণ্ডৰ জনসাধাৰণৰ মাজত শিক্ষাৰ বিস্তাৰ হোৱাত খাৱন-বোৱন, পিন্ধন-উৰণ, বিবাহ-সামাজিক অনুষ্ঠান আদিলৈ তীব্ৰ গতিৰে পৰিবৰ্তনৰ ঢৌ আহিছে। ১৯৫২ চনত মই এখন চিংফৌ গাঁৱলৈ গৈছিলোঁ। তেতিয়া গাঁওখনৰ যিটো ৰূপ আৰু পৰিবেশ দেখিছিলোঁ, ১৯৭২ চনত সেই গাঁৱলৈ গৈ মই মাত্ৰ পুৰণি তাঁতশালখন আৰু আধুনিক সমলেৰে সজা চাংঘৰটো দেখিলোঁ। বাকী সকলো আছিলা আধুনিক। এজনে মাথোন ক'লে তাৰে মাজতে প্ৰাচীন ৰীতিৰে এতিয়াও গাহৰি-কুকুৰা কাটি বছৰেকত এবাৰ পূজা পাতে। নগালেণ্ড আৰু মেঘালয়ত শিক্ষাই শক্তিশালী প্ৰভাৱেৰে লোকাচাৰবোৰ মাৰি আনিছে। জয়ন্তীয়া আৰু খাচীসকলৰ মাজত থকা নৰবলি প্ৰথা লোপ পাই আহিছে আৰু পিন্ধন-উৰণৰ ৰীতি সলনি হোৱাৰ লগে লগে পুৰণি তাঁতশালবোৰ এৰা-পৰলীয়া হৈ পৰিছে। এতিয়াও খামতি, ফাকিয়াল আৰু একাংশ অসমীয়া মানুহৰ মাজতহে তাঁতবোৱা আৰু তাঁতৰ কাপোৰৰ জনপ্ৰিয়তা অব্যাহত আছে, লগে লগে তাঁতশালৰ লগত জড়িত লোকাচাৰবোৰো জীয়াই ৰাখিছে।

শিক্ষা আৰু আধুনিকতাৰ প্ৰতি অন্ধ-আকৰ্ষণে সৰাতোকৈ অধিক অনিষ্ট সাধন কৰিছে লোকসাহিত্যৰ। উত্তৰ-পূব ভাৰতৰ সকলো জাতি আৰু জনজাতিয়েই লোকসাহিত্যত চহকী। লোকপ্ৰবাদ বা প্ৰবচন, লোকগীত, সাঁথৰ, সাধুকথা আদি সকলোৰে মাজত আছে। অৰুণাচল আৰু নগালেণ্ডৰ জনজাতিসকল মিথ্‌জাতীয় লোককথাত অতি চহকী। আদিসকলৰ অভং আৰু ঐনিতম্ কাহিনী আৰু সাহিত্যিক বা কাব্যিক মূল্য উভয় দিশতে চহকী। সেইদৰে মিৰিসকলৰ ঐনিতম্; অসমীয়াৰ বিহুনাম, মালিতা, বিয়ানাম, নিচুকনি গীত; দেউৰী, লালুং, কছাৰী, কাৰ্বিসকলৰ বিবিধ গীত আদি লোকসংস্কৃতিৰ অমূল্য সম্পদ। একালত লোকপ্ৰজ্ঞাসম্ভূত যোজনা-পটন্তৰৰ ভেঁটিতে লোকজীৱন অনুশাসিত হৈছিল ; কিন্তু শিক্ষাৰ পোহৰ পৰাৰ লগে লগে আৰু ছপাখানাৰ বিকাশৰ লগে লগে গল্প-উপন্যাস ৰচিত হ'বলৈ ধৰে আৰু ইয়াৰ মাধ্যমেদি মানুহে কাহিনী জনাৰ তৃপ্তি লাভ কৰিবলৈ ধৰে; ফলত সাধুকথা কোৱাৰ আৰু শুনাৰ চৰ্চা

নাইকীয়া হৈ পৰে। সেইদৰে গীতৰ চৰ্চাও আধুনিকতাই আৱৰি ধৰে। ফলত এই শতিকাৰ ঠিক সোঁ-মাজৰপৰা লোকসাহিত্যৰ জনপ্ৰিয়তা কমি আহে। এতিয়া ই জনচেৰেক লোকসংস্কৃতি চৰ্চা কৰা মানুহৰ আছুতীয়া সম্পত্তি হৈ পৰিছেগৈ। আন কি, সমগ্ৰ উত্তৰ-পূব ভাৰতৰ লোকসাহিত্যৰ বৈজ্ঞানিক পদ্ধতিৰে সংৰক্ষণ নোহোৱাত চিৰদিনৰ বাবে পাহৰণিৰ গৰ্ভত বিলীন হৈছে। ফকৰা-যোজনা, সাঁথৰ আদিৰ প্ৰাচীনতাধৰ্মী চৰ্চা একেবাৰেই নাইকীয়া হৈ পৰিছে। যথাৰ্থতে লোকসাহিত্যৰ অপমৃত্যু ঘটিছে আধুনিক শিক্ষাৰ পাশ্চাত্যমুখী প্ৰভাৱতেই।

গ্ৰাম্যজীৱনতকৈ নাগৰিক জীৱনত কৃত্ৰিমতাৰ মাত্ৰা অধিক। তদুপৰি আধুনিক নগৰবিলাকৰ আৰ্হি আহিছে পশ্চিমৰপৰা। কৃষিমুখী প্ৰকৃতিনিৰ্ভৰ মানুহৰ জীৱন-যাত্ৰাৰ পদ্ধতি পৰমুখাপেক্ষী বজাৰনিৰ্ভৰ নগৰীয়া মানুহতকৈ সুকীয়া হোৱাটো স্বাভাৱিক। নগৰত শিক্ষাৰ প্ৰসাৰ সাধন হয় ব্যাপকভাৱে। তদুপৰি জীৱন-নিৰ্বাহৰ আধুনিক সমলবোৰ নগৰীয়া মানুহে অলপ আয়াসতে লাভ কৰে। আনপিনে শ্ৰমজীৱী কৃষকতকৈ নগৰীয়া বুদ্ধিজীৱীৰ উপাৰ্জন হয় অধিক। অন্ততঃ ধন হাততে পায়। সংস্কৃতিৰ সুঁতি সলনি কৰাত আৰ্থ-সামাজিক উপাদানৰ প্ৰভাৱ অতি শক্তিশালী। ধনেৰে কিনিব পৰা সহজলভ্য আধুনিক আহিলাবোৰ লৈ প্ৰাচীন ৰীতি-নীতি ত্যাগ কৰাটো বা পুৰণি আহিলাবোৰলৈ আওহেলা হোৱাটো স্বাভাৱিক। ৰন্ধন-গেছ বা কেৰাচিন ষ্টোভত ৰন্ধা-বঢ়া কৰাৰ সুবিধা পালে জুইৰ চৌকা বা উধান এৰি পেলোৱাটো আৰু লগে লগে পানীচাংখনে মেলানি মাগিবলগীয়াটো নিয়মেই; ব্যতিক্ৰম নহয়। বজাৰৰপৰা কিনি আনি চাউল খাবলৈ পালে ঢেঁকীত ধান-বনাৰ প্ৰয়োজন নাই। সেইদৰে ষ্টোভত বা গেছত বেঙেনাৰ পোৰা পিটিকা, খৰিকাত দিয়া মাছ খাবলৈ আশা কৰাটো মিছা। এইবোৰ পৰম্পৰা মৰি আহিবলৈ বাধ্য। সেইদৰে সহজলভ্য বজৰুৱা মিঠাই বা বিস্কুট আদিয়ে ধান-চাউলৰপৰা তৈয়াৰী জা-জলপান খেদি পঠিওৱাটোত আচৰিত হ'বলগীয়া একো নাই। তদুপৰি নগৰত পোৱা আধুনিক সা-সুবিধাখিনিৰ বাবেই মধ্যবিত্ত গাঁৱলীয়া মানুহৰ সোঁত বৈছে নগৰলৈ আৰু সংস্কৃতিও নগৰমুখী হৈ উঠিছে। অসমত কৃষিজীৱী মানুহৰ অৱস্থা পৰি অহাৰ লগে লগে বিখ্যাত বিহু উৎসৱৰ পয়োভৰ কমি আহিছে। এই উৎসৱৰ উপভোগ্য গীত-মাতখিনি অনুকৰণ কৰি নগৰীয়া মঞ্চত পতা অনুষ্ঠান চাবলৈ গাঁৱৰ মানুহ নগৰলৈ ঢাপলি মেলে। আনপিনে আৰ্থিক অনাটনেও বিলাস-পয়োভৰ ত্যাগ কৰিবলৈ বাধ্য কৰিছে। নগৰৰ সমাজ সান-মিহলি। গাঁৱত গোষ্ঠীগত বা জনজাতীয় ৰক্ষণশীলতাৰ যিবোৰ লক্ষণ থাকে, সেইবোৰ নগৰত নাথাকে, ফলত প্ৰত্যেকেই নিজৰ নিজৰ কিছুমান ৰীতি-নীতি এৰি সমাজত খাপ খাবলৈ চেষ্টা কৰে; ফলত পৰম্পৰাগত সংস্কৃতিত খহনীয়া হয় আৰু লোকসংস্কৃতিৰ পৰিবৰ্তন ঘটায়। এই ক্ষেত্ৰত নাগৰিক জীৱনৰ এই প্ৰভাৱ লোকসংস্কৃতিৰ ওপৰত অতি শক্তিশালী।

ৰাজনৈতিক প্ৰক্ৰিয়ায়ো সংস্কৃতিৰ গতি নিয়ন্ত্ৰণ বা সুঁতি সলনিত ডাঙৰ ভূমিকা গ্ৰহণ কৰে। ধন আৰু ক্ষমতা হাতত থাকিলে মানুহৰ মনলৈ স্বেচ্ছাচাৰিতাৰ প্ৰবৃত্তি আহে। সামন্তযুগীয় ৰজা-মহাৰজা-নবাব-বাদছাহ আদিৰ ক্ষেত্ৰত এই কথা অধিক প্ৰযোজ্য। তদুপৰি ৰাজনৈতিক স্বেচ্ছাচাৰিতা বা ক্ষমতাৰ বলত প্ৰচলিত লোকাচাৰ বিৰোধী আইন সৃষ্টি হয়। এনে আইনে সমাজত থকা যুগ যুগৰ পুৰণি ৰীতি-নীতি আৰু ইয়াৰ লগত সংশ্লিষ্ট লোকসংস্কৃতিৰ বিবৰ্তন ঘটায়। নগালেণ্ডত ইংৰাজ শাসন স্থাপিত হোৱাৰ পিছৰেপৰা নৰমুণ্ড চিকাৰ বে-আইনী ঘোষিত হোৱাত ই কমি আহিবলৈ ধৰে আৰু খ্ৰীষ্টান ধৰ্মৰ প্ৰভাৱ পৰাৰ ফলত এতিয়া এই ৰীতি সাধুকথাত পৰিণত হ'বলৈ ধৰিছে। ১৯৪৭ চনত ভাৰতবৰ্ষই স্বাধীনতা পোৱাৰ পিছত যথাৰ্থতে সাংস্কৃতিক জীৱনলৈ পৰিবৰ্তন আহিছে। স্বাধীনতাৰ পিছত সৰাতোকৈ অধিক পৰিবৰ্তন ঘটিছে অৰুণাচলত। য'ত সদায় ঝুম খেতিয়েই যুগ যুগ ধৰি চলি আহিছিল, চৰকাৰী উদ্যোগত পানী-



খেতি অৰ্থাৎ শালিখেতিৰ প্ৰচলন হৈছে। ইংৰাজ আমোলত এঘৰীয়া হৈ থকা পৰ্বতৰ চুকে-কোণে চৰকাৰী প্ৰশাসনৰ পৰশ পৰাত লোকসংস্কৃতিৰ ওপৰত প্ৰভাৱ পৰিছে। এসময়ত হাজাৰ হাজাৰ নৰমুণ্ড মৰংঘৰৰ বেৰত ওলোমাই থৈ যি বীৰত্ব অনুভৱ কৰিছিল, আজি সেই মনোভাৱ সলনি হৈছে। কোনো কোনো ঠাইত সেইবোৰ সম্পূৰ্ণৰূপে নিশ্চিহ্ন কৰি পেলোৱা হৈছে। ভাৰতীয় দণ্ডবিধি আইনৰ পৰিসৰত পৰাৰ ভয়তেই সমগ্ৰ দেশতে অনেক লোকাচাৰ আপোনা-আপুনি বন্ধ হ'বলৈ বাধ্য হৈছে।

ঊনবিংশ শতিকাৰ মাজভাগৰপৰাই অসমত চাহ-উদ্যোগৰ বিকাশ আৰম্ভ হয়; কিন্তু সাংস্কৃতিক জীৱনত ইয়াৰ প্ৰভাৱ সিমান কোবাল নহয়; তথাপি উলাই কৰিবও নোৱাৰি। আগতে জনজাতীয় বা মঙ্গোলীয় সমাজত এজন অভ্যাগতক অভ্যৰ্থনা কৰিছিল এবাটি লাওপানী যাচি। চাহৰ জনপ্ৰিয়তা বঢ়াৰ লগে লগে একাপ বা এবাটি চাহ যচাটো ৰীতিত পৰিণত হ'ল। তদুপৰি পুৰণি ঘৰ-দুৱাৰৰ আৰ্হি সলনি হৈ ইংৰাজী আৰ্হি অনুকৰণ কৰিলে চাহ-বাগিচাৰ মেনেজাৰ বা কৰ্মচাৰীৰ বঙলাঘৰৰপৰা। চাহ-বাগিচাৰ কাষে কাষে ক'ৰবাত দৈনিক, ক'ৰবাত সাদিনীয়া আৰু ক'ৰবাত পষেকীয়া হাট বহিবলৈ ধৰিলে। এই হাটবোৰৰ মাধ্যমত আধুনিক নগৰীয়া সামগ্ৰী— কাপোৰ-কানি, প্ৰসাধন আদি অতি ভিতৰুৱা ঠাইলৈ ক্ষীপ্ৰ গতিৰে বিয়পি পৰি পুৰণি সামগ্ৰীবোৰৰ উচ্ছেদ সাধন কৰিলে; লগে লগে অনেক লোকাচাৰো সলনি কৰিলে।

উদ্যোগ স্থাপন হোৱাৰ লগে লগে যিবোৰ কৃষিমুখী অনুষ্ঠান আছিল সেইবোৰ মৰি আহিবলৈ ধৰিছে। বাস্তৱিকতে অসমীয়া খেতিয়কে ছমাহ খেতি কৰি ছমাহ অৱসৰ লয়। এই অৱসৰৰ সময়ত নৃত্য, গীত, ভাওনা, সবাহ, বিয়া-বাৰু আদি অনুষ্ঠান বাহুল্যকৈ আয়োজন কৰে আৰু তাক জীৱনৰ প্ৰাণ-প্ৰাচুৰ্যৰে উপভোগ কৰে। ব্যস্ততা আৰু ঘড়িঘন্টাৰ হিচাপে উদ্যোগমুখী নগৰক সেইবোৰৰপৰা আঁতৰাই আনে। সেয়েহে বছৰেকৰ মূৰত এদিন বা দুদিন আনন্দ উপভোগ কৰিবলৈ সাংস্কৃতিক সন্ধিয়াৰ আয়োজন কৰে। অনুষ্ঠান চুটি আৰু বাছকবনীয়া হয়। আগতে যিবোৰ অনুষ্ঠান মুকলি পথাৰত, গছৰ তলত বা ৰভাৰ তলত অনুষ্ঠিত হৈছিল সেইবোৰ মঞ্চৰ সীমাবদ্ধতাৰ মাজলৈ আহিল। ৰূপ-ৰীতি সলনি হ'ল। অসমীয়া ভাওনা আৰু বিহুনাচৰ ক্ষেত্ৰতেই এই কথা ঘাইকৈ প্ৰযোজ্য। উদ্যোগৰ সহায়ত ৰাসায়নিক সাৰ প্ৰয়োগ কৰিবলৈ পাই বা অসময়ত অৰ্থাৎ অবতৰৰ ধানখেতি কৰিবলৈ লৈ প্ৰাচীন ৰীতি-নীতি এৰি পেলাইছে। একালত বহাগ বিহুৰ সাতবিহু পাৰ নোহোৱাকৈ পথাৰত হাল নুজুৰিছিল; কিন্তু আজিকালি বিহুৰ আগতেই হাল বাই আধুনিক পদ্ধতিৰ ধানখেতি আৰম্ভ কৰে। অৱশ্যে গাঁৱে-ভূঁয়ে সেই ৰীতি এতিয়াও উচ্ছেদ হৈ যোৱা নাই। আনপিনে ঔদ্যোগিক নগৰৰ সমাজ-ব্যৱস্থা শ্ৰেণীগত। তেওঁবিলাকৰ বাসস্থান, ঘৰ, সা-সুবিধা আদিতো শ্ৰেণী-বৈষম্য বৰ্তমান। প্ৰাচীন সমাজ-ব্যৱস্থাৰ যি সমতা, সি নাইকিয়া হ'বলৈ উপক্ৰম কৰিছে— উদ্যোগ নগৰীৰ আদৰ্শতে। অন্যান্য নগৰসমূহতো সিয়েই ঘটিছে।

অসমৰ গ্ৰাম্যজীৱন আৰু পৰ্বত-ভৈয়াম উভয়ৰে জনজাতীয় জীৱন একালত সমাজনিৰ্ভৰ আছিল। খেতি-বাতি, মাছমৰা, চিকাৰ কৰা, ঘৰসজা, বাটবন্ধা, বিয়াপতা আৰু অন্যান্য ব্যক্তিগত উৎসৱ আদি ব্যক্তিৰ ইচ্ছা অনুসৰি সমাজে সমূহীয়াকৈ সম্পাদন কৰিছিল। গৃহস্থই তামোল-পাণ এটা দি গাঁৱৰ ৰাইজক নিমন্ত্ৰণ কৰি উদ্দেশ্য ব্যক্ত কৰিলেই ধনে-জনে সকলোৱে সহায়তা কৰিছিল। ৰাইজে খেতিৰ মাটি চহাই দিয়ে। ভুঁই ৰোৱে আৰু ধানচপোৱাৰ দিনত ধান দাই, চপাই দিয়ে। গাঁৱৰ ৰাইজ বা কেতিয়াবা দহ-বাৰখন গাঁৱৰ ৰাইজ মিলি মাছ মাৰে; চিকাৰ কৰে। চিকাৰৰ জীৱ-জন্তু সমানে ভগাই খায়। গৃহস্থই ঘৰসজাৰ ঠাই নিৰ্দ্ধাৰণ কৰি ৰাইজক জনালেই, ৰাইজে বাঁহ-কাঠ কাটি ঘৰ সাজি দিয়ে; কিন্তু আজিকালি এই ৰীতি-নীতিবোৰ এৰা পৰিছে। প্ৰাচীন সামূহিক অনুষ্ঠানবোৰ মৰি অহাত নতুনকৈ চৰকাৰী সামূহিক উন্নয়ন আঁচনি গ্ৰহণ

কৰিবলগীয়া হৈছে। সমাজত বিয়পি পৰা আধুনিক শিক্ষা আৰু নগৰীয়া আদৰ্শই যি ব্যক্তিকেন্দ্ৰীক নতুন সমাজ-ব্যৱস্থাৰ সৃষ্টি কৰিছে, সি লোকসংস্কৃতিক জীয়াই ৰখা সেই পুৰণি অনুষ্ঠানবোৰৰ ওপৰত অশুভ প্ৰভাৱ পেলাইছে। আনপিনে অৰ্থনৈতিক শ্ৰেণী-বৈষম্য দিনক দিনে বাঢ়ি আহিছে। আগতে সমাজৰ মানুহৰ মাজত ধনী-দুখীয়াৰ ব্যৱধান নাছিল, গতিকে প্ৰত্যেকেই প্ৰত্যেকৰ ওপৰত নিৰ্ভৰ কৰিছিল; কিন্তু ব্যৱধান বাঢ়ি যোৱাৰ লগে লগে ধনীয়ে দুখীয়াৰ ঘৰত গা-খাটি দিবলৈ ইচ্ছা নকৰা হ'ল; দুখীয়াই অৱস্থাত পৰি ধনীৰ ঘৰত গা-খাটি দিয়ো সহানুভূতি হেৰুৱাই পেলালে; নতুবা ধনীয়ে ধনৰ বলত দুখীয়াৰ শ্ৰম কিনি ললে। ফলত আগৰ সামূহিক মনোভাৱ ব্যক্তিমুখী হ'ল আৰু সামূহিক বা ঐক্যবদ্ধতাৰে গঢ় দি তোলা অনুষ্ঠানবোৰ থানবান্ হৈ পৰিল। সামাজিক জীৱনৰ মূল্য-বোধ সলনি হ'ল।

অসমৰ নগৰসমূহ গঢ় লৈ উঠিছিল কেৱল প্ৰশাসনীয় কেন্দ্ৰ হিচাপে। প্ৰশাসনীয় কেন্দ্ৰত বিষয়া, আমোলা, সাধাৰণ কেৰাণী-মহৰী আদি মানুহ থাকে। এইবোৰৰ ভিতৰত শ্ৰেণী বৈষম্য বিদ্যমান। তদুপৰি এই নগৰীয়া বুদ্ধিজীৱী মানুহক সহায় কৰিবলৈ একশ্ৰেণী শ্ৰমজীৱী সাধাৰণ মানুহ থাকে। এইদৰে নগৰত শ্ৰেণী পাৰ্থক্য গঢ় লৈ উঠে। লোকসংস্কৃতিৰ বিকাশ সাধনত সহায়তা কৰা সমতাবিশিষ্ট সমাজৰ অৱসান ঘটিল।

# অসমৰ বস্ত্ৰ-শিল্প

অসমত অতি প্ৰাচীন কালৰেপৰাই বস্ত্ৰ-শিল্পৰ বিকাশ সাধিত হৈছিল। সপ্তম শতিকাৰ ৰজা ভাস্কৰ বৰ্মণৰ উপঢৌকনৰ মাজত মিহি, উৎকৃষ্ট খাপৰ ৰেচমী কাপোৰৰ নাম পোৱা যায়। ৰেচমী কাপোৰ তিনিবিধ পাট, মুগা আৰু এৰী। পাটকাপোৰৰ ব্যৱহাৰ পোন প্ৰথমে চীন দেশত আৰম্ভ হৈছিল বুলি চীনা বুৰঞ্জীত উল্লেখ আছে। পাটপলু শিল্প চুবুৰীয়া চীন দেশৰপৰাও আহিব পাৰে নতুবা অসমৰ হাবিত পোৱা বনৰীয়া পলুৰ সঁচৰপৰা ঘৰচীয়া কৰা পলুও হ'ব পাৰে। অসমৰ হাবিত এতিয়াও বনৰীয়া মুগাৰ সঁচ পোৱা যায়। ঘাইকৈ এৰী আৰু মুগা বনৰীয়া সঁচৰপৰা এতিয়াও ঘৰচীয়া কৰাৰ উদাহৰণ আছে। এনে মুগাক দেওমুগা বোলে। পাট, মুগা আৰু এৰী প্ৰত্যেকেই বনৰীয়া গছৰ পাত খাই ডাঙৰ হয়। এৰীপলুৱে ঘাইকৈ এৰাগছৰ পাত খাই ডাঙৰ হয়, সেই বাবেই ইয়াৰ নাম এৰী। এৰীপলুৱে কেচেৰু গছৰ পাতো খায়। এৰীপলু পকিলে লেটা কুন্দাই যিটো অঁহীয়া বাহৰ ভিতৰত সোমাই থাকে, তাক খাৰণিত সিজাই কোমল কৰি এৰী-সূতা উলিওৱা হয়। পোনতে এৰীৰ খোলাবোৰ অলপ বহল কৰি ৰ'দত শুকুৱায়। তাৰ পিছত বলে অৰ্থাৎ খোলাবোৰ সূতাৰ দৰে দীঘল কৰি থুপাই থয়। তাৰ পিছত সূতা কাটে। সূতা কাটি আকৌ যঁতৰত পকায়। পানীত তিয়াই কটা সূতাক তিতাকৰীয়া শুকানে শুকানে কটা সূতাক শুকানকৰীয়া বোলে। অতি পুৰণিকালৰেপৰাই এৰীসূতাৰে জাৰখেদা খনীয়াকাপোৰ, বৰকাপোৰ আদিৰ উপৰিও মিহিকৈ কটা সূতাৰে ৰিহা-মেখেলা, পাতল চেলেং কাপোৰ, চোলা আদিও তৈয়াৰ কৰিছিল।

মুগাচোঙত থকা মানুহে ব্যৱহাৰ কৰা মন্ত্ৰএটাত পোৱা সৃষ্টিমূলক কাহিনী এটাৰ মতে সদাশিৱই কছাৰী মানুহ এজনক মুগাৰ সঁচ দিছিল। ইয়াৰপৰা এনে এটা ইংগিত পোৱা যায় যে প্ৰাক্-আহোম যুগত অসমত বসবাস কৰা কছাৰীসকলৰ মাজত মুগাপলু পোহাৰ ঐতিহ্য আছিল। আজিকালি ঘাইকৈ আহোম, চুতীয়া আৰু উজনি অসমৰ কছাৰীসকলৰ মাজতহে মুগাপলুৰ খেতি সৰহীয়াকৈ কৰা দেখা যায়। আহোম ৰাজত্বত মুগাখেতিৰ ওপৰত ৰাজকীয়ভাৱেই জোৰ দিয়া হৈছিল আৰু চোমদাৰ, মুগাচুৱীয়া আদি খেল পাতি দিছিল। বনৰীয়া মুগাপলু অসমৰ চোম, সোঁৱালু, দীঘলতি আদি গছত কেতিয়াবা ক'ৰবাত এতিয়াও পোৱা যায়। আমপোতনি নামৰ এজাতি বনৰীয়া মুগা এতিয়াও চোমগছত পোৱা যায়। কতকৰি নামৰ এৰী জাতীয় বনৰীয়া মুগা এবিধো আছে। বনৰীয়া মুগাৰ সূতাবোৰ সাধাৰণতে জোঠা, কাটিবলৈ টান। মুগাপলুৱে চোম, সোঁৱালু, দীঘলতি, পাণচপা আৰু মেজাংকৰী গছৰ পাত খায়। মেজাংকৰী গছক আদাকৰি গছো বোলে। উত্তৰ ব্ৰহ্মত তিয়ঁহৰ পাত খুৱাই মুগাপলু পোহা হয়। চোম, সোঁৱালু, দীঘলতি, তিয়ঁহৰ পাতখোৱা পলুৰ সূতা মুগা বৰণীয়া বা কেঁচা সোণবৰণীয়া। চপা গছ কেইবা বিধৰো আছে। যেনে, ফুল চপা, পাণ চপা, হালধি চপা, গাহৰি চপা, তিতা চপা, খৰিকা চপা ইত্যাদি। ইয়াৰে পাণ চপাৰ পাত মুগাই খায়। মুগাপলু চোম গছত নেমেলি পাণচপা গছত পুহিলে ইয়াৰ সূতাবোৰ মুগাতকৈ মিহি আৰু বৰণ চিক্‌চিকীয়া বগা পাটসূতাৰ দৰে হয়। ইয়াকে চপাপতীয়া কাপোৰ বোলে। সেইদৰে মুগাপলু মেজাংকৰী গছত পুহিলে তাৰ সূতা উজ্জ্বল সোণবৰণীয়া হয়। ইয়াকে মেজাংকৰী কাপোৰ বোলে। চোম, সোঁৱালু আদি উজনি অসমৰ প্ৰায় সকলো ঠাইতে পোৱা যায়; কিন্তু পাণ চপা গছ শিৱসাগৰ জিলাৰ টীয়ক, জাঁজী, আমগুৰি অঞ্চলতহে পোৱা গৈছিল। সেইদৰে মেজাংকৰী গছ টিংখং, ৰাজগড়, ৰাঙলীবন আদিতহে প্ৰচুৰ পৰিমাণে পোৱা গৈছিল। সেইবাবে সেই ঠাইত চপাপতীয়া কাপোৰ, মেজাংকৰী কাপোৰ আদি অধিক পৰিমাণে পোৱা গৈছিল।

নুনি গছৰ পাত খুৱাই পাটপলু পোহা হয়। অসমত যুগী, কাটনি মানুহ পাটপলু পোহাত অতি পাকৈত আছিল। অন্যান্য মানুহেও পাটপলু পোহাত কোনো বাধা নাছিল। অসমৰ অষ্ট্ৰো-মঙ্গো

লইড্‌গোষ্ঠীৰ মানুহৰ মুগা, এৰী, পাটপলু পোহাটো পৰম্পৰাগত ৰীতি আছিল; কিন্তু অসমৰ বাহিৰৰপৰা অহা ব্ৰাহ্মণ-কায়স্থ আদি মানুহে পাট-মুগাৰ কাপোৰ পিন্ধিবলৈ আগ্ৰহ কৰিছিল যদিও ব্যৱসায়টোক হীন চকুৰে চাইছিল। এতিয়াও সেই কাৰণতে এৰী-মুগাৰ কাপোৰ পিন্ধিবলৈ বেয়া পোৱা ৰক্ষণশীল মানুহো জীয়াই আছে। ইয়াৰ আন এটা কাৰণ হ'ল ঃ পলুবিলাকৰ আকৃতি-প্ৰকৃতি।

অসমৰ ভৈয়াম অঞ্চলত কপাহৰ খেতি নহৈছিল। মিছিমি পাহাৰ, ডফলা, গাৰোপাহাৰ আদিৰপৰা কপাহ আনি কপাহী কাপোৰ বৈছিল। কপাহ যোগাৰ কৰি কপাহী কাপোৰ বৈ লোৱাতকৈ এৰী-মুগা পুহি অধিক স্থায়ী এৰী-মুগাৰ কাপোৰ বৈ লোৱাটো ভাল বুলি ভাবিছিল। স্বৰ্গদেও ৰুদ্ৰসিংহৰ দিনৰপৰা মোগলাই কাপোৰ-কানিৰ আমদানি হৈছিল, লগতে সূতাও আহিছিল; কিন্তু অসমত কপাহীসূতা আৰু কাপোৰৰ প্ৰচলন বৃদ্ধি কৰিছিল ইংৰাজবিলাকে। নিজৰ ব্যৱসায় বৃদ্ধিৰ অৰ্থে এৰী-মুগা-পাটপলু পোহা বিদ্যাটো প্ৰকাশ্যে নিন্দা আৰু নিৰুৎসাহ কৰিছিল আৰু আহোম যুগত ৰজন্‌জনাই থকা এই চহকী ঐতিহ্য ম্লান কৰি পেলাইছিল। ঊনবিংশ শতিকাত ধনৰ লোভ দেখুৱাই তেনেই সস্তাদৰতে মুগা-সূতা, মুগা-কাপোৰ, এৰী-কাপোৰবোৰ ইষ্ট ইণ্ডিয়া কোম্পানীৰ ব্যৱসায়ীবিলাকে কিনি লৈ গৈছিল। তাৰ সলনি ইংলণ্ডৰপৰা অহা কপাহী সূতা মেলি দিছিল। এই সময়তে অসমৰ বস্ত্ৰ-শিল্পৰ কঁকালত মাধমাৰ পৰিল। তথাপি ঐতিহ্যৰ মৃত্যু নহ'ল।

ইয়াৰ বাহিৰেও পৰ্বতীয়া জনজাতীয় লোকসকলে বনৰীয়া আঁহলগা গছৰ বাকলিৰপৰা সূতা তৈয়াৰ কৰিছিল। এইবিধ সূতাৰে আহল-বহল কাপোৰ বব নোৱাৰিলেও পেটী, লেংটি, মোনা আৰু ঠেক কাপোৰ বৈ লৈছিল। গছৰ গুটি আৰু বাকলিৰপৰা ৰং তৈয়াৰ কৰি আঁচু বোলাইছিল। এনে ৰং দীৰ্ঘস্থায়ী আছিল।

অসমত দুবিধ তাঁতশাল প্ৰচলিত আছিল। ভৈয়ামত মাটিৰ শাল আৰু পৰ্বতত কঁকালত বান্ধিলোৱা শাল জনপ্ৰিয় আছিল। কঁকালত বান্ধি লৈ বোৱা কাপোৰৰ পুতল তেনেই ঠেক; আনপিনে মাটিৰ শালত তিনি-চাৰিহাত পুতলৰ কাপোৰ বব পাৰিছিল। তাঁতশালৰ প্ৰায় আটাইবোৰ সঁজুলিয়েই বাঁহৰ; মাত্ৰ টোলোঠা আৰু দোপতিয়োৰ কাঠৰ। এইবিধ শাল অতি পুৰণি কালৰেপৰা এতিয়ালৈকে চলি আছে।

পাট, চপাপতীয়া আৰু আনকি কপাহী কাপোৰতো গুণাৰ ফুল বাছি লৈছিল। মুগা আৰু এৰী কাপোৰত সাধাৰণতে আঁচুহে ব্যৱহাৰ কৰিছিল। আগৰ দিনত জ্যামিতিক চানেকিৰ ফুলহে জনপ্ৰিয় আছিল; কিন্তু আজিকালি অনেক আধুনিক আৰ্হি জনপ্ৰিয় হৈ উঠিছে। আহোম যুগত বিভিন্ন পৰ্যায়ৰ ডা-ডাঙৰীয়া আৰু বা-বিষয়াৰ বাবে নিৰ্দ্ধাৰিত আৰ্হিৰ কাপোৰ ধৰা-বন্ধা আছিল, গতিকে কাপোৰৰ আৰ্হিৰ পৰিমাণ বৃদ্ধি পাইছিল।

ইংৰাজ অহাৰ লগে লগে অসমীয়া বস্ত্ৰ-শিল্পলৈ পৰিবৰ্তন আহিল। মিলত তৈয়াৰী সূতাৰ ব্যৱহাৰ হ'বলৈ ধৰিলে। নানান অৰ্থনৈতিক কাৰণত পাট-মুগা আৰু এৰীৰ উৎপাদন তাকৰ হৈ আহিল। পিছলৈ ধোৱা পাট বা ধোলাই পাট, বঙালী পাট বা আমদানি হোৱা পাট আদিৰো জনপ্ৰিয়তা বাঢ়িবলৈ ধৰিলে। সৰ্বশেষত কৃত্ৰিম পাট, ৰাসায়নিক সূতা আদিৰো ব্যৱহাৰ বাঢ়ি গৈছে।

অসমৰ তিৰোতা মানুহ সকলোৱেই সূতা কটা আৰু তাঁত বোৱা বিদ্যাত পাকৈত আছিল। শুৱালকুছি আৰু পলাশবাৰীৰ তাঁতশিল্প বুৰঞ্জী বিখ্যাত। মোগল ৰাজশক্তিৰ সদায়েই এই কৃতী তাঁতীসকলৰ ওপৰত তীক্ষ্ণ দৃষ্টি আছিল। সেইবাবেই 'কামৰূপ উজাৰ' কৰিবলৈ সততে চেষ্টা কৰিছিল। ৰুদ্ৰসিংহ স্বৰ্গদেৱে মোগল ৰাজ্যৰপৰা কিছুমান মুছলমান তাঁতী আনি ৰাজধানী ৰংপুৰত বহুৱাই কাপোৰ বোৱাইছিল। জোলাকাটনি বুলিলে এনে মানুহকে বুজাইছিল।

অসমৰ নাথ-যোগী সম্প্ৰদায় প্ৰকৃততে ৰেচম শিল্পৰ লগত ঘনিষ্ঠভাৱে জড়িত আছিল আৰু ঘাইকৈ পাটপলু পুহি সূতা-কাপোৰ তৈয়াৰ কৰা বিদ্যাত অতি পাৰ্গত আছিল। মুগা আৰু এৰী



অন্যান্য আহোম, চুতীয়া, কছাৰী মানুহেও পুহিব আৰু সূতাকাপোৰ তৈয়াৰ কৰিব জানিছিল। প্ৰাক্-বৈষ্ণৱ যুগত ইয়াৰ সকলো মানুহেই পলু পুহিছিল আৰু ই জাতিগত বিদ্যা নাছিল। ৰজা ভাস্কৰ বৰ্মাই হৰ্ষবৰ্দ্ধনলৈ বিশুদ্ধ, মিহি উৎকৃষ্ট পাটৰ কাপোৰ উপহাৰ হিচাপে পঠোৱাৰ কথা 'হৰ্ষচৰিত'ৰ পৰা জানিব পাৰি। পুৰণি অসম বুৰঞ্জীবিলাকৰ বিভিন্ন ঠাইত অসমৰপৰা বিভিন্ন ৰাজ্যৰ কন্যা আনিবলৈ যৌতুক বা জোৰণ দিওঁতে দিয়া কাপোৰ-কানিৰ তালিকাত ৰেচমী কাপোৰৰ প্ৰাচুৰ্য দেখা পাওঁ। সেইবোৰ কাপোৰ-কানি আমাৰ দেশতে তৈয়াৰী হৈছিল। অৱশ্যে স্বৰ্গদেও ৰুদ্ৰসিংহৰ দিনৰপৰা লাহে লাহে মোগলাই আৰ্হিৰ কাপোৰ-কানি আহিছিল আৰু অষ্টাদশ শতিকাত মোগল ৰাজ্যৰ মাজেদি বিলাতী কাপোৰো অসম পাইছিলহি। সি যি কি নহওক, অসম বস্ত্ৰ-শিল্পৰ নিজা এক ঐতিহ্য আছে। অসমৰ নাৰী ৰাণীয়েই হওক বা বান্দীয়েই হওক, গোসাঁই-মহন্তৰ জীয়াৰী-বোৱাৰীয়েই হওক বা জনজাতীয় মহিলাই হওক, জাতি-বৰ্ণ নিৰ্বিশেষে সকলোৱে কাপোৰ বয়। ভাৰতৰ অন্যান্য ঠাইত কাপোৰ-বোৱা শ্ৰেণীটোক নীহকুলীয়া বুলি বিবেচনা কৰে। সেয়েহে অসমৰ মানুহৰ মাজত কৰ্মভিত্তিক জাতি-বৈষম্যৰ উদাহৰণ পাবলৈ নাই। ভাৰতৰ বিভিন্ন প্ৰান্তৰপৰা বহুতো মানুহ আহিলেও তাঁতী শ্ৰেণীটোৱে অসমীয়া বোৱনী-শিপিনীৰ আগত ঠাৱৰিব নোৱাৰি উক্ত বিদ্যা ত্যাগ কৰি অন্য বিদ্যাত হাত দি পিছলৈ বৰ্ণহিন্দু মানুহৰ শাৰীলৈ উন্নীত হৈছিল। অসমৰ বস্ত্ৰ-শিল্পৰ এই যুগজয়ী ঐতিহ্য আজিও অক্ষুণ্ণ আছে।

# অসমৰ বসন্ত উৎসৱ

অসম মানে ভূগোলৰ অসম; পুৰণি অসম; নতুন অসম নহয়। ইয়াৰ সীমা পূবে 'পূৰ্বস্যাং গিৰিকন্যকে'—কন্যাক নগাৰ বাসভূমি পাটকাই পৰ্বত। উত্তৰে 'নেপালস্য কাঞ্চনাদ্ৰি'—নেপালৰ সোণসনা কাঞ্চনজঙঘা। দক্ষিণে 'ব্ৰহ্মপুত্ৰস্য সঙ্গমাৱধি' আৰু 'কৰতোয়াতু পশ্চিমে'। এই চাৰিসীমাই আৱৰি থকা অসমৰ বুকুৰেদি যুগে যুগে নতুনৰ আগমন হৈছে, নতুন পুৰণি হৈছে আৰু সংস্কৃতিয়ে সমন্বয়ৰ পোহাৰ মেলিছে। যুগে যুগে চামে চামে মানুহ আহিছে, লুইতৰ পাৰৰ মাদকতাসনা কেঁচামাটিৰ গোন্ধত আপোন-পাহৰা 'ভেৰা' হৈ ৰৈ গৈছে। ইউনান প্ৰদেশৰ মাওশান্, কনৌজ, নৱদ্বীপৰ দ্বিজসকল, ৰাজস্থানৰ নৱৰঙ্গৰায় কেডিয়া, মোগল-পাঠানৰ মিঞা-মোল্লা আহি অসমৰ বুকুত ৰঘৰ বান্ধি অসমীয়া হৈ ৰ'ল। এইসকল নৱাগতক আদৰিবলৈ অসমৰ পৰ্বতে-ভৈয়ামে অনেক পুৰণি মানুহ আছিল— মঙ্গোলীয়, কিৰাত হৈ। হিমালয়ৰ পাদদেশত, পাটকাইৰ টিঙে টিঙে, নগা পৰ্বতৰ চুকে-কোণে, খাচী, জয়ন্তা, গাৰো পৰ্বতৰ বুকুৰে বুকুৰে বাৰে-ৰৱণীয়া সংস্কৃতিৰ ৰবমেলা পাতি অসমীয়া সংস্কৃতিৰ মণিকূট গঢ়ি তুলিছিল। অসমলৈ এইবোৰ মানুহ আহি ইয়াত বন্দী হৈ ৰোৱাৰ আগতেই কিন্তু আন এজাতি মানুহ আহি এই দেশৰ মূল সংস্কৃতিৰ ৰবভেঁটি বান্ধিছিল। এই জাতি মানুহ কিন্তু নৰ্ডিক আৰ্য নহয়। ভূমধ্যসাগৰীয় দ্ৰাবিড় বা আফ্ৰিকীয় নিগ্ৰো কোনো নহয়— এওঁবিলাক অষ্ট্ৰ- এছিয়াটিক বা অষ্ট্ৰিক-নিষাদসকল। বৰ্তমান ভাৰতীয় জনসংখ্যাৰ শবৰ, পুলিন্দ, ভীল, কোল, মুণ্ডাসকলৰ পূৰ্বপুৰুষ, দক্ষিণ-পূব এছিয়া আৰু প্ৰশান্ত মহাসাগৰীয় দ্বীপপুঞ্জৰ বাসিন্দাসকলৰ ভাই-ভাগিন।

অসমৰ মূল সংস্কৃতি কৃষিমুখী গ্ৰাম্য সংস্কৃতি। এই সংস্কৃতিৰ ভেঁটি পাতিছিল অষ্ট্ৰিক-নিষাদসকলে। কেৱল অসমতে নহয়, সমগ্ৰ ভাৰততে কৃষিমুখী গ্ৰাম্য সভ্যতাৰ ভেঁটি প্ৰতিষ্ঠাৰ গৌৰৱ অষ্ট্ৰিকসকলেই অধিকাৰ কৰিছিল। যি সময়ত পাছৰ যুগৰ উচ্চাত্মিকাসম্পন্ন নৰ্ডিক আৰ্যসকলে যাযাবৰী জীৱন যাপন কৰিছিল, তাতোকৈ অনেক কালৰ আগতেই দক্ষিণ-পূব এছিয়াৰপৰা পাটকাই পৰ্বত পাৰ হৈ আহি অসমত এই অষ্ট্ৰিকসকলে বিশিষ্ট সংস্কৃতি প্ৰতিষ্ঠা কৰিছিল। তেওঁবিলাকে ধানখেতি কৰিছিল, বনৰীয়া সচঁ বুটলি লাউ, বেঙেনা, কেৰেলা, কাঠআলু, আদা, হালধিৰ খেতি কৰিছিল। তামোল, নাৰিকল, কল কই কৃষি সম্পত্তি আহৰণ কৰিছিল। আজি অসমৰ পৰ্বত-ভৈয়ামৰ সাধাৰণ খেতিয়ক এজনৰ খেতিৰ ভেঁটি এতিয়াও অক্ষুণ্ণ আছে। সেয়েহে অসমৰ বুকুলৈ বসন্তৰ শোভাযাত্ৰা হলেই আটাইবোৰ জাতি আৰু জনজাতিৰ তেজত সমানে পিৰ্ পিৰণি উঠে। সমানে উৎসৱ-পাৰ্বণৰ আয়োজন হয়। আমি জানিবা ভৈয়ামৰ অসমীয়াই বিষুৱ সংক্ৰান্তিৰ দিনা এই বসন্তকালীন উৎসৱৰ পাতনি মেলোঁ; কিন্তু পৰ্বত আৰু ভৈয়ামত বাস কৰা অন্যান্য অসমীয়াই কেতিয়াবা দিনচেৰেক আগতে, কেতিয়াবা দিনচেৰেক পিছত এই উৎসৱৰ আয়োজন কৰে। ৰতৰ একে, উদ্দেশ্য একে আয়োজনো একে।

এই বসন্ত উৎসৱ মূলতঃ কৃষি উৎসৱ। কৃষি উৎসৱ ঘাইকৈ তিনিটা— খেতিৰ আৰম্ভণিৰ বেলিকা, খেতিৰ বাঢ়নী ৰতৰত আৰু খেতি চপোৱাৰ শেষত। তদুপৰি খেতিৰ শইচ পোনতে কাটিবৰ দিনা আৰু পথাৰত সঁচ সিঁচিবৰ বা ৰুবৰ দিনাও উৎসৱ পালন কৰে। খেতিৰ সামৰণিৰ উৎসৱ সমূহীয়াকৈ পাতে বাবে জাতীয় উৎসৱত পৰিণত হয়। অসমীয়াৰ বহাগ বিহু খেতি আৰম্ভণিৰ, মাঘ বিহু সামৰণিৰ উৎসৱ। উৎসৱৰ মূল উৎস আনন্দ। বহাগত পোৱাৰ প্ৰয়াস, আশাৰ আনন্দ, মাঘত পোৱাৰ, পাই সামৰাৰ আনন্দ। এই আনন্দ প্ৰকৃতিৰ আনন্দ, জীৱনক উপলব্ধি কৰাৰ আনন্দ, উপভোগ কৰাৰ আনন্দ। এই আনন্দই কৃষিজীৱী অসমীয়াৰ অন্তৰ স্পৰ্শ কৰি, অনুপ্ৰেৰণাৰ জোৱাৰ আনে। আনন্দৰ পাৰ উথলি উঠে— ৰং, ৰূপ, গন্ধ, স্পৰ্শ, অভিভূত



হয়। কথাবোৰ গীত হৈ যায়। গীতবোৰ সুৰে সুৰে উৰি উৰি মানুহক জগাই তোলে। মানুহৰ হাতৰ পৰশত, আঙুলিৰ বুলনিত বাদ্যবোৰে জীৱন পায়। দেহত দেওধনি উঠে।

ভৈয়ামত পুহ, চ'ত আৰু আহিনৰ সংক্ৰান্তিৰ দিনা যথাক্ৰমে মাঘ বিহু, বহাগ বিহু আৰু কাতি বিহু অনুষ্ঠিত হয়। এয়া অসমত শকাব্দ আৰু সৌৰ গণনা প্ৰচলন হোৱাৰ পিছৰ কথা। ইয়াৰ আগতে চন্দ্ৰ গণনামতে অৰ্থাৎ জোনৰ কলা লিখি মানুহে দিন-বাৰৰ হিচাপ ৰাখিছিল আৰু ঘাইকৈ পূৰ্ণিমাৰ সময়ত জোন আৰু জোনাকৰ পয়োভৰত উৎসৱৰ আয়োজন কৰিছিল।

বসন্তৰ পৰশত যেতিয়া প্ৰকৃতি পূৰঠ হৈ উঠে তেতিয়া গছে-পাতে, ফুলে-ফলে, মানুহৰ মনে মনে ভাৱৰ উন্মেষ ঘটে। প্ৰকৃতিৰ আহ্বানত মানুহ আগবাঢ়ি আহে জীৱনক উপভোগ কৰিবলৈ। ডেকা-গাভৰুৱে ৰাতি বিহু পাতে। গোটেই চ'ত মাহ, জোন আৰু জোনাকক সাক্ষী লৈ হাঁহে, নাচে, গীতগায়, বাদ্য বজায়। কাৰোবাৰ জীৱনত যদি যৌৱনৰ ৰাগী লাগে; সেই ৰাগীত যদি যুৱীয়া জীৱনৰ স্বপ্ন দেখে, তেনেহলে বহাগৰ ন-পানীৰে গা-ধুই সংসাৰৰ পাতনি তৰে। এই ৰীতি, এই ঐতিহ্য কৃষি সংস্কৃতিৰ পাতনিৰেপৰা চলি আহিছিল। ৰাতি বিহু শেষ হয় গৰুবিহুৰ উৰুকাৰ দিনা। চ'তৰ সংক্ৰান্তিৰ দিনা গৰুবিহু। গৰুবিহুৰপৰা সাদিন জুৰি সাতবিহু— গৰুবিহু, মানুহবিহু, হাতবিহু, চেনেহীবিহু, মাইকীবিহু, ৰঙালিবিহু, ছেৰা বিহু। কোনোৱে, বিশেষকৈ ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে এদিন গোসাঁইবিহু পাতে। এয়া বহুদিনৰ আগৰ কথা। একালত বড়ো কছাৰীসকলৰ মাজতো মাগৌ-গৰুবিহু, মানসই দোমাহী মানুহবিহু সাইমা কুকুৰবিহু, অমা-গাহৰি বিহু, দাউনী-কুকুৰা বিহু, হাঁহ-পাৰ বিহু, মিতিৰ-কুটুম্বৰ বিহু অৰ্থাৎ প্ৰতিটো দিন পোহনীয়া জীৱ-জন্তুবিলাকৰ নামত উৎসৰ্গ কৰা হৈছিল। এনেকৈ পৰ্বতীয়া জনজাতিসকলৰ মাজতো কৃষি উৎসৱৰ সময়ত বিভিন্ন দিনত বিভিন্ন গৃহস্থালি বস্তুৰ নামত উৎসৱৰ আয়োজন কৰা দেখা যায়। দেউৰী, লালুং, ৰাভা, গাৰো জনজাতিয়েও বিহু পালন কৰে। গৰুবিহু পাতিলেও নিজৰ নিজৰ ঐতিহ্য আৰু পৰম্পৰাৰ ভেঁটিতহে এই বিহু অনুষ্ঠিত হয়। বাথৌ, শিৱৰাই, মহাদেউ, বাঘৰাজা, কুবেৰ, কুণ্ডীমামা, বুঢ়া-বুঢ়ী আদিক স্মৰণ কৰিহে বিহুৰ পাতনি মেলে। লালুং আৰু দেউৰীসকলে ঠিক চ'তৰ সংক্ৰান্তিৰ দিনাই বিহু আৰম্ভ নকৰে, বিহুৰ পিছৰ বুধবাৰৰপৰাহে আৰম্ভ কৰে। কাৰণ তেওঁবিলাকৰ বাবে বুধবাৰেই সৰাতোকৈ পৱিত্ৰ বাৰ। মঙলে উৰুকা, বুধে গৰু ধুৱায়। পৰ্বতীয়া জনজাতিসকলে চান্দ্ৰমতে গণনা কৰিহে পৱিত্ৰ দিন উলিয়ায়।

মিছিং বা মিৰিসকলে বহাগৰ বিহু পাতে, হুঁচৰি গায়। সেয়ে হ'লেও তেওঁবিলাকৰ কৃষিমূলক বসন্তোৎসৱ আলি-আই-লৃগাংহে। আহু ধান বা বাওধান সিঁচিবৰ দিনা এই উৎসৱৰ আয়োজন কৰা হয়। এই উৎসৱতো ঢোল-পেঁপা-গগনা লৈ ৰং-ধেমালি কৰে। ডিমাছাসকলৰ এই কৃষিধৰ্মী বসন্তোৎসৱ ফাগুন-চ'তৰ দোমাহীৰ সময়তে অনুষ্ঠিত হয়। ত্ৰিপুৰাৰ ত্ৰিপুৰীসকলে বহাগ বিহুৰ সমপৰ্যায়ৰ উৎসৱ একে সময়তে আয়োজন কৰে আৰু সাদিনৰ দিনা আয়োজিত বিশেষ অনুষ্ঠানক 'গৰিয়াপূজা' বোলে। ঢোল, বাঁহী বজাই নাচ নচাটো বিহুনাচৰ সমধৰ্মী উৎসৱ। ৰাভাসকলে 'বইখু' উৎসৱ পালন কৰে। এই উৎসৱত তেওঁবিলাকে লোকাচাৰসম্মত দেৱ-দেৱীসকলক পূজা দিয়ে। গৰু-গা ধুৱায়; কিন্তু হুঁচৰি নাগায়।

ভৈয়ামত বাস কৰা টাই বৌদ্ধসকলেও বিহুৰ সমসাময়িক বসন্তোৎসৱৰ আয়োজন কৰে। এই উৎসৱক তেওঁবিলাকে 'পয়চাংকেন্' বোলে। টাই-খামতি, টাই-ফাকে, টাই-আইতন, টাই-টুৰুং আৰু টাই-খাময়াংসকলে এই উৎসৱ পালন কৰে। তেওঁবিলাকে এই উৎসৱ উপলক্ষে বুদ্ধ-মুৰ্তি মন্দিৰৰ বাহিৰলৈ নি গা-ধুৱায় আৰু ঘাইকৈ ডেকা-গাভৰুবোৰে পানী ছটিয়াই বোকা দলিয়াই ধেমালি কৰি স্নান কৰে। সেইবাবে এই উৎসৱক পয়-চাম-নাম বুলি কয়। কোনো

কোনোৱে ঢোল, পেঁপা, গগনাৰে বিহুও কৰে।

অৰুণাচল, নগালেণ্ড, মণিপুৰ, মিজোৰাম আৰু মেঘালয়ৰ জনজাতীয়সকলৰ মূল সংস্কৃতি আৰু জীৱন যাপনৰ পদ্ধতি প্ৰাচীন উমৈহতীয়া অষ্ট্ৰো-মঙ্গোলইড্ বা নিষাদ-কিৰাত সংস্কৃতিৰ ভেঁটিতে গঢ় লৈ উঠিছে। গতিকে সমধৰ্মী উৎসৱৰ পয়োভৰো দেখা যায়। এই জনজাতিসমূহৰ জীৱন কৃষিনিৰ্ভৰশীল, গতিকে উৎসৱ-পাৰ্বণসমূহো কৃষিমূখী। উৎসৱৰ সময়ত গাঁৱৰ মানুহ বাহিৰলৈ নাযায় আৰু বাহিৰা মানুহ গাঁৱত সোমোৱাটো নিষেধ। তদুপৰি এইকেইদিন অন্য শাৰীৰিক শ্ৰমৰ কাম-কাজো বন্ধ থাকে। ইয়াকে গেনা বোলে। সেইবাবে অনেক জনজাতিৰ মাজত বুজাবলৈ গেনা শব্দটো ব্যৱহাৰ কৰা হয়।

টিৰাপ জিলাৰ নক্তে, টাংছা আৰু টুট্ছাসকলে আমাৰ বিহুৰ দৰে ঘাইকৈ তিনিটা বিহু পাতে। ইয়াক 'লকু' বোলে। বহাগত আহুধান সিঁচাৰ বতৰত 'কাপ্-খুট লকু' অনুষ্ঠিত হয়। এই উৎসৱত গাহৰি-কুকুৰা মাৰি ভোজ-ভাত খোৱাৰ উপৰিও ঢোল-গগণা বজাই বিহু গীত গাই নাচে। নক্তেসকলৰ 'লকু' অৱশ্যে পাঁচোটা। জানুৱাৰী মাহত অৰ্থাৎ ভৈয়ামৰ মাঘ বিহুৰ সময়ত 'চান্দা লকু' পাতি কণিধান সিঁচি বহাগৰ শেষত কণিধানৰ থোকবোৰ পক ধৰিবলৈ লাচ লোৱাৰ সময়তে 'কাপ্-খটু লকু' আৰম্ভ হয়। এই সময়তে টাংছা আৰু টুট্ছাসকলেও বিহুৰ দৰে যৌনধৰ্মী গতী গাই 'লকু' পাতে। এই জনজাতিসকলৰ ডেকা-গাভৰুৱে গগণা বজাই আৱেগিক ভাৱ বিনিময় কৰে। ৱাংছো, কন্যাক, আদি জনজাতিৰ মাজতো আহুধান সিঁচাৰ আগে আগে ফাগুন-চ'ত মাহত উৎসৱৰ আয়োজন হয়।

নগালেণ্ডৰ আও, আঙ্গামী, লঠা, চেমা আদি প্ৰধান জনজাতিৰ মাজত খ্ৰীষ্টান ধৰ্ম আৰু আধুনিক সভ্যতাৰ হেঁচা অধিক পৰিমাণে পৰাত পুৰণি ৰীতি-নীতি আৰু উৎসৱ অনুষ্ঠান অপ্ৰচলিত হৈ আহিছে। 'চুংৰেম' আৰু 'মোৱাৎচু' আওসকলৰ দুটা কৃষিমুখী বিহুৰ সমধৰ্মী উৎসৱ। তাৰে 'মোৱাৎচু' বসন্তৰ পয়োভৰৰ বতৰত অনুষ্ঠিত হয়। আঙ্গামীসকলৰ 'চেক্ৰেঞি' উৎসৱ আড়ম্বৰ-প্ৰাৰম্ভ সকলোপিনৰপৰাই ভৈয়ামৰ বহাগ বিহুৰ সমপৰ্যায়ৰ উৎসৱ। অৱশ্যে খাৱন-বোৱনৰ ফালৰপৰা এই উৎসৱৰ লগত আমাৰ ভোগালি বিহুৰ লগতহে তুলনা হয়। আঙ্গামীসকলে আহুখেতি কৰিলেও পৰ্বতৰ গাত খাপ কাটি কাটি মাটি উলিয়াই শালিখেতি কৰে। গতিকে এপ্ৰিল মাহত কঠীয়া পাৰি 'ঙোঞি' উৎসৱ পাঁচদিনীয়াকৈ পাতে। ছেমা নগাসকলৰ আটাইবোৰ গেনাই কৃষিধৰ্মী। কুলি চৰাইৰ মাত শুনি শস্যৰ গুটি সিঁচা উৎসৱটো বসন্ত উৎসৱেই। ছাকেছাংসকলে আঠদিনীয়াকৈ 'খিলুঞি উৎসৱ' আঘোণ মাহত পতাৰ উপৰিও খেতিৰ নতুন বছৰ আৰম্ভ কৰিবৰ সময়ত আঙ্গামীসকলৰ দৰেই 'ছেক্ৰেঞি' উৎসৱ ব্যাপক প্ৰস্তুতিৰে দহদিনীয়াকৈ পালন কৰে। এই উৎসৱ প্ৰকৃততে বসন্তোৎসৱ। ৰেংমাসকলৰ মাৰ্চ মাহত অনুষ্ঠিত 'ছিচো' উৎসৱ কৃষি উদ্দেশ্যধৰ্মী হলেও প্ৰকৃততে বসন্তকালীন উৎসৱ। জেলিয়াং নগাসকলৰ 'মেলেঙ্গি' সাদিনীয়াকৈ পালন কৰা ধানবনা উৎসৱ। ছাংটাম নগাসকলৰ 'নিংছোমু' তিনিদিনীয়া কাৰ্যসূচীৰে পালন কৰা বসন্তোৎসৱ হলেও প্ৰকৃততে মিছিংসকলৰ 'আলি আই-লৃগাং' উৎসৱৰ সমধৰ্মী শস্য সিঁচা উৎসৱ। 'নাজহ' এঘাৰ দিন জুৰি ৰং-ধেমালিৰে অনুষ্ঠিত পুৰণি বছৰ বিদায় আৰু নতুনক স্বাগতম্ জনোৱাৰ উৎসৱ। বসন্তৰ পয়োভৰতে টাংখুল নগাসকলে পাঁচদিনীয়াকৈ শস্য সিঁচা উৎসৱ পাতে। মাও, কবুই আদি অন্যান্য নগা জনজাতিৰ মাজতো কৃষিমুখী বসন্ত উৎসৱ উলহ-মালহেৰে পালন কৰা হয়। ভৈয়ামৰ বিহুৰ দৰেই মিজো, লুচাইসকলৰো 'ছাপ-চাৰ-কুট' নামৰ নৃত্য-গীত প্ৰধান উৎসৱ আছে। এওঁবিলাকৰ 'পল-কুট' আৰু 'মিম্-কুট' নামৰ মাঘ আৰু কাতি বিহুৰ সমধৰ্মী দুটা উৎসৱো আছে। মেইটেই মণিপুৰীসকলৰ নৃত্য-গীত প্ৰধান 'চইৰওবা' উৎসৱো নতুন বছৰ উপলক্ষে উদ্‌যাপিত



বসন্তোৎসৱ। খাচীয়াসকলৰ নংক্ৰেম নাচ যদিও বাৰিষা অনুষ্ঠিত হয়, মৌলাইত এতিয়াও এপ্ৰিল মাহতে অনুষ্ঠিত হয়। সম্ভৱতঃ একালত নংক্ৰেম উৎসৱো কৃষি-বছৰৰ আৰম্ভণিতে অনুষ্ঠিত হৈছিল।

অৰুণাচলত বাৰে-বৰণীয়া জনজাতিৰ বসতি। প্ৰতি জনজাতিৰে স্বকীয় বৈশিষ্ট্যসম্পন্ন সংস্কৃতি আছে। মন্‌পা শ্বেৰ্দুকপেন আদি বৌদ্ধ জনজাতিসকলে বসন্তকালত বুদ্ধৰ জন্মদিন বুদ্ধপূৰ্ণিমা শ্ৰদ্ধাৰে পালন কৰে। পুবপিনে খামতি আৰু চিংফৌসকলেও তদনুৰূপ উৎসৱৰ আয়োজন কৰে। এই উৎসৱ সম্পূৰ্ণ ধৰ্মীয় উৎসৱ। দোৱনীয়াসকল বৌদ্ধ যদিও বহাগ বিহুৰ সময়ত আৰু বৰ ফাকিয়ালসকলে বৰ্ষাবাসৰ অন্তত আশ্বিনী পূৰ্ণিমাৰ সময়তো ভোজ-ভাত খাই, ঢোল-পেঁপা বজাই ৰং-আনন্দ কৰে। আদিসকলৰ 'উঞিং' ম'পিন উৎসৱৰ উদ্দেশ্য আৰু আয়োজন ভৈয়ামৰ বহাগ বিহুতকৈ একো পৃথক নহয়। আদিসকলৰ মাজত 'আম দৰুং' আৰু 'আমদাং দৰুং' নামৰ আন দুটা বিহুৰ সমধৰ্মী উৎসৱো উলহ মালহেৰে পালন কৰা হয়। ম'পিন উৎসৱ যদিও বসন্ত কালত নাচ-গানেৰে ভৰপূৰ হৈ অনুষ্ঠিত হয়, ই প্ৰকৃততে লখিমী উৎসৱহে। সি যি কি নহওক, সমউদ্দেশ্যধৰ্মী। আপাটানিসকলৰ 'ম্লকু' একে শাৰীৰে উৎসৱ।

নতুন বছৰ কেৱল পঞ্জিকামতেই নাহে, প্ৰকৃতিৰ চিৰকলীয়া ৰীতি মানিহে আহে আৰু সেইদৰেই খেতিয়কৰ জীৱনতো প্ৰভাৱ পৰে। খেতিৰ নতুন বছৰ আৰম্ভ কৰিবৰ আগলি মুহূৰ্তত ভোজ-ভাত খাই, হাঁহি-মাতি ৰং-আনন্দ কৰিবৰ প্ৰেৰণা আহে। পৰ্বত-ভৈয়াম উভয়তে এই উৎসৱৰ সময়ত নৃত্য-গীতৰ আয়োজন কৰা হয়। এটা মন কৰিবলগীয়া কথা হ'ল, সকলোৱেই ঢোল ব্যৱহাৰ কৰে। অসমীয়াৰ ঢোলৰ লগত মেলানেচিয়া-পলিনেচিয়াৰ ঢোলৰ সাদৃশ্য আছে। কাঠৰ টুকুৰা খুলি গৰু-ছাগলীৰ ছালেৰে ঢোল ছোৱা হয়। নগাৰ তুখুকং নাৱৰদৰে গোটা কাঠ খুলি তৈয়াৰ কৰা বাদ্য। টকা, পেঁপা, গগনা, বাঁহী, ছিফুং, ছেৰজা, টোকাৰী, বীণ আদি বাদ্য বিহুত ব্যৱহাৰ কৰা হয়। বিহুৰ সময়ত গোৱা আটাইবোৰ গীত-মাততে আদিৰসৰ সোৱাদ আৰু জুতি পোৱা যায়। সম্ভৱতঃ অষ্ট্ৰিকসকলৰ উৰ্বৰতা লোকবিশ্বাসৰ ভেঁটিতে যৌন ধৰ্মী গীতবোৰ ৰচিত হৈছিল আৰু শস্যৰ উৎপাদন কামনা কৰি পথাৰৰ মাজত বিহুতলী পাতি গোৱা হৈছিল। সমগ্ৰ ভৌগোলিক অসমৰ কৃষিধৰ্মী উৎসৱতে মূলগত ঐক্য পৰিলক্ষিত হয়।

# বৌদ্ধ সংস্কৃতি

হিন্দু ধৰ্মই যেনেকৈ ভাৰতীয় সংস্কৃতিৰ চিন্তাজগতত আলোড়ন তুলি পুনৰ নতুন সৃষ্টিৰ বাট কাটিছিল, বৌদ্ধ ধৰ্ময়ো ভাৰতত জন্ম গ্ৰহণ কৰি সাহিত্য-সংস্কৃতিৰ জগতলৈ প্ৰভূত বৰঙণি দি থৈ গৈছিল। একালত সমগ্ৰ ভাৰততে বৌদ্ধ ধৰ্মই গা কৰি উঠিছিল; কিন্তু শংকৰাচাৰ্যই বুদ্ধদেৱক বিষ্ণুৰপৰা অভিন্ন আৰু বিষ্ণুৰেই এক অৱতাৰ বুলি স্বীকৃতি দি পুনৰ বৈদিক ক্ৰিয়াকাণ্ড প্ৰচলন কৰিবলৈ ধৰাত বৌদ্ধ ধৰ্মৰ শ্ৰী হানি হ'বলৈ ধৰে আৰু কালক্ৰমত অনেক বৌদ্ধ পীঠ হিন্দু বিষ্ণু মন্দিৰলৈ ৰূপান্তৰিত হয়। তথাপি বৌদ্ধ স্থাপত্য-ভাস্কৰ্য আৰু সাহিত্যই ভাৰতীয় সংস্কৃতিৰ বুৰঞ্জীত সোণত কষটি শিলৰ ৰেখাৰ দৰে স্থায়ী চিন থৈ যায়। বৌদ্ধ ধৰ্মৰ সৰ্বাতোকৈ ডাঙৰ গুণ হ'ল ই থলুৱা সংস্কৃতিক আঘাত নকৰি তাৰ নিজৰ পৰিবেশত খাপ খাই যাবলৈ যত্ন কৰে। ভাৰত, ব্ৰহ্মদেশ, থাইলেণ্ড, চীন, জাপান, তিব্বত প্ৰত্যেক দেশত বৌদ্ধ ধৰ্ম নিজা নিজা ধ্যান-ধাৰণাৰ ভেঁটিত বিকশিত হৈ উঠিছে। কোনো কোনো ধৰ্মই প্ৰচাৰ লাভ কৰাৰ আগতে সেই ঠাই আৰু মানুহৰ সংস্কৃতিক ধ্বংস কৰিবৰ যত্ন কৰে। সেই একেদৰেই পূৰ্বৰ সংস্কৃতিৰ প্ৰতি অনীহা সৃষ্টি কৰি পৰিবেশ গঢ় দি লয়; কিন্তু বৌদ্ধ ধৰ্মই যি ঠাইত বিকশিত হ'ব খোজে, তাৰ ৰীতি-নীতি ৰাখি মূল নীতিকেইটা মাত্ৰ দান দিয়ে। ইয়াৰ পৰিণতিস্বৰূপে অতি তাকৰীয়া সময়ৰ ভিতৰতে বিভিন্ন শাখা-প্ৰশাখাত বিভক্ত হৈ পৰে। ইছলাম বা খ্ৰীষ্টান ধৰ্মৰ নিজা ভাগ ছিয়া-চুন্নী, কেথলিক-প্ৰটেষ্টাণ্ট আদিৰ মাজত যিদৰে ঘোৰ মত-পাৰ্থক্য আৰু উন্মাদনাপূৰ্ণ বিৰোধ আছে, বৌদ্ধ ধৰ্মৰ হীনযান-মহাযানৰ মাজত তেনে হিংসাত্মক সংঘাত নাই ; ই মাত্ৰ আদৰ্শ আৰু ৰীতি-পদ্ধতিৰ পাৰ্থক্য। হিন্দু ধৰ্মৰো শাক্ত, শৈৱ, বৈষ্ণৱ শাখাত মত-পাৰ্থক্য থাকিলেও হিংসাত্মক দ্বন্দ্বৰ উদাহৰণ নাই। সি যি কি নহওক, বৌদ্ধ ধৰ্মই ভাৰতীয় সংস্কৃতিলৈ অহিংসা, শান্তি, সহ-অৱস্থান আৰু মানৱীয় সমতাৰ মহান আদৰ্শ এৰি থৈ গৈছে আৰু আজিও উচ্চ স্থাপত্য-ভাস্কৰ্য আৰু সাহিত্যৰে যুগজয়ী স্তম্ভ নিৰ্মাণ কৰিবলৈ সক্ষম হৈছে।

প্ৰাচীন কামৰূপ-প্ৰাগজ্যোতিষ ৰাজ্যত বৌদ্ধ ধৰ্মই বিস্তৃতি লাভ কৰিছিল। সম্ভতঃ অশোকৰ ৰাজত্ব কালতেই দক্ষিণ-পূৱ এচিয়াত বৌদ্ধ ধৰ্ম বিয়পি পৰাৰ সময়তে ইয়াতো প্ৰচাৰিত হৈছিল। ইয়াত বসবাস কৰা মঙ্গোলীয় লোকসকলৰ স্থানীয় বা নিজা ধৰ্ম আছিল 'মেজিক' তথা তন্ত্ৰ-মন্ত্ৰ প্ৰধান। বৌদ্ধ ধৰ্মৰ উদাৰ দৃষ্টিভঙ্গীৰ সুযোগ লৈ উক্ত তন্ত্ৰ-মন্ত্ৰ বৌদ্ধ ধৰ্মৰ ভিতৰলৈ অনুপ্ৰৱেশ কৰে। বৌদ্ধ নিৰ্বাণ, মহাসুখ, গুৰুচিন্তা আদি আগত ৰাখি অন্যান্য লোকাচাৰসমূহ স্থানীয়ভাৱে গ্ৰহণ কৰে। এইদৰেই মহাযান পন্থত তন্ত্ৰযান, মন্ত্ৰযান, ভদ্ৰযান, ওড্ৰযান, বজ্ৰযান, সহজযান, কালচক্ৰযান আদি পন্থবোৰে জন্ম লাভ কৰে। ঘাইকৈ সহজযানৰ প্ৰভাৱ উত্তৰ বঙ্গ আৰু অসমত অতি বেছি। পৰৱৰ্তী যুগত বৈষ্ণৱ ধৰ্মৰ বিস্তাৰৰ সময়ত বৈষ্ণৱ ধৰ্মৰ গাতে গইনা লৈ জীয়াই থাকে। এসময়ত ই গোপনীয় অনুষ্ঠানলৈ পৰ্যবসিত হয়।

হিউৱেনচাং কামৰূপলৈ অহাৰ সময়ত ইয়াৰ মানুহে দেৱতা পূজা কৰা আৰু বৌদ্ধ সঙঘাৰাম প্ৰতিষ্ঠিত নোহোৱাৰ কথা থোৰতে কৈছিল, সেইবুলি বৌদ্ধধৰ্মী মানুহ একেবাৰেই নাছিল বুলি ক'ব নোৱাৰি; কিন্তু গোপনীয়ভাৱেহে বৌদ্ধ ৰীতি-নীতি পালন কৰিছিল। ভাস্কৰবৰ্মা নিজে শৈৱ আছিল। আনপিনে কল্হনৰ 'ৰাজতৰঙ্গিণী' মতে কাশ্মীৰৰ ৰজা মেঘবাহনে প্ৰাগ্জ্যোতিষৰ ৰজাৰ কন্যা অমৃতপ্ৰভাক বিয়া কৰাইছিল। অমৃতপ্ৰভাই বৌদ্ধ ভিক্ষু স্তৌনপাক কাশ্মীৰলৈ লৈ গৈছিল। স্তৌনপাৰ ঘৰ আছিল লৌহ দেশত। লৌহ তিব্বতৰ দেশ বুলি বহুতে ক'ব খুজিলেও এই লৌহ দেশ লৌহিত্য দেশৰ বাহিৰে একো নহয়। প্ৰাচীন কামৰূপক লৌহিত্য দেশ বুলি পুৰণি কাব্য-মহাকাব্যত উল্লেখ পোৱা যায়। ইয়াৰ দ্বাৰাই এইটো প্ৰতীয়মান হয় যে খ্ৰীষ্টজন্মৰ



আগতেই বৌদ্ধ ধৰ্মই অসমত প্ৰতিষ্ঠা লাভ কৰিছিল। সম্ভৱতঃ তিব্বত, নেপাল, ভূটান আদি দেশলৈ কামৰূপৰপৰাহে বৌদ্ধগুৰু তথা সিদ্ধাচাৰ্যসকল গৈছিল।

খ্ৰীষ্টীয় দশম শতিকাৰ আগতে ৰচিত বৌদ্ধ চৰ্যাসমূহৰ ৰচয়িতাসকলৰ ভিতৰত কেইবাজনো কামৰূপৰ মানুহ আছিল। 'বাহ্যন্তৰ বোধিচিত্ত বন্ধোপদেশ' নামৰ পুথিখন মীননাথৰ ৰচনা। মীননাথ বা মচ্ছীন্দ্ৰনাথ, গোৰক্ষনাথ আদিৰ নাম নেপাল-তিব্বতত সঘনাই উচ্চাৰণ কৰা হয়। মীননাথৰ আন এটা নাম লুইপা বা লৌহিত্যপাদ। আন এজন চৰ্যা-ৰচয়িতা সৰহপা বা সৰহপাদো কামৰূপৰ মানুহ আছিল। ভাস্কৰবৰ্মা আৰু তেওঁৰ উত্তৰাধিকাৰী ৰজাসকলৰ তাম্ৰশাসনসমূহ পৰ্যবেক্ষণ কৰিলে ৰজাঘৰৰ ধৰ্ম হিন্দু আছিল যেন লাগে; কিন্তু এই তাম্ৰশাসনসমূহৰ সমসাময়িক যুগতে চৰ্যাসমূহ ৰচিত হৈছিল আৰু চৰ্যাসমূহৰ দৰ্শন বৌদ্ধ দৰ্শনৰ ভেঁটিত গঠিত। সেয়ে হ'লে সাধাৰণ প্ৰজাৰ মাজত তান্ত্ৰিক ৰূপতে বা প্ৰাথমিক পৰ্যায়তে হওক, বৌদ্ধ ধৰ্মৰ প্ৰচলন আছিল। হাজো, কামাখ্যা, শুক্ৰেশ্বৰ, যোগীঘোপা আদিত যিবোৰ বৌদ্ধ অৱশেষ পোৱা গৈছে, এই সকলোবোৰ এই যুগটোৰে সৃষ্টি। হাজোৰ হয়গ্ৰীৱ-মাধৱৰ বিগ্ৰহক ভূটীয়া-তিব্বতী মানুহে আজিও মহামুনিৰ মূৰ্তি বুলি বিশ্বাস কৰে। নানান ভৌগোলিক কাৰণত অসমত শিল-ইটাৰ পকী বৌদ্ধবিহাৰ প্ৰতিষ্ঠা হোৱা নাছিল; কিন্তু চৰ্যাৰ সমপৰ্যায়ৰ সাহিত্য আৰু অধিক ৰচিত হৈছিল যেন লাগে।

শংকৰদেৱে অসমত নৱবৈষ্ণৱ আন্দোলন গঢ় দিয়াৰ সময়ত অসমত বৌদ্ধধৰ্মৰ অৱশিষ্ট বাকী আছিল। 'কথাগুৰুচৰিত'ত শংকৰদেৱে বৌদ্ধ টাটকীয়া লগ পোৱাৰ কথা উল্লেখ কৰিছে। ৰাম সৰস্বতীৰ 'ব্যাসাশ্ৰম' আৰু 'বংশীগোপালদেৱৰ চৰিত' পুথিতো তান্ত্ৰিক বৌদ্ধ ৰীতি-নীতিৰ কথা উল্লেখ কৰিছে। শংকৰদেৱে নিজেই বৌদ্ধসকলক বেদবিৰোধী বামপন্থী বুলি কীৰ্ত্তনত মন্তব্য কৰিছে। বৈষ্ণৱৰ ভিতৰতে গোপনে চলি থকা ৰাতিখোৱা বা পূৰ্ণভগীয়া পন্থৰ আনুষঙ্গিক ৰীতিসমূহে বৌদ্ধতন্ত্ৰৰেই প্ৰমাণ দিয়ে। গুৰুৰ নিৰ্দেশ মানি মহাসুখ-নিৰ্বাণ বিচৰা কথাবাৰে মূল বৌদ্ধ.আদৰ্শকে দাঙি ধৰে। কামৰূপকে ধৰি তিব্বত, নেপাল, ভূটান, চিকিমত মহাযান পন্থই গা-কৰি উঠে; কিন্তু শংকৰদেৱৰ একশৰণ নামধৰ্মৰ প্ৰভাৱত বৌদ্ধ ধৰ্ম সম্পূৰ্ণৰূপে লোপ পায়।

আহোমসকল অসমলৈ অহাৰ আগতেই বৌদ্ধ হৈছিল। তেওঁবিলাকে যি আদৰ্শ অনুসৰণ কৰিছিল, তাত বৌদ্ধধৰ্মৰ উপাদান পোৱা যায়। ৰজাই ডাঙৰ আলি বন্ধাই, কাষত পুখুৰী খনাই, জৰি, আঁহত, বড়গছ ৰুই দিছিল। এয়া, অশোকৰ বৌদ্ধ আদৰ্শৰ অনুকৰণ মাত্ৰ। দ্বিতীয়তে, আহোম পদ্ধতিৰ বিয়া 'চকলঙ'ৰ মন্ত্ৰতো বৌদ্ধ ধৰ্ম্মৰ প্ৰদীপ-দানৰ মন্ত্ৰ পোৱা যায়। আহোমসকলৰ ফুৰালং নামৰ পূজাও বৌদ্ধ আদৰ্শৰ। ফুৰালং-পূজাত পাঠ কৰা 'পেন্ কা-কা' নামৰ পুথিখন 'পঞ্ঞ-কা-ক' নামৰ পালি গ্ৰন্থৰ আৰ্হিত ৰচিত বুলি ধাৰণা কৰা হৈছে। এইখিনি প্ৰাথমিক পৰ্যায়ৰ বৌদ্ধ উপাদান আহোমসকলৰ সামাজিক-সাংস্কৃতিক জীৱনত পোৱাৰ বাহিৰে অন্য বিশেষ সাক্ষ্য পোৱা নাই। পুৰণি বৌদ্ধ গ্ৰন্থ, বুদ্ধ বা বোধিসত্ত্বৰ মূৰ্তিও উদ্ধাৰ হোৱা নাই। আহোমসকলৰ প্ৰব্ৰজনৰ পিছত উত্তৰ ব্ৰহ্মৰ পৰা ভালেমানকেইটা জনসমষ্টি প্ৰব্ৰজন কৰি অহাৰ কথা জনা যায়। এটা ঠাল হিমালয়ৰ ঠেক উপত্যকাইদি গৈ নেপালত ওলায়গৈ; তেওঁবিলাক লিম্বু নামে জনাজাত। মেক-মোহন লাইনৰ কাষত থকা খাম্পা আৰু কোনোৰ মতে মেম্বাসকলো টাইজাতীয় মানুহ, পিছত তিব্বতী বৌদ্ধ সংস্কৃতি গ্ৰহণ কৰে। এইদৰে হিমালয়ৰ মাজে মাজে ভটীয়াই গৈ থকা এটা ঠাল সোৱণশিৰীৰ পাৰে পাৰে আহি বৰ্তমান অৰুণাচলৰ সোৱণশিৰী উপত্যকাৰ আপাটানি মালভূমিত ওলায়হি আৰু প্ৰাচীন সমাজ-ব্যৱস্থা আৰু কৃষি-পদ্ধতিৰে আজিও বসবাস কৰি আছে। আৰু এটা ঠাল ক্ৰমে দক্ষিণলৈ গৈ মণিপুৰত সোমায়। তেওঁবিলাক মোই-টোই নামে জনাজাত হয়। মোই-টোই সম্ভৱতঃ মাও-টাই শব্দৰপৰাই ওলাইছে। তদুপৰি কেইবাটাও

ঠাল অসমলৈকো আহে। তেওঁবিলাকে লগত যিয়েই কি ধৰ্ম আৰু সমাজ-ব্যৱস্থা লৈ নাহক কিয়, অতি সাধাৰণভাৱে আহোম সমাজত জীণ যায়। নৰা কোঁৱৰ, নৰা হিলৈদাৰী আৰু সাধাৰণ নৰা মানুহ এনেকৈয়ে আহি জীণ গৈছিল।

অষ্টাদশ শতিকাত উত্তৰ ব্ৰহ্মাৰ টাই ৰাজ্যসমূহৰ ওপৰত ব্ৰহ্মদেশীয় ৰজাৰ উৎপীড়ন ইমান তীব্ৰভাৱে বৃদ্ধি পায় যে সকলো ৰাজ্যৰ পৰাই টাই মানুহ দলে দলে ভাগি আহিবলৈ ধৰে। এই লোকসকলৰ ভিতৰত টাই-খামতি, টাই- ফাকে, টাই-খাম-য়াং আৰু টাই-আইতন প্ৰধান। এওঁবিলাক সকলোৱেই আহোমসকলৰ সমগোত্ৰীয় মানুহ; কিন্তু সকলোৱেই সম্পূৰ্ণ বৌদ্ধ ধৰ্মী। অষ্টাদশ শতিকাত টাই-খামতিসকল অহাৰ আগতেই দুটা সৰু সৰু গোটৰ খামতি মানুহ আহি খেৰেম আৰু ইস্পং অঞ্চলত বসবাস কৰিছিল। ইটোৰ পিছত সিটোকৈ অহা এই গোটকেইটাই আহোম ৰাজ্যৰ ভিতৰতে শদিয়া অঞ্চলত বসবাস কৰিছিল। ধৰ্ম আৰু ভাষা একে হোৱা বাবে তেওঁবিলাকৰ ভিতৰত একতা গঢ় লৈ উঠিছিল। খামতিসকল পাটকাই পাৰ হৈ খামং অৰ্থাৎ বৰ্তমান বিজয়নগৰ অঞ্চলত কেইবছৰমান বসতি কৰিছিল। ইয়াত বুদ্ধ মূৰ্ত্তিকে ধৰি কেইপদমান প্ৰাচীন সম্পদ উদ্ধাৰ হোৱালৈ চাই এওঁবিলাক নৈষ্ঠিক বৌদ্ধ আছিল। যথাৰ্থতে খামতিসকলেই বাকী টাই-বৌদ্ধসকলক নেতৃত্ব দিছিল। পিছলৈ খামতিৰ ৰজাজনকে শদিয়াখোৱা গোহাঁই পাতি উক্ত সীমান্ত অঞ্চল শাসন কৰিবলৈ দিছিল; কিন্তু তৃতীয় মোৱামৰীয়া বিদ্ৰোহৰ সময়ত শাসন-ব্যৱস্থাৰ খেলিমেলি হওঁতে খামতি ৰজাই নেতৃত্ব লৈ বিদ্ৰোহ ঘোষণা কৰে। পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে সেই বিদ্ৰোহ দমন কৰি সকলোকে ঘৰোৱাহীকৈ ধৰি নি যোৰহাটৰ ওপৰে দিচৈ-টোকোলাই নৈৰ পাৰত বসতি কৰিবলৈ দিয়ে; কিন্তু মানৰ আক্ৰমণৰ সময়ত ছেদেলি-ভেদেলি হৈ য'তে ত'তে বসতি কৰিবলৈ লয়। খামতিসকল টেঙাপানী, শদিয়া অঞ্চললৈ উলটি যায়। টাই-ফাকেসকল গৈ দিহিং নৈৰ পাৰত বহেগৈ। টাই-খাময়াংসকল চলাপথাৰ, তিতাবৰ, খৰিকটীয়া, বৰপথাৰ আৰু টাই-আইতনসকল চিলনীজান অঞ্চলত বিয়পি পৰে। পিছলৈ জনসংখ্যা বাঢ়ি অহাত আজিকালি বহতো গাঁও হৈছে। ইংৰাজ আমোলত খামতি বিদ্ৰোহৰ পৰিণতিস্বৰূপে শদিয়াৰ খামতিসকলক ডিব্ৰু, ক'লাবাৰী, চিচি, টেঙাপানীত চাৰিভাগকৈ বহুৱায়। কালক্ৰমে ডিব্ৰু আৰু চিচিৰ গাঁও নাইকিয়া হয় আৰু লোহিত জিলাৰ টেঙাপানী-লুইত-কামলাং উপত্যকাত থুপ খাই বসতি কৰিবলৈ লয়।

টাই-বৌদ্ধসকলৰ মাজত কেতবোৰ অনা-বৌদ্ধ ৰীতি-নীতি প্ৰচলিত আছিল; কিন্তু ব্ৰহ্মদেশৰপৰা অহা নৈষ্ঠিক থেৰবাদী ফুঙ্গিসকলে টাইসকলৰ ধৰ্মীয় জীৱন সম্পূৰ্ণ নিকা কৰি শৃঙ্খলিত কৰি তোলে। সকলো গাঁৱতে একোটা বৌদ্ধ বিহাৰ প্ৰতিষ্ঠিত হয় আৰু ইয়েই সাংস্কৃতিক-সামাজিক জীৱনৰ কেন্দ্ৰ হৈ পৰে।

টাই-বৌদ্ধসকলৰ উপৰিও অৰুণাচলত বৌদ্ধ সংস্কৃতিৰ বিকাশ সাধিত হৈছে। মনপা-শ্বেৰদুকপেনসকল পুৰণি বৌদ্ধ। তেওঁবিলাকৰপৰা দাঁতি কাষৰীয়া দুই-এটি জনজাতিয়ে নতুনকৈ বৌদ্ধ ধৰ্ম গ্ৰহণ কৰিছে। সেইদৰে লোহিত জিলাৰ চিংফৌসকলো পূৰ্বতে জড়োপাসক আছিল, এতিয়া চিংফৌ-দোৱনীয়াসকল নতুনকৈ বৌদ্ধ হৈছে।

বৌদ্ধ সমাজৰ সংস্কৃতিৰ কেইটামান বৈশিষ্ট্য মন কৰিবলগীয়া। অহিংসা-বিনয় আৰু মানৱীয়-চিন্তাধাৰাই সততে সমাজক ধৰি ৰাখে। প্ৰতিখন বৌদ্ধ গাঁৱতে একোটা বৌদ্ধ-বিহাৰ থাকে। বিহাৰত অধ্যক্ষ হিচাপে এজন ভিক্ষু থাকে। ভিক্ষুৱে শ্ৰমণক শিক্ষা দিয়ে। বিহাৰৰ অধ্যক্ষজন গাঁৱৰ ৰাইজৰ যথাৰ্থতে বন্ধু, ধৰ্মগুৰু আৰু পৰিচালক। বৌদ্ধ-বিহাৰ গাঁৱৰ পুথি-ভঁৰালো। চৌখাম, নাৰায়ণ পুৰ, টোৱাং আদি বিহাৰত অসংখ্য বৌদ্ধ দৰ্শনৰ গ্ৰন্থ আছে। বিহাৰৰ সক্ৰিয় পৰিবেশে গাঁৱৰ ধৰ্ম-জীৱন সজীৱ কৰি ৰাখে।



সকলো বৌদ্ধ লোকৰ মাজতে মুখা-নৃত্যৰ প্ৰচলন আছে। তাৎপৰ্যপূৰ্ণ ধৰ্মীয় কাহিনীৰ প্ৰতীকধৰ্মী চৰিত্ৰৰে মুখা-নৃত্য কৰা হয়। খামতিসকলৰ মাজত ভাওনা শ্ৰেণীৰ নাট্যানুষ্ঠানো দেখা যায়।

খামতিসকলৰ নিজা ভাষা আৰু লিপি আছে। টাই পদ্ধতিৰ উচ্চাৰণ-ৰীতিত পালি গ্ৰন্থসমূহ লিখা হয় আৰু চৰ্চা কৰা হয়। মনপাসকল তিব্বতী পৰম্পৰাৰে প্ৰভাবান্বিত। টোৱাঙৰ মঠত অজস্ৰ পুথি সংৰক্ষিত হৈ আছে। অসমৰ ভৈয়ামত বাস কৰা টাই বৌদ্ধসকলৰ নিজৰ নিজৰ বৌদ্ধ-বিহাৰত অনেক বৌদ্ধধৰ্মীয় পাণ্ডুলিপি সংৰক্ষণ কৰি আহিছে। পুথি-দান বৌদ্ধ-পৰম্পৰাত অতি পুণ্যৰ কাম।

বৌদ্ধ-বিহাৰক কেন্দ্ৰ কৰি স্থাপত্য আৰু ভাস্কৰ্যও বিকশিত হৈ উঠা দেখা যায়। একালত কাঠ-খোদাই কামত ভিক্ষুসকলে নিপুণতা প্ৰদৰ্শন কৰিছিল। বৌদ্ধসকল সাজে-পাৰে সংযত আৰু নিয়মীয়া। তাঁতশালৰ ব্যাপক প্ৰচলন আছে।

আজিকালি সকলো সামাজিক অনুষ্ঠান বৌদ্ধ পদ্ধতিত সমাপন কৰা হয়; বিয়া; জন্ম, মৃত্যু সম্পৰ্কীয় ৰীতি-নীতিতো বৌদ্ধ-প্ৰভাৱ স্পষ্ট। ভিক্ষুজনক গাঁৱৰ বুঢ়া-মেঠা সকলোৱে শ্ৰদ্ধা-ভক্তি দেখুৱায়। ভিক্ষুজনৰ নিজা সম্পত্তি নাই।

খামতিসকল সাংস্কৃতিক দিশত উন্নত। প্ৰত্যেক গাঁৱতে বৌদ্ধ বিহাৰ আছে। তেওঁবিলাকৰ জনসংখ্যা পাঁচহাজাৰমান হ'ব। খামতি মানুহ ওখ-পাখই নিয়মীয়া গঢ়ৰ। গাৰ বৰণ বগা। হাত-ভৰি, নাক-মুখ লনি। খামতি পুৰুষে লুঙী আৰু তিৰোতাই ক'লা মেখেলা পিন্ধে, তিৰোতাৰ সাজ-পাৰ অতি পৰিষ্কাৰ আৰু আটোম-টোকাৰি, চুলি দীঘল, কিচকিচিয়া ক'লা, গাত জাকিত চোলা পিন্ধে; বুকুত মেখনি মাৰে। খামতিসকলে চাংঘৰত বাস কৰে। ঘৰৰ প্ৰথম কোঠাতো আলহীৰ বাবে আছুঁতীয়া। তাৰ পিছৰটো তি-ফাই অৰ্থাৎ জুইশাল। সকলো সামাজিক অনুষ্ঠানতে ধৰ্মীয় প্ৰভাৱ সুস্পষ্ট। প্ৰতি গাঁৱৰে বৌদ্ধ বিহাৰত একোজন বৌদ্ধ ভিক্ষু অধ্যক্ষ হিচাপে থাকে। ভিক্ষুকসকলক সকলোৱেই সন্মান কৰে। গাঁৱৰ মানুহে উপযাচি দিয়া সিধাৰেই ভিক্ষুসকলে জীৱিকা-নিৰ্বাহ কৰে। কি চৌখাম, কি নাৰায়ণপুৰ, সকলো খামতি গাঁৱতে পালি ভাষাৰ চৰ্চা চলি আছে।

খামতিসকলৰ জীৱনৰ উৎসৱ, গীত, নৃত্য, সংস্কৃতি সকলোতে বৌদ্ধ প্ৰভাৱ স্পষ্ট। তেওঁবিলাকে মুখা পিন্ধি নাচে। মানুহ, জীৱ-জন্তু আদিৰ মুখা পিন্ধি নাচি নাচি বৌদ্ধ জাতকৰ কাহিনী ৰূপায়িত কৰে। আনকি লোকগীত আৰু সাধুকথাটো বৌদ্ধ প্ৰভাৱ সুস্পষ্ট।

খামতিসকল পাকৈত খেতিয়ক। "খামতি চাউল" বোলা লাহী চাউলৰ ভাত বৰ সোৱাদ। নৈৰ পানীৰ সোঁতত চলোৱা পানীঢেঁকী চাবলগীয়া। নাৰায়ণপুৰৰ মুখিয়াল গোহাঁইৰ ঘৰত ব্ৰহ্মদেশৰ ৰজাই দিয়া চনদ এখন আছে।

আন এটি বৌদ্ধ টাই জাতি টাই-ফাকে বা টাই-ফাকিয়াল। টাই-ফাকেসকলো আহোমসকলৰ বংশধৰ। এওঁবিলাকৰ আদি বাসস্থান উত্তৰ ব্ৰহ্মাৰ টাই-পং। ব্ৰহ্মা ৰজা আলম্ফাই টাই-পং অধিকাৰ কৰাত ১৭৬০ চনত টাই-পং এৰি থৈ আহে। অসম সীমান্ত পাৰ হৈ অহাৰ আগতে টাই-ফাকেসকল টুৰুংপানী নৈৰ পাৰত বাস কৰিছিল। তাৰ পিছত আহোম ৰাজ্যত সোমায়। আহোম ৰাজ্যত সোমোৱাৰ পিছত প্ৰথমে দিহিং নৈৰ পাৰত আৰু পিছত দিচৈ নৈৰ আগৰিত বাস কৰিবলৈ দিয়ে। মানৰ প্ৰথম আক্ৰমণৰ সময়ত তেওঁবিলাকক ঘৰোৱাহীকৈ ধৰি লৈ যায়; কিন্তু নামচিক্ নামে ঠাইত এৰি থৈ যায়। পিছত এওঁবিলাকে মাৰ্ঘেৰিটা আৰু জয়পুৰৰ ওচৰত দিহিং নৈৰ পাৰত বাস কৰে। তেওঁবিলাক যথাক্ৰমে বৰ-ফাকিয়াল আৰু নাম-ফাকিয়াল নামে জনাজাত। এওঁবিলাকৰ সংস্কৃতি ভাষা, লিপি খামতিসকলৰ লগত মিলে। ফাকিয়ালসকলৰ

জীৱনতো বৌদ্ধ প্ৰভাৱ সুস্পষ্ট। তিৰোতাবিলাকে হাতদীঘল চোলা আৰু ক'লা মেখেলা পিন্ধে। পুৰুষে লুঙী পিন্ধে আৰু বয়সীয়া মানুহে মূৰত পাগুৰি মাৰে। এওঁবিলাকৰো প্ৰধান জীৱিকা খেতি। মানুহবিলাক ধৰ্ম-ভীৰু।

অসমত বাস কৰা বাকী ঘাই ঠালকেইটা হ'ল নৰা, আইতন, শ্যাম বা খাময়াং। এওঁবিলাক মুংকং বা মোগঙৰপৰাই উঠি অহা মানুহ। বোধকৰোঁ আহোমসকলৰ অলপদিনৰ পিছতে এওঁবিলাক তাৰপৰা উঠি আহি পাটকাই পৰ্বতৰ সিপাৰে কাষতে থকা খামজাং ৰাজ্যত বাস কৰে। খামজাং তুলনামূলকভাৱে দ ঠাই হোৱাত পৰ্বতীয়া শ্যানবিলাকে তেওঁবিলাকক ন'-ৰা' বুলিছিল। খামজাঙত বাস কৰা বাবে তেওঁবিলাক সততে টাই-খাময়াং নামে বা নৰা নামে জনাজাত। মূলতে আহোম আৰু নৰাসকল একে ঠালৰে। বৰ্তমান টাই খাময়াংসকল জনসংখ্যাত সংখ্যাগৰিষ্ঠ। আহোম ৰজাই এওঁবিলাককো তিতাবৰ, খৰিকটীয়া অঞ্চলত বসবাস কৰিবলৈ অনুমতি দিয়ে। এশ বছৰমানৰ আগতে তাৰপৰা কিছুমান মানুহ উঠি আহি দিচাং নৈৰ পাৰৰ চলাপথাৰত বহেহি। চলাপথাৰ এখন ভৰা গাঁও। তিনিকুৰি ঘৰমান মানুহ আছে। তাৰ পিছত আন কিছুমান মানুহ উঠি আহি ধেমাজি-দিচাংপানীত বহেহি। আজিকালি ৰহণপথাৰ, মিঠা পুখুৰী আৰু কেইবাঠাইতো নতুনকৈ নৰা গাঁও বহিছে।

টাই খাময়াংসকল অতীতৰপৰাই বৌদ্ধ। আহোমসকলে টাই খাময়াংসকলক নিজৰ ভাই-ককাই বুলি চিনাকি দিলেও ধৰ্মৰ পাৰ্থক্য থকাত আৰু ঘাইকৈ পৰ্বতীয়া গোসাঁইৰ ব্ৰাহ্মণ্য কূটনীতিৰ বাবে ক'ৰবাৰ কোনোবা হৈয়ে থাকিল। তেওঁবিলাকৰ জীৱন-পদ্ধতি আৰু সংস্কৃতিত বৌদ্ধধৰ্মৰ প্ৰভাৱ এৰাবনোৱৰা। আহোমসকলৰ দৰেই এওঁবিলাকে নিজৰ ভাষা এৰি অসমীয়া ভাষা গ্ৰহণ কৰে। বৌদ্ধধৰ্মৰ পালি গাঁথাসমূহে বিহাৰ ধ্বনিত কৰি ৰখাৰ উপৰিও অসমীয়া ভাষাতো বুদ্ধ-প্ৰশস্তি গায়। আজি অসমীয়া ভাষাকেই গ্ৰহণ কৰিলেও নিজৰ পুৰণি টাই ভাষাকো পাহৰি যোৱা নাই। অৱশ্যে টাই ভাষা জনা মানুহৰ সংখ্যা এতিয়া আঙুলি মূৰত লিখিবপৰা। বৌদ্ধবিহাৰত শ্ৰমণসকলে ভিক্ষু হ'বৰ কাৰণে প্ৰশিক্ষণ লয়। তেওঁবিলাকে বৌদ্ধগ্ৰন্থ, ধৰ্ম্মপদ, পিটক, সূত্ত আদি অধ্যয়ন কৰে।

তেওঁবিলাকৰ মাজত একালত লোকগীতৰ প্ৰচুৰ প্ৰচলন আছিল। এতিয়াও দুই-এটা পাহৰণিৰ বুকুত লীন নোযোৱাকৈ জীয়াই আছে। চলাপথাৰ টাই খাময়াংসকলৰ সকলোতকৈ সমৃদ্ধ গাঁও। উচ্চ শিক্ষিত মানুহৰ সংখ্যা তাকৰীয়া যদিও সাধাৰণ মানুহ সকলোৱেই সভ্য, মাৰ্জিত, বিনয়ী আৰু ধৰ্মভীৰু। ইয়াত এখন পালি বিদ্যালয় আছে। ইয়াত থাকি বহুতো শ্ৰমণে বৌদ্ধ ধৰ্মৰ বিভিন্ন ধৰ্মশাস্ত্ৰ অধ্যয়ন কৰে। বৌদ্ধধৰ্মৰ ছয়ৰঙী পতাকাই অহিংসবাদৰ মহিমা প্ৰকাশ কৰিছে। বৌদ্ধবিহাৰৰ প্ৰতি সকলোৱেই শ্ৰদ্ধা অসীম। বিহাৰৰ বাপু বা ভিক্ষুজনক সকলোৱেই শ্ৰদ্ধা কৰে। সকলো সময়তে সকলো কামতে বৌদ্ধ প্ৰাৰ্থনাৰ পয়োভৰ।

বৌদ্ধসকলৰো উৎসৱ আছে। বুদ্ধপূৰ্ণিমা, মাঘী পূৰ্ণিমা, ফাগুনী পূৰ্ণিমা, বৰ্ষাবাসৰ অন্তত প্ৰবাৰণা উৎসৱ পালন কৰে। ইয়াৰ উপৰিও পয়লেং, পয়-চাং-কেন, মাই-কু-চোং-ফাই আদি উৎসৱ পালন কৰে। বৌদ্ধ পূৰ্ণিমা আৰু পয়-চাং-কেন উলহমালহেৰে উদ্‌যাপন কৰে।

পয়-চাং-কেন বসন্তৰ উৎসৱ। চলাপথাৰৰ টাই-খাময়াং ডেকাই বিহু মাৰি নাচিলেও, আনকি বুঢ়ীসকলেও পয়-চাং-কেন উৎসৱৰ বৌদ্ধ গীত গায়। খামতি ভাষাতো চাংকেনৰ গীত আছে।

টাই-খাম-য়াং তিৰোতাসকলে ক'লা মেখেলা পিন্ধে। মেখেলাৰ ওপৰত কঁকালত মেৰিয়াই এখন চুটি ৰিহা পিন্ধে, গাত চোলা আৰু চেলেং লয়। মূৰত খোপা বান্ধে। সেন্দুৰৰ ফোঁট নলয়। আহোমসকলৰ কাষতে বাস কৰি অনেকখিনি অসমীয়া ৰীতি-নীতি গ্ৰহণ কৰিছে।



একালত গাভৰুৱে বিহুও কৰিছিল। বিয়াত বিয়ানাম গাইছিল। সকলো কামকে বুদ্ধ প্ৰাৰ্থনাৰে আৰম্ভ কৰে যদিও আন হিন্দু অসমীয়াৰ দৰে বিয়ানাম গায়। এসময়ত এওঁবিলাকৰ মাজত গাভৰু বিহুও আছিল। পয়-চাং-কেন উৎসৱ আমাৰ গৰুবিহুৰ দিনা অনুষ্ঠিত হয়। মাই-কু-চোং-ফাই মাঘী পূৰ্ণিমাৰ দিনা পতা হয়। সেইদিনা ভোজ-ভাত খায়।

টাই বৌদ্ধসকলৰ ভিতৰত আন দুটা ঠাল হ'ল টাই টুৰুং আৰু টাই আইতন। এওঁবিলাক টুৰুং আৰু আইতনীয়া নামেৰে জনাজাত। মুং-ৰি-মুং-ৰামত ৰাজ্য স্থাপন কৰাৰ সময়ত খুনলুঙৰ ঠালৰপৰা বাঢ়ি যোৱা ৰাজ্যসমূহে নিজকে টাই লং বুলি চিনাকি দিছিল। এওঁবিলাক পূৰ্বৰ মুং খুমুংজাও ৰাজ্যৰ মানুহ। টুৰুং পানী নৈৰ পাৰত বাস কৰিছিল। একালত টাই ফাকেসকলো টুৰুংসকলৰ ওচৰৰপৰা অসমলৈ আহিছিল। তাৰপৰা ফাকেসকলৰ লগ বিচাৰি আহোঁতে চিংফৌ কাচিনসকলে ধৰি ৰাখে। তাত চাৰিকুৰি বছৰমান বাস কৰাৰ পিছত ১৮২৫ চনত মুকলি হৈ অসমলৈ আহে। এওঁবিলাকে তিনিপুৰুষমান চিংফৌ অঞ্চলত বসবাস কৰাৰ ফলত টাই ভাষাৰ লগত চিংফৌ ভাষা মিহলি হয়। এওঁবিলাকো ধৰ্মত বৌদ্ধ। গোলাঘাট মহকুমাত কেইখনমান টাই আইতন গাঁও আছে। ব্ৰহ্মৰজাৰ অত্যাচাৰত থাকিব নোৱাৰি অসমলৈ পলাই আহি টাই টুৰুংসকলৰ কাষতে থাকিবলৈ লয়। এওঁবিলাকৰ ধৰ্মীয় ৰীতি-নীতি আন টাই বৌদ্ধসকলৰ দৰেই। বাকী দুটা বৌদ্ধ জনজাতীয় সম্প্ৰদায় হ'ল দোৱনীয়া আৰু চিংফৌ। দোৱনীয়াসকল বৌদ্ধ; ভাষা চিংফৌ মিশ্ৰিত। দোৱনীয়া অঞ্চলৰ কেটেটং বৌদ্ধবিহাৰৰ অধ্যক্ষ শীলবংশ ভিক্ষুৱে কয়, দোৱনীয়াসকল চিংফৌ বংশসম্ভূত। মানৰ আক্ৰমণৰ পিছত তেওঁবিলাকে সীমান্তৰ ভৈয়াম অঞ্চলত বসবাস কৰিবলৈ লয়। দোৱনীয়াসকলৰ এজন মুখিয়াল বয়সীয়া লোক গোমগিটাঙে কয়, দোৱনীয়াসকল পূৰ্বৰ অসমীয়া মানুহ। মোৱামৰীয়া বিদ্ৰোহৰ সময়ত চিংফৌবিলাকে ছহাজাৰ অসমীয়া মানুহ ধৰি নিয়ে। এওঁবিলাকৰ মাজত আহোম, চুতীয়া, মৰাণ, বৰাহী সকলো সম্প্ৰদায়ৰ মানুহ আছে। কেপ্তেইন নিউভিল চাহাবে মানৰ আক্ৰমণৰ পিছত এওঁবিলাকক মোকলাই আনে। কেইবাপুৰুষো চিংফৌৰ মাজত বাস কৰি নিজৰ ভাষা পাহৰি চিংফৌ দোৱানত কথা কবলৈ ধৰাৰ বাবে অসমীয়া মানুহে দোৱনীয়া বুলিবলৈ ধৰে। এওঁবিলাকৰ দহ-বাৰখনমান গাঁও আছে। কেইবাটাও খেল আছে। তিনিকুৰি বছৰমানৰ আগতে বৌদ্ধ ধৰ্ম গ্ৰহণ কৰে। বৌদ্ধবিহাৰত বৌদ্ধ আৰু ব্ৰহ্মদেশীয় প্ৰভাৱৰ মাত্ৰা অধিক। দোৱনীয়া বৌদ্ধবিহাৰতো ঘণ্টা-কাঁহ আৰু ত্ৰিৰত্ন বন্দনাৰ ধ্বনি শুনিবলৈ পোৱা যায়।

একালত চিংফৌসকল দেওপূজক আছিল; কিন্তু লাহে লাহে ব্ৰহ্মদেশীয় ফুঙ্গিসকলৰপৰা বৌদ্ধ ধৰ্ম ল'বলৈ ধৰে। নিজৰ ভাষাত গায় ঃ

ফ্ৰাঃ না সাবানা
ত্ৰাঃ না সাবানা
সঙঘানা সাবানা, সাবানা মুচুমবা ঙাই লা হা।

চিংফৌসকলে বৌদ্ধ ধৰ্ম গ্ৰহণ কৰিলেও পুৰণি লোকাচাৰ এতিয়াও এৰিব পৰা নাই। তেওঁবিলাকৰ সাজপাৰত ব্ৰহ্মদেশীয় কাচিনৰ সাদৃশ্য আছে।

অসমৰ বৌদ্ধসকলৰ জীৱনৰ বৈশিষ্ট্য লক্ষ্য কৰিবলগীয়া। বৌদ্ধ ধৰ্মই তেওঁবিলাকক মানৱতাবাদী, অহিংস আৰু বিনয়ী কৰি তুলিছে।

# লোকসংস্কৃতিত উৰ্বৰা-বিশ্বাস

অসমৰ লোকসংস্কৃতিত উৰ্বৰা-বিশ্বাসৰ প্ৰভাৱ অতি বেছি। ইয়াৰ মূল কাৰণ বিশেষ তাৎপৰ্যপূৰ্ণ। একালত মানুহৰ বাবে সবাতোকৈ ডাঙৰ অভাৱ আছিল মানুহৰ। বিশাল অৰণ্য আৰু বন্য জন্তুৰে ভৰা দেশত মানুহৰ প্ৰয়োজন আছিল অসীম। সেইবাবে মানুহে জনসংখ্যা বৃদ্ধিৰ কামনা কৰিছিল সৰ্বতোপ্ৰকাৰে। মানুহৰ জীৱনৰ সবাতোকৈ ডাঙৰ ঘটনা হ'ল ঃ জন্ম, মৃত্যু আৰু বিবাহ। এই তিনিওটা ঘটনাক কেন্দ্ৰ কৰি মানুহৰ অলেখ লোকবিশ্বাস সৃষ্টি হৈছে। সন্তান জন্ম হ'লে মাছ দান দিয়ে। মাছৰ প্ৰজনন ক্ষমতা অধিক। মাছ দান দি সদ্যজাত শিশুৰ প্ৰজনন ক্ষমতা আহৰণ কামনা কৰা হয়। তাকৰীয়া মানুহৰ সমাজত বংশ-বৃদ্ধিৰ ধাৰণাই প্ৰবলভাৱে কাম কৰিছিল। সেইদৰে তেনে সমাজত এজন মানুহ হানি হোৱাটো দুঃসহ বেদনাৰ কাৰণ হৈ উঠিছিল। মৃত্যু হ'লেও মৃতকে অশৰীৰী ৰূপত থাকি পৰিয়ালবৰ্গলৈ চাইছিল আৰু কোনো আধিভৌতিক উপায়েৰে সহায় কৰিছিল বুলি ধাৰণা কৰিছিল। সেয়েহে মৃতকৰ প্ৰতি খাদ্য-সম্ভাৰ যাচি সকাম-নিকাম কৰা হয়। সম্ভৱতঃ জাতিস্মৰ ব্যক্তি বা দেওধনিৰ সময়ত দেওলম্ভা ধাৰণাৰপৰাই মৃতকৰ আত্মা কোনো এক ৰহস্যময় জগতত সজীৱ হৈ থকাৰ বিশ্বাস প্ৰতীয়মান হয়। সেয়েহে কোনো কোনো ঠাইত তিনদিনৰ দিনা মৰিশালি ভেঁটি থৈ অহাৰ পিছত কাচি বা কটাৰীৰে এটা কণী কটা হয়, যাতে কণীটোৰ জীৱটো লৈ মৃতকে পুনৰ জীৱন লাভ কৰিব পাৰে। খাটীসকলে আগৰ দিনত মৰাশ পুতি থৈ আহিবৰ সময়ত নাইত এটা কণী থৈ আহে , যাতে কণীটোৰ জীৱ লৈ মৃতকে জীৱন পাব পাৰে। মৰিশালিত এটা তামোল পুলি, আৰু এটা কলপুলি পুতি ইয়াকে কামনা কৰা হয়, মৃতকে যেন তাৰেই সন্তুষ্ট হয়।

বিবাহৰ ক্ষেত্ৰত উৰ্বৰা-ধাৰণাৰ প্ৰভাৱ অতি বেছি। অসমত একালত নোৱাই-তোলনী বিয়া বিশেষ ধুম-ধামেৰে পতা হৈছিল। অসমৰ মঙ্গোলীয় তথা অষ্ট্ৰিক সংস্কৃতিসম্পন্ন সমাজত তিৰোতাৰ মূল্য অধিক। ঘাইকৈ তিৰোতাৰ প্ৰজনন শক্তি আছে আৰু পোনপটীয়াকৈ বংশ-বৃদ্ধিত সহায়তা কৰে। তদুপৰি তিৰোতা কৃষিকৰ্মৰ সহকৰ্মী। সেয়েহে ছোৱালী জন্ম হ'লে একালত লক্ষ্মীৰ আগমন বুলি বিশ্বাস কৰিছিল। নোৱাই-তোলনী বিয়াক পুষ্পোৎসৱ বোলা হয়। ছোৱালীৰ প্ৰথম ঋতু-স্নান হ'লেই যেন গছ-লতাত ফুল ফুলে। শইচ কৃষকৰ আশা পূৰণৰ অৰ্থে আগবাঢ়ে। সেই বাবে নোৱাই-তোলনীৰ সময়ত যিবোৰ আচাৰ-অনুষ্ঠান পতা হয়, সকলোতে উৰ্বৰা-বিশ্বাস বৰ্তমান। বহুতো ঠাইত ছোৱালীজনীক বিয়াৰ দৰেই নোৱাই-ধুৱাই ভৱিষ্যতে দাম্পত্য-জীৱনৰ অৰ্থে সজাগ কৰি দিয়া হয়। এটা কলপুলি বা তামোলপুলিক দৰা পাতি ছোৱালীজনীক প্ৰতীকস্বৰূপে উলিয়াই দিয়া হয় আৰু কোলাত 'কনাই' দি এদিন সন্তানসম্ভৱা হোৱাৰ ইঙ্গিত দিয়ে। বেইৰপৰা গা-ধুৱাই উলিয়াই অনাৰ সময়ত এখন গুটিলগা ভীমকল বা আঠিয়া কলৰ আগলি পাতত প্ৰথম খোজটো দিয়াটো প্ৰতীকধৰ্মী। কোনো গাঁৱলীয়া সমাজত চাৰিদিনৰপৰা বিয়া-তোলালৈ বাকী কেইদিন জীয়ৰী ছোৱালীয়ে ৰাতি ৰখে। বিয়া নাম গাই, ছোৱালীজনীক সম্ভাব্য জীৱনৰ কথাবোৰ শিকাই দিয়ে। এই ৰীতি অনাখৰী জীৱনৰ বাবে প্ৰয়োজনীয় আছিল। বিয়াৰ আগদিনা আখৈ ভাজে, আখৈ যিমানে ফুটে ছোৱালীজনীয়ে সিমানেই প্ৰজনন ক্ষমতা লাভ কৰে বুলি বিশ্বাস কৰে। মুঠতে নোৱাই-তোলনী বিয়া অনুষ্ঠানটোৰেই উৰ্বৰা-বিশ্বাসৰপৰা জন্ম হৈছে। সৰহীয়াকৈ সন্তান লাভ কৰিবলৈ নিচেই কম বয়সতে বিয়া পাতি দিছিল। বিয়া সৃষ্টিধৰ্মী অনুষ্ঠান।



বিয়া সামাজিক অনুষ্ঠান। ইয়াৰ ফলত নাৰী-পুৰুষৰ যৌন আৰু যুগ্মজীৱন আৰম্ভ হয় আৰু বংশ-বৃদ্ধি হয়। যিখন সমাজত মানুহৰ প্ৰয়োজনেই আছিল সৰ্বাধিক, সেইখন সমাজত যি প্ৰক্ৰিয়াৰ মাধ্যমত বংশ-বৃদ্ধিৰ পৰম্পৰা গঢ় লৈ উঠে সেই সামাজিক প্ৰক্ৰিয়াৰ লগত সকলো আশা-আকাংক্ষা সংযোজিত কৰি কেতবোৰ আনুষঙ্গিক অনুষ্ঠানৰ পাতনি তৰিছিল। এই সকলোবোৰ উৰ্বৰা-বিশ্বাসৰ লগত জড়িত। দৰা-কন্যাৰ মিলনৰ উপৰিও যাতে প্ৰজনন শক্তি লাভ কৰে, সেইবাবে লোকবিশ্বাসসম্মত কেতবোৰ কাম কৰিছিল। জোৰণৰ দিনা দৰাৰ ঘৰৰপৰা কন্যাৰ ঘৰলৈ বাকলি থকা মাছ নিয়াটো মাছৰদৰে প্ৰজনন ক্ষমতা বৃদ্ধিৰ কামনাৰেই চানেকি মাত্ৰ। কোনো কোনো ঠাইত জীয়া মাগুৰ মাছ এহালি নিয়া হয়। আহোমসকলৰ চকলঙৰ পূৰ্বে পতা আয়ুতোলা অনুষ্ঠানতো উৰ্বৰা-ধাৰণা নিহিত হৈ আছে। বিয়াত কলপুলি যুৰীয়াকৈ পোতা, বেইৰ তলত কণী-পোতা, দৰা-কন্যাক কণী খাবলৈ দিয়া, আখৈ ছটিওৱা, চাউল ছটিওৱা আদি অনুষ্ঠান উৰ্বৰা-বিশ্বাসৰেই প্ৰতীক।

মানুহৰ জন্ম-মৃত্যু-বিবাহৰ উপৰিও কৃষিৰ লগত বহুতো উৰ্বৰাধাৰণা জড়িত হৈ আছে। মানুহৰ প্ৰয়োজনীয়তাৰ পিছতেই আদিম মানৱৰ দ্বিতীয় প্ৰয়োজন আছিল এমুঠি আহাৰৰ। গতিকে শস্যৰ জন্ম, বৃদ্ধি আৰু ফল-আহৰণৰ বাবে কেতবোৰ অনুষ্ঠান বা ৰীতি-নীতিৰ আয়োজন কৰিছিল। একালৰ নৰমুণ্ড চিকাৰ ধাৰণাও উৰ্বৰা-বিশ্বাসৰে পৰিণতি। আন ফৈদৰ বা শত্ৰুক হত্যা কৰি মূৰটো কাটি আনিলে জীৱটো লগতে আহি নিজৰ ফৈদৰ জনসংখ্যা বৃদ্ধি কৰিব আৰু তেজ মাটিত পৰিলে পৃথিৱীৰ উৰ্বৰাশক্তি বৃদ্ধি পাব, এনেকৈয়ে ভাবিছিল। কুকুৰা-গাহৰি কাটি শস্য সিঁচাৰ বতৰত উৎসৱ পাতি পথাৰত তেজ ছটিয়াই দিয়াৰ উদাহৰণো আছে। অসমীয়া মানুহে ভুঁই ৰুৱৰ সময়ত গোছ লওঁতে থুৰীয়া তামোল, তৰাগছ, কচুগছ, মধুৰিৰ গুটিলগা ডাল, শিলগুটি আদি দিয়ে। ইয়াৰদ্বাৰা তৰা-কচুৰ দৰে গজালি বাঢ়িবলৈ আৰু হেলচ-মধুৰিৰদৰে গুটি হৈ থোক ধৰাৰ কামনা কৰে।

বিহু উৎসৱৰ সকলো অনুষ্ঠানেই উৰ্বৰা-ধাৰণাৰ ভেঁটিত প্ৰতিষ্ঠিত। কাতিবিহুৰ দিনা যেতিয়া ধানৰ গেৰেলি মেলে, সেইদিনা পথাৰত এগছ চাকি দি লখিমনীক অৰ্থাৎ সৃজনীশক্তিক প্ৰণিপাত জনায়। মাঘৰ বিহুৰ উৰুকাৰ দিনা লাগনী গছবোৰৰ গুৰিত খেৰ বা নৰাৰে বান্ধি কোৱা হয়, মাঘ-নোৱাবলৈ নাযাবি, থোপাথোপে লাগিবি। লাগনী গছ আম-কঁঠাল, তামোল-নাৰিকল, লেটেকু-পনিয়ল আদিত যাতে সৰহীয়াকৈ গুটি লাগে, তাৰ বাবে গছৰ সৃজনীশক্তি ধৰি ৰাখিবৰ যত্ন কৰা হয়। উৰুকাৰ ভোজ মাছেৰে আয়োজন কৰা হয়। মাছ অপৰিহাৰ্য। আগতে কোৱা হৈছে, মাছ প্ৰজনন শক্তিৰ প্ৰতীক। বহাগ বিহুৰ এমাহৰ আগৰেপৰা ৰাতি বিহু অনুষ্ঠিত হয়। যেতিয়া পথাৰত আহু-বাও ধান লহপহকৈ বাঢ়ি আহে, তেতিয়া যৌনধৰ্মী গীত গাই, নাচিলে পৃথিৱীৰ উত্তেজনা আৰু উৎপাদিকাশক্তি বৃদ্ধি পায়। বিহুতলীত যৌনধৰ্মী গীত গাই, নাচি প্ৰেৰণা লাভ কৰি ডেকা-গাভৰুৱে যুৱীয়া জীৱনৰ পাতনি তৰিবলৈ পলাই যায়। একালত ইয়াক অপৰাধ বুলি গণ্য কৰা নহৈছিল বৰঞ্চ সৃষ্টিৰ ৰীতি ৰক্ষাৰ্থে মানৱীয় ধৰ্ম পালন কৰা বুলিহে ধৰি লৈছিল। এনে কৰিবলৈ লগৰীয়া-সমনীয়াই উদগনি দিছিল। বিহুতলী পতা হৈছিল বৰ, আঁহত কিম্বা জৰি গছৰ তলত। কেতিয়াবা জামুক আৰু আমৰ তলতো বিহুতলী পাতিছিল। বৰ-আঁহত আদি গছৰ মূল গুটিটো চুলিডালৰ গুৰিটোৰ সমান; কিন্তু তাৰেই বুকুত বিশাল গছজোপাৰ সৃজনীশক্তি সুপ্ত হৈ থাকে। সেইবাবে বৰগছৰ গুৰি বিহুতলীৰ অৰ্থে বাছি লোৱাটো উৰ্বৰা-বিশ্বাসৰেই পৰিণতি।

অসমৰ পুৰণি সমাজ-ব্যৱস্থা অন্য জাতিৰ কন্যা বিয়া কৰোৱা Xogomus ৰীতিৰে গঠিত। ঘাইকৈ মঙ্গোলীয় জনসমষ্টিত বিবাহৰ কন্যা নিৰ্বাচনৰ ক্ষেত্ৰত জাতিবিচাৰে ঠাই নাপাইছিল।

কন্যা বিবাহযোগ্য হলেই সন্তানৰ মাক হোৱাৰ যোগ্যতা লাভ কৰে। সেইবাবে যি জাতিৰেই নহওক, ছোৱালী বিয়া কৰাইছিল। দ্বিতীয়তে বিধৱা-বিবাহ প্ৰচলনৰো কাৰণ একেটাই। নাৰী হ'লেই সন্তান জন্ম দিব পাৰে আৰু বংশ বৃদ্ধি হয়। তদুপৰি অন্য জাতৰ ল'ৰা-ছোৱালী তুলি লৈ নিজৰ পুত্ৰ-কন্যাৰূপে গ্ৰহণ কৰাটোও উক্ত ধাৰণাৰে এটি ফল মাত্ৰ।

যিবোৰ গছ-বনে সৰহীয়াকৈ পুলি-পোখা দিয়ে, যিবোৰ গছৰ অধিক গুটি ধৰে, যিবোৰ গছ-বনৰ জীৱনীশক্তি অধিক সেইবোৰকে আনুষ্ঠানিকভাৱে মাঙ্গল্যজনক বুলি গণ্য কৰে। কণী, মাছ আদিৰ প্ৰজননশক্তি থকাবাবেই সহজে ব্যৱহাৰ কৰা হয়। তৰা, পাটিদৈ, কচু আদি গছ সহজতে নমৰে আৰু পুলিপোখাও সৰহকৈ দিয়ে। দুবৰি বন অমৰণশীল বাবেই বহুতো কামতে ইয়াৰ প্ৰয়োজন। হাঁহ-ছাগলী আদি মাৰি বা বলি দি সকাম কৰিলে তাৰ জীৱটোৱে মানুহৰ মঙ্গল সাধন কৰে বুলি বিশ্বাস কৰে।

অসমীয়া সংস্কৃতি আৰু লোকবিশ্বাসত উৰ্বৰা-ধাৰণাৰ অস্তিত্ব সঘনাই অনুভৱ কৰা হয়। ই এটি ব্যাপক অধ্যয়নৰ বিষয়।

# অসমীয়া সংস্কৃতিৰ বৈশিষ্ট্য

অসমীয়া সংস্কৃতি ভাৰতীয় সংস্কৃতিৰ এটি অবিচ্ছেদ্য অঙ্গ। কোনো কোনো পৰ্যবেক্ষকৰ মতে ভাৰতীয় সংস্কৃতি একক সংস্কৃতি। মূল ভাৰতীয় সংস্কৃতিৰ ডাল-পাত হ'ল প্ৰাদেশিক বা আঞ্চলিক সংস্কৃতি। আন এগোট পণ্ডিতৰ মতে ভাৰতীয় সংস্কৃতি হ'ল যৌগিক সংস্কৃতি। বিভিন্ন যুগত বিভিন্ন জনসমষ্টিয়ে ভাৰতবৰ্ষত বসবাস কৰি নিজা নিজা সংস্কৃতি প্ৰতিষ্ঠা কৰিছিল আৰু সেই সেই সংস্কৃতিৰ উপাদান সংমিশ্ৰিত হৈ পৰৱৰ্তী যুগত সুসংহত ৰূপত ভাৰতীয় সংস্কৃতিৰ সৃষ্টি হৈছে। নেগ্ৰিটো, অষ্ট্ৰিক, দ্ৰাবিড় আৰু মঙ্গোলীয় ভাষাভাষী মানুহৰ সংস্কৃতিৰ বাছকবনীয়া সাংস্কৃতিক উপাদান বৰ্তমানৰ ভাৰতীয় সংস্কৃতিত নিহিত হৈ থাকিলেও উপৰুৱা চাৱনিত আজিৰ ভাৰতীয় সংস্কৃতি আৰ্যমুখী। ঘাইকৈ ধৰ্ম আৰু ভাষা আৰ্যমূলীয়। ধৰ্ম আৰু ভাষাক কেন্দ্ৰ কৰি যিবোৰ সাংস্কৃতিক সমল সৃষ্টি হয়, এই সকলোতে আৰ্যগন্ধিতা ধৰা পৰে। অসমীয়া সংস্কৃতিও ইয়াৰ ব্যতিক্ৰম নহয়। প্ৰাচীন অসমত বসবাস কৰা অষ্ট্ৰিক, মঙ্গোলীয়, এই দুই জনসমষ্টিৰ সাংস্কৃতিক উপাদান কোঁহে কোঁহে সোমাই থাকিলেও আজিৰ অসমীয়া সংস্কৃতিৰ বহিৰঙ্গ আৰ্যমুখী তথা ভাৰতীয়ৰূপী; কিন্তু তাৰ মাজতেই অসমীয়া সংস্কৃতিৰ কেতবোৰ বৈশিষ্ট্য ধৰা পৰে। জাতিগত সমন্বয়ৰ বাবেই হওক বা ভৌগোলিক পৰিবেশৰ প্ৰভাৱতে হওক অসমীয়া সংস্কৃতিয়ে স্বকীয়তা ৰক্ষা কৰি আহিছে।

ভাৰতীয় সংস্কৃতিত গঙ্গা-যমুনা-সৰস্বতীৰ ঐতিহ্য যেনেকৈ অতি গভীৰ, তেনেকৈ তিনিটা বিশিষ্ট সাংস্কৃতিক ধাৰাৰ সমন্বয়ত যথাৰ্থ ভাৰতীয় সংস্কৃতি গঠিত আৰু বিকশিত হৈ উঠিছে। অষ্ট্ৰিক বা নিষাদ জাতিৰ মানুহে ভাৰতত গ্ৰাম্য আৰু কৃষি সংস্কৃতিৰ পাতনি তৰিছিল। এই বিশিষ্ট সংস্কৃতিয়ে স্বকীয় ঐশ্বৰ্য্য আহৰণ কৰাৰ সময়তে ভাৰতলৈ দ্ৰাবিড় জাতি আৰু সংস্কৃতিৰ আগমন হয়। দ্ৰাবিড় সংস্কৃতি নগৰ-প্ৰধান; কিন্তু নাগৰিক সংস্কৃতিয়ে গ্ৰাম্য সংস্কৃতিক প্ৰভাৱান্বিত কৰিব নোৱাৰি দিয়া-লোৱাৰ নীতিৰে সমন্বয়ৰ বাটহে মুকলি কৰে। এফালে গ্ৰাম্য অষ্ট্ৰিক সংস্কৃতি আৰু আনফালে নাগৰিক দ্ৰাবিড় সংস্কৃতিয়ে সহঅৱস্থান আৰু সমন্বয়ৰ প্ৰক্ৰিয়াত ব্যস্ত হৈ থাকোঁতেই ভাৰতলৈ আৰ্য সংস্কৃতিৰ আগমন হয়। আৰ্য সংস্কৃতিয়ে পোনতে উভয় সংস্কৃতিকে মষিমূৰ কৰি নিজা সংস্কৃতি জাপি দিবলৈ যত্ন কৰিলেও অতি সোনকালেই সন্ধি কৰিবলৈ বাধ্য হ'ল। লাহে লাহে ভাষাৰ শব্দ, ধৰ্মৰ ৰীতি, জীৱন-ধাৰণৰ পদ্ধতি সলনি কৰিবলৈ ধৰিলে। ফলত অষ্ট্ৰিক, দ্ৰাবিড় আৰু আৰ্য সংস্কৃতিৰ ত্ৰিবেণী সঙ্গমত মূল ভাৰতীয় সংস্কৃতিয়ে স্বকীয় ৰূপ গ্ৰহণ কৰিলে। মঙ্গোলীয়, আলপাইন বা নেগ্ৰিটো সংস্কৃতিয়ে কেতবোৰ উপাদানৰ অৰিহণা দিলেও মূলতঃ উক্ত তিনি সংস্কৃতিৰ বৰঙণি সৰহীয়া। আনপিনে অসমৰ সংস্কৃতি গঢ় লৈছে ঘাইকৈ মঙ্গোলীয়, অষ্ট্ৰিক আৰু আৰ্য উপাদানেৰে।

প্ৰথমতে ধৰ্মৰ কথাকে ধৰা হওক। হিন্দু, বৌদ্ধ উভয় ধৰ্মই একালত সৰ্বভাৰতীয় ধৰ্মৰূপে স্বীকৃতি লাভ কৰিছিল। বৈদিক আৰ্য ধৰ্ম আৰু বৌদ্ধ ধৰ্ম সমগ্ৰ ভাৰততে বিয়পি পৰিছিল। পিছৰ যুগৰ পুৰাণৰ আদৰ্শয়ো শাক্ত, শৈৱ, বৈষ্ণৱ, সৌৰ, গাণপত্য ৰূপত বিস্তৃতি লাভ কৰিছিল; কিন্তু অসমৰ কিৰাত সমাজত তেওঁবিলাকৰ লৌকিক আদৰ্শৰ প্ৰভাৱত হিন্দু ধৰ্মৰ বিভিন্ন প্ৰশাখাই কেতবোৰ অভিনৱত্ব লাভ কৰে। ভাগৱত পুৰাণৰ কৃষ্ণচৰিত্ৰ আৰু কৃষ্ণভক্তি শাখাই শংকৰদেৱৰ হাতত পৰি বিশিষ্টাদ্বৈতবাদৰ আদৰ্শাধীন হয়। নাম, দেৱ, গুৰু, ভকত চাৰিমূঠি বস্তু বৌদ্ধ আদৰ্শৰ বুদ্ধ, ধৰ্ম আৰু সঙঘৰ আৰ্হিৰে প্ৰতিষ্ঠিত হয়। চাপৰি বজাই সমূহীয়াকৈ সুৰ লগাই নাম-কীৰ্ত্তন কৰা পদ্ধতি আৰু আশীৰ্বাদ দিয়া ৰীতি ভাৰতৰ অন্য ঠাইত এই ৰূপত দেখা নাযায়।

আশীৰ্বাদৰ সুৰ আৰু বিষয়-বস্তুৰ ক্ষেত্ৰত টাই ভাষাৰ দেওধাই-বাঙৈলুঙৰ ৰীতিৰ সামঞ্জস্য ধৰা পৰে। অন্য ঠাইতো মন্দিৰ আছে। মন্দিৰত বিগ্ৰহ থাকে। সেই বিগ্ৰহক ব্ৰাহ্মণ্য পূজা-পদ্ধতিৰে পূজা কৰা হয়; কিন্তু অসমত মন্দিৰৰ উপৰিও নামঘৰ আছে। নামঘৰত বিগ্ৰহ নাই; থাপনাত ভাগৱতকে চৈতন্যমূৰ্তি বস্তু বুলি স্থাপন কৰি তাৰে সন্মুখত নাম-কীৰ্ত্তন কৰা হয়। নামঘৰৰ সামাজিক দিশটোৰ কাম-কাজ, জনজাতীয় ৰীতিৰ মৰংঘৰৰ লগতহে মিলে। অন্য ঠাইত ভাগৱত পাঠৰ ওপৰত গুৰুত্ব দিয়া হয়; কিন্তু অসমত থলুৱা ভাষাত ৰচিত 'কীৰ্ত্তন', 'নামঘোষা', 'ৰত্নাৱলী', 'দশম'ৰ ওপৰতহে বিশেষ প্ৰাধান্য দিয়া হয়। নতুবা থলুৱা ভাষাৰ ভাগৱতহে পাঠ কৰা হয়।

তদুপৰি অসমৰ পূজা-পদ্ধতি একান্ত পৃথক। ভাৰতৰ অন্যান্য ঠাইত প্ৰচলিত কেতবোৰ উৎসৱ-পাৰ্বণৰো সুকীয়া ৰূপ আছে। নগৰীয়া মণ্ডপত আয়োজিত দুৰ্গাপূজা চাই গাঁৱলীয়া ঠাইত প্ৰাচীন পৰম্পৰাৰে পতা দুৰ্গাপূজাৰ স্বৰূপ নিৰ্ণয় কৰিব নোৱাৰি। এনে বহুতো দেওশাল বা থান আছে, য'ত কোনো মূৰ্তি বা অন্য প্ৰতীক নাই। শৰতকালৰ দুৰ্গাপূজাৰ সময়ত হাঁহ, ছাগলী, ম'হ আদি বলি দি দুৰ্গাকেই পূজা দিয়া হয়। বলিকটা জীৱৰ কেঁচাতেজ উচৰ্গা কৰা হয়। ইয়াৰ পূজাৰীও ব্ৰাহ্মণ নহয়; অন্য কোনো আৰ্যেতৰ মানুহহে। বলিকটীয়াসকল সততে অনা-ব্ৰাহ্মণ লোক। সেইদৰে কেঁচাইখাতী, বুঢ়ীগোসাঁনী, জয়ন্তেশ্বৰী, কামাখ্যা, উগ্ৰতাৰা আদিৰ পূজা-পদ্ধতি থলুৱা হ'লেও দুৰ্গাৰ অভিন্ন বুলি ভৰা হয়। শৈৱ আদৰ্শৰ ক্ষেত্ৰতো একে কথা। অসমৰ শিৱ খেতিয়ক, ভঙুৱা আৰু উদাসীন। দুৰ্গাৰ দৰেই শিৱৰ পূজাও বিশেষ বৈশিষ্ট্যপূৰ্ণ। অৱশ্যে শিৱক লিঙ্গ ৰূপত পূজা কৰাৰ উদাহৰণ অধিক। অসমত শিৱক বিষ্ণুৰ অভিন্ন বুলি ঠাৱৰ কৰা হৈছে। একান্ত বৈষ্ণৱ শংকৰদেৱেও হৰিহৰ এক বুলি স্বীকৃতি দিছে। অসমত শিৱপূজাত ডিঙি মুচৰি জীৱ-জন্তু বলি দিয়াৰ উদাহৰণো আছে। বলিমৰা আৰু বলিকটীয়া নামৰ দুটা খেল অসমত আছিল।

ভাৰতৰ অন্যান্য প্ৰদেশৰ বৈষ্ণৱসকল আহাৰ-বিহাৰৰ ক্ষেত্ৰত অধিক ৰক্ষণশীল। বহুতো ঠাইত নৈষ্ঠিক বৈষ্ণৱে মাছ-মাংস স্পৰ্শ নকৰে। বিষ্ণুক বিষ্ণুৰূপত বা কৃষ্ণৰূপত পূজা কৰে। অসমৰ বৈষ্ণৱসকলে চৰাই বা জন্তুৰ মাংস নাখালেও মাছ-পছু ভালেমান ভক্ষণীয়। একাংশ বৈষ্ণৱে বিষ্ণু বা কৃষ্ণৰ হ'লেও মূৰ্তিপূজাকো প্ৰশ্ৰয় নিদিয়ে।

ভাৰতৰ মন্দিৰবোৰৰ শৈলী তিনিটা— নাগৰ, বেশৰ আৰু দ্ৰাবিড়। অসমৰ মন্দিৰবোৰত নাগৰ শৈলীৰ প্ৰভাৱ আৰু অগ্নিপুৰাণৰ আৰ্হি ধৰা পৰিলেও ইয়াৰ গাঁথনিত, স্থপতি আৰ্হিত কেতবোৰ নিজা বৈশিষ্ট্য বিদ্যমান। ভাৰতৰ অন্যান্য ঠাইৰ বিগ্ৰহৰ বেদী সাধাৰণতে ধৰাতলৰ ওপৰত; কিন্তু অসমৰ সকলো প্ৰাচীন মন্দিৰৰে বিগ্ৰহ ধৰাতলৰ তলত, গাঁতত থাকে। এইটো সৰাতোকৈ ডাঙৰ আৰু তাৎপৰ্যপূৰ্ণ বৈশিষ্ট্য। বিগ্ৰহৰ স্থানো মন্দিৰৰ উত্তৰ বা পূব ভাগত থাকে; দুৱাৰ দক্ষিণ আৰু পশ্চিমফালে অৱস্থিত। নামঘৰসমূহৰ মণিকূট পূবত অৱস্থিত আৰু পূবলৈ মুৰ কৰি সেৱা-সৎকাৰ কৰা হয়।

হিন্দু ধৰ্মৰ উক্ত ঘাই শাখাকেইটাৰ বাহিৰেও অসমৰ মানুহৰ সম্প্ৰদায়-বিশেষৰ নিজা নিজা ধাৰণাসম্ভূত কেতবোৰ দেৱ-দেৱী আছে, যিবোৰ দেৱ-দেৱীৰ ধাৰণা একান্ত সুকীয়া আৰু পূজা-পদ্ধতিও বেলেগ। একে জন্মাষ্টমী উৎসৱ হ'লেও অসমৰ মৰাণ সম্প্ৰদায়ৰ তিৰোতাসকলে পতা অনুষ্ঠান নিতান্তই একক। সেইদৰে পচতি উৎসৱৰো নিজা বৈশিষ্ট্য লক্ষ্যণীয়। কুণ্ডীমামা, বলিয়া বাবা, লাংকুৰি, বাথৌ, বুঢ়াগোসাঁই, মহাদেউ আদি শিৱৰে ৰূপান্তৰ হলেও প্ৰত্যেকৰে ব্যক্তিত্ব ভাৰতীয় শিৱতকৈ ভিন্ন।

ধৰ্মৰ পিছতে আহে ভাষা। ভাৰতৰ সকলো আঞ্চলিক ভাষা আৰ্য ভাষা-সংস্কৃতিৰপৰা



উদ্ভৱ হ'লেও আৰু সিবিলাকৰ ব্যাকৰণ-ৰীতি সংস্কৃতৰ আৰ্হিত গঢ় লৈ উঠিলেও অসমীয়া ভাষাৰ ক্ষেত্ৰত এই সূত্ৰ পূৰ্ণপৰ্যায়ত প্ৰযোজ্য নহয়। অসমৰ শতকৰা নবৈজন প্ৰাচীন বাসিন্দা মঙ্গোলীয় মূলৰ। তেওঁবিলাকৰ নিজা নিজা ভাষা, উপভাষা বা দোৱান আছিল। এই ভাষাসমূহৰ মূল তিব্বতী-বৰ্মী আৰু শ্যামী-চীন ভাষাৰ গঠন-ৰীতি ইণ্ডো-ইউৰোপীয় ভাষাতকৈ সম্পূৰ্ণ পৃথক। ব্যাকৰণ-ৰীতি, শব্দভঁৰাল, উচ্চাৰণ-পদ্ধতি আদি সকলো ভাৰতীয় ভাষাতকৈ সুকীয়া। এনে ভাষাৰ গাঢ় ৰৰণিৰে অসমীয়া ভাষাই বিকাশ লাভ কৰিছে আৰু স্বাভাৱিকতে বিৰাট পৰিমাণৰ উপাদান সংমিশ্ৰিত হৈছে। মূৰ্দ্ধণীকৰণ, অনুনাসিকীকৰণ, দ্বিধান্যাত্মক গঠন, হ্ৰস্বকৰণ আদি অসমীয়া ভাষাৰ বৈশিষ্ট্য। শব্দমালাৰ ক্ষেত্ৰত শতকৰা পঞ্চাশ ভাগমান সংস্কৃতমূলীয় হ'লেও খণ্ডবাক্য, জতুৱাঠাঁচ, নিৰ্দ্দেশবাচক অনুসৰ্গ, বহুবচনৰ নিয়ম, বিশেষণৰ ব্যৱহাৰ আদি সংস্কৃতৰপৰা সম্পূৰ্ণ স্বতন্ত্ৰ। প্ৰবচন, ফকৰা-যোজনা আদি সম্পূৰ্ণৰূপে জাতীয় জীৱনৰ ভেঁটিত গঢ় লৈ উঠিছে।

সাহিত্যৰ ক্ষেত্ৰতো অসমীয়া সাহিত্যই খ্ৰীষ্টীয় শতাব্দীৰ আৰম্ভণিতেই ইয়াৰ ইতিহাসৰ পাতনি তৰিছিল। অষ্টম শতিকামানৰপৰাই পূব ভাৰতত নিজা ঐতিহ্য প্ৰতিষ্ঠা কৰি সাহিত্য সৃষ্টিৰ পৰম্পৰা আৰম্ভ হয়। লোক-সাহিত্যৰ ঐশ্বৰ্য আৰু প্ৰাচুৰ্য ভাৰতৰ ভিতৰতে একক আৰু অতুলনীয়। 'নাম' শ্ৰেণীৰ লোকগীতসমূহৰ কাব্যিক অভিব্যঞ্জনা আৰু প্ৰাচুৰ্য উল্লেখযোগ্য। এনে বহুতো লোকগীত আছে, যাৰ তুলনা ভাৰতীয় সাহিত্যত পাবলৈ নাই। জনজাতীয় ভাষাসমূহৰ লিপি আৰু লিখিত সাহিত্য নাথাকিলেও লোকগীতত অতি চহকী।

অসমীয়ালিপি ভাৰতীয় ব্ৰাহ্মীলিপিৰপৰা সৃষ্টি হ'লেও লেখন সামগ্ৰী আৰু ইয়াৰ সুলভতাৰ ওপৰত নিৰ্ভৰ কৰি লিপিয়ে নিজা গঢ় লৈছে। অসমীয়া, উৰিয়া, মৈথিলী, নেৱাৰী আৰু বাংলালিপি একে পূৰ্বী মূলৰপৰা সৃষ্টি হলেও অসমীয়া লিপিৰ জন্ম আৰু ক্ৰমবিকাশৰ ইতিহাসহে অধিক প্ৰাচীনতৰ। সাঁচিপাত, খাগৰি আৰু কাপ-টেঁকীয়াৰ কাপে পুৰণি অসমীয়া আখৰৰ গঢ় ভাৰতীয় অন্যান্য লিপিতকৈ পৃথক কৰি পেলাইছে।

অসমৰ সমাজ-ব্যৱস্থা পিতৃপ্ৰধান ভাৰতীয় সমাজ-ব্যৱস্থাৰ আৰ্হিতে গঢ় লৈ উঠিলেও অসমৰ নাৰীৰ মৰ্যাদা আন ৰাজ্যৰ নাৰীতকৈ অনন্য আৰু অধিক ওপৰত। এই ৰাজ্যৰ গাতে লাগি থকা ৰাজ্যৰ মাতৃপ্ৰধান সমাজ-ব্যৱস্থায়ো এই ক্ষেত্ৰত উৎসাহ যোগাব পাৰে। অসমত নিষ্ঠুৰ যৌতুক প্ৰথা নাই। জনজাতীয় সমাজত নাৰীৰ মূল্য অধিক। নাৰী সৃষ্টি-ক্ষমতাৰ অধিকাৰিণী; সন্তানদাত্ৰী আৰু খেতিৰ পথাৰতো সহকৰ্মী। গতিকে যুৱতী নাৰী বিয়া কৰাবলৈ দৰাঘৰৰপৰা গা-ধন দিব লাগে। সেয়েহে এতিয়াও অসমীয়া সমাজত নাৰীয়ে সন্মানৰ আসন অধিকাৰ কৰি আছে। অসমত পৰ্দাপ্ৰথা নাই। নাৰীয়ে ৰাজসভাত বহি পৰামৰ্শ দিয়া আৰু হাতত অস্ত্ৰ লৈ যুদ্ধক্ষেত্ৰলৈ যোৱা, আৰু দেশ আৰু জাতিৰ বাবে আত্মত্যাগ কৰাৰ উজ্জ্বল উদাহৰণ আছে। অসমীয়া সমাজত কস্মিনকালেও কোনো যৌতুক প্ৰথাৰ বলি হোৱা নাই। নাৰীৰ ব্যক্তিগত দক্ষতা আৰু শাৰীৰিক সামৰ্থ খিনিকেই সম্পদ হিচাপে গণ্য কৰা হৈছিল। অতি পুৰণি কালৰেপৰা অসমীয়া নাৰীয়ে জ্ঞানৰ চৰ্চা কৰাৰ প্ৰমাণ পোৱা যায়। অসমীয়া নাৰীৰ সাজ-পাৰৰ বৈশিষ্ট্যও মন কৰিবলগীয়া। অসমীয়া নাৰীয়ে তিনিবস্ত্ৰ পৰিধান কৰে— ৰিহা, মেখেলা আৰু চাদৰ। ভাৰতৰ আৰ্যমূলীয় লোকসকলে বিয়াৰ সম্প্ৰদান দিওঁতে কন্যা-দৰাক একবস্ত্ৰ হৈ মন্ত্ৰ ল'বলৈ দিয়ে। ই একালত সাধাৰণতে একবস্ত্ৰ পৰিধান কৰাৰেই সাক্ষী দিয়ে। এনেয়ে ৰিহা নিপিন্ধিলেও বিয়াত কন্যাক ৰিহা পৰিধান কৰোৱাটো অপৰিহাৰ্য। বয়সীয়া তিৰোতায়ো বিয়াই-সবাহে, সকামে-নিকামে, তিনিবস্ত্ৰ পিন্ধি যোৱাটো সম্ভ্ৰমৰ চিন। অসমীয়া তিৰোতাই গা-ঢাকি কাপোৰ পিন্ধে। ভাৰতৰ বহুতো ঠাইত বক্ষদেশ প্ৰকট কৰি নাভি পৰ্যন্ত উলিয়াই কাপোৰ পিন্ধা দেখা

যায়। অসমীয়া নাৰীৰ কাপোৰ-কানি গহীন অথচ জাকজমকীয়া। জনজাতীয় তিৰোতায়ো অধোদেশত মেখেলা, বুকুত মেঠনি আৰু মূৰত ওৰণি লয়। যৌনোদ্দীপক সাজ-পাৰ নিপিন্ধে।

ভাৰতৰ বহুতো ঠাইত তাঁতবোৱা আৰু মাছমৰা ব্যৱসায় সমাজৰ নীহকুলীয়া মানুহৰ কাম বুলি ভাবে আৰু তেনেলোকক উচ্চবৰ্ণ হিন্দুৱে অস্পৃশ্য বুলি গণ্য কৰে। অসমত তাঁতবোৱা কাম সকলো তিৰোতাই কৰে। তাঁতবোৱা আৰু তাঁত বব জনাটো সৃজনীশীল শিল্পীৰ কাম বুলি ভবা হয়। পৰ্বত-ভৈয়াম উভয়তে তিৰোতাই তাঁত বয়। ৰাণীৰপৰা বান্দীলৈকে, গোসাঁই-ব্ৰাহ্মণৰপৰা কৈৱৰ্ত-কেওঁটলৈকে সকলো জাতিৰে তিৰোতাই কাপোৰ বয়। তাঁত বব জনাটো অসমৰ নাৰীৰ অপৰিহাৰ্য অৰ্হতা বুলি গণ্য কৰা হয়। নানা তৰহৰ জ্যামিতিক চানেকিৰে আঁচুসূতাৰ ৰং মিলাই ফুল বাছি ৰিহা-মেখেলা-চাদৰ-মোনা আজিও তৈয়াৰ কৰি আছে। সেইদৰেই অসমৰ সকলো জাতিৰ মানুহে মাছ খায় আৰু মাছ ধৰাটো সামাজিকভাৱে তলখাপৰ কাম বুলি গণ্য কৰা নহয়। এই দুয়োটা কাৰণতে ভাৰতৰ অন্য ঠাইৰপৰা অহা জোলা আৰু মাছব্যৱসায়ী লোকসকলৰ অসমত ব্যৱসায় নচলাত তেওঁবিলাকে অন্য শিল্পত হাত দি বা খেতিত ধৰি সমাজৰ অন্য মানুহৰ লগত মিলি পৰিবেশ সৃষ্টি কৰে।

ভৌগোলিক পৰিবেশৰ পৰিণতিস্বৰূপেই অসমৰ মানুহৰ আহাৰ-ৰীতি ভাৰতৰ অন্য ঠাইৰ লগত নিমিলে। অসমৰ থলুৱা মঙ্গোলীয় মানুহৰ পূৰ্বাপৰ প্ৰচলিত আহাৰ-ৰীতিৰ প্ৰভাৱো ইয়াৰ অন্যতম কাৰণ হ'ব পাৰে। সেইবাবে অসমৰ সকলো জাতিৰে মানুহে মাছ খায়। হাঁহ, পাৰ, কুকুৰা, ছাগলী, গাহৰি, পহু, গুই আদিৰ মাংস খায়। এনে জীৱ-জন্তু দেৱ-দেৱীৰ নামতো বলি দিয়া হয়। আজিকালি আধুনিক আভিজাত্যৰ খাদ্য কুকুৰা-মাংস অসমৰ মঙ্গোলীয়সকলৰ বাবে বুৰঞ্জীয়ে ঢুকি নোপোৱা কালৰেপৰাই জনপ্ৰিয় খাদ্য আছিল। বাঁহগাজ আৰু খৰিচা সকলো পৰ্বতীয়া কিম্বা ভৈয়মীয়াৰ বাবেই অতি উপাদেয় খাদ্য। অসমৰ মূল খাদ্য ভাত। আটা-ময়দাৰ ব্যৱহাৰ তেনেই নতুন।

বিবাহ সামাজিক জীৱনৰ সৰ্বাতোকৈ ডাঙৰ অনুষ্ঠান। বিবাহৰ লগত ধৰ্মীয় ৰীতি-নীতি জড়িত হৈ থাকে। অসমৰ বৰ্ণ হিন্দুসকলে বৈদিক প্ৰথা অনুসৰি হোম পুৰি বিয়া পাতে। সদৌ ভাৰততে প্ৰচলিত একে বেদ-মন্ত্ৰ; কিন্তু অসমীয়া বিয়া এখন অন্যান্য ৰীতি-নীতিয়ে এনেকৈ আৱৰি থাকে যে বিয়াখনৰ এক অনন্য বৈশিষ্ট্য স্বাভাৱিকতে ফুটি ওলায়। জোৰণ, পানীতোলা, সুৱাগুৰি, গাঁঠিয়ন-খুন্দা, খোবাখুবী আদি আনুষঙ্গিক অনুষ্ঠানসমূহ অপৰিহাৰ্য হৈ হোমৰ কামখিনি সাধাৰণ আনুষ্ঠানিকতালৈ পৰ্যবসিত কৰে। ইয়াৰ উপৰিও জোৰণত মাছ দিয়া, বেইৰ তলত কণী পোতা, দৰা-কন্যাক কণী খাবলৈ দিয়া, চাউল ছটিওৱা আদি লৌকিক ৰীতি-নীতিবিলাকে অসমীয়া বিয়া এখন ভাৰতীয় মানুহৰ অন্য এখন বিয়াতকৈ সুকীয়া কৰি তোলে। জনজাতীয় সমাজত ছোৱালী পলুৱাই নি বা বলেৰে ধৰি নি পিছত সামাজিক স্বীকৃতি লাভ কৰাৰ প্ৰথাও প্ৰচলিত আছে। গা-ধন দিয়া ৰীতিৰ কথা পূৰ্বতে কৈ অহা হৈছে।

অসমৰ সঙ্গীত ভাৰতীয় মাৰ্গ সঙ্গীতৰ বুকুত বৈশিষ্ট্যপূৰ্ণ। ভাৰতীয় সঙ্গীতত ব্যৱহৃত কেইটামান ৰাগ আৰু তাল চৰ্যাপদ, গীতি-ৰামায়ণ আদিত পোৱা যায়। শঙ্কৰ-মাধৱৰ বৰগীততো এনে ৰাগৰ নাম আছে; কিন্তু অসমৰ সঙ্গীতত এনে কেইটামান বৈশিষ্ট্য ধৰা পৰে যে য'ত ভাৰতীয় ৰাগ-সঙ্গীততকৈ দক্ষিণ-পূব এচিয়া আৰু অসমৰ পাৰ্বত্য জনজাতীয় সুৰৰ ব্যঞ্জনা আছে। আন কি, শঙ্কৰদেৱৰ কীৰ্তন আৰু বৰগীততো এনে সুৰধ্বনি বৰ্তমান। লোকগীতসমূহৰ সুৰবৈশিষ্ট্যৰ কথা নক'লেও সহজেই অনুমেয়। তাৰে ভিতৰত বিহুগীত, বিহুনাচ আৰু বাদ্যই ইয়াৰ একক আৰু অতুলনীয় ৰূপ দাঙি ধৰে। বিহুনাচৰ মনোৰঞ্জক সৌন্দৰ্য অন্য ভাৰতীয় লোকনৃত্যত পাবলৈ নাই। ওজাপালি, দেওধনি, চালিনাচ, সূত্ৰধাৰী নৃত্য সকলোতে মৌলিকতা বৰ্তমান। সেইদৰে বাদ্যৰ ক্ষেত্ৰত ঢোল, পেঁপা, গগনা, টকা, ভোৰতাল, বীণ, টোকাৰী, কৰতাল,



ৰামতাল, খোল আদি ভাৰতৰ অন্যান্য বাদ্যতকৈ সুকীয়া আৰু প্ৰত্যেকৰে বাদ্যৰীতিত বৈশিষ্ট্য পৰিলক্ষিত হয়। ভাৰতীয় ঐতিহ্যত নাট পৰিবেশনৰ ব্যাপক পৰম্পৰা আছে। প্ৰাচীন কামৰূপত সংস্কৃত নাটকৰ প্ৰযোজনা হৈছিল যদিও জানিবৰ উপায় নাই; কিন্তু নাটকে শঙ্কৰদেৱৰ হাতত বিশিষ্ট ৰূপ পৰিগ্ৰহণ কৰে আৰু এই বিশিষ্টতা সৰ্বভাৰতীয় পটভূমিত সম্পূৰ্ণ অভিনৱ। সেইদৰে শাস্ত্ৰীয় নৃত্য-পদ্ধতিৰ প্ৰভাৱ পৰিলেও অসমৰ নৃত্যসমূহৰ মুদ্ৰা, ভঙ্গী, লয় আদিত কিছুমান সুকীয়া অথচ থলুৱা লক্ষণ পৰিলক্ষিত হয়।

অসমীয়া সংস্কৃতিৰ বৈশিষ্ট্যৰ আন এপদ উল্লেখযোগ্য সম্পদ হ'ল সামাজিক সম্ভ্ৰম। আহোম-শাসন-ব্যৱস্থাৰ পৰিণতিস্বৰূপে অসমীয়া সমাজত সামাজিক সম্ভ্ৰম আৰু সামাজিক মৰ্যাদা সৃষ্টি হয়। ডা-ডাঙৰীয়া, বা-বিষয়াই ৰজাঘৰত আৰু ৰজাৰ লগত, কাঁড়ী-পাইকে বা-বিষয়াৰ লগত যোগাযোগ, আদান-প্ৰদান কৰোঁতে কেতবোৰ সামাজিক ৰীতি-নীতি পালন কৰিবলগীয়া হৈছিল আৰু সেইদৰে শিষ্যই গুৰুঘৰৰ লগত যোগাযোগ কৰোঁতেও তেনে সম্ভ্ৰম ৰক্ষা কৰি চলিছিল। তাৰ ফলতো সামাজিক চলন-ফুৰণ, ৰীতি-নীতিত সংযম আৰু সম্ভ্ৰম বৃদ্ধি পাইছিল। মোমাইতামুলী বৰবৰুৱাই খেল-বন্ধনীয়াকৈ যি সমাজ পাতিছিল সেই সমাজ-ব্যৱস্থাই সংযম আৰু সমন্বয়ৰ বাট কটাৰ উপৰিও ধৰ্মীয় সহিষ্ণুতা বৃদ্ধি কৰিছিল। ভাৰতৰ অন্য ঠাইত যিদৰে স্পৃশ্য-অস্পৃশ্যৰ বৈষম্য আৰু জাতিভেদ প্ৰৱণতা প্ৰকট, অসমত তাৰ পৰিমাণ তেনেই ক্ষীণ। যি অলপ সামান্য বৈষম্য ধৰা পৰে, সিও কনৌজ, নৱদ্বীপ আদিৰ পৰা অহা মানুহে লগত লৈ অহা। কাৰণ, সেইবোৰ ঠাইত জাতি-বৈষম্য বৰ্তমান। তদুপৰি অসমত হিন্দু-মুছলমানৰ মাজত ধৰ্মীয় বৈষম্যও অতি ঠেক। অতিথি-সৎকাৰ, পৰিগ্ৰাহিকা শক্তি, সহিষ্ণুতা আৰু সৰলতাৰ ক্ষেত্ৰত অসমীয়া জাতি বহুতো ওপৰত।

ভাৰতীয় সংস্কৃতিৰ পটভূমিত অসমীয়া সংস্কৃতিৰ বৈশিষ্ট্য ফুটি ওলায় আহোম যুগৰ শাসন-ব্যৱস্থাত। এই ব্যৱস্থাই অসমীয়া মানুহৰ মাজত দেশপ্ৰেম আৰু জাতিপ্ৰেমৰ চেতনা সৃষ্টি কৰিছিল। বিচিত্ৰ জনসমষ্টিৰ মানুহে একেমনে একেচিত্তে অসমীয়া বুলি চিনাকি দিবলৈ শিকিছিল। এই প্ৰেৰণাৰে অন্তৰালত দেশপ্ৰেমৰ আদৰ্শ গঢ় লৈ উঠিছিল। লাচিত বৰফুকনে শৰাইঘাটৰ যুদ্ধৰ আগতে কামাখ্যালৈ চাই শপত খাওঁতে কৈছিল ঃ "মাও, বঙালখিনি খাই দিয়াঁ, ৰাইজো ৰক্ষা কৰাঁ , ৰজাকো ৰক্ষা কৰাঁ, দেশকো ৰক্ষা কৰাঁ" ৰাইজ, ৰজা আৰু দেশৰ সত্তা একীভূত হৈ পৰিছিল। সেয়েহে পুৰুষ-তিৰোতা, ল'ৰা-বুঢ়া সকলোৰে অন্তৰত স্বাধীন-চেতনা আৰু দেশাত্মবোধ জাগৰিত হৈছিল। ভাৰতৰ অন্যান্য ঠাইত ৰাজশক্তি আৰু সামন্ত শ্ৰেণীয়ে যিদৰে অৰ্থনৈতিক দিশত শোষণ-নিষ্পেষণ চলাইছিল, আহোম যুগত তেনে নিষ্পেষণৰ উদাহৰণ নাই। যথাৰ্থতে প্ৰজাই ৰাজ্য-পৰিচালনাত ভাগ পাইছিল। যুদ্ধ-সন্ধি আৰু গুৰুত্বপূৰ্ণ বিষয়ৰ সিদ্ধান্ত কৰিবলৈ অনুষ্ঠিত বৰচ'ৰাৰ বৰমেলত ডা-ডাঙৰীয়াকে ধৰি টেকেলা-লিগিৰা আদি তলখাপৰ বিষয়াসকলকো নিমন্ত্ৰণ জনোৱা হৈছিল আৰু চ'ৰাত উচিত কথাত মাত মাতিবৰ অধিকাৰ আছিল। এইদৰে ৰজা-প্ৰজা সকলো শাসন-ব্যৱস্থাৰ লগত জড়িত হৈ পৰিছিল। ইয়েই দেশাত্মবোধ সৃষ্টি কৰিছিল। সাধাৰণতে সৈন্য বা বা-বিষয়াই যুদ্ধলৈ অতি সহজ ইচ্ছাৰে আগবাঢ়ি ওলাইছিল; শক্তি প্ৰয়োগ বা শাস্তিৰ ভাবুকি দিব লগা নহৈছিল। বুৰঞ্জীৰ পাতে পাতে সাহস, ত্যাগ আৰু স্বদেশপ্ৰীতিৰ উদাহৰণ পোৱা যায়।

অসমৰ সমাজ-ব্যৱস্থা সমূহীয়া আদৰ্শত গঠিত। জনজাতীয় জীৱন সদায়েই সমূহীয়া নিৰ্ভৰশীলতাৰে পৰিচালিত। ঘৰ-দুৱাৰ সজা, বিয়া-সবাহ পতা, খেতি-চপোৱা, খেৰ-কটা, মাটি-চহোৱা আদি কাম সাধাৰণ নিমন্ত্ৰণ সহায়তে কৰিব পাৰি। দ্বিতীয়তে বৈষ্ণৱ-পৰম্পৰাৰ নামঘৰে সমাজক একমুঠিয়াকৈ ধৰি ৰাখে। মঙ্গোলীয় জীৱন-পদ্ধতিত সামূহিক পৰিচালনাৰ যি

বৈশিষ্ট্য, সি অসমৰ সমাজ-ব্যৱস্থাত এক গভীৰ প্ৰভাৱ বিস্তাৰ কৰিছিল। আধুনিক শিক্ষা আৰু আদৰ্শই মানুহক ব্যক্তিমুখী কৰি তুলিলেও, অসমৰ গ্ৰাম্য-সংস্কৃতিত সমূহীয়া চিন্তা-চৰ্চা আৰু সমাজ-পৰিচালনাৰ ৰীতি জীৱিত হৈ আছে। ভাওনা-সৰাহ, সকাম-নিকাম গাঁৱৰ ৰাইজৰ সমূহীয়া, পাৰম্পৰিক নিৰ্ভৰশীলতাৰে আজিও চলি আছে।

সৌন্দৰ্য-চৰ্চা, অয়-অলঙ্কাৰ আদিৰ ক্ষেত্ৰত কিছুমান ভাৰতীয় সাদৃশ্য ধৰা পৰিলেও অসমীয়া অয়-অলঙ্কাৰ আদি অন্য ঠাইতকৈ পৃথক। আগৰ দিনত সোণ-ৰূপৰ বাহিৰে অন্য ধাতুৰ ঢোলবিৰি, গামখাৰু আদিৰ তুলনা নাই। তদুপৰি অসমীয়া সোণাৰিয়ে যিদৰে বাখৰ খাজে তেনেকৈ অন্য ঠাইৰ সোণাৰিয়ে বাখৰ খাজিব নাজানে। এই পদ্ধতি দক্ষিণ-পূৱ এচিয়াতহে দেখা যায়। অসমৰ থলুৱা গছ-বন, ফুল-লতাৰে কেতবোৰ প্ৰসাধন সামগ্ৰী তৈয়াৰ কৰা হৈছিল। অন্য ঠাইত হাতৰ তলুৱা ৰঙীন কৰাৰ ৰীতি থাকিলেও বিহুৰ সময়ত জেতুকা লোৱাৰ ৰীতি সম্পূৰ্ণ স্বকীয়। কেতেকী, খৰিকা-জাই, মাধৈমালতী ফুলৰ ৰেণু আৰু পাহি মিহলাই গোন্ধতেল তৈয়াৰ কৰে। কাঁজিলা লগাই দাঁত ক'লা কৰা আৰু পৰ্ব্বতীয়া সমাজত টেটু-অঁকা ৰীতিও বিশেষ ধাৰণাবিশিষ্ট। অসমীয়া নাৰীয়ে পথাৰৰ বোকাত নামি খেতি কৰে,গতিকে ভৰিত অলঙ্কাৰ পিন্ধাৰ ৰীতি নাই। সেইদৰে নাকফুলিৰ ব্যৱহাৰো তেনেই সেৰেঙা।

# সামৰণি

অসমীয়া সংস্কৃতিৰ ইতিহাস অতি পুৰণি। সেই পুৰণি কালৰেপৰা আধুনিক যুগলৈকে অসমীয়া সংস্কৃতিয়ে বিবৰ্তনৰ ৰীতি মানি বোৱতী নৈৰ দৰে বৈ আছে। নৈৰ পানী বৈ যায়, সি কাহানিও উভটি নাহে; নতুন নতুন পানী আহে; সোঁত বৈ থাকে। দুয়োটা গৰাৰ মাজেদি বৈ যোৱা সুঁতিটোৱে পাৰত ভঙা-পতা কৰে; কিন্তু গৰা এৰি যেনিয়ে-তেনিয়ে ঢাপলি মেলিব নোৱাৰে। এই নিৰৱচ্ছিন্ন সুঁতিটোৱেই অসমীয়া সংস্কৃতিৰ মূল সুঁতি। নৱপ্ৰস্তৰ যুগৰপৰা আধুনিক যুগলৈকে এই সুঁতিটোৰ ক্ৰমবিবৰ্তমান প্ৰক্ৰিয়াৰ বিষয়ে আলোচনা কৰিবৰ থল আছে। অসমীয়া সংস্কৃতিৰ ইতিহাস পুনৰ্গঠন কৰোঁতে আমি তলত আলোচনা কৰাৰ দৰে ভাগ কৰিব পাৰোঁ।

## নৱপ্ৰস্তৰ যুগ

অসমৰ উত্তৰ কাছাৰ, গাৰোপাহাৰ জিলাৰ কেইবা ঠাইতো নৱপ্ৰস্তৰ যুগৰ মানুহে বসবাস কৰাৰ প্ৰমাণ পোৱা গৈছে। তদুপৰি নগালেণ্ড, অৰুণাচল, মেঘালয়ৰ উপৰিও অসমৰ ভৈয়াম অঞ্চলৰো ভালেমান ঠাইত নৱপ্ৰস্তৰ যুগৰ মানুহে ব্যৱহাৰ কৰা কিছুমান শিলৰ সঁজুলি পোৱা গৈছে। এই শিলৰ সঁজুলিবিলাকৰ আকাৰ-প্ৰকাৰ ভাৰতৰ কোনো কোনো ঠাইত আৱিষ্কৃত বস্তুৰ লগত মিলিলেও দক্ষিণ চীনৰ ইউনানত পোৱা সঁজুলিবিলাকৰ লগতহে অধিক সামঞ্জস্য দেখা যায়। ইয়াৰপৰা অতি পুৰণি কালতে, এক জনপ্ৰব্ৰজন উত্তৰ-পূব দিশৰপৰা হৈছিল বুলি অনুমান কৰিবৰ থল আছে। ৰামায়ণ-মহাভাৰত আদি প্ৰাচীন গ্ৰন্থতো এই অঞ্চলৰ ৰজা আৰু মানুহৰ বিষয়ে উল্লেখ আছে, তেওঁবিলাকক ম্লেছ , কিৰাত, চীন বুলি কোৱা হৈছে। ইয়াৰ আগৰ বাসিন্দাসকল সম্ভৱতঃ অষ্ট্ৰিক বা নিষাদ আছিল আৰু তেওঁবিলাকেই উত্তৰ-পূব ভাৰতৰ এই অঞ্চলত গ্ৰাম্য কৃষি সংস্কৃতিৰ পাতনি তৰিছিল। বনৰীয়া ফল-মূল আৰু মাছ-মঙহৰ ওপৰত নিৰ্ভৰশীল এই জনসমষ্টিয়ে ইয়াতে বনৰীয়া শস্যৰ সঁচ আহৰণ কৰি সামান্য ধৰণে মাটি চহাই অতি প্ৰাথমিক স্তৰৰ খেতি আৰম্ভ কৰিছিল। এই সময়তে কৃষিভিত্তিক কেতবোৰ উৰ্বৰা-বিশ্বাস গঢ় লৈ উঠিছিল। পাণ-তামোল, আদা, হালধি, লাও, কোমোৰা আদি খেতিৰ উপৰিও জীৱ-জন্তু চিকাৰ কৰা আৰু মাছ-মৰা অভ্যাস আছিল। এনে সময়তে পূব আৰু উত্তৰৰ ফালৰপৰা মঙ্গোলীয় মানুহৰ প্ৰব্ৰজন আৰম্ভ হয় আৰু অষ্ট্ৰিকসকলৰ কৃষিমুখী সংস্কৃতি আহৰণ কৰিবলৈ ধৰে; কিন্তু যুদ্ধকামী মঙ্গোলীয় মানুহৰ হাতত অষ্ট্ৰিকসকল হাৰি লাহে লাহে ভাৰতৰ ভিতৰলৈ সোমাই যাবলৈ ধৰে আৰু মহাকাব্যৰ যুগত মধ্যভাৰত পৰ্যন্ত বিয়পি পৰে। অসমৰ পলসুৱা সাৰুৱা মাটিৰপৰা আঁতৰি গৈ তেওঁবিলাকে পূৰ্বৰ কৃষি-সংস্কৃতিৰ এটা বিৰাট অংশ এৰি পেলায়।

## মহাকাব্যৰ যুগ

অসমৰ সংস্কৃতিৰ বুৰঞ্জী আলোচনা কৰোঁতে যিটো দ্বিতীয় স্তৰ বা ভাগ ওলায় ইয়াৰো নিৰ্দিষ্ট সময় সীমা নিৰ্দ্ধাৰণ কৰা সম্ভৱ নহয়; তথাপি এই যুগটো সপ্তম শতিকামানলৈ টানি আনিব পাৰি। এই যুগটো এটা দিশৰপৰা অতি গু ৰুত্বপূৰ্ণ। সেইটো হ'ল জনসংখ্যাৰ সংমিশ্ৰণ। এই যুগত অষ্ট্ৰিকসকলৰ অৱশিষ্ট আছিল যদিও ইতিমধ্যে মঙ্গোলীয়সকল সুপ্ৰতিষ্ঠিত হৈছিল আৰু তেওঁবিলাক যুঁজাৰু জাতি হিচাপে বিখ্যাত হৈ পৰিছিল। এই সময়তে সম্ভৱতঃ পৰশুৰাম-জমদগ্নিৰ নেতৃত্বত অগ্নি-উপাসক আলপাইন আৰ্যসকল উত্তৰ-পূব প্ৰান্তত উপনীত হৈছিল।

অষ্ট্রিকসকলৰ মাতৃতন্ত্রৰ অস্তিত্ব ক্ষুণ্ণ কৰাত পিতৃতন্ত্র প্রতিষ্ঠাৰ বাট মুকলি হৈছিল। বিদেহৰপৰা নৰকাসুৰ আহি সেই একেদৰেই মাতৃতান্ত্রিক অষ্ট্রিকৰ কামাখ্যাৰ সংঘৰ্ষলৈ আহিছিল। এই যুগতেই লাহে লাহে বৈদিক আৰ্যসকলেও অসমত ভুমুকি মাৰিছিল। প্ৰাগজ্যোতিষ, লৌহিত্যে দেশ, পাৰ্বত্যদেশ, ম্লেচ্ছদেশ আদি নামেৰে সেইকালত এই দেশ জনাজাত আছিল। যথাৰ্থতে এই সময়ত দেশ নিয়ন্ত্রণ কৰিছিল মঙ্গোলীয়সকলে, সংস্কৃতি অষ্ট্রো-মঙ্গোলীয় ৰূপত প্রতিষ্ঠিত হৈছিল। জনসংখ্যাত তাকৰীয়া হ'লেও সুসংস্কৃতিবাহী আৰ্যসকলৰ বসবাস আৰম্ভ হৈছিল। পৰশুৰামৰ বাহিৰে অন্যান্য আৰ্যসকলে ইয়াত বসবাস কৰিবলৈ আহি অস্ত্রচালনা কৰাৰ কথা জনা নাযায়। এই যুগটো যথাৰ্থতে সমন্বয়ৰ যুগ। ভৌগোলিক কাৰণত ইয়ালৈ অহা আৰ্যসকলে জীৱন-ধাৰণৰ পদ্ধতি সলনি কৰিবলৈ বাধ্য হয়। বিভিন্ন গোটত ভাগ ভাগ হৈ থকা বিভিন্ন ভাষা-ভাষী মঙ্গোলীয়সকলে এই সময়তে উমৈহতীয়া মাধ্যম হিচাপে আৰ্যমূলীয় অসমীয়া ভাষাৰ আদিম স্তৰত উপনীত হয়। এই সময়ত প্ৰাচীন কাহিনীবিলাকত সংঘৰ্ষ আৰু সমন্বয়ৰ আদৰ্শ ৰক্ষিত হৈছে। হৰি-হৰৰ যুদ্ধ, হিৰণ্যকশিপু-বিষ্ণুৰ সংঘৰ্ষ, নৰকাসুৰ-কামাখ্যাৰ কাহিনী, সদাশিৱৰ জীৱন-পদ্ধতি, পৰশুৰামৰ মাতৃহত্যা, কৃষ্ণৰ ৰুক্মিণী-হৰণ, উষা-অনিৰুদ্ধৰ প্ৰণয়, অৰ্জ্জুনৰ লগত চিত্ৰাঙ্গদা আৰু উলুপীৰ বিবাহ, ভীম-ঘটোৎকচ-হিড়িম্বাৰ কাহিনী আদি ঐতিহাসিক পটভূমিত বিচাৰ কৰিলে সাংস্কৃতিক আৰু জাতিগত সমন্বয়ৰ কেতবোৰ সমল পোৱা যায়। এই কালতেই অসমত হিন্দুধৰ্মই প্ৰতিষ্ঠা লাভ কৰিছিল আৰু শাক্ত-শৈৱ আদৰ্শধৌত মানুহৰ মনতো বৈষ্ণৱ ধৰ্মৰ অঙ্কুৰ গজিছিল। অসমৰ মানুহৰ তেজত আজি যি সংমিশ্ৰিত ৰক্ত-কণিকা পোৱা গৈছে, ইয়াৰ ইতিহাস হয়তো খৃষ্টজন্মৰ এহেজাৰ বছৰৰ আগৰপৰাই আৰম্ভ হৈছিল। এই সময়ৰ সংস্কৃতি মূলতঃ কৃষি মুখী। প্ৰব্ৰজনকাৰীসকল আহি লাহে লাহে মিলি গৈছিল আৰু ভৌগোলিক পৰিবেশৰ তাড়নাতে ইয়াৰ কৃষি পদ্ধতি আৰু ৰীতি-নীতি গ্ৰহণ কৰিছিল।

## তাম্ৰশাসনৰ যুগ

তৃতীয় স্তৰটো ঐতিহাসিক সমলেৰে পূৰ্ণগঠন কৰিব পৰা যায়। সপ্তম শতিকাৰপৰা দ্বাদশ শতিকালৈকে এই পাঁচশ বছৰ এই স্তৰটোত সামৰিব পাৰি। কেতবোৰ পুৰাতাত্ত্বিক সমলৰ উপৰিও ভালেমান তাম্ৰশাসনৰ গাত গহিনা লৈ এই সময়ৰ সাংস্কৃতিক ইতিহাস ৰচনা কৰিব পাৰি; কিন্তু এই ক্ষেত্ৰত সততা আৰু সতৰ্কতাৰে আগবঢ়া উচিত। তাম্ৰশাসনবোৰ সংস্কৃত ভাষাত লিখা। সেইবাবেই অতি সহজভাৱে সিদ্ধান্ত কৰা উচিত নহয় যে অসমৰ অধিকাংশ মানুহেই আৰ্যভাষী আৰু তেওঁবিলাক বৈদিক সংস্কৃতিসম্পন্ন। নগালেণ্ড বা মেঘালয়ৰ চৰকাৰী ভাষা ইংৰাজী হ'ল বুলিয়েই যেনেকৈ তাৰ বাসিন্দাসকল ইংৰাজ বা তেওঁবিলাকৰ সংস্কৃতি ইউৰোপীয় নহয়, তাম্ৰশাসনৰ যুগৰ মানুহৰ ক্ষেত্ৰতো সেয়ে প্ৰযোজ্য । আগৰ স্তৰত যেনেকৈ অষ্ট্রিক, মঙ্গোলীয়, আলপাইন আৰ্য আৰু নৰ্ডিক আৰ্যৰ সংমিশ্ৰণ আৰম্ভ হৈছিল, তেনেকৈ এই যুগত ইয়াৰ শাখা-প্ৰশাখা বিলাকৰো সংমিশ্ৰণ পিছৰ যুগত বৃদ্ধি পাইছিল। এই যুগতেই বহল ভাৰতীয় সংস্কৃতিৰ দুটি-এটি ৰেঙনি উফৰি আহি পৰিছিল আৰু অষ্ট্রো-দ্ৰাবিড় জনসমষ্টিৰ এটা ঠালো দক্ষিণ-পূব ভাৰতৰপৰা আহি অসমত সোমাইছিলহি। ব্ৰাহ্মণ, গণক, কায়স্থ, কলিতাই ভুমুকি মৰাৰ উপৰিও জাতিগত সমন্বয়ৰ পৰিণতিস্বৰূপে বৰ-কলিতা, পানী-কলিতা, সৰু-কলিতাৰ সৃষ্টি হৈছিল। কলিতাসকলে খেতিতকৈ কাৰিকৰী শিল্প ভাল পাইছিল। সেয়েহে পিছলৈ কলিতাসকল কমাৰ কলিতা, কুমাৰ কলিতা, চমাৰ কলিতা, সোণাৰি কলিতা, নট কলিতা,



নাপিত কলিতা, হালৈ কলিতা আদি শিল্প অনুযায়ী জনাজাত হৈছিল। এই কলিতাসকলৰ সাংস্কৃতিক অৱদান লেখত ল'বলগীয়া। এসময়ত কায়স্থ আৰু কলিতাসকলৰ মাজত সামাজিক ফাঁক কিছু পৰিমাণে আছিল যদিও কালক্ৰমত সি নাইকিয়া হৈ অহা দেখা যায়। গাৰ গঢ়, বৰণ আদিলৈ চালে এওঁবিলাকৰ গাত কিছু পৰিমাণে দ্ৰাবিড়ী তেজ থাকিলেও সাংস্কৃতিকভাৱে আৰ্যধৰ্মী হোৱাত কলিতা-কায়স্থৰ মিলন হ'বলৈ ধৰিলে। অষ্ট্র-দ্ৰাবিড়ৰ এটা ঠাল আৰ্যসংস্কৃতিসম্পন্ন নোহোৱাত তেওঁবিলাকক সামাজিকভাৱে তলখাপৰ বুলি গণ্য কৰা হৈছিল। তেওঁবিলাকে মৎস্যজীৱী হিচাপে বা অন্য তলখাপৰ কাম কৰি পেট প্ৰৱৰ্তাইছিল। কৈৱৰ্ত, তাঁতী আদি এই শ্ৰেণীত পৰে; কিন্তু মঙ্গোলীয় প্ৰভাৱৰ পৰিণতিস্বৰূপে অসমত সকলো ধৰ্ম আৰু জাতিৰ মানুহে মাছ-মৰা, তাঁত-বোৱা কাম কৰিছিল। ফলত এই শ্ৰেণীৰ মানুহৰ জীৱিকাৰ পথ বন্ধ হোৱাত ইঠাইৰপৰা সিঠাইলৈ প্ৰব্ৰজন কৰি ঘাইকৈ কলিতাসকলৰ বৃত্তিসমূহ আয়ত্ত কৰি চলিবলৈ ধৰে। জীৱিকাৰ যোগেদি আৰ্থিক আৰু সামাজিক অৱস্থা উন্নত কৰি লাহে লাহে উচ্চবৰ্ণৰ সমাজত মিলি যাবলৈ ধৰে। মৎস্যজীৱীসকল নিতান্তই আছুতীয়া হৈ ৰৈ যোৱাৰ বাবে বাকী কৈৱৰ্ত-কেওটসকল লাহে লাহে আগবাঢ়ি গ'ল। ভাষাৰ উচ্চাৰণধ্বনি অনুসৰণ কৰি আৰু ভিতৰুৱা সামাজিক ৰীতি-নীতি পৰ্যবেক্ষণ কৰিলে কোনোবাখিনিত যে এক শ্ৰেণী উচ্চ হিন্দু আৰু অষ্ট্র-দ্ৰাবিড় মানুহৰ তেজৰ মিল আছে, সেইটো ধৰা পৰে। গাৰ গঠন, বৰণ আৰু চলন-ফুৰণতো বৈশিষ্ট্য লক্ষ্যণীয়। তাঁতী শ্ৰেণীটো প্ৰায় কোচ-কলিতা মানুহৰ মাজত মিলি গ'ল। এইদৰে তাম্ৰশাসনৰ যুগত মানুহৰ তেজমঙহৰ সংমিশ্ৰণ আৰম্ভ হোৱাৰ লগে লগে সাংস্কৃতিক সংমিশ্ৰণ, সমন্বয়, সংবৰ্দ্ধন আৰু বিবৰ্তনৰ বাট মুকলি হয়। এই যুগত স্থাপত্য, ভাস্কৰ্য, চিত্ৰকলা, সঙ্গীত, ধৰ্ম, লেখন-কলাৰ বিকাশ সাধিত হৈছিল। ভাৰতীয় সংস্কৃতিৰ প্ৰৱাহ এটি আহি ইয়াত ওলাইছিল যদিও ইয়াৰ থলুৱা স্বৰূপ অক্ষুণ্ণ আছিল। এই সময়ছোৱাতে চুতীয়া, কছাৰী, বৰাহী, মৰাণ, ভূঞা, কোচ, খৈৰামী, চিন্‌টেং আদি ৰাজ্য গঢ় লৈ উঠিছিল আৰু তেওঁবিলাকৰ বৈশিষ্ট্য ৰক্ষা কৰিছিল। এইসকলৰ শাসন-ব্যৱস্থা আৰু জীৱন সম্পৰ্কে অধ্যয়ন কৰিলেই স্বকীয় অস্তিত্ব সম্পৰ্কে জানিব পাৰি। ভূঞাসকলক বাদ দিলে বাকী সকলোৰেই মঙ্গোলীয় আৰু তেওঁবিলাকৰ সংস্কৃতি অষ্ট্রিকভিত্তিক। কোনো কোনো জনসমষ্টিত পোৱা কেতবোৰ উমৈহতীয়া উপাদানৰপৰাই আমি উক্ত সিদ্ধান্তত উপনীত হ'ব পাৰোঁ। উদাহৰণস্বৰূপে তামোল-পাণৰ ব্যৱহাৰ।

## আহোম যুগৰ অসমীয়া সংস্কৃতি

চতুৰ্থ স্তৰটো আমি আহোম যুগৰ অসমীয়া সংস্কৃতি আখ্যা দিব পাৰোঁ। ত্ৰয়োদশ শতিকাৰপৰা উনবিংশ শতিকালৈকে এই ছশ বছৰ আহোমসকলে শাসন কৰিছিল। প্ৰশাসনীয়-ব্যৱস্থাই সংস্কৃতিৰ গঢ় দিয়ে। মৌৰ্য সংস্কৃতি, গুপ্ত সংস্কৃতি, মোগল সংস্কৃতি ইত্যাদি। আহোম শাসন-ব্যৱস্থাৰ প্ৰভাৱত অসমীয়া সংস্কৃতিয়ে এক নতুন ৰূপ ল'বলৈ সুযোগ পাইছিল। আহোমসকলে সাতৰাজ মাৰি একৰাজ কৰি সাতভাই গোটাই একেখন ৰৰঘৰতে বাস কৰিবলৈ প্ৰেৰণা যোগাইছিল। তদুপৰি বিভিন্ন জাতিৰ লগত বৈবাহিক সম্বন্ধ পাতি, পো-ভাই বুলি বহুতকে জাতত তুলি লৈ তেজ-মঙহৰ সম্বন্ধ সৃষ্টি কৰিছিল। অকল সেয়ে নহয়, দেশ, জাতি আৰু নিজৰ অস্তিত্ব ৰক্ষা কৰিবলৈ পৰ্বত-ভৈয়ামৰ জাতি-জনজাতি সকলোকে ঐক্যবদ্ধ কৰি বিদেশী আক্ৰমণকাৰীৰ বিৰুদ্ধে নেতৃত্ব দিছিল। ইয়াৰেই পৰিণতিস্বৰূপে অসমীয়া জাতি সত্তাৰ সৃষ্টি হৈছিল। আজিৰ অসমীয়া সংস্কৃতি আখ্যাৰো গুৰি ইয়াৰেই।

এই যুগটো বহুমুখী সমন্বয়ৰ যুগ। জাতিগত সমন্বয়ৰ উপৰিও সাংস্কৃতিক উপাদানৰ সুসম

সমন্বয় সাধিত হৈছিল। টাইসকলে বিজেতা হৈ আহি থলুৱা ধৰ্ম, ভাষা, ধ্যান-ধাৰণা আহৰণ কৰি শাসন-ব্যৱস্থা, বুৰঞ্জী-সাহিত্য আৰু স্থাপত্য-ভাস্কৰ্যৰ অৱদান দিলে। এই সময়ছোৱাতে মুছলমানসকল আহিল। পৰ্বত-ভৈয়ামৰ সংস্কৃতিৰ আদান-প্ৰদান হ'ল আৰু ৰজাঘৰীয়া ব্যৱস্থাত জাতি-সমন্বয় সাধিত হ'ল। আহোমসকল পূৰ্বতে প্ৰাথমিক স্তৰৰ বৌদ্ধ আছিল। তেওঁবিলাকৰ ধৰ্মত তাওধৰ্ম আৰু এনিমিজমৰ উপাদান সোমাইছিল। অসমত পোনতে ব্ৰাহ্মণ্য হিন্দুধৰ্মৰ সংস্পৰ্শলৈ আহে, পিছত মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্মৰ ঘনিষ্ঠতা লাভ কৰিলেও শেষত ব্ৰাহ্মণ্য শাক্তধৰ্মৰ প্ৰভাৱত পৰে। যিহেতু ভাৰত তথা অসমৰ সংস্কৃতি ধৰ্মভিত্তিক, এই ধৰ্মক কেন্দ্ৰ কৰি আহোম যুগৰ স্থাপত্য, ভাস্কৰ্য, সাহিত্য, সঙ্গীতৰ উৎকৰ্ষ সাধন হয়। আহোম শাসন-ব্যৱস্থাৰ পৰিণতিস্বৰূপে সমাজত এটি অভিজাত শ্ৰেণী গঢ় লৈ উঠিছিল আৰু এই শ্ৰেণীটোক কেন্দ্ৰ কৰি পিন্ধন-উৰণ, চলন-ফুৰণ, সাজ-পাৰ, সা-সঁজুলি আদিৰ উৎকৰ্ষ সাধন হৈছিল। কাপোৰ-কানি, অয়-অলঙ্কাৰ, ঘৰুৱা সা-সঁজুলি আদিৰ বিস্তৃতি ঘটিছিল। এই যুগটো যেনেকৈ সময়-সীমাৰে দীঘলীয়া; সেইদৰে বিষয়-বস্তুৰেও ভৰপুৰ। অসমীয়া সংস্কৃতিৰ সকলো দিশতেই এই সময়ছোৱাত বিভিন্ন ধৰণে বিকাশ সাধন হয়। যথাৰ্থতে এই যুগটোৱেই সমন্বয়ৰ মাজেদি অসমীয়া জাতি আৰু সংস্কৃতিৰ ভেঁটি প্ৰতিষ্ঠাৰ যুগ।

## শংকৰী সংস্কৃতি

যেনেকৈ ৰাজনৈতিক শাসন-ব্যৱস্থাক কেন্দ্ৰ কৰি একো একোটি সংস্কৃতি গঢ় লৈ উঠে, সেইদৰে একোজন প্ৰতিভাশালী ব্যক্তিৰ মেধা, সৃষ্টিপ্ৰতিভা আৰু দিকদৰ্শনেও নতুন বিশিষ্ট সংস্কৃতি-শাখাৰ সৃষ্টি কৰে। অসমৰ শংকৰদেৱলৈ পোনপটীয়াকৈ আঙুলি টোৱাঁব পাৰি। শংকৰদেৱ আছিল বহুমুখী প্ৰতিভাৰ গৰাকী। কৃষ্ণ-ভক্তি শাখাৰ বৈষ্ণৱধৰ্ম প্ৰচাৰেই যদিও তেওঁৰ মূখ্য উদ্দেশ্য আছিল, তাকে কেন্দ্ৰ কৰি সাহিত্য, নৃত্য, নাট্য, চিত্ৰকলা, ভাস্কৰ্য সৃষ্টি হৈছিল। শংকৰদেৱ আহোম যুগৰ সমসাময়িক। আহোম যুগৰ ভিতৰতে শংকৰী সংস্কৃতিয়ে বিশিষ্ট ৰূপ আৰু ঐশ্বৰ্য লাভ কৰিছিল। কোনো কোনোৱে এই বিশিষ্ট সংস্কৃতিক সত্ৰীয়া সংস্কৃতি বুলিবলৈ প্ৰয়াস পাইছে যদিও, আমাৰ মতে সত্ৰ শংকৰদেৱৰহে সৃষ্টি। শংকৰদেৱক বাদ দিলে সত্ৰৰনো অস্তিত্ব ক'ত? শংকৰদেৱে দি থৈ যোৱা সাংস্কৃতিক সমলখিনিৰ বাহিৰে সত্ৰইনো নতুনকৈ কি সৃষ্টি কৰিছে, যাৰ বাবে শংকৰী সংস্কৃতি আখ্যাটো তল পেলাই সত্ৰ-সংস্কৃতি বা সত্ৰীয়া সংস্কৃতি বুলিব লাগে। ভাৰতীয় ধৰ্ম আৰু সংস্কৃত শাস্ত্ৰৰ ভেঁটিতেই যদিও শংকৰদেৱ প্ৰৱৰ্তিত একশৰণ ভাগৱতী বৈষ্ণৱ ধৰ্মৰ সৃষ্টি, ইয়াৰ উপাসনা-পদ্ধতি, আশীৰ্বাদ, নাম, প্ৰসাদ-বিতৰণ আদিত থলুৱা বৈশিষ্ট্য বিদ্যমান। পিছৰ যুগত তেওঁৰে নাতি পুৰুষোত্তমে শংকৰী সাধনমাৰ্গত কেতবোৰ ব্ৰাহ্মণ্য আচাৰ-নীতিৰ অনুপ্ৰৱেশ ঘটাই শংকৰদেৱৰ মূল আদৰ্শত গুৰু-চণ্ডালী সমন্বয় সাধন কৰে। ভোৰতাল, কাঁহ, ডবা, খোল আদিৰ ব্যৱহাৰ আৰু সুৰতো বৈশিষ্ট্য ধৰা পৰে। সেইদৰে নাট, সূত্ৰধাৰ, বৰগীত, নৃত্য আদিতো শংকৰদেৱৰ সৃজনী-প্ৰতিভাৰ স্বাক্ষৰ আছে। সত্ৰ আৰু নামঘৰ, ইয়াৰ পৰিচালনা পদ্ধতি অসমীয়া সংস্কৃতিলৈ অতুলনীয় দান। তদুপৰি জাতিভেদহীন সমাজ প্ৰতিষ্ঠাৰ আদৰ্শয়ো গৌৰৱ কৰিব পাৰে। এইখিনিতে এটা কথা স্বীকাৰ কৰিব লাগিব যে শংকৰদেৱৰ সামাজিক বহল চিন্তাধাৰা তেওঁৰ উত্তৰাধিকাৰীসকলৰ হাতত অপকৰ্ষ সাধন হৈছে। শংকৰদেৱৰ গুণগ্ৰাহিতা আৰু উদাৰতা ক্ৰমে ৰক্ষণশীলতা আৰু সঙ্কীৰ্ণতালৈ পৰ্যবসিত হৈছে।



## আধুনিক অসমীয়া সংস্কৃতি

উনবিংশ শতিকা অসমৰ সাংস্কৃতিক বুৰঞ্জীৰ এটি সন্ধিক্ষণ। এই ক্ষণতেই ৰাজনৈতিক শাসন-ব্যৱস্থা সলনি হয়। পূৰ্বৰ পাইক প্ৰথা আৰু আত্মনিৰ্ভৰশীল কৃষি জীৱনলৈ 'মণি ইকনমি' বা মুদ্ৰা-অৰ্থনীতিৰ আগমন হয়। মুদ্ৰা-অৰ্থনীতিৰ বিকাশৰ লগে লগে দৰমহা পাই চহকী হোৱা মধ্যবিত্ত শ্ৰেণী এটা গঢ় লৈ উঠিল। পূৰ্বৰ সমাজ-ব্যৱস্থা, সামাজিক মৰ্যাদা, জীৱনৰ মূল্যবোধ আৰু অৰ্থনৈতিক নিৰ্ভৰশীলতাৰ অৱসান ঘটিল। এইখিনিতেই আধুনিক অসমীয়া সংস্কৃতিৰ এটি নতুন যুগ আৰম্ভ হ'ল। অসমৰ লোক-সংস্কৃতি যেনেকৈ ভৌগোলিক পৰিবেশৰ ওপৰত নিৰ্ভৰশীল, তেনেকৈ আধুনিক অসমীয়া সংস্কৃতিৰ ঘাই সুঁতিটো নিয়ন্ত্ৰণ কৰিছে শিক্ষা আৰু অৰ্থনীতিয়ে। আধুনিক শিক্ষা, শাসন-ব্যৱস্থা, নগৰ-স্থাপন, উদ্যোগীকৰণ এইকেইটা মুখ্য কাৰণৰ ফলত আধুনিক অসমীয়া সংস্কৃতিলৈ খৰতৰ গতিৰে পৰিবৰ্তন আহিছে। এই পৰিবৰ্তনে মূল গ্ৰাম্য-কৃষিমুখী সংস্কৃতিত গৰাখহনীয়া আৰম্ভ কৰিছে। আনপিনে অৰ্থনৈতিক ক্ৰিয়া-প্ৰতিক্ৰিয়াই পুৰণি সমল এৰিবলৈ বাধ্য কৰিছে। তদুপৰি এই যুগটোত পৰিবহনৰ সুবিধা, সহজ যোগাযোগ, শিক্ষাৰ বিস্তাৰ আৰু বৈজ্ঞানিক উপকৰণৰ মাত্ৰাধিকাই দিয়া-লোৱাৰ পৰিমাণ বৃদ্ধি কৰিছে আৰু এই প্ৰক্ৰিয়াই সংস্কৃতিৰ ওপৰত কোবাল হেঁচা দিছে। পূৰ্বৰ ধৰ্মীয় ৰক্ষণশীলতা শিথিল হৈছে, লোকাচাৰ পাতলিছে, গীত-মাত-নাট সকলোতে পাশ্চাত্য প্ৰভাৱ পৰিছে আৰু মানুহে সাংস্কৃতিক সমলবোৰ জীৱনৰ প্ৰয়োজনীয়তাৰ মাপ-কাঠীৰে জুখিবলৈ শিকিছে। জনসংখ্যা বৃদ্ধি পাইছে, খেতিৰ মাটিৰ পৰিমাণ কমিছে, ফলত খেতিয়কৰ জীৱন দুৰ্বহ হৈ উঠিছে। কৃষি-নিৰ্ভৰ গ্ৰাম্য-সংস্কৃতিত ইয়ো তীব্ৰ আঘাত হানিছে। এই যুগটোৰ সৰাতোকৈ উল্লেখযোগ্য সময় স্বাধীনতাৰ পিছৰ কালছোৱা। এই সময়তেই অতি খৰতৰ গতিৰে প্ৰাচীন ঐতিহ্য মৰহি আহিছে আৰু পৰিবৰ্তনশীলতাৰ জোৱাৰ উঠিছে। যথাৰ্থতে এই কোবাল পৰিবৰ্তনশীলতা অসমীয়া সংস্কৃতিৰ ইতিহাসত এক প্ৰত্যাহ্বানস্বৰূপে থিয় দিছে।

## জাতিভিত্তিক মূল সংস্কৃতি

অসমীয়া সংস্কৃতিৰ ইতিহাস আলোচনা কৰোঁতে এই দিশকেইটালৈ পাহৰা উচিত নহয়। মূল যৌগিক সংস্কৃতিলৈ বিভিন্ন সংস্কৃতিৰ যিবোৰ উপাদান আহিছে আৰু কোন সময়ত, কোন মানুহৰ যোগেদি আহি কেনেকৈ সংযোজিত হৈছে, তাৰো আলোচনা হোৱা উচিত। নেগ্ৰিটো, অষ্ট্ৰিক, মঙ্গোলীয়, আলপাইন, আৰ্য, দ্ৰাবিড় আৰু বৈদিক আৰ্য সংস্কৃতিৰ উপাদানসমূহৰ সম্ভাব্য বিশ্লেষণ কৰিব লাগে। এই প্ৰসঙ্গতে বিশাল মঙ্গোলীয় সংস্কৃতিৰ বিষয়ে ব্যাপকভাৱে চৰ্চা আৰু অনুশীলন হ'ব পাৰে। বড়ো-কছাৰী, মিছিং, টিৱা, দেউৰী, মৰাণ, চুতীয়া, ৰাভা, আহোম, ৰাজবংশী, কোচ আদি ব্ৰহ্মপুত্ৰ উপত্যকাৰ লোকসকলৰ উপৰিও অৰুণাচলৰ জনজাতি, নগালেণ্ডৰ জনজাতি, মণিপুৰী, জয়ন্তীয়া, মিজো, ত্ৰিপুৰী, গাৰো আদিৰ বিষয়েও আলোচনা হোৱা উচিত। এইসকলৰ সংস্কৃতিৰ তুলনামূলক অধ্যয়ন হ'লেহে মঙ্গোলীয় প্ৰভাৱবিশিষ্ট অসমীয়া সংস্কৃতিৰ স্বৰূপ উদঘাটিত হ'ব। অসমীয়া সংস্কৃতিৰ লোকবিশ্বাসত বড়, জৰি, আঁহত গছৰ প্ৰতি আকৰ্ষণ, উৰ্বৰাবিশ্বাসৰ প্ৰভাৱ, অসমীয়া ভাষাত শ, ষ, সৰ বিশিষ্ট উচ্চাৰণ-ধ্বনি, মেজি বা অগ্নি-পূজা, ভক্তি-সাধন আদিৰ মূল ক'ত, তাকো বিচাৰ কৰিব লাগে। ভাৰতীয় আৰ্য সংস্কৃতিৰ প্ৰভাৱ পৰিলেও থলুৱা ধ্যান-ধাৰণাই কেনেকৈ অস্তিত্ব ৰক্ষা কৰিছে তাকো বিশ্লেষণ কৰি দেখুৱাব পাৰি। উদাহৰণস্বৰূপে দ্ৰাবিড়ৰ যৌৱন দেৱতা কৃষ্ণই দ্বৈপায়ন ব্যাসৰ হাতত ভাগৱতৰ যোগেদি আৰ্য হৈ প্ৰতিষ্ঠা লাভ কৰা কৃষ্ণ-ভক্তি শাখাই শংকৰদেৱৰ হাতত

নতুন ৰূপ ললে। যজুৰ্বেদীয় বিয়াখন বেইৰ তলত কণী-পোতা, জোৰণত মাছ-দিয়া, গাঁঠিয়ন খুন্দা আদিৰে নতুন হৈ পৰিল। এইবোৰ খৰচি মাৰি আলোচনা কৰিলে সমন্বয়ৰ আঁত ধৰিব পৰা হ'ব।

## লোকসংস্কৃতি

অসমৰ লোকসংস্কৃতিও চহকী। জন-জীৱনৰ বাস্তৱ দিশত থলুৱা পৰিবেশ, প্ৰাচীন ঐতিহ্য, পৰম্পৰা আৰু লোকবিশ্বাস জড়িত। খেতিপথাৰ, বিয়াঘৰ, জন্ম-মৃত্যু, চিকিৎসা, যাত্ৰা, স্বপ্ন, গীত-মাত, গালি-শপনি, জ্বৰ-বেমাৰ আদিৰ ক্ষেত্ৰত মানুহে বৈজ্ঞানিক ধ্যান-ধাৰণাৰ উৰ্দ্ধত কেতবোৰ আচাৰ-অনুষ্ঠান পালন কৰে। তেনে কিছুমান লোকাচাৰৰ হয়তো ব্যাখ্যা আছে; কিন্তু বহুতৰে ব্যাখ্যা নাই; কিন্তু অগাধ বিশ্বাস। জন-জীৱনৰ যুগ যুগ সঞ্চিত জ্ঞান আৰু অভিজ্ঞতাৰ ভেঁটিত গঢ় লৈ উঠিছে প্ৰবচন আৰু সাঁথৰসমূহ। লোকসাহিত্যই সাধাৰণে যিবোৰ সমল সামৰে, এই সকলোখিনি লোকসংস্কৃতিৰ অন্তৰ্গত। তাঁতশাল, কুঁহিয়াৰশাল, তেলীশাল, কমাৰশাল, সোণাৰিশাল, কুমাৰৰ চাক আদিৰ গাত ভেঁজা লৈয়ো কেতবোৰ লোকসংস্কৃতিমূলক উপাদান গঢ় লৈ উঠিছে। মাছ , সাপ, তামোল-পাণ, বাঁহ, ধান, ৰ'দ-বৰষুণ, পোক-পতঙ্গ আদিৰ লগত বহুতো লোকবিশ্বাস আছে। এইবোৰ লোকসংস্কৃতিৰ উপাদান। অসমীয়া সংস্কৃতিৰ ইতিহাসত লোকসংস্কৃতি শিতানৰ এটি অধ্যায় থকা উচিত।

## অসমীয়া সংস্কৃতি আৰু মুছলমান

অসমৰ লোকসমষ্টিৰ দিশৰপৰা আৰু এটি ভাগ কৰি আলোচনা কৰিব পাৰি। অসমৰ পুৰণি মুছলমানসকল অসমীয়া জাতি সত্তাৰ বুকুত জীণ গৈ অসমীয়া সামাজিক-সাংস্কৃতিক জীৱনৰ অংগীভূত হৈ পৰিছে। তথাপিও ধৰ্মীয় অনুশাসনৰ ৰীতি মানি আৰু উত্তৰ ভাৰতৰপৰা বহু দিনৰ আগতে অহা কাৰিকৰ-শিল্পীসকলৰ আচাৰ-ব্যৱহাৰৰ মাজেদি কেতবোৰ উপাদান অসমীয়া সংস্কৃতিত সোমাইছে। অসমীয়া মুছলমানসকল ঘৰুৱা জীৱনত জাতে-পাতে অসমীয়া হ'লেও তাৰ মাজতে কোনোবাখিনিত কেতবোৰ বৈশিষ্ট্য ৰৈ গৈছে। অসমৰ মজজিদত পাচী প্ৰভাৱ পৰিছে , ফেজ টুপী, কুৰ্তা-পায়জামা, লুঙীয়ে নিজা বৈশিষ্ট্য প্ৰকাশ কৰিছে। সেইদৰে খাৱন-বোৱন, দিয়ন-থোৱন, মাতকথা আদিতো ভালেমান মোগল-পাঠান উপাদান আছে। স্বৰ্গদেৱৰ ৰংঘৰ-তলাতলঘৰৰ দুৱাৰ-খিড়িকী, মৃগাৱতী চৰিত, জিকিৰ, জাৰী, কিছুমান মন্ত্ৰ, মাৰৈপূজাৰ গীত আদিত দেখদেখকৈ মুছলমানী ভাৱধাৰা সোমাইছে। এইবোৰ ঐতিহাসিক পটভূমিত বিচৰা হোৱা উচিত।

## অসমীয়া সংস্কৃতি আৰু চাহবনুৱা

অসমৰ জনসংখ্যাৰ আঁৰু ঘাইকৈ আধুনিক জন-জীৱনৰ এটি অপৰিহাৰ্য অংগ হ'ল চাহ বাগিচাৰ বৰ্তমান বনুৱা আৰু পুৰণি বনুৱা। ঊনবিংশ শতিকাৰ তৃতীয়-চতুৰ্থ দশকৰপৰা চাহ বাগিচাত কাম কৰিবলৈ পশ্চিমবঙ্গ, বিহাৰ, মধ্যপ্ৰদেশ, অন্ধ্ৰ উৰিষ্যা আদিৰপৰা অৰ্থনৈতিকভাৱে পাছপৰা আৰু সমাজৰ নিষ্পেষিত এটা শ্ৰেণীক ফুচুলাই আনি অসমৰ জোক-পোক, মেলেৰিয়া-গ্ৰহণী পীড়িত অঞ্চলত বহুৱায়হি। জীৱনজোৱা হাড়ভঙা পৰিশ্ৰম কৰি ভাগৰি পৰা এই বনুৱাসকলে শেহ বয়সত ইয়াতে ৰৈ যায়। এইদৰে আজি বনুৱা আৰু পুৰণি বনুৱা মিলি এটি



বিশিষ্ট জনসমষ্টিত পৰিণত হৈছে। এওঁবিলাকক দুটা ভাগত ভগাব পাৰি— জনজাতি আৰু অ-জনজাতি। এওঁবিলাক মূলতঃ অষ্ট্ৰিক আৰু অষ্ট্ৰো-দ্ৰাবিড় সমষ্টিৰ লোক । কোল, ভীল, মুণ্ডা, চাওতাল আদিৰ গাত অষ্ট্ৰিক তেজ আৰু সংস্কৃতিত অষ্ট্ৰিক উপাদান নিহিত হৈ আছে। অন্ধ্ৰ আৰু উৰিষ্যাৰপৰাও ভালেমান জনজাতীয় মূলৰ মানুহ আহিছে। অ-জনজাতীয় শ্ৰেণীটোত কেতবোৰ মানুহ আছে, যাক নৃতাত্ত্বিক দৃষ্টিত কোনোপধ্যে জনজাতি আখ্যা দিব নোৱাৰি। জাতিগতভাৱে তেওঁবিলাক উচ্চবৰ্ণৰ অন্তৰ্গত; কিন্তু আৰ্থ-সামাজিক দিশত নিতান্তই পাছপৰা। তেওঁবিলাকৰ পূৰ্বপুৰুষ যিয়ে য'তে নাথাকক, অসমৰ চাহ বাগিচাৰ জীৱন-পদ্ধতি প্ৰায় একেমুখী আৰু সমধৰ্মী। নিজৰ নিজৰ ধ্যানধাৰণা অনুযায়ী তেওঁবিলাকৰ পুৰণি ৰীতি-নীতি, পূজা-পাৰ্বণ আদি জীয়াই ৰাখিবৰ যত্ন কৰিলেও তেওঁবিলাক মুকলিলৈ ওলাই আহিছে। সংস্কাৰ আৰু অন্ধবিশ্বাসৰ প্ৰভাৱ এতিয়াও আছে; কিন্তু পিন্ধন-উৰণ উন্নত হৈছে। মূল জনসমষ্টি অনুসৰি নিজৰ নিজৰ বৈশিষ্ট্য ৰক্ষা কৰিবলৈ যত্ন কৰিলেও চাহ-বনুৱাৰ জীৱনতো আধুনিকতাই গা-কৰি উঠিছে। যিহেতু অসমৰ জনসমষ্টিৰ এক বিশিষ্ট অংগ হৈ থিয় দিছে , চাহবনুৱাৰ সাংস্কৃতিক জীৱনৰো আলোচনা কৰি এটি অধ্যায় সংযোজিত কৰিব পাৰি।

## উৎসৱ-পাৰ্বণ-মেলা

অসমত বহুতো উৎসৱ আছে। তাৰে কিছুমান অতি প্ৰাচীন; কেতবোৰ আপেক্ষিকভাৱে অৰ্বাচীন। কামাখ্যাৰ অম্বুবাচী মেলা, উমানন্দ, শিঙৰি, দেৰগাঁৱৰ শিৱৰাত্ৰিমেলা, মায়োঙা, পৰশুৰাম কুণ্ড, ভ্ৰমৰা কুণ্ডৰ মাঘীস্নান আদি অতি পুৰণি। সেইদৰে তুলনামূলকভাৱে নতুন কিছুমান মেলা আৰম্ভ হৈছে। শংকৰদেৱৰ মৃত্যু তিথি স্নান পৰি জন্মোৎসৱে প্ৰাধান্য লাভ কৰিছে। পূৰ্বতে অসমত নোহোৱা সৰ্বভাৰতীয় উৎসৱেও জনপ্ৰিয়তা লাভ কৰিছে। অসমৰ গাঁৱে-ভূঁয়ে, পৰ্বতে-কন্দৰে বহুতো ঠাইত বিভিন্ন উপলক্ষ্যত উৎসৱ-পাৰ্বণ আৰু মেলা অনুষ্ঠিত হয়। এইবোৰ সাংস্কৃতিক উপাদান। কাৰণ, এইবিলাকৰ গাতে গইনা লৈ সাংস্কৃতিক সম্পদ বৃদ্ধি পায়। এনে উৎসৱবিলাক ঘাইকৈ দুটা ভাগত ভগাব পাৰি— ধৰ্মীয় আৰু ধৰ্মনিৰপেক্ষ বা জনজীৱনৰ ঐতিহ্য-পৰম্পৰাভিত্তিক। হিন্দু ধৰ্মীয় উৎসৱসমূহ সৰ্বভাৰতীয়। দুৰ্গাপূজা, জন্মাষ্টমী, ফাকুৱা, লক্ষ্মীপূজা, দীপান্বিতা, কালীপূজা, বিশ্বকৰ্মাপূজা, সৰস্বতীপূজা, শিৱৰাত্ৰি আদি ভাৰতৰ অন্যান্য ঠাইৰদৰেই অসমত পতা হয়। ইছ্লাম ধৰ্মীয় উৎসৱ ঈদ, বকৰিদ পালন কৰাৰ উপৰিও সম্প্ৰদায়বিশেষে মহৰম উদ্‌যাপন কৰে। অনেক দৰগাহত বাৰ্ষিক সমাবেশ হোৱা দেখা যায়। খ্ৰীষ্টিয়ানসকলৰ উৎসৱ বৰদিন অসমৰ খ্ৰীষ্টিয়ানসকলেও উলহ-মালহেৰে পালন কৰে। নগালেণ্ড-মেঘালয়ত ই অতি জনপ্ৰিয় উৎসৱত পৰিণত হৈছে। বৌদ্ধসকলে বুদ্ধ-পূৰ্ণিমা, বৰ্ষাবাস বিশেষ শ্ৰদ্ধাৰে পালন কৰে। আজিকালি জৈন, শিখ উৎসৱো নিজ নিজ সম্প্ৰদায়ৰ মানুহে পালন কৰে। ইয়াৰ উপৰিও অতি প্ৰাচীন পৰম্পৰাজড়িত কেতবোৰ থলুৱা ধৰ্মমূলক অনুষ্ঠান দেখা যায়। মনসাপূজা, সুবচনীপূজা, ওমফাপূজা, ফুৰালংপূজা, খেৰাইপূজা, বাথৌপূজা, ভথেলী, মহাদেউপূজা, কেঁচাইখাতীপূজা আদি চলি আছে। এই পূজাসমূহৰ পটভূমিত সাংস্কৃতিক সমলৰ উপৰিও থলুৱা ধ্যান-ধাৰণাৰ উপকৰণ আছে। জনজাতিসমূহৰ মাজত কৃষিভিত্তিক আৰু উৰ্বৰাবিশ্বাস জড়িত অনেক উৎসৱ বা গেনা আছে। সকলো উৎসৱৰ তুলনামূলক অধ্যয়নে অসমৰ সংস্কৃতিৰ অতি পুৰণি ভেঁটিটো উদ্ধাৰ কৰাত ব্যাপকভাৱে সহায়ক হ'ব। ইয়াৰ বাহিৰেও বিহু, পনুং আদিৰ নিচিনা উৎসৱবিলাকৰো নিজা বৈশিষ্ট্য আছে।

## বিহু

বিহু প্ৰকৃততে উৎসৱ-পাৰ্বণৰ অধ্যায়তে অন্তৰ্ভুক্ত হ'ব লাগিছিল যদিও ইয়াৰ এটা সুকীয়া অধ্যায় আৰু অধ্যয়ন হোৱা উচিত। বিহু উৎসৱ আৰু ইয়াৰ আনুষংগিক লোকাচাৰসমূহত যিবোৰ উপাদান নিহিত হৈ আছে, সেইবোৰৰ পৰ্যায় ক্ৰমিক বিশ্লেষণ হ'লে অসমীয়া সংস্কৃতিৰ ইতিহাসৰ আঁত আপোনাআপুনি ওলাই পৰিব। অষ্ট্ৰিকসকলৰ উৰ্বৰা-বিশ্বাসজড়িত মূল কৃষিধৰ্মী উৎসৱটো বিভিন্ন সংস্কৃতিৰ সংস্পৰ্শলৈ আহি সমৃদ্ধ ৰূপত বাৰেবৰণীয়া হৈ উঠিছে। আনপিনে ইয়াক কেন্দ্ৰ কৰি অপূৰ্ব লোকসাহিত্যৰ চানেকি বিহুনামবোৰ সৃষ্টি হৈছে। কৃষি-উৎসৱৰ লগত গৰু-বিহু অৰ্থাৎ গোপূজা, বিহুৱান দিয়া, মান-সৎকাৰ কৰা, নাম-কীৰ্তন কৰা বা গোসাঁই-বিহু পতা আদি অনুষ্ঠানো সংযোজিত হৈছে। মাঘবিহুৰ সেই তাপ আৰু পোহৰৰ সহায়ক জুইকুৰা মেজি অৰ্থাৎ অগ্নি দেৱতালৈ আৰু বৈদিক মন্ত্ৰ উচ্চাৰণৰ অনুষ্ঠানলৈ পৰিণত হৈছে। আনপিনে পথাৰৰ শস্যৰ সম্ভাৱনাপূৰ্ণ ফুল দেখি আনন্দপোৱা কাতিবিহুৰ লগত আকাশী-বাতি, তুলসী-ৰোপণ, তুলসীপূজাৰ সংযোজন বিবৰ্তনৰ প্ৰক্ৰিয়া মাথোন। ঢোল, পেপা, গগনা, বাঁহী, টোকাৰী, বীণ, টকা, সুতুলি আদি বাদ্যৰ ব্যৱহাৰ, নাচোনৰ যৌনোদ্দীপক লহৰ, মন উকৰাই নিয়া বিহুনামৰ সুৰৰ বৈশিষ্ট্য আলোচনাযোগ্য। তামিলনাডুৰ পুংগল, কেৰালাৰ বিচু, উৰিষ্যাৰ পৌষ-সংক্ৰান্তি, বঙ্গদেশৰ নৱবৰ্ষ, পঞ্জাবৰ বৈশাখী, উত্তৰ ভাৰতৰ ফল্গুৎসৱ, ষটপূজা আদিৰ উপৰিও অসমৰ থলুৱা জনজাতি দেউৰী, সোণোৱাল-কছাৰী, টিৱা, বড়ো, ৰাভা, মিছিং আদি জনজাতিৰ বিহু, বিচু, বৈশাগুৰ বিষয়েও তুলনামূলক অধ্যয়নৰ প্ৰয়োজন। বসন্তকালত আৰু কৃষিকেন্দ্ৰিক যিবোৰ উৎসৱ পৰ্বতৰ জনজাতিসকলৰ মাজত প্ৰচলিত, সেইবোৰৰ আচাৰ-অনুষ্ঠান, উদ্দেশ্য আৰু মূল ধাৰণা সম্পৰ্কে তথ্য-পাতি সংগ্ৰহ কৰি এটি তুলনামূলক সমীক্ষা সংযোজিত কৰা উচিত। তেহে বিহু উৎসৱ, ইয়াৰ ইতিহাস, পটভূমি আৰু বিভিন্ন মুলৰপৰা অহা সাংস্কৃতিক উপাদানৰ লেখ সহজ হ'ব। ইয়াৰ বহিৰংগ ভাগটোৰেই অন্তৰ্নিহিত উপাদানসমূহ সংশ্লেষণ কৰা সম্ভৱ নহয়। বিহুৰ ইতিহাস ৰচনাৰ মাজেদি কিন্তু অসমীয়া সংস্কৃতিৰ ইতিহাসত এচেৰেঙা উজ্জ্বল পোহৰ পেলাব পাৰি।

## সমন্বয়ৰ সংস্কৃতি

অসমীয়া জাতি যেনেকৈ সমন্বয়ৰ জাতি; অসমীয়া সংস্কৃতিও সমন্বয়ৰ সংস্কৃতি। লুইতৰ দৰেই পাৰৰ নৈ-নলা, জান-জুৰি সদৃশ জাতি-উপজাতিক সামৰি লৈ সেই সেই জাতিৰ সাংস্কৃতিক উপাদানেৰে অসমীয়া সংস্কৃতিৰ বৰভঁৰাল পাতিছে। লুইতেই অসমীয়া সংস্কৃতিৰ প্ৰতীক। ই একালত আছিল গভীৰ; সোঁত গহীন। এতিয়া বুকুখন তৰাং হ'ল, সোঁত খৰ, পাৰত সঘনে খহনীয়া হয়। ঐতিহাসিক বিবৰ্তনৰ পৰিণতিস্বৰূপেই আজি অসমীয়া সংস্কৃতিৰ প্ৰাচীন ঐশ্বৰ্য-সম্ভাৰ, ঐতিহ্যমণ্ডিত উপাদানসমূহত খহনীয়া আৰম্ভ হৈছে। নতুনৰ চাপৰি পাতিছে। খহনীয়া হলেও, তৰাং হলেও আৰু পাৰত খহনীয়া হৈ অফলা ভাঙি বানপানী কৰিলেও লুইতে নিজৰ গৰা এৰি ঢাপলি মেলিব নোৱাৰে। সেইদৰেই জাতীয় ঐতিহ্যৰ ভেঁটিত গঢ় লৈ উঠা অসমীয়া জাতীয় সংস্কৃতিও যোগ-বিয়োগৰ ৰীতি মানি কালৰ বুকুত জীয়াই থাকিব; কিন্তু আমাক এক নতুন দৃষ্টিভংগীৰ প্ৰয়োজন—যি দৃষ্টিভংগীত থাকে সম্যক বিচাৰ-ক্ষমতা। অসমীয়া সংস্কৃতি অসমৰ সকলো জাতি-জনজাতিৰ বাপতিসাহোন। ই কেৱল ভাৰতীয় আৰ্য সংস্কৃতিৰ অনুকৰণ



বা অনুৰূপ নহয়। উদাহৰণস্বৰূপে অগ্নিপুৰাণৰ আৰ্হি লৈ সজা নাগৰ শৈলীৰ ভাৰতীয় হিন্দু দেৱতাৰ বিগ্ৰহ অন্যান্য ঠাইত ধৰাতলৰ ওপৰত অৱস্থিত; কিন্তু অসমত ধৰাতলৰ তলত গাঁতত থাকে। শিৱদ'লতেই হওক বা কামাখ্যাতেই হওক, ই এক বিশেষ গাঁতত আছে। আহোমসকল ধৰ্মত হিন্দু; কিন্তু চকলং কৰি বিয়া পাতে, বৈষ্ণৱসকলে বৰগীত গায়; কিন্তু সুৰত দক্ষিণ-পূব এচিয়াৰ সুৰধ্বনি শুনা যায়। কামাখ্যাত পৰ্বতীয়া গোসাঁইৰ পদ্ধতিৰে পূজা হয়। কিন্তু বলি দিয়াৰ ধৰণ-কৰণ কৈৱাতজ। কুমাৰীপূজা এক বিশিষ্ট অনুষ্ঠান। দুৰ্গাপূজাৰ বলি-বাহনৰ ৰীতিও পুৰণি ধৰণৰ—অনা-ব্ৰাহ্মণ দেউৰীয়ে বলি দিয়ে। উমানন্দৰ শিৱপূজাত ছাগলী ডিঙি মুচৰি মাৰি উচৰ্গা কৰে। শংকৰদেৱৰ একশৰণ নামধৰ্ম প্ৰচলিত সমাজতে পূৰ্ণভগীয়া বা কেৱলীয়া পন্থও বৰ্তি আছে। ভৰতৰ নাট্যশাস্ত্ৰৰ দোহাই দিলেও অসমৰ নৃত্য, নাট্য, ভাওনা বাদ্য-ৰীতিত থলুৱা বৈশিষ্ট্য বৰ্তমান। পুতলা-নাচ, ভাওনা বাদ্য-ৰীতিত থলুৱা বৈশিষ্ট্য স্পষ্ট। পুতলা-নাচ, ওজাপালিৰ বাটেদি আগবঢ়া অসমীয়া ভাৱৰীয়াই অংকীয়া নাটবো অভিনয় কৰিছিল। দেওধনি, দেৱদাসী নাচৰ দেশতে সূত্ৰধাৰী, চালিনাচৰো জন্ম; প্ৰাচ্য-পাশ্চাত্যৰ সমন্বয়সধা জ্যোতিপ্ৰসাদৰো জন্ম। শৈৱ হিৰণ্যকশিপুৰ ঘৰত বৈষ্ণৱ প্ৰহ্লাদ জন্ম হোৱাদি বৈষ্ণৱ আদৰ্শৰ বুকুতে শিৱও বিষ্ণুৰ অভিন্ন হৈ জীয়াই আছে। সেইদৰে আধুনিক ভাষা-সাহিত্যতো সমন্বয় সাধিত হৈছে। পুৰণি সাঁচিপতীয়া আখৰ পাহৰি আমি উইলকিনচন আৰু পঞ্চানন কৰ্মকাৰে কাটি উলিওৱা বঙলালিপিৰ আখৰহে ললোঁ। তাৰেই মাজেৰে য়, ৰ, ৱ, জীয়াই থাকিল আৰু উচ্চাৰণ-বৈশিষ্ট্য সলনি কৰিব নোৱাৰিলে। আধুনিক সাহিত্য-ৰীতিয়ে প্ৰাচীন ৰীতিক আঁতৰাই আহল-বহলকৈ ঠাই উলিয়াই ল'লে। এইদৰে সকলো বিষয়তে সমন্বয়ৰ লক্ষণ পৰিস্ফুট হৈ উঠিছে। একদেশদৰ্শিতাবৰ্জিত সম্যক অধ্যয়ন আৰু পৰ্যবেক্ষণে এই বিষয়ত কৃতকাৰ্য হ'বলৈ নিশ্চয় প্ৰেৰণা যোগাব। ব্যাপক অনুসন্ধান, গভীৰ চৰ্চা, বিস্তৃত অধ্যয়ন আৰু সমদৰ্শিতাই অসমৰ সংস্কৃতিৰ এখনি ব্যাপক ইতিহাস ৰচনাৰ বাট মুকলি কৰিব পাৰে।

# নৃত্য উৎসৱ আৰু যৌন সম্পৰ্ক

মানুহে আনন্দ প্ৰকাশৰ বাবে যিবোৰ উৎসৱ পালন কৰে তাৰ সৰহভাগেই পৰে বসন্ত আৰু শৰত ঋতুত। বিশেষকৈ মানুহৰ জীৱনৰ কামনা বাসনাৰ গোন্ধ থকা উৎসৱসমূহ বসন্তকালতহে উদ্‌যাপন কৰা হয়। পুৰণি গ্ৰীচ, ৰোম, ভাৰত আৰু আমেৰিকাৰ আদিম জনগোষ্ঠীসমূহৰ মাজত এই সময়ছোৱাকেই নৃত্য গীতেৰে পৰিপূৰ্ণ উৎসৱ আদিৰ বাবে বাছি লোৱা হৈছিল। মহাবিষুৱ সংক্ৰান্তিৰ সময়ত প্ৰকৃতিৰ পয়োভৰ হয় আৰু সেই সময়তেই উৎসৱৰ আয়োজন। বসন্তকালৰো আকৌ জোনৰ জ্যোৎস্নাভৰা নিশাবোৰ অধিক মাদকতাপূৰ্ণ। এতিয়াও বান্টু জনগোষ্ঠীৰ কিছুমান মানুহ, নিগ্ৰো আৰু অষ্ট্ৰেলিয়াৰ আদিম মানুহে জোনাকৰ প্লাৱনত উটি-বুৰি যোৱা পূৰ্ণিমাৰ নিশাহে উৎসৱ পালন কৰে। অসমৰ বহুতো পৰ্ব্বতীয়া জনগোষ্ঠীৰ মাজতো নিশা নৃত্য উৎসৱৰ আয়োজন কৰাৰ পৰম্পৰা যুগ-যুগান্তৰ ধৰি চলি আহিছে। অসমীয়াৰ নিশা বিহুও বসন্তকালত উদ্‌যাপিত এনে ধৰণৰেই অনুষ্ঠান। নিশা বিহুৰ আনন্দ উৎসৱৰ জোৱাৰ বাগৰি ডেকা গাভৰুৰ জীৱনলৈ যি বাসনাৰ ঢৌ আহে তাৰেই পৰিণতিস্বৰূপে যুৱীয়া জীৱনৰ পাতনি তৰে। যুৱীয়া জীৱনৰ পাতনি তৰিবলৈ ডেকাই গাভৰুক, গাভৰুৱে ডেকাক অনুপ্ৰাণিত কৰা গীত আৰু নৃত্যভঙ্গিমাত যৌন উদ্দেশ্য জড়িত হৈ থাকে। অসমীয়া বনঘোষাবোৰৰ বিষয়বস্তু আৰু নৃত্য-ভঙ্গিমা যৌন উদ্দেশ্যমূলক। অষ্ট্ৰেলিয়াৰ আদিম জনজাতি কিছুমানৰ মাজত বসন্তকালত প্ৰচলিত এটি নৃত্যানুষ্ঠান জোনাক নিশা পতা হয়। ডেকাবিলাকে নাচোঁতে সুসজ্জিত যাঠিডালক পুৰুষাঙ্গৰ প্ৰতীক স্বৰূপে ব্যৱহাৰ কৰি গছ-বনৰ জোপাবিলাকক নাৰী জননাঙ্গৰূপে ব্যৱহাৰ কৰি মৈথুনলীলা ৰূপায়িত কৰে নৃত্যৰ মাজেদি।

নিউগিনিৰ পপুৱান জনজাতিৰ মাজত শস্যচপোৱাৰ অন্তত এটি উৎসৱ পালন কৰা হয়। এই উৎসৱৰ অন্তৰালত জড়িত হৈ আছে ডেকা গাভৰুৰ অবাধ মিলনৰ সুযোগ। নৃত্য গীতৰ আনন্দ মুখৰতাৰ মাজতে বিবাহ অনুষ্ঠিত হয়। মধ্য আফ্ৰিকাৰ নিগ্ৰোসকলৰ মাজতো যৌন উদ্দেশ্যমূলক উৎসৱ নিষ্ঠাৰে পালন কৰা হয়। নিউ বৃটেনৰ কিছুমান মানুহৰ মাজতো এনে এটি উৎসৱ আছে, যি উৎসৱত ডেকা গাভৰুৱে হাবিতলীয়া ঠাইত মিলনৰ সুযোগ পায় আৰু হয়তো তাৰ পিছতেই বিবাহ অনুষ্ঠিত হয়। অষ্ট্ৰেলিয়াৰ কোনো কোনো উপজাতিৰ মাজত এনে নৃত্য উৎসৱো আছে, য'ত শাৰী শাৰীকৈ নাচোঁতে গাভৰুৱে নিজৰ উৰুৰ ওপৰত হাতেৰে চাপৰি মাৰি মাৰি যৌনভঙ্গী প্ৰকাশ কৰে। কোনো কোনো নাচত ডেকা গাভৰুৱে মুখামুখিকৈ শাৰী পাতি নাচে। স্বল্পবস্ত্ৰাভৰণা গাভৰুৱে গোটেই গাটো চিত্ৰ-বিচিত্ৰ কৰি সজায়। ধুনীয়া ধুনীয়া চৰাইৰ পাখি মূৰত গুঁজি লয়। পোনতে ডেকা-গাভৰুৱে সুকীয়া সুকীয়াকৈ নাচে। নাচিবৰ সময়ত গাভৰুৱে হাত দুখন মূৰত থৈ আঁঠু দুটা নচুৱাই ঘিলাই ঘিলাই লগাই এটা শব্দ কৰে। এই নৃত্য পুৰুষৰ যৌৱনোদ্দীপনাৰ আহ্বান মাত্ৰ। নিউগিনিতো গ্ৰীষ্ম বসন্তৰ মূৰামূৰি সময়ত 'কাপা' নামৰ এটি উৎসৱৰ কিছুমান দিনৰ আগৰপৰাই নাচৰ আয়োজন হয়। কুমাৰী যুৱতীয়ে এই নাচত আগভাগ লয়। নাচিবৰ সময়ত দেহৰ তলভাগত নানা তৰহৰ চিত্ৰ অঙ্কন কৰি লয়। এই চিত্ৰ আৰু নাচোনৰ লয়লাস চাই ডেকাই গাভৰু বাছি লয় আৰু 'কাপা' উৎসৱৰ সময়ত বিয়া হয়। মালয় অঞ্চলৰ কিছুমান মানুহৰ বিয়াৰ দিনা ডেকা গাভৰুৰ যৌথ নৃত্য হয়, অৱশ্যে সুকীয়াকৈ। কিন্তু গাভৰুৱে নৃত্যৰ মাজেদি স্তন আৰু তপিনাত কঁপনি তুলি পুৰুষৰ কামোদ্দীপনা জগাব নোৱাৰিলে সেই নাচোনৰ সাৰ্থকতাই নাই। ৰেড্ ইণ্ডিয়ানবিলাকৰ মিনেটোৰি নামৰ এটা জাতিৰ মাজত জোনালী নিশা নাচৰ আয়োজন হয়। এই নৃত্যোৎসৱৰ সময়তে গাভৰুৱে ডেকাৰ কান্ধত হাত থৈ মনোনয়নৰ কথা জনায়।



আফ্ৰিকাৰ চেনিগালৰ কোনো কোনো সমাজত বসন্তকালৰ পূৰ্ণিমা নিশা যুৱক-যুৱতীৰ নৃত্যানুষ্ঠান আয়োজিত হয়। বাদ্যৰ তালে তালে দৰ্শকে উঁকি মাৰিবলৈ ধৰে। গীত বাদ্য আৰু উঁকিৰ সমলয়ৰ মাজত ডেকা গাভৰুৱে উদ্দাম ভঙ্গীৰে নাচিবলৈ ধৰে। নাচোনত আলিঙ্গন অভিলাষ প্ৰকাশ পায়। ব্ৰাজিলৰ মুৰা জনজাতিৰ মাজত জোনাক নিশা ডেকা গাভৰুৱে শাৰী পাতি নচাৰ যি অনুষ্ঠান হয় তাত ডেকাই যৌন-ভঙ্গিমা প্ৰকাশ কৰি নাচৰ তালে তালে চিঞৰি থাকে 'মোক কোনে বিয়া কৰাব' বুলি। পুৰি জনজাতিৰ মাজত আকৌ ডেকা গাভৰুৱে অগা-পিছাকৈ শাৰী পাতি ভৰিৰ গিৰিপনি মাৰি নচাৰ ৰীতি আছে। নাচোনৰ শেহৰপিনে গাভৰুৱে ৰতিক্ৰিয়াৰ অনুকৰণত অঙ্গ সঞ্চালন কৰে আৰু ডেকাই উদ্দাম নৃত্য প্ৰদৰ্শন কৰে। তাহিটি দ্বীপত আঠ-দহজনী ছোৱালী একেলগ হৈ নচা এটি নৃত্যানুষ্ঠানতো কামোদ্দীপনা প্ৰকাশ কৰা হয়।

নাচোনৰ লগত দেহৰ অঙ্গ সঞ্চালনৰ সম্পৰ্ক আছে। কোনো অঙ্গৰ স্পন্দনত মানুহৰ কামোদ্দীপনা জাগে। কামোদ্দীপনাৰ পৰিণতি প্ৰেমপীৰিতি। বহাগৰ বিহুৰ আগতীয়া অনুষ্ঠান হিচাপে নিশা বিহুৰ নৃত্য-গীতৰ যি আয়োজন সি ডেকা গাভৰু কামোদ্দীপনা জগায়েই ক্ষান্ত নাথাকে; কৰবলৈ বাধ্য হয় 'বহাগতে পাতি যাওঁ বিয়া'। ঢোলৰ মাত শুনি গৰকত যঁতৰ ভাঙি বিহুতলীলৈ ঢাপলি মেলে। পেঁপাৰ মাত শুনি হাতৰ বন সৰি পৰে। চ'তৰ বিহুত ডেকাই যেতিয়া গায়—

চাইনো চাই থাকিলে হাবিয়াস নপলায়
নেখালে নুগুচে ভোক;
কিনো খায়ে যাবি বালি হাটৰ বেঙেনা
দলিয়াই দি যাম তোক।

গাভৰুৱে তাৰ উত্তৰত কয়—

কথাবো নুবুজা পাক ঐ লাহৰী
ৰাতিও নেভাবা শুই,
তামোলো নহওঁ মই ফালি যেন দেখুৱাম
শৰীৰৰ কি কুৰা জুই।

শৰীৰত জ্বলি উঠা জুইকুৰা চ'তমহীয়া নিশা বিহুত আৰু দপ্‌দপ্‌কৈ জ্বলি উঠে। জ্বলি উঠে জীৱনৰ আদিম ক্ষুধা—

কিনো চ'তমহীয়া ৰ'দে চৌ চৌ
পেটতো লাগিছে ভোক;
টিয়ঁহো নহলি চিৰালো নহলি
চোবাই খালোহেঁতেন তোক।

এটা ডেকাৰ মনৰ সমস্ত কামনা উফৰি পৰে। তথাপি গাভৰুৱে শান্তভাৱেই উত্তৰ দিয়ে—

কোৱাই কা নকৰা জিলি জা নকৰা
শদিয়া পাৰৰে আলি;
কেঁচাই খাওঁ কেচাই খাওঁ নকৰ সোণামুৰা
নহওঁ মই টিয়ঁহৰ জালি।

সি যি নহওক ; প্ৰকৃতিৰ উন্মাদনা ভৰা পৰিবেশত প্ৰকৃতিৰ সন্তান মানুহৰ মনত উন্মাদনা জাগে। সেই উন্মাদনা কামোন্মাদনালৈ ৰূপায়িত হয়। ডেকাৰ সবল সুঠাম দেহৰ , কলাফুলৰ, মাংসপেশীৰ স্পন্দন দেখি গাভৰুৰ মনৰ কামোদ্দীপনা জাগে। গাভৰু দেহৰ উচ্ছল বুকুৰ চঞ্চল কঁপনি, পৃথুল নিতম্বৰ গুৰু-গম্ভীৰ স্পন্দন দেখি ডেকাৰ দেহত জুই জ্বলে। আৰু, সেই সময়তেই যদি 'তোমাৰে আমাৰে পীৰিতি লাগিলে চকুৰে চকুৰে চাই' বুলি ক'বলৈ সুযোগ ওলায়, তেনেহলে আৰু কোনে পায়? যথাৰ্থতে পুৰণি অসমীয়া সমাজত প্ৰচলিত নিশা বিহুৰ লগত কৃষি পৰম্পৰা জড়িত হৈ থকাৰ উপৰিও যৌন সম্পৰ্ক থকাটো অস্বীকাৰ কৰিবৰ উপায় নাই। নিশা বিহুত গঢ় লৈ উঠা সম্পৰ্কই বহুগত যুৱীয়া জীৱনৰ ভেটি ৰচনা কৰে।

# ভাৰতত মাতৃ পূজাৰ উৎস

ভাৰতত অতি প্ৰাচীন কালৰেপৰাই মাতৃপূজা অৰ্থাৎ নাৰীপূজা চলি আহিছে। ঐতিহাসিক বিশ্লেষণৰপৰা এইটো প্ৰতীয়মান হয় যে ভাৰতত‌কৈয়ো আগতে কিছুমান দেশত উক্ত মাতৃপূজাৰ প্ৰচলন আছিল। পণ্ডিতসকলে অনুমান কৰে, ভাৰতৰ মাতৃপূজাত প্ৰাচীন মিছৰীয়, সুমেৰীয়, বেবিলনীয়, গ্ৰীক আৰু কেল্টিকসকলৰ মাজত প্ৰচলিত লোকধৰ্ম্মৰ বৰঙণি আছে। ক্ৰীট, মাল্টা চাইপ্ৰাচ, আইবেৰীয়া আৰু ডানিয়ুব নদীৰ উপত্যকাত পোৱা সাংস্কৃতিক ভগ্নাৱশেষৰ মাজত মাতৃপূজাৰ সাক্ষ্য দেখিবলৈ পোৱা যায়। খৃষ্টজন্মৰ প্ৰায় চাৰিহাজাৰ বছৰৰ আগৰ মিছৰীয় সংস্কৃতিত নাৰীমূৰ্ত্তি পোৱা যায়। বেলুচিস্থানত আবিষ্কৃত ধ্বংসাৱশেষৰ মাজতো মাটিৰে সজা নাৰীমূৰ্ত্তি দেখিবলৈ পোৱা যায়। হৰপ্পা মহেঞ্জোদাৰোৰ প্ৰাক্ বৈদিক সংস্কৃতিত মাতৃপূজাৰ লগতে লিঙ্গ আৰু যোনীপূজাৰো বিস্তৰ প্ৰমাণ আছে। হৰপ্পাৰ এটি মূৰ্ত্তিত নাৰীৰ গৰ্ভৰপৰা গছ গজাৰ যি নিদৰ্শন আছে, সি নাৰী আৰু উৎপাদিকা শক্তিৰ চানেকী দাঙি ধৰিছে। বহুতেই ভাবে ভাৰতত মাতৃপূজাৰ পৰম্পৰা হৰপ্পাৰ সংস্কৃতিৰপৰা আহিছে। প্ৰত্নপ্ৰস্তৰযুগৰ পৰাই মাতৃপূজাৰ চানেকী আৰম্ভ হলেও লিঙ্গ-যোনী পূজা নৱপ্ৰস্তৰযুগ নতুবা ব্ৰোঞ্জযুগৰ আগতে আৰম্ভ হোৱা নাই যেন লাগে। মাতৃ-পূজা শস্য উৎপাদিকা শক্তি, উৰ্ব্বৰতা আদিৰ প্ৰতীক স্বৰূপেই আৰম্ভ হয়। মধ্য প্ৰাচ্য আৰু ইয়াৰ কাষৰীয়া অঞ্চলত যিবোৰ মাতৃদেৱীৰ পূজা হৈছিল সকলোৱেই শস্য কিংবা উৎপাদিকা শক্তিৰ লগত জড়িত। সুমেৰীয় 'ইলিনী' দেৱী পৃথিৱীৰ অধিষ্ঠাত্ৰী আৰু কৃষিৰ লগত জড়িত। বেবিলনীয় ইষ্টাৰ' দেৱীও শস্য আৰু উৎপাদিকা শক্তিৰ অধিষ্ঠাত্ৰী। অৱশ্যে এওঁৰ নামৰ লগত খেতিৰ তলী, মাতৃ, গণিকা আদিও জড়িত। 'মিলিটা' দেৱীৰ মন্দিৰৰ প্ৰাঙ্গনত বেবিলনীয় কুমাৰীয়ে অচিনাকি পুৰুষক ৰতি দান কৰাৰ নিয়ম। ইহুদীসকলৰ 'আৰ্ষ্টাতা' দেৱীও উৰ্ব্বৰতাৰ প্ৰতীক।

'ছিৰীয়' আৰু ফিনিছীয় সকলেও 'আৰ্ষ্টাতা' দেৱীক মানিছিল। 'চিবিল' দেৱীও কৃষিভূমি আৰু উৎপাদিকা শক্তিৰ প্ৰতীক। মিছৰীয় সকলে ভাবিছিল আকাশ দেৱতা 'চিবু' আৰু পৃথিৱী দেৱী 'নুইট'ৰ সঙ্গমৰ পৰিণতি স্বৰূপ পৃথিৱী শস্য শ্যামলা হৈ উঠে। মিছৰীয় দেৱী 'আইচিচ' সৃষ্টি আৰু উৎপাদিকা শক্তিৰেই নিয়ন্ত্ৰণকাৰিণী, ইৰাণীয় দেৱী 'অনৈতা' , 'মিলিতা' বা 'ইষ্টাৰ'ৰ অনুৰূপ। গ্ৰীক দেৱী 'গে', 'ডিমিটাৰ', 'আফ্ৰোদিতি' তিনিও গৰাকীয়েই শস্যোৎপাদিকা শক্তিৰ আধাৰ। 'আফ্ৰোদিতি'ৰ উৎসৱত আকৌ যৌনাঙ্গৰ প্ৰতীক ব্যৱহাৰ হয়।

শস্য উৎপাদনৰ থলী পৃথিৱীক বৈদিক সাহিত্যতো দেৱীৰূপে স্বীকৃতি দিয়া হৈছে। 'দ্যৌ' আৰু 'পৃথিৱী' পিতা আৰু মাতাৰূপে স্বীকৃত। ঋগ্বেদত পৃথিৱী দেৱতা। তেওঁৰ উদ্দেশ্যে এটা সূক্তও অৰ্পণ কৰা হৈছে। পৃথিৱীৰ লগত কিন্তু বিষ্ণুৰ মৈথুন সম্পৰ্কৰ উল্লেখ উক্ত বেদতেই আছে (ঋক ১।১৮৫।১১; ৬।৫১।৫; ১০।৬১।৭) তৈত্তিৰীয় সংহিতাতো পৃথিৱী আৰু প্ৰজাপতিৰ মৈথুন সম্পৰ্কৰ উল্লেখ আছে। অৱশ্যে পৃথিৱীৰ বাহিৰেও ঋগ্বেদত অপ্, নদী, ওষধিক মাতৃৰূপে স্বীকাৰ কৰা হৈছে। তথাপি ঋগ্বৈদিক আৰ্য্যসকলৰ মাজত তেতিয়াও দুৰ্গা বা চণ্ডীৰ পূজাৰ প্ৰচলন থকাৰ প্ৰমাণ নাই। কোনো কোনোৱে দ্ৰাবিড়সকলৰ ভিতৰতেই মাতৃপূজাৰ উদ্ভৱ হৈছিল বুলিও ভাবিবলৈ প্ৰয়াস পাইছে। কোনোৱে আকৌ অষ্ট্ৰিক সংস্কৃতিৰ লগত মাতৃপূজাৰ ঘনিষ্ঠ সম্পৰ্কও ধৰা পেলাইছে।

সংস্কৃতত মাতৃ অৰ্থাৎ অম্বা, অম্বিকা আৰু অম্বালিকা এই তিনিটি শব্দ ব্যৱহাৰ হয়। অম্বা শব্দ দ্ৰাবিড় অম্মা শব্দৰ সংস্কৃতীয়া সংস্কৰণ। তেনেকৈ প্ৰাক্-বৈদিক অনাৰ্য্য দেৱতা শিৱ আৰু উমা বা হৈমৱতীৰ সংযোগ নিশ্চয় বৈদিক বিশ্বাসলৈ অনাৰ্য্য বৰঙণি। কেনোপনিষদত উমা-

হৈমৱতীৰ কাহিনী আছে। অম্বা আৰু অম্বিকা দুয়োটাই দুৰ্গাৰ নাম। গণেশক যেনেকৈ গণদেৱতা হিচাপে স্বীকৃতি দিয়া হয়, দেৱী দুৰ্গাকো গণদেৱী হিচাপে উল্লেখ কৰা হৈছে। মাৰ্কণ্ডেয় পুৰাণৰ অন্তৰ্গত চণ্ডী পুৰাণ মতে দুৰ্গাই অম্বিকা। ঋগ্বেদত থকা সপ্তপিতা, সপ্তঋষিৰ কল্পনা অনুসৰি শিৱপুৰাণত সপ্তমাতাৰ কল্পনা কৰা হৈছে। সপ্তঋষি যেনেকৈ মূল সাতোটা গোত্ৰৰ আদি পিতা, সপ্তমাতাও সাতোটা গণৰ আদি মাতাৰূপে স্বীকৃতি পাইছে।

ভাৰতবৰ্ষত শেষলৈ মাতৃপূজাৰ দেৱীৰূপে দুৰ্গাই সৰ্ব্বশ্ৰেষ্ঠ স্থান লাভ কৰে। কিন্তু পণ্ডিতসকলে দুৰ্গাৰ ৰূপ আৰু পূজা-পদ্ধতিত আৰ্য্য অনাৰ্য, হিন্দু, বৌদ্ধ, অষ্ট্ৰিক, দ্ৰাবিড়ীয়, মঙ্গোলীয়, আৰু আনকি, সুমেৰীয় ধৰ্ম্মবিশ্বাসৰ উপকৰণো দেখা পায়। বেবিলনীয় 'ইষ্টাৰ' দেৱীৰ লগত গণিকাৰ সম্পৰ্ক সংযোজিত হোৱালৈ চাই আৰু ভাৰতবৰ্ষৰ অঞ্চল বিশেষত দুৰ্গাপূজাত বেশ্যাৰ ঘৰৰ ভেটিৰ মাটি প্ৰয়োজন হোৱালৈ চাই বেবিলনীয় প্ৰভাৱো অনুমান কৰিব পাৰি। দুৰ্গামূৰ্ত্তিৰ ভাস্কৰ্যাত হেলেনিক 'ভেনাচ'ৰ ৰূপ সৌন্দৰ্য্যৰ সংযোজন অনস্বীকাৰ্য্য। বহুতেই অনুমান কৰে বিভিন্ন আঞ্চলিক দেৱী পিছলৈ দুৰ্গাৰ ৰূপ আৰু শক্তিত বিলীন হৈ যায়।

চণ্ডীপুৰাণৰ চণ্ডী দুৰ্গাৰ আন এটি নাম। কিন্তু চণ্ডী বোধকৰোঁ ওৰাং জনজাতীৰ আঞ্চলিক দেৱী চণ্ডীৰ আৰ্য্য সংস্কৰণ। কালী, ভদ্ৰকালী, মহাকালীকো, দুৰ্গাৰূপে স্বীকৃতি দিয়া হয়। মহাযানী বৌদ্ধসকল কালীৰ উপাসক। ভদ্ৰকালী মহাযান পন্থৰ অন্তৰ্গত ভদ্ৰযানৰ মূল শক্তি হ'ব পাৰে। হৰপ্ৰসাদ শাস্ত্ৰীৰ মতে নেপালৰ বৌদ্ধ 'হাৰীতি' দেৱী অসম-বঙ্গত শীতলা আই হৈছে। অসমৰ সাত বা ন বা বাৰভনী আইকো দুৰ্গা মহামায়াৰ ৰূপত বৰ্ণনা কৰা হয়। দুৰ্গাৰ আন এটা নাম তাৰা, উগ্ৰতাৰা। তাৰা বৌদ্ধ ধৰ্ম্মতো আছে। দুৰ্গা নৈঋতি দেৱী। এওঁ ঋগ্বেদীয় পাপদেৱতা। দুৰ্গাও এহাতে সংহাৰকাৰিণী, আনহাতে যশ ধন ঐশ্বৰ্য্য বিভূতি দাত্ৰী। হৰিবংশৰ মতে দেৱী শবৰ, বৰ্ব্বৰ, পুলিন্দ আদিৰ দ্বাৰা পূজিতা। মহাভাৰতৰ মতে দেৱীৰ বাসস্থান বিন্ধ্য পৰ্ব্বতত। জনপ্ৰিয় প্ৰবাদ মতে কৈলাস পৰ্ব্বতত। দুয়োটা অঞ্চলেই আৰ্য্যঅধ্যুষিত অঞ্চলৰ বাহিৰত। গতিকে বিভিন্ন শত সহস্ৰ নামেৰে অলঙ্কৃতা দুৰ্গা বিভিন্ন সংস্কৃতি আৰু লোক বিশ্বাসৰ সমন্বয়ত সৃষ্টি হোৱাটোৱেই সম্ভৱ।

অন্নপূৰ্ণা আৰু লক্ষ্মী শস্যদেৱী। উমা আৰু অন্নপূৰ্ণা অভিন্না। দুৰ্গা নব পত্ৰিকা বাহিনী। কল, কচু, হালধি জয়ন্তীফুল, বেল, ডালিম, অশোক, মানকচু, ধান আৰু বগা অপৰাজিতা। তাৰো আকৌ দুৰ্গা হালধিৰ, কালী কচুৰ, চামুণ্ডা মানকচুৰ, লক্ষ্মী ধানৰ অধিষ্ঠাত্ৰী। সেই দিশৰপৰা দুৰ্গা, কালী, লক্ষ্মী, চামুণ্ডা আটায়েই শস্যৰ লগত জড়িত। সুমেৰীয় 'ইনিনী', বেবিলনীয় 'ইষ্টাৰ', এচিৰীয় 'নিনা', মিছৰীয় 'আইছিচ', ফ্ৰাইজীয় 'সিবিল', গ্ৰীক 'ডিমিটাৰ', ৰোমীয় 'ছিৰিচ' আদিও শস্যদেৱী নতুৰা শস্য উৎপাদিকা ভূমি শক্তি। দুৰ্গাপূজাৰ হালধিৰ প্ৰয়োজনীয়তা প্ৰণিধানযোগ্য। হালধি অষ্ট্ৰিক সংস্কৃতিৰ চিন। লক্ষ্মীপূজাৰ লৌকিক ৰূপ এটাও পূব ভাৰতত দেখা যায়। সেইদৰে কোনো কোনো আহোম পৰিয়ালত পূজিত "খাওখাম" শস্যদেৱী লক্ষ্মীৰ বাহিৰে আন কোনো নহয়। ভাৰতীয় হিন্দু পৰম্পৰাত আজিকালি দুৰ্গাৰ বাহিৰেও লক্ষ্মী, সৰস্বতী, কালী, জগদ্ধাত্ৰী, অন্নপূৰ্ণা, মনসা আদিৰ পূজা হয়। প্ৰত্যক্ষ বা পৰোক্ষভাৱে এইসকল দেৱী মাতৃপূজাৰ লগত জড়িত নহলেও পৰোক্ষ মাতৃৰূপৰেই ৰূপান্তৰ।

# অসমৰ লোক-সংস্কৃতি ঃ অমঙ্গল

সংস্কৃতি এটা জাতিৰ জাতীয় জীৱনৰ ধাৰা। লোক-সংস্কৃতি লোকজীৱনৰ পুঞ্জীভূত অভিজ্ঞতাৰে পুষ্ট লোকবিশ্বাসৰ পৰম্পৰা। পৰম্পৰাই লোক-বিশ্বাসৰ জীৱনী শক্তি বৃদ্ধি কৰে। এই লোক বিশ্বাসতে গইনা লৈ লোক-সংস্কৃতি লহপহ্‌কৈ বাঢ়ি আছে। মানুহৰ অদৃষ্টক জানিবৰ বাবে এটা যাউতিযুগীয়া হাবিয়াস আছে। অদৃষ্টক জানিবলৈ মানুহে জ্যোতিষৰ সহায় লোৱাৰ ওপৰিও কিছুমান নৈসৰ্গিক ঘটনাকো অদৃষ্টৰ আগলি বাতৰিৰ মাধ্যম হিচাপে গ্ৰহণ কৰিছে। ভৱিষ্যতৰ মঙ্গল-অমঙ্গল সূচনা কৰে বুলি মানুহৰ মনত কিছুমান ধাৰণা বদ্ধমূল হৈ পৰিছে। এইবোৰ লোক-বিশ্বাসো লোক-সংস্কৃতিৰ উপাদান। কিছুমান প্ৰাকৃতিক ঘটনাৰ বাহিৰেও সচৰাচৰ ঘটা নিয়মৰ ব্যতিক্ৰম দেখা যায়। এনেকুৱা ব্যতিক্ৰম কিছুমানকো অদৃষ্টৰ আগলি বাতৰি বুলি গণ্য কৰা হয় আৰু এইবোৰক অমঙ্গল বুলি ধৰা হয়। এনেকুৱা অমঙ্গলৰ চিন কেইবাবিধৰো আছে। (১) প্ৰাকৃতিক, (২) জীৱজন্তু সম্পৰ্কীয়, (৩) চৰাই-চিৰিকতি সম্পৰ্কীয়, (৪) গছ-গছনি সম্পৰ্কীয়, (৫) সপোন ইত্যাদি।

ভূমিকম্প, গ্ৰহণ, উল্কা, ধূমকেতু, ৰামধনু, মেঘৰ গাজনি আদিকো অমঙ্গলৰ চিন বুলি ভাবে। শনি, দেও আৰু মঙ্গল বাৰে ভূমিকম্প হ'লে প্ৰজাৰ পীড়া, ৰজাৰ ৰাজ্যনাশ আৰু যুদ্ধ হয়। আহাৰ আৰু আহিন মাহত ভূমিকম্প হ'লে মাৰি-মৰক হয়। অশ্বিনী, মৃগশিৰা, পুনৰ্ব্বসু, স্বাতী, চিত্ৰা, হস্তা আৰু উত্তৰ ফাল্গুনী নক্ষত্ৰত ভূমিকম্প হ'লে পৃথিৱীত অনাবৃষ্টি, শস্যনাশ, জ্বৰ-কাহ আদি ৰোগ হয়। ভৰণী, কৃত্তিকা, পুষ্যা, মঘা, বিশাখা, পূৰ্ব্বভাদ্ৰপদ, পূৰ্ব্বফাল্গুনী নক্ষত্ৰত ভূমিকম্প হলে অতিপাত খৰ, যুদ্ধ, ৰোগ আৰু পাৰ্ব্বত্য জাতিৰ কষ্ট হয়। একে মাহতে বা একে দিনতে তিনি চাৰিটা ভূমিকম্প হ'লে ৰজাৰ মৃত্যু হয়। গ্ৰহণ হৈ যোৱাৰ সাত দিনৰ ভিতৰত ভূমিকম্প হ'লেও ৰজাৰ মৃত্যু হয়।

চন্দ্ৰগ্ৰহণ আৰু সূৰ্য্যগ্ৰহণ লোকবিশ্বাস মতে ৰাহু কেতুৰ গ্ৰাসৰ পৰিণতি। গ্ৰহণো অমঙ্গলৰ চিন। সৰ্ব্বগ্ৰাস চন্দ্ৰ আৰু সূৰ্য্যগ্ৰহণ দুৰ্ভিক্ষ, মহামাৰীৰ লক্ষণ। তদুপৰি গ্ৰহণৰ সময়ত ৰাহু অগ্নিবৰ্ণ হ'লে আকাল, অতিবৃষ্টি, অনাবৃষ্টি; কপিলা বৰ্ণ হ'লে দুৰ্ভিক্ষ আৰু লোহিতবৰ্ণ হ'লে পশু-পক্ষীৰ হানি, গৌৰবৰ্ণ হ'লে যুদ্ধ হয়। গ্ৰহণৰ সাতদিনৰ ভিতৰত ধুমহা-বতাহ হ'লে প্ৰজাৰ কষ্ট; উল্কাপাত হ'লে ৰাজমন্ত্ৰীৰ মৃত্যু; মেঘে গাজিলে গৰ্ভিণীৰ গৰ্ভনাশ আদি অমঙ্গল হয়। ধূমকেতু বা নেজাল তৰা অনেক অমঙ্গলৰ চিন । লুচাইবিলাকে ধূমকেতুক মৌতম্ অৰ্থাৎ দুৰ্ভিক্ষৰ চিন বুলি ভাবে। পশ্চিম আকাশৰ ৰামধেনু অনাবৃষ্টি আৰু উত্তৰ দিশৰ গাজনিও অনাবৃষ্টিৰ চিন।

জীৱজন্তু সম্পৰ্কীয় অনেক লোকবিশ্বাস আছে, যিবোৰে সৰু-সুৱা অমঙ্গলৰপৰা বিৰাট অমঙ্গলবো সূচনা কৰে। জীৱ-জন্তুৰে নিয়ম এৰি যেতিয়া ব্যতিক্ৰম ৰূপে থিয় দিয়ে, তেতিয়াই মানুহে অদ্ভুত বুলি ভাবে আৰু অমঙ্গলবো আগজাননী বুলি ধৰি লয়। সাপ আৰু বেঙে মুখেদি পোৱালি প্ৰসৱ কৰা দেখিলে, ঘৰত মৌৱে বাহ ললে, ঘৰৰ গৃহিণী মৰে। ঘৰৰ ওপৰত উঠি গৰুৱে হেম্বেলিয়ালে, ঘৰৰ চালত কুকুৰ, গাহৰি, গৰু উঠিলে বা চাৰিঠেঙীয়া জীৱই মানুহৰ মাত মাতিলে গৃহস্থৰ পুত্ৰ-ভাৰ্য্যা মৰিব। শিয়ালে দুৱাৰ মুখত গীত খানিলে, সাপ ঘৰৰ ভিতৰত সোমাই ওপৰলৈ মূৰ কৰিলে, ছাগলীৰ গৰ্ভত গৰু জগিলে, গৰুৱে দুটা পোৱালি দিলে, গৰুৰ দুডাল নেজ আৰু চাৰিখন কাণ থকা পোৱালি জগিলে, হাতী, ঘোঁৰাই দুটা বা ততোধিক পোৱালি দিলে গৃহিণীৰ মৃত্যু হয় আৰু ভাই বন্ধুৰ লগত শত্ৰুতা হয়। দেৱ প্ৰতিমাৰ গাত সাপ বগালে, গৰু-ঘোঁৰা আদি ফুলিলে, ম'হ , ছাগলী, ঘোঁৰা ঘৰৰ ওপৰত উঠিলে, ফেচী, সঁকা,

অজগৰ সাপ দুৱাৰ মুখেদি ভিতৰ সোমালে, মেকুৰী, সাপ আদিয়ে সঙ্গম কৰা দেখিলে ঘৰৰ মুখীয়ালজনৰ মৃত্যু হয়। দিনতে শিয়ালে হোৱা দিলে ৰজাৰ মন্ত্ৰী মৰে, ঘৰত গুই , বান্দৰ, ঘঁৰিয়াল সোমালে, ডিঙিত মণি থকা সাপ দেখিলে, দিনতে ফেউৰাই চিঞৰিলে ৰজাৰ মৃত্যু হয়।

কুকুৰ মানুহৰ অতি পুৰণি পোহনীয়া জীৱ। কুকুৰৰ কামবনৰ পৰা সেয়েহে মানুহৰ মনত অনেক বিশ্বাস পুঞ্জীভূত হৈ পৰিছে। কুকুৰেও তাৰ কামৰ দ্বাৰা আগন্তুক অমঙ্গলৰ বতৰা দিয়ে। বেলিলৈ চাই কুকুৰে ভুকিলে দেশত মহামাৰী হয়। ঘৰৰ ভিতৰত বাও দি কুকুৰে গাঁত খানিলে মৃত্যু; চোতালত গাঁত খানিলে মত্যু আৰু অৰ্থহানি হয়। ঘৰৰ ভিতৰত সোমাই ওপৰলৈ মুখ কৰি ৰাৱ কাঢ়িলে ঘৰৰ মুখিয়াল মানুহজনৰ মৃত্যু হয়। যাত্ৰাকালত কুকুৰে আগভেটি শুই দিলে কলঙ্ক হয়।

চৰাই-চিৰিকতি সম্পৰ্কীয় পৰম্পৰাগত লোক-বিশ্বাস অনেক আছে। সৰু-সুৰা অমঙ্গলৰ ওপৰিও চৰাইচিৰিকতিৰ কাৰ্যই ডাঙৰ ডাঙৰ অমঙ্গলবো সূচনা কৰে। যাত্ৰা কালত এজনী শালিকা দেখিলে যাত্ৰা ভাল নহয়। হুদু , কাউ চৰাই , বগলী, শগুণ, শেন, চিলনী, কপৌ, ফেঁচা ঘৰত পৰিলে গৃহিণীৰ মৃত্যু হয়। ৰাতি হুদু, ফেঁচা, ঢোৰা-কাউৰী আৰু কোকলোঙাই মাতিলে গৃহস্থৰ অমঙ্গল, ভাৰ্য্যাৰ মৃত্যু, বৈৰিতা আৰু ৰাজমন্ত্ৰীৰ মৃত্যু হয়। কাউৰী, কপৌ চৰাইৰ সঙ্গম দেখিলে ঘৰৰ গিৰিহঁতৰ মৃত্যু হয় । গাত কাউৰী পৰিলে বা কাউৰীয়ে খুটিলে ৰোগ হয় আৰু শোক পায়। শগুণে ঘৰত পৰি মঙ্গহ খালে বা শগুণ মূৰত পৰিলে ৰজাৰ ঘৰত হ'লে ৰজাৰ মৃত্যু হয়। গৃহস্থৰ ঘৰত হ'লে গৃহস্থ মৰে। শালিকা, ঢোঁৱা-কাউৰী, কামচৰাই, শগুণ, বগলী আৰু ফেঁচাৰ সঙ্গম দেখিলে গৃহস্থৰ গৰু-গাই হানি হয়। শগুণ, কুক্কুৰা, কপৌ, ফেঁচা, চিলনী, বৰ বাদুলি, বন-কুকুৰা, হুদু, শেন চৰায়ে মানুহৰ ঘৰত বাহ সাজিলে এবছৰলৈ ভীষণ বিপদ আহে। ঘৰৰ ভেঁটিত হুদু পৰিলে ভেঁটি উচ্ছন্ন হয়। ফেঁচাই 'নিউ নিউ'কৈ মাতিলে মৃত্যু হয়। ৰাতি প্ৰথম পৰত কুকুৰাই ডাক দিলে দেশত মহামাৰী হয়। ম'ৰাচৰায়ে মাতিলে মৃত্যু হয়। হেমন্ত ঋতুত কুলিয়ে মাতিলে মাৰীমৰক হয়।

গছ-গছনিতো কেতিয়াবা নিয়মৰ ব্যতিক্ৰম দেখা যায়। ডাল নোহোৱা গছত ডাল ধৰা, ফুল নুফুলা গছত ফুল মেলা বা আবতৰত গুটি লগা আদি ব্যতিক্ৰমৰ অভিজ্ঞতাৰ পটভূমিত কিছুমান লোকবিশ্বাস সৃষ্টি হৈছে। দুপত্ৰীয়া পুলিতে গুটি ধৰিলে বা ফুল মেলিলে, ফুল ফুলি গুটি লগা গছৰ ফুল নুফুলাকৈ গুটি ধৰিলে, ফুল নুফুলা গছৰ ফুল ফুলিলে, অবতৰত গছ ফুলিলে, কলগছৰ দুটা ডিল মেলিলে, কলগছৰ পেট ফুটি ডিল মেলিলে ভাৰ্য্যাৰ মৃত্যু হয়; ৰজাৰ মন্ত্ৰী মৰে। গছত অন্য গছৰ গুটি ধৰিলে গৃহস্থৰ পুত্ৰ ভাৰ্য্যাৰ অমঙ্গল হয়।

মানুহে সপোন দেখে। সপোান কিয় দেখে, সেই বিষয়ে মনোবৈজ্ঞানিক সকলে বিশ্লেষণৰ ব্যৱস্থা কৰিছে, কিন্তু লোকবিশ্বাসে বৈজ্ঞানিক বিশ্লেষণৰ ডেউনা পাৰ হৈ কিছুমান সিদ্ধান্তত উপনীত হৈছে। সপোনত মানুহে অমঙ্গলৰ আগ জাননী পায়। সপোনত নিজৰ মূৰ খুৰোৱা দেখিলে নিজৰ মৃত্যু বা ধন-পুত্ৰ বিনাশ হয়; দাঁত সৰিলে ধননাশ বা মৃত্যু সংবাদ পায়। সপোনত নিজৰ মূৰত তেল, ঘিউ, মৌ ঢলা দেখিলে হৰিণা পহু, উট ম'হৰ গাড়ীত বা ম'হত উঠিলে, ক'লা কাপোৰ পিন্ধা তিৰোতাই সাৱটি ধৰিলে, নিজৰ ঘৰত বিয়া দেখিলে, পাকৈ ঢোৱা, কাউৰী, শগুণ, ভাটো চৰাইৰ মঙ্গহ খালে, কুৎসিত চেহেৰাৰ মানুহে শিলেৰে খুন্দিলে, মানুহৰ মূৰ বা হাড় পালে, মৃত্যু হয় বা মৃত্যুসংবাদ পায়। সপোনত কড়ি, তাল গুটি পালে শোক পায়; পানীত কাছ ধৰিলে ভায়েকৰ মৃত্যু হয়। বাদ্য বজাই আনন্দ কৰা দেখিলে বেজাৰ পায়; ভগাপাত্ৰ, মানুহৰ গাৰ ঘা, অনাচাৰী মানুহ, ৰঙা কাপোৰ পিন্ধা জঁটীয়া সন্ন্যাসী, গাহৰি,



ম'হ, গাধ, ঘন অন্ধকাৰত মৰি উখহি থকা জন্তু দেখিলে বিপদ হয়। ম'হ, ভালুক, উট, গাহৰি, গাধ সপোনত দেখিলে ৰোগ হয়; পাকৈ ঢোৱা, শগুণ কাউৰী, ভালুক, বান্দৰ, গড় আদি দেখিলেও ৰোগ হয়। কলা বৰণৰ মাছ হাতেৰে ধৰিলে খহ হয়। সপোনত শিঙাল আৰু নখাল জন্তু আৰু অস্ত্ৰধাৰী মানুহে ভীতি প্ৰদৰ্শন কৰিলে ৰজাৰপৰা বিপদ হয়। সপোনত গুৰি কটি আৰু আপুনি উঘালি পৰা গছ, শিল-বৰষুণ, তুহঁ, খুৰ, জ্বলা আঙঠা দেখিলে দুখ পায়। অসমৰ জনজাতি সমূহৰ মাজত সপোনক আগলি বাতৰিৰ মাধ্যম হিচাপে ব্যৱহাৰ কৰাৰ ব্যাপকতা অতি বেছি। চিকাৰ, সন্তান, খেতি আদিৰ ভৱিষ্যত তেওঁবিলাকে সপোনৰপৰাই নিৰ্ণয় কৰে।

এইবোৰৰ উপৰিও মানুহৰ নিজা ব্যতিক্ৰমবপৰাও অমঙ্গলৰ আগজাননী পায়। আহাৰ কৰাৰ পাছতেই যাৰ ভোক লাগে, টোপনিত দাঁত চোবায়; আনৰ চকুৰ মণিত যি নিজৰ প্ৰতিমূৰ্ত্তি নেদেখে; দিনত নক্ষত্ৰ আৰু ৰাতি ৰামধেনু দেখে, মুখ ৰঙা হৈ জিভা ক'লা পৰে; যাৰ একে সময়তে বীৰ্য্য, মল-মূত্ৰ আৰু হাঁচি আহে; হাতীপটি, ধ্ৰুবতৰা, শুক্ৰগ্ৰহ, অৰুন্ধতী নক্ষত্ৰক যি চকুৰে নমনা হয়; মঙহাল মানুহ হঠাৎ চেৰেলা হলে; কণ্ঠ, ওঠ, জিভা তালু; শৰীৰ অনবৰত শুকাই থাকিলে মৃত্যু ওচৰ চাপি আহে। গাৰ অঙ্গ-প্ৰত্যঙ্গৰ স্পন্দনৰপৰাও মানুহে অমঙ্গল নিৰ্ণয় কৰে। চকুৰ মধ্যভাগ লৰিলে মৃত্যু, পিঠি লৰিলে অৰ্থহানি, বাওঁ নাক লৰিলে মৃত্যু-সংবাদ প্ৰাপ্তি হয়।

ইয়াৰ ওপৰিও কিছুমান অদ্ভুত বা ব্যতিক্ৰম আছে। এইবোৰো অমঙ্গলৰ চিন বুলি মানুহে বিশ্বাস কৰে। গৰ্ভত দাঁত গজি ল'ৰা জন্ম হলে, জন্ম হৈয়েই কেঁচুৱাই হাঁহিলে, অঙ্গবিহীন সন্তান জন্মিলে, বিনা বতাহে গছ ভাগি পৰিলে, ঘৰত বজ্ৰপাত পৰিলে ঘৰৰ গৃহিণীৰ মৃত্যু হয়। আম-তামোল আদিৰ ভিতৰত সোণ ওলালে, নিজে বহি থকা আসনখন ভূমিকম্পৰ দৰে কঁপিলে, শূন্যত সিংহাসন বিছনী বা দৰ্পণ দেখিলে গৃহস্থৰ মৃত্যু হয়। একেবাৰতে এজনী তিৰোতাই কেইবাটিও সন্তান প্ৰসৱ কৰিলে, সিজা ধানৰ গজালি ওলালে, দৈ, ঘিঁউ বা গাখীৰত তেজ ওলালে, মাটিত এনেয়ে জুই ওলালে, ঘৰৰ ভিতৰত কুহিয়াৰ অশোক আদি গজিলে ৰজাৰ মন্ত্ৰীৰ মৃত্যু হয় আৰু পুত্ৰ-ভাৰ্য্যাবো মৃত্যু ঘটে। চাকি নোহোৱা ঘৰত এনেয়ে পোহৰ হলে, তিৰোতাই জীৱজন্তৰ পোৱালী প্ৰসৱ কৰিলে, গৃহস্থৰ মৃত্যু বা অমঙ্গল হয়। এবছৰৰ ভিতৰত তিৰোতাই দুটা সন্তান প্ৰসৱ কৰিলে, দুমুখীয়া সন্তান জন্মিলে, দেৱমন্দিৰত বা ৰঘৰত শগুণ পৰিলে, গৃহিণীৰ মৃত্যু, বন্ধু-বান্ধৱ, ভাই-ককাইৰ লগত শত্ৰুতা হয়। কোনো বস্তু থোৱা ঠাইত আপুনি নাইকিয়া হলে ঘৰৰ গৰাকীৰ ধন-ধান, গৰু-গাই নাশ হয়। দেৱ প্ৰতিমা ভাগি পৰিলে, প্ৰতিমাই হাঁহিলে, প্ৰতিমাৰ গাত সাপ বগালে, আকাশত জুই জ্বলা দেখিলে, ঘৰৰ খুটাত ফুল ফুলিলে, ঘৰ কঁপিলে ঘৰৰ মুখিয়ালজনৰ অমঙ্গল হয়। দিনত তৰা দেখিলে, মৰা শ চিতাত উঠি বহিলে বা ভাৰ বান্ধি নিওঁতে উঠি বহিলে ৰজাৰ মন্ত্ৰী মৰে। গছৰ ডালত তেজ ওলালে, এটা ভৰিত থিয় দি থকা মানুহ হঠাৎ দেখি পিছত নেদেখিলে, তেল থকা চাকি হঠাৎ দপদপকৈ জ্বলিলে, সোণ, ৰূপ আদি ধাতু ভস্ম হৈ গ'লে গৃহস্থৰ পুত্ৰ-ভাৰ্যাৰ মৃত্যু হয়। ইয়াৰ ওপৰিও দহবছৰতকৈ সৰু কন্যা ঋতুমতী হ'লে তিৰোতাই আঢ়ৈ কুৰি বছৰৰ পাছত সন্তান প্ৰসৱ কৰিলেও অমঙ্গল হয়।

এনেকুৱা অমঙ্গলৰ লোক-বিশ্বাস ঠায়ে ঠায়ে আৰু অনেক আছে। বিভিন্ন জাতি আৰু উপজাতিৰ মাজত ইয়াতোকৈ অধিক লোক-বিশ্বাস আছে।

# লোক-বিশ্বাসত বৰষুণ

মানৱ-সভ্যতাৰ বুৰঞ্জীত যি দিনাই কৃষ্টিৰ কঠীয়া গজিছিল, সেই দিনাই মানুহে বৰষুণ বিচাৰিছিল। সেই দিনাই বৰষুণৰ মাহাত্ম্য অনুভৱ কৰিছিল। তথাপি মানুহে বিচৰা মতে বৰষুণ নহৈছিল; কেতিয়াবা আকৌ নিবিচৰাকৈয়ে ধাৰাসাৰে বৰষুণ দিছিল; সেইবাবে মানুহে পাছলৈ বৰষুণক আধিদৈৱিক শক্তি বুলি বিবেচনা কৰিছিল। বৈদিক আৰ্য্যসকলেই বৰষুণৰ অন্তৰালত ইন্দ্ৰৰ মাহাত্ম্য অনুভৱ কৰিছিল আৰু সময়ত বৰষুণ বিচাৰি যজ্ঞত হোম দিছিল। পশুপালক বৈদিক আৰ্য্যসকলতকৈ শালি খেতি কৰা অষ্ট্ৰিকসকলৰ যথা সময়ত অধিক পৰিমাণে বৰষুণৰ প্ৰয়োজন হৈছিল। ধানৰ গেবেলি নেমেলি যেতিয়া বোন্দোৱা লাগিছিল তেতিয়া তেওঁবিলাকে বৰষুণ বিচাৰি নানান ক্ৰিয়া-কাণ্ড কৰিছিল। বহাগৰ বিহুত "বাতবৃষ্টি হৰদেৱ মহাদেৱ নমস্ততে" বুলি অতিবৃষ্টি নিবাৰণ কৰিবলৈ নাহৰ পাতত মন্ত্ৰ লিখি থৈছিল বুলিও যথা সময়ত বৰষুণো কামনা কৰিছিল। উত্তৰ ব্ৰহ্মৰ শ্যাণ ৰাজ্যত বহাগৰ বিহুৰ সময়ত হুচৰি গাঁওতে খেতিৰ বতৰত নিয়মীয়া বৰষুণ দি অতিবৃষ্টি-অনাবৃষ্টি নিবাৰণ কৰিবলৈ উপৰি পুৰুষসকললৈ এতিয়াও প্ৰাৰ্থনা জনায়। এইদৰে কৃষি সভ্যতাৰ বুৰঞ্জী, সময়ৰ দীঘল বাটেদি আগবাঢ়ি আহোঁতে বৰষুণ সম্পৰ্কে অনেক বিশ্বাস প্ৰতিষ্ঠিত হ'ল আৰু অনেক অনুষ্ঠানো অনুষ্ঠিত হ'ল।

বেদত ইন্দ্ৰ বৰষুণৰ দেৱতা। বৃত্ৰ নামৰ দানৱে মেঘক আচ্ছন্ন কৰি ৰাখিছিল। ঋক্ বেদত বৃত্ৰক শত্ৰু, অমিত্ৰ, অৰি, ৰিপু, দস্যু বুলি বৰ্ণনা কৰিছে। ইন্দ্ৰই মৰুৎসকলৰ সহায়ত বজ্ৰেৰে বৃত্ৰক বধ কৰি পৃথিৱীত বৃষ্টিপাত কৰায়। সেই বাবেই ইন্দ্ৰ বৃত্ৰঘ্ন আৰু যুগ যুগ ধৰি বৃষ্টিৰ দেৱতা হিচাপে শ্ৰদ্ধা লাভ কৰি আহিছে। ঋক্‌বেদ, অথৰ্ববেদ, তৈত্তিৰীয় সংহিতা, বাজসনেয়ী সংহিতা, ঐতৰেয় ব্ৰাহ্মণ, শতপথ ব্ৰাহ্মণ আদিত বৰষুণ সম্পৰ্কে অনেক কথা আছে। কাৰণ, পানী জীয়াই থকাৰ অপৰিহাৰ্য্য সম্বল। বৃষ্টিৰ দেৱতা হিচাপে ইন্দ্ৰৰ দেৱত্বৰ প্ৰাধান্য টুটি আহিলেও এতিয়াও শেষ হোৱা নাই। আনকি, লোক-বিশ্বাসেও ইন্দ্ৰৰ বৃষ্টি-শক্তিৰ স্বীকৃতি দিয়ে।

অনাবৃষ্টিৰ বতৰত বৰষুণ বিচাৰি অসমীয়া মানুহে ভেকুলী বিয়া পাতে। চুকভেকুলীয়ে টোৰ টোৰালে বৰষুণ দিয়ে আৰু সেইদৰে বৰষুণ দিলে ভেকুলীয়ে টোৰ্টোৰায়। আনপিনে ইন্দ্ৰ বৃষ্টিৰ দেৱতা। সেইবাবে আদিম কৃষিজীৱী মানুহে ইন্দ্ৰ আৰু ভেকুলীৰ মাজত ওচৰ সম্বন্ধৰ উমান পাইছিল। ভেকুলীৰ বিয়ালৈ ইন্দ্ৰ আহে। "ভেকুলীৰ বিয়ালৈ আহে ইন্দ্ৰদেৱ, বতাহ বৰষুণত তিতি।"

ভেকুলীৰ মুৰবে জলঙা পাগুৰি
ভেকুলীৰ হাতবে খাৰু;
ভেকুলীক বিচাৰি ইন্দ্ৰ আহিলে
দেখুৱাই নিদিবা কেৰে।

* * * *

চাওঁ দিন চাওঁ ৰাতি ইন্দ্ৰে বৰষুণ দিয়ে।
যাবি ঘৰাঘৰি ইন্দ্ৰে বৰষুণ দিয়ে।



অথৰ্ব্ব বেদতো বৃষ্টি কামনামূলক মন্ত্ৰত ভেকুলীক কৈছে —

"বদন্ত পৃশ্নিবাহবো মন্ডুকা ইৰিনানু।" 'শ্বেতভূজা মন্ডুক। তুমি সোঁতৰ কাষত টোৰ্টোৰাই থাকাঁ।' সেই একে অনুবাকতে আছে —

"উপপ্ৰবদ মণ্ডুকি বৰ্ষমা বদ ডাদুৰি।
মধ্যো হ্ৰদস্য প্লৱস্য বিগৃহ্য চতুৰঃ পদ ।।"

'হে মন্ডুক। তুমি হৰ্ষিত হোৱা, উত্তম শব্দ কৰা। হে দাদুৰি! তুমি বাৰিষাৰ পানীৰে উপচি পৰা সৰোবৰৰ পাৰত বহি বৰ্ষাৰ দৰে শব্দ কৰা।' "বৰ্ষ বনুদ্ধং পিতৰো মৰুতাং মন ইচ্ছত।" 'হে মন্ডুক। তুমি তোমাৰ শব্দেৰে পিতৃ মৰুৎসকলৰ মনত বৃষ্টিদান কৰিবলৈ প্ৰেৰণা দিয়া।' বোধকৰো, সেইদিন ধৰি বৰষুণ আৰু ভেকুলীৰ সম্বন্ধ অভিন্ন হৈ আহিছে।

উত্তৰ বঙ্গৰ ৰাজবংশীসকলে বৰষুণ দিবলৈ গৰুৰ গোবৰেৰে 'হুদুম' দেৱতাৰ মূৰ্ত্তি সাজি দৈ, পিঠা, গুৰ দি পূজা পাতে আৰু গোটেই ৰাতি নৃত্য কৰে। লগতে নানান অশ্লীল মাতেৰে ইন্দ্ৰক গালি পাৰে, যাতে সেই গালি সহিব নোৱাৰি ইন্দ্ৰই বৰষুণ দিয়ে। ভীলবিলাকে গাঁৱৰ গাঁওবুঢ়া জনৰ পদুলি মুৰত কদম্ব গছৰ খুটি এটা পুতি সেন্দুৰৰ ফোঁট এটা দিয়ে আৰু ইন্দ্ৰক সন্মান জনাই ছাগলী কুকুৰা বলি দি গোটেই ৰাতি নৃত্য কৰে। ৰাতিপুৱা খুটিটো পানীত পেলাই থৈ আহে। পৰ্জা নামৰ এটা জাতিয়ে আকৌ ভীমক ডাৱৰৰ ৰজা বুলি মানি মাটিত এটা খুটা পুতি মন্ত্ৰপূত পানী ছটিয়াই বৰষুণ দিবলৈ প্ৰাৰ্থনা জনায়। ভীলবিলাকে কেতিয়াবা তিৰোতা আৰু গাভৰু ছোৱালীবিলাকক ধনু কাঁড়েৰে সজাই ওচৰৰ গাঁৱৰপৰা গৰু এটা চুৰ কৰি আনিবলৈ পঠিয়ায় আৰু সেই গৰুটো বৰষুণ বিচাৰি বলি দিয়ে।

ভাৰতৰ কোনো কোনো ঠাইত অনাবৃষ্টি হ'লে সম্পূৰ্ণ উলঙ্গ হৈ পথাৰত চিঞৰি ফুৰাৰ পৰম্পৰাও আছে। মানুহৰ বিশ্বাস ইন্দ্ৰ দেৱতাই লাজ পাই বৰষুণ দিব। কোনো কোনো ঠাইত আকৌ পুৰোহিত আৰু জনজাতিবিলাকৰ মুখিয়ালজনে বৰষুণ বিচাৰি যথাবিহিত আচৰণ কৰে। বেলুচিস্তানত অনাবৃষ্টি হলে মুখিয়ালজনে নিজৰ ৰাজকীয় সাজ সোলোকাইথৈ খেতিয়কৰ সাজ পিন্ধি যুৱলিৰে সৈতে এহাল গৰু পথাৰেদি খেদি লৈ যায়। আহমদাবাদত আকৌ অনাবৃষ্টি হলে বৰষুণ বিচাৰি ইন্দ্ৰৰ নামত গাখীৰ ছটিয়ায়। ব্ৰাহুই তিৰোতাবিলাকে আছুতীয়া ঠাইলৈ গৈ কাপোৰ-কানি খহাই কাইটীয়া গছৰ ডালেৰে কোবায় আৰু গাত তেজ ওলালে বৰষুণ দিয়ে বুলি বিশ্বাস কৰে। বৰষুণে পৃথিৱীৰ বুকুলৈ সৃজনী শক্তি আনে বুলি ভাবিয়েই অসমত ভেকুলীৰ বিয়া পাতে। অনাবৃষ্টি হলে নেপালৰ নেৱাৰবিলাকে পুখুৰীত ভেকুলী পূজা কৰে। মধ্যভাৰতৰ কিছুমান মানুহে আকৌ ভেকুলী এটা, মাৰি এডালত বান্ধি ঘৰে ঘৰে লৈ ফুৰে। বৰষুণ কামনা কৰি ঘৰৰ গৃহস্থই পানী ছটিয়ায়। উত্তৰ বঙ্গৰ কিছুমান ঠাইত বৰষুণ বিচাৰি পাঁচঘৰ মানুহৰপৰা পানী তুলি এটা পাত্ৰত থৈ তাতে ভেকুলী এটা মেলি দিয়ে। কুমাওন অঞ্চলত আকৌ বৰষুণ বিচাৰি ভেকুলী এটা ধৰি ওপৰমুৰাকৈ এজোপা গছত বা খুটাত বান্ধি থয়, যাতে ভেকুলীৰ দুৰৱস্থা দেখি দেৱতাই বৰষুণ দিয়ে।

অসমত বৰষুণ বিচাৰি অনাবৃষ্টিৰ বতৰত আৰু কিছুমান কাম কৰে। বেলিমুখীয়া ঢেঁকী চুৰ কৰি খাল, বিল আদিত ওপৰলৈ মুকৈ পুতি থয়, বামতে ঠোহা, খোকা, চেপা আদি পাতে, কাঁহী বজায়, বাঘধেনু বজায়, পথাৰত নাঙল, মৈ আদি ওভোতাই পুতি থয়। কমলা কুৱঁৰীৰ

আউল বাউল কৰি বহে বায়।
ডাকে বোলে ভৈল বিনাশৰ ভয়।।

* * *

আগৰ বছৰৰ বতৰ বুজি পিছৰ বছৰৰ বতৰ নিৰ্দ্ধাৰণ কৰে—

মাঘত ৰ'দ বহাগত শীত।
চাৰি মাহ অলপ বৃষ্টি ভূমিত।।
মাঘ মাহত যদি বাৰিষে পানী।
তেবে অল্প বৃষ্টি আগলৈ জানি।।

আকৌ আনপিনে—

পুহত যদি মেঘে কৰে গৰ্জন।
মাঘ মাসে হয় জল শোষণ।।
যেনে তেনে বৃষ্টি পৰে লোকত।
চৈত্ৰ চতুৰ্দ্দশী যদি সমতুল।
কেৱলে জানিবা বৰ্ষা বহুল।।

চ'ত মাহৰ প্ৰথম দিনটোৰ বাৰ অনুযায়ীও পিছৰ বছৰৰ ৰ'দ বৰষুণ নিৰ্দ্ধাৰণ কৰা হয়—

ফাগুন শেষ, চৈত্ৰ প্ৰবেশ হয় যি যি বাৰ
ৰবিশোষে, সোমে বৰিষে, মঙ্গলে ধূলি আন্ধাৰ।।
বুধ বৃহস্পতি শুক্ৰে ধৰা নধৰে শস্য ভাৰ।
যদি হোৱে সেইদিনা শনিবাৰ।
শস্য হানি হোৱে, প্ৰজা ক্ষয়ঙ্কাৰ।।

ডাকৰ দৰেই খনায়ো কৈছে—

চৈত্ৰে যদি পাঁচ ৰবি পায়।
খৰায় কিংবা ঝড়াই যায়।

খনাৰ বচনতো বৰষুণৰ আগলি বাতৰিৰ ইঙ্গিত আছে—

পৌষে গৰমী বৈশাখে জাৰা।
প্ৰথম আষাঢ়ে ভৰবে গৰা।।
খনা বোলে শুনা স্বামী।
শাওন ভাদত নাহিকে পানী।।

আকৌ কৈছে—

কি কৰা শহুৰ লেখা জোখা।
মেঘতে বুজিবা জলৰ লেখা।।
কোদালে কোবা মেঘৰ গা।
মধ্যে মধ্যে বয় বা।।



গীতটো মেঘমল্লাৰ ৰাগত গায়। কিছুমান নৈসৰ্গিক বস্তুৰপৰাও বৰষুণৰ আগলি বাতৰি পায়। পানীপিয়া চৰাই আৰু বাক চৰায়ে চিঞৰিলে, পাতি হাঁহে এটা বিশেষ ভঙ্গীত টেঁট টেঁটালে, বিহ পৰুৱা ওলালে, কেঁচু ওলালে, জোনে মৰল পাতিলে বৰষুণ দিয়ে বুলি বিশ্বাস কৰে।

অসমত অতিবৃষ্টিৰ পৰিমাণ সৰহ হলেও বৰষুণ এৰিবলৈ তেনে কোনো অনুষ্ঠান পতাৰ উদাহৰণ নাই। সক ল'ৰাই 'বদালি এ ৰ'দ দে, আলি কাটি জালি দিম, বৰপীৰা পাৰি দিম' বুলি নিবেদন কৰাৰ বাহিৰে অন্য তেনে গীত বা মন্ত্ৰ নাই। কিন্তু "হ্ৰী হ্ৰী হ্ৰী" এই তিনি অক্ষৰীয়া মন্ত্ৰটো অষ্টোত্তৰশত জপিলে বৃষ্টি হয় বুলি "কামৰত্ন তন্ত্ৰ'ত উল্লেখ আছে। অৱশ্যে মন্ত্ৰপুত বেজী এটা কলগছত খুঁচি থলে বৰষুণ নহয় বুলি বিশ্বাস আছে। বৰষুণ বন্ধ কৰিবৰ কাৰণে ভাৰতৰ অন্যান্য ঠাইত কিছুমান অনুষ্ঠান অনুষ্ঠিত কৰাৰ উদাহৰণ আছে। উত্তৰ প্ৰদেশত অতিবৃষ্টি হ'লে সাগৰ শোষক অগস্ত্য ঋষিৰ নাম কাপোৰত লিখি বৰষুণত থৈ দিয়ে বা মানুহৰ ঘৰৰ বেৰত নাম লিখি দিয়ে। কোনো কোনো ঠাইত আকাশত ডাৱৰ দেখিলে মাখনেৰে এগছি চাকি লগাই বাহিৰত থৈ দিয়ে। এই পবিত্ৰ চাকি গছি নিৰ্বাপিত হোৱাৰ ভয়ত ডাৱৰ আঁতৰি যায়। পঞ্জাবত এগৰাকী কুমাৰী ছোৱালীয়ে তেল ছটিয়ায়, মিৰ্জাপুৰত একৈশজন এটা চকু কণা মানুহে একৈশটা গাঁথি দি বৰষুণ বান্ধে। বেলুচিস্তানত জুইত এমুঠি নিমখ ছটিয়ায়। মধ্যপ্ৰদেশত আকৌ বৰষুণ বন্ধ কৰিবলৈ নঙঠা ল'ৰা এটাই ভেকুলী এটা জীয়াই জীয়াই পোতে। কুমাওন অঞ্চলত তপত তেল কুকুৰৰ কাণত দিলে কুকুৰে চিঞৰে। সেই চিঞৰ শুনি দেৱতাই বৰষুণ বন্ধ কৰে বুলি ভাবে। মহাৰাষ্ট্ৰত এখিলা পাতত ভাত আৰু দৈ মুকলি ঠাইত থৈ অতিবৃষ্টি নিবাৰণ প্ৰাৰ্থনা জনায়। এইদৰে ভাৰতৰ বিভিন্ন প্ৰদেশৰ সৰু বৰ অনেক জাতি আৰু জনজাতিৰ মাজত অতিবৃষ্টি নিবাৰণৰ লোক-বিশ্বাস সম্ভূত অনুষ্ঠান দেখা যায়।

শিল বৰষুণ সম্পৰ্কেও অনেক লোক-বিশ্বাস দেখা যায়। লঠা নগাবিলাকে ভাবে, আকাশত দেৱতাবিলাকে শিল দলিয়াই যুদ্ধ কৰোঁতে তাৰ ভগা-ছিগা টুকুৰাবিলাক শিল বৰষুণ হৈ পৰে।

বৰষুণৰ বিষয়ে ডাকৰ বচন আৰু খনাৰ বচনতো ভালেমান কথা আছে। আগৰ বছৰৰ বৰষুণ চাই পিছৰ বছৰৰ বৰষুণৰ পৰিমাণ নিৰ্দ্ধাৰণৰ ব্যৱস্থাও ডাকৰ বচনত আছে। মাঘৰ বিহু যদি শনি বা মঙ্গলবাৰে পৰে তেন্তে পিছৰ বছৰ দোকোলটকাঁ বানপানী হয়।

পুহৰ বিষু যেই বাৰে।
ৰবিৰ সুত মঙ্গল বাৰে।।
সুখ দ্বিগুণ তিনিগুণ বান।
এইবাৰ গ'ল মাটি মান।।

সেইদৰে বহাগৰ বিহুৰ হিচাপো দিছে—

কি কহিবো চৈত্ৰৰ বিষুৰ কথা।
পূৰ্ণিমা অমাৱস্যা জন্ময় যথা।।
গৰজে দেৱে বৰষে ধাৰে।
পৰ্ব্বত বুৰাব একে বাৰে।।

কৃষকক কোৱা বান্ধক আলি।
আজি নহয় বৰষিব কালি।।

খনাই আহাৰ মাহৰ নৱমী তিথিৰ বতৰ চাই সেই বছৰ ব'দ বৰষুণ নিৰ্দ্ধাৰণ কৰিছে—

আহাৰৰ নৱমী শুকুলা পখা।
কি কবা শহ্বৰ লেখা-জোখা।।
যদি বৰ্ষে মুষল ধাৰে।
সমুদ্ৰ মধ্যে বগলী চৰে।।
যদি বৰ্ষে কিন্ কিন্।
পৰ্ব্বততো হয় মীন।।
যদি বৰ্ষে ঝিমি ঝিমি।
শস্যভাৱ নসহে মেদিনী।।

খনাৰ বচন আৰু ডাকৰ বচন উভয়তে বৰষুণ আৰু বৰষুণৰ পৰিমাণ অনুসৰি শস্যোৎপাদনৰ অনেক কথা পোৱা যায়। তদুপৰি জ্যোতিষৰ সূত্ৰ অনুসৰি বৰষুণ হোৱা নোহোৱাৰ কথাও ডাকৰ বচনে সামৰিছে।

বৰষুণে অসমীয়া ভাষালৈ ভালে কেইটা শব্দ, খণ্ডবাক্য, যোজনা দিছে— মৌ চেপা, দোপাল-পিতা, কলহৰ কাণে ঢলা, ধাৰাসাৰ, চালে পানী কটা, ছাগলী খেদা, চিপ্ চিপীয়া, কিন্ কিনীয়া, লেলপেল নিছিগা, কাতিশঁতা, ধূলীয়া যাঠ ইত্যাদি। কেইটিমান যোজনা-পটন্তৰো পোৱা যায়।

তিৰীৰ লেনিওৱা
বৰষুণৰ কনিওৱা
ঘৰ চাই নকৰে মুধচ;
তাতোকৈ নাই কুন্দচ।

* * *

চোৰ গলে বুদ্ধি
বৰষুণ গ'লে জাপি

* * *

কৃষি সভ্যতাৰ পাতনিৰেপৰা বৰষুণৰ প্ৰয়োজনীয়তা বাঢ়িল, সেইহে বৰষুণে লোক-বিশ্বাসৰ সাৰুৱা পলসত অনেক কাহিনী। অনুষ্ঠান আৰু আশা-নিৰাশাৰ ধাৰণা সৃষ্টি কৰিব পাৰিছে। মানৱ সভ্যতাৰ আৰম্ভণিৰে পৰা বিজ্ঞানৰ চৰম উন্নতিৰ দিনলৈকে বৰষুণে আধিদৈৱিক শক্তিৰ দৰে কাম কৰি আহিছে। অসমীয়াৰ জীৱনতো সেইহে বৰষুণে লোক-বিশ্বাসলৈ বৰঙণি দি লোক-বিশ্বাসৰ মেটমৰা ভৰাঁল অধিক চহকী কৰি তুলিছে।

# অসমৰ লোক-সংস্কৃতি ঃ ধান

ধান পৃথিৱীৰ মৌচুমী অঞ্চলৰ প্ৰধান শস্য। মানৱ সভ্যতাৰ দীঘলীয়া বুৰঞ্জীৰ যিদিনাই কৃষ্টিৰ কঠীয়া গজিছিল, সেইদিনাই ধানৰো কঠীয়া গজিছিল। কৃষ্টিৰ কঠীয়াতলী গৰকি সংস্কৃতিৰ বৰঘৰলৈ আহোতে ধান জীৱনৰ বহুতো কথাতেই প্ৰয়োজনীয় হৈ পৰিল। ভোকৰ ভাতমুঠি ধানৰ বুকুতেই শুই থকাৰ উপৰিও অনেক মাঙ্গলিক অনুষ্ঠানত ধানৰ আৱশ্যকতাই গুৰুত্ব লাভ কৰিলে। ধান পৃথিৱীৰ অতি পুৰণি শস্য। উইলিয়াম ক্ৰুকে Religion and Folklore of Northern India পুথিত লিখিছে যে ঋক্‌বেদত ধানৰ নামৰ উল্লেখ ক'তো নাই, কিন্তু অথৰ্ব্ববেদ আৰু বৈদিক যুগৰ পৰৱৰ্ত্তী পুথিসমূহত ধান শব্দ ঘনাই উল্লেখ থকা দেখা যায়। কিন্তু বেদতকৈও পুৰণি কালৰেপৰাই দাক্ষিণাত্যত ধানৰ খেতি হৈছিল আৰু শ্ৰাদ্ধ আদি অনুষ্ঠানত ব্যৱহাৰ কৰা হৈছিল। যদিও উইলিয়াম ক্ৰুকে ঋকবেদত ধানৰ উল্লেখ নাইবুলি কৈছে; আচলতে বহুবচনান্ত "ধানাঃ" শব্দটো ভালেমান ঠাইত উল্লেখ থকা দেখা যায়। অৱশ্যে ধানাঃ শব্দই গম, যৱ, গোমধান আদি দহবিধ ধানকহে বুজাইছিল। বৃহদাৰণ্যক উপনিষদ আৰু ঐতৰেয় আৰু শতপথ ব্ৰাহ্মণত শস্য অৰ্থত ধানা শব্দটো মুকলিকৈ ব্যৱহাৰ কৰা দেখা যায়। অথৰ্ব্ববেদত "যাস্তে ধানা অনুক্ৰিৰামি তিলমিশ্ৰাঃ স্বধাৱতীঃ" বুলি উল্লেখ কৰোতে কেৱল ধানকহে বুজাইছে।

এচিয়াৰ মৌচুমী অঞ্চলৰ আটাইবোৰ দেশতে ধানে সাংস্কৃতিক জীৱনত ভূমিকা গ্ৰহণ কৰি আছে। বালী দ্বীপত ধানক মানুহৰ সমকক্ষ জীৱ হিচাপে গণিতা কৰা হয় আৰু ধানক আই, বুঢ়ী আই আদি মাতৃবাচক শব্দেৰে সম্বোধন কৰা হয়। সিংহলত কঠীয়া সিঁচিবলৈ জ্যোতিষীৰ লগত আলোচনা কৰি মাঙ্গলিক অনুষ্ঠানৰ আয়োজন কৰা হয়। চীন দেশতো ধানক লক্ষ্মীদেৱী ৰূপে সম্মান কৰা হয়। ওৰাং খেতিয়কে ভূঁই ৰোৱাৰ দিনা ধানেৰে তৈয়াৰী লাওপানী ছটিয়াই পৃথিৱীক সম্বোধন কৰি কয়— " হে আই মাতৃ পৃথিৱী, এই বছৰ নিয়মিত বৰষুণ আৰু সৰহ শস্যৰ সৃষ্টি কৰিবা। তোমালৈ এইয়া লাওপানী উচৰ্গা কৰিছো।" কঠীয়া সিচিবৰ সময়তো পাঁচোটা সুকীয়া সুকীয়া ৰঙৰ কুকুৰা কাটি অধিক শস্য কামনা কৰে। গাৰোসকলেও ধানক মাতৃ শক্তি হিচাপে গণ্য কৰে। ছোটনাগপুৰৰ কিছুমান মানুহে ধানক ৰক্ষা কৰিবলৈ বিশেষ উৎসৱৰ আয়োজন কৰে। অসমতো ধানক লখিমী হিচাপে সম্মান কৰা হয়।

ধানৰ কঠীয়া সিঁচিবৰ দিনা অসমৰ বহুতো ঠাইত খেতিয়কে লাওপানী আৰু মাছ-মাংস খুৱায়। কঠীয়া সিঁচাৰ আগতে আগলি কলা পাতত থুৰীয়া-তামোল, শিলগুটি থৈ কচুগছ ৰোৱে। সেইদৰে প্ৰথমে ভূঁই ৰোৱাৰ দিনা আগলি কলাপাতত তিনিখন থুৰীয়া তামোল দি মাটি ডবাৰ চুকত তৰাৰ গজালি, হেলেচৰ গুটিভৰা ডাল আৰু তিতা ফুলৰ ডাল ৰোৱে। সেইদৰে ধান দাবলৈ প্ৰথমে আৰম্ভ কৰিবৰ দিনা ধান তিনি-গোছা কাটি দাৱনীয়ে মূৰত তুলি লৈ আহে। আহোঁতে মুখেৰে মাত নামাতে। কোনো কোনোৱে ধান দাই শেষ হবৰ দিনা তিনি গোছা ধান সুকীয়াকৈ ৰাখি থোক কেইটা দাই আনে। আনিবৰ সময়ত আগলি কলাপাতত থুৰীয়া তামোল তিনিখন দি থৈ আহে। ইয়াকে "লখিমী" অনা বোলে। লখিমী আনোতে মুখেৰে মাতিব নাপায়। লখিমী আনিবৰ দিনা পদূলি মুৰলৈকে চোতাল ঘৰ সাৰি চাফ চিকুণ কৰে। সেইদিনা

ভঁৰালত চাকি জ্বলায়। লখিমী কেতিয়াবা সেইদিনাই ভঁৰালত সুমুৱায়। কেতিয়াবা ভাল দিন-বাৰ চাই পিছত সুমুৱায়। সেইদিনাও ভঁৰালত চাকি জ্বলায়। সেইদৰে পুনৰ ভঁৰাল ছুবৰ সময়ত আগদিনা শৰাই এখনত কেচা পিঠাগুৰি আৰু গুৰ-চেনি কল-তামোল সজাই দিয়ে। দুৱাৰ মুখত চাকি দিয়ে। পিছদিনা ভঁৰাল ছোৱে। মবাবাৰ, গুৰুবাৰ আদিত ভঁৰাল নোছোৱে। পোন প্ৰথমে নতুন ধান মাৰি জাবিবৰ দিনা পতানখিনি আগলি কলাপাতত থৈ কাষত শিলগুটি দি পদূলিমূৰত পতানি কুঁৱৰীক উচৰ্গি দিয়ে।

ধান আৰু ধানৰপৰা উৎপাদিত চাউল, আখৈ আদি বহুতো মাঙ্গলিক অনুষ্ঠানত ব্যৱহাৰ কৰা হয়। ধান মাতৃশক্তি আৰু প্ৰজনন শক্তিৰ প্ৰতীক। সেইবাবে বিয়াত চাউলৰ প্ৰয়োজন। দূৰ্ণৰিত চাউল থৈ তাৰ ওপৰতহে চাকি, টেমী কটাৰী থয়। মাহ-হালধিৰ লগত আৰৈ চাউল বাটি দিয়ে। দৰা কন্যা নোৱাওঁতে পঞ্চ আয়তীয়ে মূৰত চাউল দিয়ে। কলতলত দৰা-কন্যাৰ মূৰত চাউল চটিয়ায়। নোৱাই-তোলনী বিয়াত কন্যাকাল হোৱা ছোৱালীজনীৰ কোঁচত আখৈ দিয়ে। কেচা পিঠা খাবলৈ দিয়ে।

ধান চাউলেৰে মঙ্গল চায়। কাউৰীয়ে কেলকেলালে চাউল কেইমুঠিমান দি কাউৰীৰ মাত পৰীক্ষা কৰে। ধানৰ ভুঁই ৰোৱাৰ দিনা মাছ ওলোৱাটো সুমঙ্গলৰ চিন। ধান জুইত পুৰিব নাপায়, আলৈ-আথানি কৰিব নাপায়। যোগিনীতন্ত্ৰত বঙাশালি ধান ভোগ কৰিলে বিজয়শ্ৰী লাভ হয় আৰু নাৰায়ণ, মাধৱভোগ আৰু যাদৱ ধান ভোগ কৰিলে খ্যাতিলাভ হয় বুলি কৈছে।[১] আন এঠাইত সোমধান, বৰাধান, বঙাশালি, ৰাজধান আৰু যষ্টিক ধান দেৱবল্লভ বুলি উল্লেখ আছে।[২] সপোনত ধান দেখিলে দিঠকত ধন পায়।

সাগৰ মন্থন কৰোতে লক্ষ্মীদেৱীৰ লগত ঐৰাৱত হাতীও ওলাইছিল। সেইবাবে হাতী পদূলি মূৰেদি পাৰ হৈ গলে বা চোতালত ওলালে ডলাচালনীত কেইটামান ধানৰ মুঠি খাবলৈ দিয়ে। লক্ষ্মীপূজাত পঞ্চশস্যৰ লগত ধান এচিৰা দিয়ে। ধানক গধুৰ নোবোলে সম্মান জনাই গাইচ বোলে।

লখিমী সবাহৰ নামত ধানৰ সৃষ্টি সম্পৰ্কে এটি উপকথা পোৱা যায়। আদিতে ধানৰ বাকলি নাছিল। থোকে থোকে চাউল লাগিছিল। এজন খকুৱা ব্ৰাহ্মণে ভোজ খাই আহি গছত লাগি থকা চাউলবোৰ মুঠিয়ে মুঠিয়ে খাবলৈ ধৰাত লক্ষ্মী আয়ে অমঙ্গলীয়া ভাবি চাউলত বাকলি সৃষ্টি কৰিলে। মুখভঙ্গা মন্ত্ৰতো সদাশিৱই ধানখেতি কৰাৰ কথা আছে। আদিতে অনাৰ্য্য মানুহে ধানখেতি কৰাৰ কথা সদাশিৱৰ কাহিনীবপৰাই জানিব পাৰি। আও নগাসকলৰ মাজতো ধানৰ সৃষ্টি সম্পৰ্কে সাধু-কথা এটি পোৱা যায়।

---

১। ৰক্তশাল্যোদনং ভুক্তা বিজয়শ্ৰীমবাপ্নুয়াৎ
নাৰায়ণ মাধৱস্য ভোগঞ্চ মম সুন্দৰি
ধানান্ত যাদবং ভুক্তা নৰঃ খ্যাতিমবাপ্নুয়াৎ।।

২। সোমধানাং বৃহদ্ধানাং ৰক্তশালিকমেৱ চ।
ৰাজধানাং যষ্টিকঞ্চ দেৱবল্লভকস্তথা।।



ধানৰপৰা বহুতো ধানৰ নামো সৃষ্টি হৈছে। কিছুমান জাতিগত ধানৰ নাম আছে— আহোম শালি, কছাৰি শালি, চুটীয়া শালি ইত্যাদি। কিছুমান ধানৰ নামবোৰ গুণবোধক—মাণিকী মাধুৰী, নিয়ৰকদম, চিকণকলি, সুৱাগমণি ইত্যাদি। কিছুমান ধানৰ ৰূপগত— শলপোনা, বঙাশালি, গৰুগু পখী, গৰু চকুৱা, তিতা ফুলীয়া বৰা, পোৱাল শালি, ক'লা শালি ইত্যাদি। সৰহভাগ ধানৰ নামেই অনাৰ্য্যমূলীয়।

ভাত সাধাৰণতে পানীৰে সিজায়। বাঁহৰ চুঙাত সিজোৱা চাউলক চুঙা-চাউল বোলে। অসমৰ আহোম, খামতি, নৰা আদি টাই জাতীয় লোকসকলে বৰা চাউল পানীত নিসিজাই পানীৰ ভাপত সিজায় তাকে চেৱা-দিয়া ভাত বোলে। ন-ধানৰ চেৱা পাতিবৰ দিনা হাঁহ-পাৰ মাৰি ভালকৈ এসাজ খায়। চাউলেৰে জলপান কৰে, — সান্দহ, পিঠা, কৰাই, ধানেৰে কৰে— আখৈ, চিৰা, হুৰুম্। চাউলৰ পিঠাত টংলতি, কপৌঢেকিয়া, জেতুলি পকা, বন-জালুক, জালুক, ধপাত-তিতা, পাটি-সোন্দা গছৰ পাত মিহলাই ঘৰুৱা মদৰ দৰৱ তৈয়াৰ কৰে। বৰা চাউল বা আৰৈ চাউলৰ ভাতৰ লগত দৰৱ মিহলাই মদ তৈয়াৰ কৰে। মিৰি আবৰ আদি জনজাতীয় মানুহে ধান পুৰি তাৰ ছাইৰ লগত দৰৱ মিহলাই মদ তৈয়াৰ কৰে।

ধানক ঔষধি হিচাপেও ব্যৱহাৰ কৰা হয়। আৰৈ চাউল ভালেমান ঔষধত লাগে বুলি নিদান পুথিত উল্লেখ আছে । চাউল জাৰি খাবলৈ দি চোৰ ধৰা পেলোৱা হয়।

মাঘৰ বিহুত ধানৰ নৰাৰে লাগনি গছবোৰ বান্ধে। বহাগ বিহুত মাহ-হালধি আৰৈ চাউল খুন্দি গৰু বিহুৰ দিনা গৰুক ফোঁট দিয়ে। সেইদিনাই গৰুক পিঠা খুৱায়। কাতি বিহুত ধাননিত চাকি জ্বলায়। তিনিওটা বিহু আৰু লক্ষ্মীপূজাৰ দিনা ধানৰ ভঁৰালতো চাকি দিয়ে। এইদৰে অসমৰ লোক সংস্কৃতিত ধানে এখনি বিশেষ উল্লেখযোগ্য স্থান অধিকাৰ কৰি আছে।

# অসমীয়া শব্দ-গঠনত জাতি-জনজাতি

মানৱ সভ্যতাৰ ইতিহাস প্ৰব্ৰজনৰ ইতিহাস। আদিম কালৰেপৰা মানুহে প্ৰব্ৰজনৰ পৰিণতি স্বৰূপে পৰিবেশৰ প্ৰভাৱ স্বীকাৰ কৰি এৰা-ধৰা নীতিৰে সংস্কৃতিৰ বৰঘৰ বন্ধাত সহায় কৰি আহিছে। ইয়াকে কৰোঁতে ভাষাৰ ভঁৰালতো কেতিয়াবা বৰঙণি পৰিছে। এটা জাতিয়ে এঠাইৰপৰা আন ঠাইলৈ প্ৰব্ৰজন কৰোঁতে কিছুমান নিত্য ব্যৱহাৰ্য্য বস্তু লগত লৈ যায়। এই নতুন বস্তুবোৰ সেই ঠাইৰ মানুহে লগত লৈ যোৱা জাতিটোৰ নামেৰে নামকৰণ কৰে। কেতিয়াবা বেহা-বেপাৰৰ মাধ্যমেদি কিছুমান বয়বস্তুৰ আদান-প্ৰদান হয় আৰু ইয়াৰ ফল স্বৰূপে উৎপন্ন কৰা নতুবা বিক্ৰী কৰা জাতিটোৰ নাম অনুসৰি নতুন নাম হয়। কেতিয়াবা আকৌ কিছুমান মানুহ বিদেশলৈ যাওঁতে মনোমত হোৱা কৃষিজাত বা অন্যান্য বস্তু লৈ আহে, পিছলৈ সেইবোৰ বস্তু নিজৰ দেশতে উৎপন্ন হলেও বিদেশী জাতিটোৰ নামেৰে নামকৰণ হয়।

ত্ৰয়োদশ শতিকাত পাটকাই পাৰ হৈ অহা আহোমসকলে লগত অনেক সাংস্কৃতিক সম্পদ লৈ আহিছিল যদিও মাত্ৰ দুটা কৃষিজাত বস্তু আৰু এটা ৰোগৰ নামতহে আহোম শব্দ-যুক্ত হোৱা দেখা যায়। আগতীয়াকৈ কাতিতে পকা এবিধ লাহী ধানক 'আহোম শালি' আৰু জেঠ মহীয়া পকা এবিধ বগৰীক 'আহোম বগৰী' বোলে। এবিধ মুখমণ্ডলত হোৱা বিষাক্ত ফোঁহোৰাৰ নামো 'আহোম ফোঁহোৰা'। ইয়াৰ বাহিৰে 'আহোম আঠা' বুলি এবিধ আঠা আছে। আগৰ দিনত ইয়াৰ গছৰ খেতি হৈছিল। আঠা-সলোৱা মানুহে দিহিঙীয়া ৰজাক আঠোটা আঠাগছৰ পুলি ভেটিছিল। সেই পুলিকেইটা ৰুই থোৱা ঠাইখনেই আঠাবাৰী। আহোম মানুহৰ গঢ়ৰপৰা আহোম গঢ়ী, নাকৰপৰা আহোম-নকা শব্দৰ সৃষ্টি হৈছে। আহোম মানুহক লৈ ফকৰা-যোজনা সৃষ্টি নোহোৱাও নহয়— 'আহোমৰ তলে পুতল, আহোম ভেলেঙ্গা, আহোমনীৰ কাপোৰ (দামী কাপোৰ), আহোমৰ দিন, আহোমৰ টোপোলা আদি বাক্যাংশ সৃষ্টি হৈছে।

অসমৰ চাৰিওপিনে পাৰ্ব্বত্য অঞ্চলত বাস কৰা পৰ্ব্বতীয়া লোকসকলক এসময়ত অসমীয়া মানুহে সাধাৰণতে নগা বুলিছিল। নগাসকলে যুগ-যুগান্তৰ ধৰি নিজা কৃষ্টি-সংস্কৃতি লৈ বাস কৰিছিল আৰু ভৈয়ামৰ লগত সম্বন্ধ পাতিছিল। এই সম্বন্ধৰ ফলত অনেক বয়-বস্তুৰ আদান-প্ৰদান হৈছিল; সেয়েহে ভালেমান কৃষিজাত বস্তু নগা শব্দযুক্ত ৰূপত পোৱা যায়— নগাটেঙা, নগাকচু, নগাজেনেৰু, নগামাহ, নগাচকলা, নগাপাণ। এবিধ ওদাল গছক নগা ওদাল বোলে। নগাঢাৰি, নগা জাপি, নগা মাকো— আন তিনিপদ বস্তুৰেও শব্দ দিছে। স্বভাৱ বা প্ৰকৃতিৰপৰা নগামতা, নগাকটা, নগাক বেচা, নগাৰ সংক্ৰান্তি, নগাৰ চাং তলে বাট, নগা শোৱন আদি খণ্ডবাক্য, নগা নিৰ্ম্মালি ল বোলে; হোৱাতে থ; নগাটো চাই হোৱাটো; সজালো পৰালো নগাই নিয়ে বুলি, নগায়ো নিনিলে মাজডাঙৰী বুলি; নাগিনীয়ে ল'ৰা পায়, নগাই জাল খায় আদি প্ৰবচন সৃষ্টি হৈছে। এবিধ সতকাই নুশুকুৱা ঘাৰ নামো নগা-ঘা।

এসময়ত পৰ্ব্বতত বাস কৰা আৰু বৰ্ত্তমান পৰ্ব্বত-ভৈয়াম উভয়তে থকা মিৰি জনজাতিৰ নামতো তিনিবিধ কৃষিজাত বস্তু পোৱা যায়— মিৰি আলু, মিৰিকা টেঙা, মিৰি জিম, মিৰি মাহ। খৰালি বালিচহীয়া মাটিত হোৱা একে শ্ৰেণীৰে ৰঙা আলুবোৰক মিৰি আলু আৰু বগাবোৰক



গৰীয়া আলু বোলে। জিম কাপোৰ ভৈয়ামৰ মানুহে তৈয়াৰ কৰিলেও মানুহে মিৰি জিমহে বোলে।

শদিয়া অঞ্চলত একালত প্ৰবল প্ৰতাপেৰে ৰাজত্ব কৰা চুটিয়াসকলৰ নামতো কিছুমান শব্দ পোৱা যায়। চুটিয়া লফা, চুটিয়া শালিকা, চুটিয়া হিলৈ, চুটিয়া ধনু, চুটিয়া কাঁড়ী ইত্যাদি। চুটিয়া শালিকা চৰায়ে মাত কাঢ়ে আৰু ঘৰ-শালিকাতকৈ সৰু চানেকীয়া। চুটিয়া লফা সাধাৰণ লফা শাকৰ নিচিনা নহয়; বাৰিষা হয়; গছবোৰ বাৰেও মাহে জীয়াই থাকে।

গৌড় দেশৰপৰা অহা কিছুমান মানুহক গৰীয়া বুলি কোৱা হয়। কিন্তু অসমীয়াত গৰীয়া শব্দটোৰ তিনিটা প্ৰচলিত অৰ্থ পোৱা যায় — (১) মুছলমান (২)) দগধা, ঠোঙোনা-খোৱা (৩) আধাভজা, আধাখুন্দা, খেৰেচীয়া। গৰীয়া আলু আৰু গৰীয়া খোদাই এই দুটা শব্দ আছে। গৰীয়া আলু খৰালি হোৱা এবিধ আলু। কোকলোঙা বা তেজপিয়া নামৰ জেঠী জাতীয় এবিধ জীৱক অসমীয়া মানুহে গৰীয়া খোদাই বোলে; কাৰণ জনা নাযায়। গৰীয়া শব্দটোৰ দ্বিতীয় অৰ্থটোৰ এটা যোজনা পোৱা গৈছে— 'গৰু হ'ল গৰীয়া, পো হ'ল চোৰ, জী হ'ল নটিনী, উপায় হেৰাল মোৰ'।

ডফলা মানুহৰ আকৃতিৰে অসমীয়াত ডফলা-ডাফলী (শকত-আৱত মানুহ), আবৰ মানুহৰ প্ৰকৃতিৰে আবৰী, আবৰি-বিবৰি, ভোটৰ ভাষাৰ চানেকীৰে মুখৰ ভিতৰত ভোট ভোটাই থকা শব্দৰ সৃষ্টি হৈছে। কছাৰীসকলৰ নামেৰে কছাৰী শালি, কছাৰী মোৰ (কাঠী-কামিৰ) । মিচিমিৰ মিচিমি তিতা, মিকিৰৰ মিকিৰ লতা আৰু মিকিৰ পুৱা (কুহিয়াৰ), মেচৰ মেচা, মেচী দা, মেচী (স্ত্ৰী), চিংফৌৰ চিংফৌ নাঙল, চিংফৌ-মোনা, খামতিৰ খামতি দা, খামতি মোনা, খামতি শালি আদি শব্দৰ সৃষ্টি হৈছে। মৰাণ-আদা মৰাণসকলৰ নামত জড়িত।

পাটকাই পৰ্ব্বতৰ সিপাৰে উত্তৰ ব্ৰহ্মৰ এখন টাইশ্যান ৰাজ্যক অসমৰ মানুহে নৰা ৰাজ্য আৰু মানুহবোৰক নৰা বোলে। নৰা ৰাজ্যৰ লগত আহোম ৰাজ্যৰ সম্পৰ্ক গভীৰ আৰু বহুত দীঘলীয়া। নৰা ৰাজ্যৰ লগত বৈবাহিক সম্পৰ্ক গঢ় লৈ উঠাৰ ওপৰিও সাংস্কৃতিক আদান-প্ৰদানো সংঘটিত হৈছিল। তাৰেই ফল স্বৰূপে নৰা ৰাজ্যৰপৰা নৰা বগৰী, নৰা কাপোৰ , নৰা তগৰ, নৰা চোলা, নৰা পীৰা, নৰা জাংফাই অসমলৈ আহে। সেইদৰে অসমৰ গাতে লাগি থকা মান দেশৰপৰা অনা বস্তু বাবেই মানকচু, মানধপাত, মানধনীয়া, মানলাই আদি শব্দৰ সৃষ্টি। এবিধ ডবাখৰৰ নিচিনা লেতেৰা খৰকো মান খৰ বোলে। আহোম ফোঁহোৰা, নগা ঘা আদিৰ লগত ইয়াক ৰিজাব পাৰি। আন এখন দাঁতিয়লীয়া দেশ হ'ল চীন দেশ। চীনা আলু, চীনা লাই, চীনা বাদাম, চীনা হাঁহ এই দেশৰপৰাই অহা বস্তু। অসমীয়া চেনিচম্পা কলো হেনো মূলতে চীনাচম্পা বা চীনীচম্পাৰপৰাহে ভাষাতত্ত্বৰ contamination বা Blending ৰ ৰীতি মানি চেনিচম্পা হৈছে। অসমৰ উত্তৰে ভৈয়ামৰ লগত বেহা-বেপাৰৰ ব্যাপক সম্পৰ্ক থকা এটি পৰ্ব্বতীয়া জাতি হ'ল ভোট। ভোটৰ নামেৰে ভোট জলকীয়া, ভোট মনোহৰ, ভোট গুটি, ভোট এৰা, ভোট লাই, ভুটীয়া থগা, ভুটীয়া কুকুৰ আদি শব্দৰ সৃষ্টি হৈছে। গাৰো জনজাতিৰ নামেৰে মাথোন গাৰোমাহ শব্দটো পোৱা যায়। আনকি, ভোট-তালৰপৰাহে ভোৰতাল হৈছে।

পুৰণি অসমীয়াত বঙাল শব্দটো বিদেশী অৰ্থতহে ব্যাপকভাৱে প্ৰচলিত হৈছিল। মোগল-পাঠানক বঙাল বোলাৰ ওপৰিও ইংৰাজকো বগা বঙাল বুলিছিল। সেইবাবে ঘাইকৈ অসমৰ

পশ্চিমবপৰা অহা ভালেমান বিদেশী বস্তুক অসমীয়া মানুহে বঙালী বুলি কয়— বঙালী এৰা, বঙালী বগৰী, বঙালী মধুৰি, বঙালী মালভোগ (কল), বঙালী পুৰা (কুঁহিয়াৰ), বঙালী জিকা, বঙালী ম'হ, (শিং ঠেক), গৰ্মি বা উপদংশ ৰোগো বঙ্গদেশৰপৰা আহে বুলি অসমীয়া মানুহে বঙাল ঘা বুলি কয়। ভেণ্ডি শব্দটো জনপ্ৰিয় হৈ উঠাৰ আগতে ইয়াক মানুহে বঙালী-জিকা বুলিছিল। বৰ টেঙেচিকো বঙালী টেঙেচি বোলে।

জাতিগত নামেৰে সৃষ্টি হোৱা এই শব্দৰাজিৰপৰা সাংস্কৃতিক বিনিময়ৰ আভাস পাব পাৰি। নিজা বৈশিষ্ট্য ৰক্ষাৰ বাবে অসমীয়া মানুহে কেইবিধমান বস্তুৰ আগত 'অসমীয়া' শব্দটো ব্যৱহাৰ কৰে— অসমীয়া মালভোগ, অসমীয়া পুৰা কুঁহিয়াৰ, অসমীয়া পনৰু। এইবোৰৰ ঔষধি গুণ আছে। অসমীয়া ম'হৰ শিং বৰ ডাঙৰ। সময়ত বিভিন্ন দেশৰ বাবে বৰণীয়া বস্তু মিহলি হলেও এইখিনি বৈশিষ্ট্যৰ বাবেই অসমীয়া শব্দটো যুক্ত হৈছে। সেইদৰে অন্যান্য জাতিগত নামৰ বস্তুবোৰৰো একো একোটা বৈশিষ্ট্য আছে।

# উজনি অসমৰ বৌদ্ধসকল

বৌদ্ধ ধৰ্ম্ম সমগ্ৰ দক্ষিণ-পূব এচিয়াত বিয়পি আছে। বৌদ্ধসকলে পঞ্চশীল, অষ্টশীল বা দশশীল মন্ত্ৰ গ্ৰহণ কৰি পাৰ্থিৱ দুখৰ মাজত মহাসুখৰ, মৃত্যুৰ মাজত নিৰ্ব্বাণৰ— অনুসন্ধান কৰিব লাগিছে। সকলো বৌদ্ধই পঞ্চশীল মন্ত্ৰ উচ্চাৰণ কৰি নিৰ্ব্বাণ কামনা কৰিছে। তেওঁবিলাকে হয়তো 'ধৰ্ম্মপদ'ৰ গূঢ়াৰ্থ উপলব্ধি কৰাৰ আগতেই জাগতিক জীৱনত পালনীয় পঞ্চশীল মন্ত্ৰ গ্ৰহণ কৰিছে— প্ৰাণী হত্যা নকৰিবা, চৌৰ্য্য বৃত্তি গ্ৰহণ নকৰিবা, ব্যভিচাৰ নকৰিবা , মিছা কথা নকবা, মাদক দ্ৰব্য ভক্ষণ নকৰিবা।

অসমত একালত বৌদ্ধ ধৰ্ম্ম প্ৰবল ৰূপেই চলিছিল। অৰশ্যে ৰজা ভাস্কৰ বৰ্ম্মাৰ সময়ত কামৰূপ ভ্ৰমণ কৰিবলৈ অহা চীনা পৰিব্ৰাজক হিউৱেন চাঙে লিখা মতে সেই সময়ত কামৰূপৰ মানুহে দেৱতা পূজা কৰিছিল; বৌদ্ধ ধৰ্ম্মত বিশ্বাস নকৰিছিল আৰু কোনো বৌদ্ধ সংঘাৰাম প্ৰতিষ্ঠিত হোৱা নাছিল। সেই বুলি বৌদ্ধধৰ্ম্মী মানুহ একেবাৰেই নাছিল বুলিব নোৱাৰি; বহুতেই গোপনে বৌদ্ধ আচৰণ পালন কৰিছিল। ভাস্কৰ বৰ্ম্মাৰ আগতেই অসমত যে বৌদ্ধ ধৰ্ম্মই প্ৰতিষ্ঠা লাভ কৰিছিল, সেই কথাও অস্বীকাৰ কৰিব নোৱাৰি। কহ্লনৰ ৰাজতৰঙ্গিনীৰ মতে কাশ্মীৰৰ ৰজা মেঘবাহনে কামৰূপাধিপতিৰ কন্যা অমৃতপ্ৰভাক বিয়া কৰাইছিল। এইজন কামৰূপাধিপতিৰ গুৰু আছিল বৌদ্ধ ভিক্ষু স্তৌনপা। তেওঁৰ ঘৰ আছিল 'লৌহ' দেশত। এই 'লৌহ' দেশ লৌহিত্য দেশৰ বাহিৰে আন একো হব নোৱাৰে।

স তত্ৰ পিতুৰাদেষৈঞ্চবাধ্বয়জন্মনঃ।
ৰাষ্ট্ৰং প্ৰাগজোতিষেন্দ্ৰস্য যযৌ কন্যাস্বয়ম্বৰে।।
তত্ৰ তং বাৰুণং ছত্ৰং ছায়য়া ৰাজসংনিধৌ।
ভেজে বৰ স্ৰজা ৰাজকনাকা চামৃতপ্ৰভা।।

* * *

দেশৈকদেশাল্লোনামঃ প্ৰাপ্তস্তস্যাঃ পিৰ্তৃগুৰুঃ।
স্তনপা তদ্ভাযয়া প্ৰোক্তো লোস্তোনপাস্তপকাৰ্য্যকৃৎ।।

—ৰাজতৰঙ্গিণী

এয়া ভাস্কৰ বৰ্ম্মাৰ পাঁচ-ছশ বছৰৰ আগৰ কথা।

তিব্বতীয় বৌদ্ধ পৰম্পৰাত কামৰূপৰ কেইবাজনো বৌদ্ধ সিদ্ধাচাৰ্য্যৰ উল্লেখ আছে। চৰ্য্যাপদৰ ৰচয়িতা সৰহপা আৰু লুইপা কামৰূপৰ মানুহ আছিল। খৃষ্টীয় সপ্তম শতিকাত মহাযান পন্থৰপৰা বজ্ৰযানৰ উদ্ভৱ হয়। এই বজ্ৰযানৰপৰাই সহজযান, কালচক্ৰযান, মন্ত্ৰযান, তন্ত্ৰযান, ভদ্ৰযান, ওড্ৰযান আদিৰ উদ্ভৱ হয়। এইবোৰ পন্থত তন্ত্ৰৰ প্ৰভাৱ সুস্পষ্ট। কামৰূপ-কামাখ্যা একালত তান্ত্ৰিক বৌদ্ধ ধৰ্ম্মৰ শক্তিশালী কেন্দ্ৰ হৈ পৰিছিল। আন কি নেপাল, তিব্বত আদিলৈ কামৰূপৰপৰা বৌদ্ধ সিদ্ধাচাৰ্য্যৰ অবাধ গতি আছিল। হাজোৰ হয়গ্ৰীৱ মাধৱ মন্দিৰ এতিয়াও বৌদ্ধ কেন্দ্ৰ হিচাপে ভুটীয়া-নেপালী মানুহে দৰ্শন কৰে আৰু মূল মূৰ্ত্তিটো মহামুনিৰ

মূৰ্ত্তি বুলি মানে। 'বাহ্যন্তৰ বোধিচিত্ত বন্ধোপদেশ' নামৰ গ্ৰন্থখন লুইপা বা মীননাথৰ ৰচনা বুলি জনা যায়। সৰহ পাদৰ নামত কেইবাটিও বৌদ্ধ চৰ্য্যাপদ পোৱা যায়।

পঞ্চদশ শতিকাত শঙ্কৰদেৱে বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰিবৰ সময়তো তান্ত্ৰিকপন্থী অনেক মানুহ লগ পাইছিল। সেয়েহে তেওঁ কীৰ্ত্তনত কৈছিল—

বুদ্ধ অৱতাৰে বেদ পথ কৰি ছন্ন।
বামানয় শাস্ত্ৰে মুহি আছে সৰ্ব্বজন।।
* * *
সবাকো বধিবে বৌদ্ধগণ যত আছে।

এই সময়ত অসমত প্ৰচলিত বৌদ্ধ ধৰ্ম্ম বজ্ৰযানৰপৰা ওলোৱা তান্ত্ৰিক ধৰ্ম্ম আছিল। শঙ্কৰদেৱৰ বৈষ্ণৱ ধৰ্ম্মৰ প্ৰৱল বতাহে এই তান্ত্ৰিক বৌদ্ধ ধৰ্ম্ম লুপ্ত কৰি পেলালে। বৈষ্ণৱ ধৰ্ম্মৰ ভিতৰত গোপনে চলি থকা ৰাতিখোৱা সম্প্ৰদায়ৰ পালনীয় ৰীতিনীতি আদিলৈ চালে বৌদ্ধ তন্ত্ৰৰ প্ৰভাৱ সুস্পষ্ট যেন লাগে। ধৰ্ম্মীয় অনুষ্ঠানত বধ কৰা জীৱই নিৰ্ব্বাণ লাভ কৰে বুলি ভবা আৰু গুৰুৰ আদেশ মানি মহাসুখ বিচৰা ৰীতিটোৱেই বৌদ্ধ আদৰ্শলৈ আঙুলিয়ায়। প্ৰচ্ছন্নভাৱে এনেকৈ বৌদ্ধ ৰীতি-নীতি চলি আছিল। ৰামসৰস্বতীৰ ' ব্যাসাশ্ৰম' আৰু 'বংশীগোপাল-দেৱৰ চৰিত'তা বৌদ্ধসকলে তান্ত্ৰিক ৰীতি পালন কৰি চলাৰ উল্লেখ আছে। নানান কাৰণত মহাযানী বৌদ্ধ ধৰ্ম্ম বিক্ষিপ্ত আৰু প্ৰক্ষিপ্ত হৈ পৰিছিল। পিছলৈ অসমত বৌদ্ধ ধৰ্ম্মৰ চিন চাব নোহোৱা হৈছিল। শুক্লেশ্বৰ আৰু যোগীঘোপাত বৌদ্ধ মূৰ্ত্তি পোৱা গৈছে। হাজোতো বৌদ্ধ সংস্কৃতিৰ ভগ্নাৱশেষ উদ্ধাৰ হৈছে কিন্তু পঞ্চদশ-যোড়শ শতিকাৰ পিছত ভাৰতীয় বৌদ্ধ পৰম্পৰাৰপৰা বিস্তৃতি লাভ কৰা ধৰ্ম্মৰ চিন অসমত সমূলঞ্চে নাইকিয়া হৈ যায়। এতিয়া অসমত যিখিনি বৌদ্ধধৰ্ম্মী মানুহ আছে, তেওঁবিলাক দক্ষিণ-পূৱ এচিয়াত প্ৰচলিত থেৰবাদী বৌদ্ধ ধৰ্ম্মৰ অনুগামী। পোনপটীয়া কামৰূপীয় বৌদ্ধ ধৰ্ম্মৰ লগত জড়িত নহয়।

এতিয়া অসমত বাস কৰা বৌদ্ধসকল হ'ল— খামতি, টাই ফাকে বা ফাকিয়াল, নৰা, শ্যাম বা টাই খাময়াং, আইতনীয়া বা টাই-আইটন, টুৰুং বা টাই-টুৰুং, দোৱনীয়া আৰু চিংফৌ। ইয়াৰে ভিতৰত খামতি ফাকিয়াল, খাময়াং, আইতনীয়া, টুৰুং আৰু আহোমসকল একে ঠালৰে। তাৰে ভিতৰত আহোমসকল ত্ৰয়োদশ শতিকাত উত্তৰ ব্ৰহ্মাৰ মুং-ৰি-মুং-ৰাম ৰাজ্যৰপৰা আহি লুইতৰ উপত্যকাত ৰাজ্য স্থাপন কৰেহি। বাকী কেইটা ঠালে উত্তৰ ব্ৰহ্মাৰ বিভিন্ন অঞ্চলত আৰু তিনিশ-চাৰিশ বছৰ বসবাস কৰাৰ পিছত ব্ৰহ্মদেশীয় ৰজাৰ অত্যাচাৰত থাকিব নোৱাৰি 'ভাই ৰজাৰ ৰাজ্য' বিচাৰি অসমত সোমায়হি। ব্ৰহ্মদেশৰ বিষয়ে বিস্তৃত জ্ঞান আহৰণ কৰা ইংৰাজ পণ্ডিত জৰ্জ্জ স্কটে **"Burma"** নামৰ গ্ৰন্থত লিখা মতে খৃঃ পূঃ তৃতীয় শতিকাতে দক্ষিণ-পূৱ এচিয়াত বৌদ্ধ ধৰ্ম্ম বিয়পি পৰে। সেয়ে হলে দক্ষিণ চীনৰ ইউনান প্ৰদেশৰপৰা নামি আহি ষষ্ঠ শতাব্দীত মুং-ৰি-মুং-ৰামত ৰাজ্য স্থাপন কৰা টাইসকলো বৌদ্ধ ধৰ্ম্মত দীক্ষিত হব লাগিছিল। এইটো যুক্তিৰ ওপৰত ভেঁজনি লৈ কোনো কোনোৱে কব খোজে , উজনি অসমত বিয়পি থকা আহোমসকলো বৌদ্ধ হৈয়ে পাটকাই পাৰ হৈ আহিছিল। চৰাইদেওত ৰাজ্য স্থাপন কৰিবলৈ বগা ঘোঁৰা বলি দিয়াটোলৈ চাই আৰু তেওঁবিলাকৰ মাজত আহোম নিয়ম মতে চলা পুজা-পাতল আদিত হাঁহ, কুকুৰা, ছাগলী, গাহৰি আদি বলি দিয়ালৈ চাই তেওঁবিলাকক অহিংসবাদী



বৌদ্ধ বুলি ভাবিবলৈ থল পোৱা নাযায়। তদুপৰি সমসাময়িক বৈষ্ণৱ গ্ৰন্থসমূহৰ বা বুৰঞ্জীবোৰৰ ক'তো বৌদ্ধ বুলি উল্লেখ কৰা নাই। কিন্তু আওবৰ, বাটবৰ ৰোৱা, পুখুৰী খনোৱা, আলি বন্ধোৱা আৰু চকলং প্ৰক্ৰিয়াৰলৈ চালে বৌদ্ধ আদৰ্শত দীক্ষিত আছিল যেন লাগে। উজনি অসমত বসবাস কৰা বৌদ্ধসকলৰ ভিতৰত চিংফৌ আৰু লিচ্ছুসকল টাই নহয়। বাকী সকলোৱেই টাই বংশীয়। উত্তৰ ব্ৰহ্মাৰ আৰু দক্ষিণ চীনৰ টাইসকল বিভিন্ন নামেৰে জনাজাত। লাওচ, কম্বোডিয়া, থাইলেণ্ড আদিত বাস কৰা টাইসকল আৰু উত্তৰ ব্ৰহ্ম আৰু দক্ষিণ চীনত বাস কৰা টাইসকলৰ ধৰ্ম্ম আৰু জাতিগত মূল একে।

উজনি অসমৰ বৌদ্ধসকলৰ ভিতৰত টাই খামতিসকল সবাতোকৈ আগবঢ়া। আহোমসকলৰ মূল ৰাজ্য মুংকঙৰ কাষৰীয়া ঠাইত এওঁবিলাকৰ পূৰ্ব্বৰ ৰাজ্য আছিল। আহোমসকল অসমলৈ অহাৰ পিছতো কেইবাশ বছৰ সেই ঠাইতে বাস কৰিছিল। কিন্তু বাৰে বাৰে ব্ৰহ্মদেশীয় আক্ৰমণকাৰীৰ হাতত নিৰ্য্যাতিত হৈ তাৰপৰা আঁতৰি আহি ইৰাৱতী উপত্যকাত ৰাজ্য পাতে। ইয়াকে বৰ খামতি ৰাজ্য বোলে। অষ্টাদশ শতাব্দীৰ মাজভাগত ব্ৰহ্মদেশৰ ৰজা আলমফ্ৰাই খামতি ৰাজ্য আক্ৰমণ কৰি নিজৰ অধীনলৈ নিয়ে আৰু সেই সময়তে খামতিসকলে ব্ৰহ্ম সীমান্ত পাৰ হৈ আহোম ৰাজ্যত সোমায়। আহোম ৰজাই তেওঁবিলাকক টেঙাপানী নৈৰ পাৰত বাস কৰিবলৈ অনুমতি দিয়ে। কিছুমান দিন বাস কৰাৰ পাছত খামতিৰ বুঢ়া ৰজাই বিদ্ৰোহ কৰাত টেঙাপানীৰপৰা তুলি আনি টোকোলাই নৈৰ পাৰত বাস কৰিবলৈ দিয়ে আৰু খামতিসকলক আহোমৰ লালিম আৰু লেবাং হাতীমুৰত পাতে। এইদৰে অলপদিন থকাৰ পিছত খামতি ৰজাক এৰি দিয়ে আৰু শেষত শদিয়া অঞ্চলৰ শাসনকৰ্ত্তা হিচাপে বহুৱায়। ১৮৩৯ চনত ইংৰাজ আৰু খামতিৰ মাজত হোৱা সংঘৰ্ষত আদম হোৱাইটক বধ কৰে। সেইবাবে খামতিসকলৰ ঐক্য নষ্ট কৰিবলৈ টেঙাপানী, শদিয়া আৰু নাৰায়ণপুৰত বহুৱায়। খামতিসকল সংস্কৃতিৰ দিশত উন্নত। তেওঁবিলাকৰ নিজা ভাষা আৰু লিপি আছে। তেওঁবিলাক ধৰ্ম্মত বৌদ্ধ। প্ৰত্যেক গাঁৱত বৌদ্ধ বিহাৰ আছে। তেওঁবিলাকৰ জনসংখ্যা পাঁচহাজাৰমান হব। খামতি মানুহ ওখ-পাখই নিয়মীয়া গঢ়ৰ। গাৰ বৰণ বগা। হাত-ভৰি, নাক-মুখ লনি। খামতি পুৰুষে লুঙী আৰু তিৰোতাই ক'লা মেখেলা পিন্ধে। তিৰোতাৰ সাজ পাৰ অতি পৰিস্কাৰ আৰু আটোমটোকাৰি। চুলি দীঘল, কিচ্‌কিচীয়া কঁলা। গাত জাকিট চোলা পিন্ধে। বুকুত মেথনি মাৰে। খামতিসকলে চাংঘৰত বাস কৰে। ঘৰৰ প্ৰথম কোঠাটো আলহীৰ বাবে আচুতীয়া। তাৰ পিছৰটো তিফাই অৰ্থাৎ জুইশাল। সকলো সামাজিক অনুষ্ঠানতে ধৰ্ম্মীয় প্ৰভাৱ সুস্পষ্ট। প্ৰতি গাঁৱতে বৌদ্ধ বিহাৰ আছে। বিহাৰত একোজন বৌদ্ধ ভিক্ষু অধ্যক্ষ হিচাপে থাকে । ভিক্ষুক সকলোৱেই সম্মান কৰে। গাঁৱৰ মানুহে উপযাচি দিয়া সিধাৰেই ভিক্ষুসকলে জীৱিকা নিৰ্ব্বাহ কৰে। কি চৌখাম, কি নাৰায়ণপুৰ সকলো খামতি গাঁৱতে পালি ভাষাৰে বৌদ্ধ ধৰ্ম্মৰ প্ৰাৰ্থনা-বন্দনা পাঠ কৰাৰ উপৰিও নিজৰ নিজৰ ভাষাতো চৰ্চ্চা চলি আছে।

খামতিসকলৰ জীৱনৰ উৎসৱ, গীত, নৃত্য, সংস্কৃতি সকলোতে বৌদ্ধ প্ৰভাৱ স্পষ্ট। তেওঁবিলাকে মুখা পিন্ধি নাচে। মানুহ, জীৱ-জন্তু আদিৰ মুখা পিন্ধি নাচি নাচি বৌদ্ধ জাতকৰ কাহিনী ৰূপায়িত কৰে । আনকি লোকগীত আৰু সাধু কথাতো বৌদ্ধ প্ৰভাৱ সুস্পষ্ট। খামতিসকল পাকৈত খেতিয়ক। "খামতি চাউল" বোলা লাহী চাউলৰ ভাত বৰ সোৱাদ। নৈৰ পানীৰ

সোঁতত চলোৱা পানী-ঢেকী চাবলগীয়া। নাৰায়ণপুৰৰ মুখিয়াল গোহাঁইৰ ঘৰত ব্ৰহ্মদেশৰ ৰজাই দিয়া চনদ এখন আছে।

আন এটি বৌদ্ধ টাই জাতি টাই ফাকে বা টাই ফাকিয়াল। টাই ফাকে সকলো আহোমসকলৰ বংশধৰ। এওঁবিলাকৰ আদি বাসস্থান উত্তৰ ব্ৰহ্মৰ টাই-পং। ব্ৰহ্ম ৰজা আলম্প্ৰাই টাই-পং অধিকাৰ কৰাত ১৭৬০ চনত টাই-পং এৰি থৈ আহে। অসম সীমান্ত পাৰ হৈ অহাৰ আগতে টাই ফাকে সকল টুকং পানী নৈৰ পাৰত বাস কৰিছিল। তাৰ পিছত আহোম ৰাজ্যত সোমায়। আহোম ৰাজ্যত সোমোৱাৰ পিছত প্ৰথমে দিহিং নৈৰ পাৰত আৰু পিছত দিচৈ নৈৰ আগৰিত বাস কৰিবলৈ দিয়ে। মানৰ প্ৰথম আক্ৰমণৰ সময়ত তেওঁবিলাকক ঘৰোৱাহীকৈ ধৰি লৈ যায়। কিন্তু নাম চিক্ নামে ঠাইত এৰি থৈ যায়। পিছত এওঁবিলাকে মাৰ্ঘেৰিটা আৰু জয়পুৰৰ ওচৰত দিহিং নৈৰ পাৰত বাস কৰে। তেওঁবিলাক যথাক্ৰমে বৰ ফাকিয়াল আৰু নাম ফাকিয়াল নামে জনাজাত। এওঁবিলাকৰ সংস্কৃতি, ভাষা, লিপি খামতিসকলৰ লগত মিলে। ফাকিয়ালসকলৰ জীৱনতো বৌদ্ধ প্ৰভাৱ সুস্পষ্ট। তিৰোতাবিলাকে হাতদীঘল চোলা আৰু ক'লা মেখেলা পিন্ধে। পুৰুষে লুঙী আৰু বয়সীয়া মানুহে মুৰত পাগুৰি মাৰে। এওঁবিলাকৰো প্ৰধান জীৱিকা খেতি। মানুহবিলাক ধৰ্ম্ম-ভীৰু।

অসমত বাস কৰা বাকী ঘাই ঠালটো হ'ল নৰা, আইতন, শ্যাম্ বা খাম্‌য়াং। এওঁবিলাক মুংকং বা মোগঙৰপৰাই উঠি অহা মানুহ। বোধকৰোঁ আহোমসকলৰ অলপ দিনৰ পিছতে এওঁবিলাক তাৰপৰা উঠি আহি পাটকাই পৰ্ব্বতৰ সিপাৰে কাষতে থকা খাম-জাং ৰাজ্যত বাস কৰে। খাম-জাং তুলনামূলকভাৱে দ ঠাই হোৱাত পৰ্ব্বতীয়া শ্যান্‌বিলাকে তেওঁবিলাকক ন'-ৰা[১] বুলিছিল। খাম্ জাঙত বাস কৰা বাবে তেওঁবিলাক সততে টাই খাময়াং নামে বা নৰা নামে জনাজাত। মূলতে আহোম আৰু নৰাসকল একে ঠালৰে। বৰ্ত্তমান টাই খাময়াংসকল জনসংখ্যাত সংখ্যাগৰিষ্ঠ। আহোম ৰজাই এওঁবিলাককো তিতাবৰ, খৰিকটীয়া অঞ্চলত বসবাস কৰিবলৈ অনুমতি দিয়ে। এশ বছৰমান আগতে তাৰপৰা কিছুমান মানুহ উঠি আহি দিচাং নৈৰ পাৰত চলা পথাৰত বহেহি। চলাপথাৰ এখন ভৰা গাঁও। তিনিকুৰি ঘৰমান মানুহ আছে। তাৰ পিছত আন কিছুমান মানুহ উঠি আহি ধেমাজি দিচাংপানীত বহেহি। আজিকালি ৰহণ পথাৰ, মিঠাপুখুৰী, আৰু কেইবা ঠাইতো নতুনকৈ নৰা গাওঁ বাহিছে।

টাই খাময়াংসকল অতীতৰপৰাই বৌদ্ধ। আহোমসকলে টাই খাময়াং-সকলক নিজৰ ভাই-ককাই বুলি চিনাকি দিলেও ধৰ্ম্মৰ পাৰ্থক্য থকাত আৰু ঘাইকৈ পৰ্ব্বতীয়া গোহাঁইৰ ব্ৰাহ্মণ্য কূটনীতিৰ বাবে ক'ৰবাৰ কোনোবা হৈয়ে থাকিল। তেওঁবিলাকৰ জীৱন-পদ্ধতি আৰু সংস্কৃতিত বৌদ্ধ ধৰ্ম্মৰ প্ৰভাৱ এৰাবনোৱাৰা। আহোমসকলৰ দৰেই এওঁবিলাকেও নিজৰ ভাষা এৰি অসমীয়া ভাষা গ্ৰহণ কৰে। বৌদ্ধ ধৰ্ম্মৰ পালি গাথাসমূহে বিহাৰ ধ্বনিত কৰি ৰখাৰ উপৰিও অসমীয়া ভাষাতো বুদ্ধ প্ৰশস্তি গায়। আজি অসমীয়া ভাষাকেই গ্ৰহণ কৰিলেও নিজৰ পুৰণি টাই ভাষাকো পাহৰি যোৱা নাই। অৱশ্যে টাই ভাষা জনা মানুহৰ সংখ্যা এতিয়া আঙুলিমূৰত লেখিব পৰা। বৌদ্ধবিহাৰত শ্ৰমণসকলে ভিক্ষু হবৰ কাৰণে প্ৰশিক্ষণ লয়। তেওঁবিলাকে বৌদ্ধ গ্ৰন্থ ধৰ্ম্মপদ, পিটক, সূত্ত আদি অধ্যয়ন কৰে।

---

১। মান-নাম = মান = গাঁও; নাম পানী।



তেওঁবিলাকৰ মাজত একালত লোকগীতৰ প্ৰচুৰ প্ৰচলন আছিল। এতিয়াও দুই এটা পাহৰণিৰ বুকুত লীন নোযোৱাকৈ জীয়াই আছে।

চলাপথাৰ টাই খাময়াংসকলৰ সকলোতকৈ সমৃদ্ধ গাঁও। উচ্চ শিক্ষিত মানুহৰ সংখ্যা তাকৰীয়া যদিও সাধাৰণ মানুহ সকলোৱেই সভা, মাৰ্জ্জিত, বিনয়ী আৰু ধৰ্ম্মভীৰু।

ইয়াত এখন পালি বিদ্যালয় আছে। ইয়াত থাকি বহুতো শ্ৰমণে বৌদ্ধ ধৰ্ম্মৰ বিভিন্ন ধৰ্ম্মশাস্ত্ৰ অধ্যয়ন কৰে। বৌদ্ধ ধৰ্ম্মৰ ছয় ৰঙী পতাকাই অহিংসবাদৰ মহিমা প্ৰকাশ কৰিছে।

বৌদ্ধ বিহাৰৰ প্ৰতি সকলোৰেই শ্ৰদ্ধা অসীম। বিহাৰৰ বাপু বা ভিক্ষুক সকলোৱেই শ্ৰদ্ধা কৰে। সকলো সময়তে সকলো কামতে বৌদ্ধ প্ৰাৰ্থনাৰ পয়োভৰ।

বৌদ্ধসকলৰো উৎসৱ আছে। বৌদ্ধ পূৰ্ণিমা, মাঘী পূৰ্ণিমা, ফাগুনী পূৰ্ণিমা, বৰ্ষাবাসৰ অন্তত প্ৰবাৰণা উৎসৱ পালন কৰে। ইয়াৰ উপৰিও পয়লেং, পয় চাংকেন, মাই-কু-চোং-ফাই আদি উৎসৱো পালন কৰে। বৌদ্ধ পূৰ্ণিমা আৰু পয়-চাং-কেন উলহ-মালহেৰে পালন কৰে।

পয়-চাং-কেন বসন্তৰ উৎসৱ। চলা পথাৰৰ চাই-খাময়াং ডেকাই বিহু মাৰি নাচিলেও, আন কি বুঢ়ীসকলেও পয়-চাং-কেনৰ গীত গায়। খামতি ভাষাতো চাং-কেনৰ গীত আছে।

টাই-খাম-য়াং তিৰোতাসকলে ক'লা মেখেলা পিন্ধে। মেখেলাৰ ওপৰত কঁকালত মেৰিয়াই এখন চুটি ৰিহা পিন্ধে। গাত চোলা আৰু চেলেং লয়। মূৰত খোপা বান্ধে। সেন্দুৰৰ ফোঁট নলয়। আহোমসকলৰ কাষতে বাস কৰি অনেকখিনি অসমীয়া ৰীতি-নীতি গ্ৰহণ কৰে। একালত গাভৰুৱে বিহুও কৰিছিল। বিয়াত বিয়ানাম গাইছিল। সকলো কামকে বুদ্ধ প্ৰাৰ্থনাৰে আৰম্ভ কৰে যদিও বিয়াত আন হিন্দু অসমীয়াৰ দৰেই বিয়া নাম গায়। এসময়ত এওঁবিলাকৰ মাজত গাভৰু বিহুও আছিল। পয়-চাং-কেন উৎসৱ আমাৰ গৰু বিহুৰ দিনা অনুষ্ঠিত হয়। মাই-কু-চোং-ফাই মাঘী পূৰ্ণিমাৰ দিনা পতা হয়। সেইদিনা ভোজ ভাত খায়।

টাই বৌদ্ধসকলৰ ভিতৰত আন দুটা ঠাল হ'ল টাই টুৰুং আৰু টাই আইতন। এওঁবিলাক টুৰুং আৰু আইতনীয়া নামেৰে জনাজাত। মুং-ৰি-মুং-ৰামত ৰাজ্য স্থাপন কৰাৰ সময়ত খুনলুঙৰ ঠালৰপৰা বাঢ়ি যোৱা ৰাজ্যসমূহে নিজকে টাই লং বুলি চিনাকি দিছিল। এওঁবিলাক পূৰ্ব্বৰ মুংখুমুংজাও ৰাজ্যৰ মানুহ। টুৰুংপানী নৈৰ পাৰত বাস কৰিছিল। একালত টাই ফাকে সকলো টুৰুংসকলৰ ওচৰৰপৰা অসমলৈ আহিছিল। তাৰপৰা ফাকেসকলৰ লগ বিচাৰি আহোঁতে চিং ফৌ-কাচিনসকলে ধৰি ৰাখে। তাত চাৰি কুৰি বছৰমান বাস কৰাৰ পিছত ১৮২৫ চনত মুকলি হৈ অসমলৈ আহে। এওঁবিলাকে তিনিপুৰুষমান চিংফৌ অঞ্চলত বসবাস কৰাৰ ফলত টাই ভাষাৰ লগত চিংফৌ ভাষা মিহলি হয়। এওঁ বিলাকো ধৰ্ম্মত বৌদ্ধ। গোলাঘাট মহকুমাত কেইখনমান গাঁও আছে। ব্ৰহ্ম ৰজাৰ অত্যাচাৰত থাকিব নোৱাৰি অসমলৈ পলাই আহি টাই-টুৰুংসকলৰ কাষতে থাকিবলৈ লয়। এওঁবিলাকৰ ধৰ্ম্মীয় ৰীতিনীতিও আন টাই বৌদ্ধসকলৰ দৰেই।

টিৰাপ সীমান্তত কেইঘৰমান লিচ্ছু মানুহ আছে তেওঁবিলাক ব্ৰহ্মদেশীয় বৌদ্ধ। তেওঁবিলাক কেনেকৈ ব্ৰহ্মদেশৰপৰা আহি ইয়াত বাস কৰিবলৈ পালে কব পৰা নাযায়। বাকী দুটা বৌদ্ধ জনজাতীয় সম্প্ৰদায় হ'ল দোৱনীয়া আৰু চিং-ফৌ।

দোৱনীয়াসকল বৌদ্ধ; ভাষা চিংফৌ মিশ্ৰিত। দোৱনীয়া অঞ্চলৰ কেটেটং বৌদ্ধ

বিহাৰৰ অধ্যক্ষ শীল বংশ ভিক্ষুৱে কয়, দোৱনীয়াসকল চিংফৌ বংশসম্ভূত। মানৰ আক্ৰমণৰ পিছত তেওঁবিলাকে সীমান্তৰ ভৈয়াম অঞ্চলত বসবাস কৰিবলৈ লয়। দোৱনীয়াসকলৰ এজন মুখিয়াল বয়সীয়া লোক গুমগিটাঙে কয়, দোৱনীয়াসকল পূৰ্ব্বৰ অসমীয়া মানুহ। মোৱামৰীয়া বিদ্ৰোহৰ সময়ত চিংফৌবিলাকে ছহাজাৰ অসমীয়া মানুহ ধৰি নিয়ে। এওঁবিলাকৰ মাজত আহোম চুতীয়া, মৰাণ, বৰাহীসকলো সম্প্ৰদায়ৰ মানুহ আছে। কেপ্টেইন নিউভিল চাহাবে মানৰ আক্ৰমণৰ পিছত এওঁবিলাকক মোকোলাই আনে। কেইবা পুৰুষো চিংফৌৰ মাজত বাস কৰি নিজৰ ভাষা পাহৰি চিংফৌ দোৱানত কথা কবলৈ ধৰা বাবে মানুহে দোৱনীয়া বুলিবলৈ ধৰে। এওঁবিলাকৰ দহ-বাৰখনমান গাঁও আছে। কেইবাটাও খেল আছে। তিনিকুৰি বছৰমানৰ আগতে বৌদ্ধ ধৰ্ম্ম গ্ৰহণ কৰে। বৌদ্ধ বিহাৰত বৌদ্ধ আৰু ব্ৰহ্ম দেশীয় প্ৰভাৱৰ মাত্ৰা অধিক। দোৱনীয়া বৌদ্ধবিহাৰতো ঘণ্টা-কাঁহ আৰু ত্ৰিৰত্ন বন্দনাৰ ধ্বনি শুনিবলৈ পোৱা যায়।

একালত চিংফৌসকল দেও পূজক আছিল। কিন্তু লাহে লাহে ব্ৰহ্মদেশীয় ফুঙ্গিসকলৰপৰা বৌদ্ধ ধৰ্ম্ম লবলৈ ধৰে। নিজৰ ভাষাত গায় —

ফ্ৰাঃ না সাৱানা
ত্ৰাঃ না সাৱানা
সঙঘানা সাৱানা; সাৱানা মুচুম্‌বা ঙাই লা হা ।

চিং-ফৌসকলে বৌদ্ধধৰ্ম্ম গ্ৰহণ কৰিলেও পুৰণি লোকাচাৰ এতিয়াও এৰিব পৰা নাই। তেওঁবিলাকৰ সাজপাৰত ব্ৰহ্মদেশীয় কাচিনৰ সাদৃশ্য আছে।

উজনি অসমৰ বৌদ্ধসকলৰ জীৱনৰ বৈশিষ্ট্য লক্ষ্য কৰিবলগীয়া। বৌদ্ধ ধৰ্ম্মই তেওঁবিলাকক মানৱতাবাদী, অহিংস আৰু বিনয়ী কৰি তুলিছে। আমি বুদ্ধক নমস্কাৰ জনাই সামৰণি মাৰিছোঁ।

নমো তস্‌স্ ভগৱতো অৰহতো সম্মাসমুদ্ধসস্।

# গ্ৰন্থপঞ্জী

**অসমীয়া**


| | |
|---|---|
| আব্দুছ ছাত্তাৰ | সংমিশ্ৰণত অসমীয়া সংস্কৃতি, ১৯৬৫ |
| উপেন্দ্ৰচন্দ্ৰ লেখাৰু সম্পাদিত | কথা-গুৰুচৰিত, ১৯৫২ |
| কাশীনাথ তামুলী ফুকন | অসম বুৰঞ্জী পুথি, ১৯৪৪ |
| গিৰিধৰ শৰ্মা সম্পাদিত | অসমীয়া জাতিৰ ইতিবৃত্ত, ১৯৭৪ |
| গোপালচন্দ্ৰ বৰুৱা সম্পাদিত | আহোম বুৰঞ্জী, ১৯৩০ |
| ডম্বৰুধৰ দেউৰী | দেউৰী সংস্কৃতি, ১৯৬৪ |
| নিৰ্মলপ্ৰভা বৰদলৈ | অসমৰ লোকসংস্কৃতি, ১৯৭২ |
| নগেন শইকীয়া সম্পাদিত | অধ্যয়ন পৰিচয়, ১৯৭০ |
| প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য সম্পাদিত | অসমৰ জনজাতি, ১৯৬২ |
| বাণীকান্ত কাকতি | পুৰণি অসমৰ ধৰ্মৰ ধাৰা, ১৯৫৫ |
| | কলিতা জাতিৰ ইতিবৃত্ত, ১৯৪৩ |
| বিষ্ণুপ্ৰসাদ ৰাভা | অসমীয়া কৃষ্টি, ১৯৪৭ |
| বিৰিঞ্চিকুমাৰ বৰুৱা | অসমৰ লোকসংস্কৃতি, ১৯৬১ |
| | অসমীয়া ভাষা আৰু সংস্কৃতি, ১৯৫৭ |
| বেণুধৰ শৰ্মা সম্পাদিত | হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী, ১৯৭২ |
| ভুবনচন্দ্ৰ সন্দিকৈ | পুৰণি অসমৰ শিল্প, ১৯৫৯ |
| | চাংকং ফুকনৰ বুৰঞ্জী, ১৯৬১ |
| ভবেন নাৰ্জী | বড়ো কছাৰীৰ সমাজ আৰু সংস্কৃতি, ১৯৬৬ |
| ভৃগুমুনি কাগয়ুং সম্পাদিত | মিচিং সংস্কৃতিৰ আলেখ্য, ১৯৭০ |
| মহেশ্বৰ নেওগ সম্পাদিত | প্ৰাচ্য শাসনাৱলী, ১৯৭৪ |
| | সত্ৰীয়া নৃত্য আৰু সত্ৰীয়া নৃত্যৰ তাল, ১৯৭৩ |
| | পুৰণি অসমীয়া সমাজ আৰু সংস্কৃতি, ১৯৫৭ |
| মনোৰঞ্জন লাহাৰী সম্পাদিত | অসমৰ জনজাতি, ১৯৭৬ |
| যোগেশ দাস | অসমৰ জনকৃষ্টি, ১৯৭৩ |
| ৰাম গোস্বামী | অঙ্গৰাগ, ১৯৮১ |
| লীলা গগৈ সম্পাদিত | সাহিত্য-সংস্কৃতি-বুৰঞ্জী, ১৯৭২ |
| | টাই সংস্কৃতিৰ ৰূপৰেখা, ১৯৭১ |

| | |
|---|---|
| | শৰাইঘাটৰ যুদ্ধৰ কথা, ১৯৭৭ |
| শৰৎকুমাৰ দত্ত সম্পাদিত | অসম বুৰঞ্জী, ১৯৩৮ |
| সূৰ্যকুমাৰ ভূঞা সম্পাদিত | দেওধাই অসম বুৰঞ্জী, ১৯৩২ |
| | তুংখুঙীয়া বুৰঞ্জী, ১৯৩২ |
| | কছাৰী বুৰঞ্জী, ১৯৫১ |
| | অসমৰ পদ্য বুৰঞ্জী, ১৯৩৩ |
| | জয়ন্তীয়া বুৰঞ্জী, ১৯৩৭ |
| | ত্ৰিপুৰা বুৰঞ্জী, ১৯৩৩ |
| | অসম বুৰঞ্জী, ১৯৪৫ (সুকুমাৰ মহন্ত) |
| | সাতসৰী অসম বুৰঞ্জী, ১৯৬০ |
| | কামৰূপৰ বুৰঞ্জী, ১৯৩০ |
| | পাদশাহ বুৰঞ্জী, ১৯৩৫ |
| সৰ্বেশ্বৰ কটকী | তত্ত্ব আৰু তথ্য, ১৯২৫ |
| হেমচন্দ্ৰ গোস্বামী সম্পাদিত | পুৰণি অসম বুৰঞ্জী, ১৯২২ |
| | দৰং ৰাজবংশাৱলী, ১৯১৭ |
| হৰকান্ত বৰুৱা সদৰামিন | আসাম বুৰঞ্জী, ১৯৩০ |

**বঙালী**

| | |
|---|---|
| সুনীতিকুমাৰ চট্টোপাধ্যায় | সাংস্কৃতিকী, ১৯৬২ |
| | ভাৰত সংস্কৃতি, ১৯৫৮ |





**English**

| | |
|---|---|
| A. Bhattacharyya | Icons and Sculptures of Early Medieaval Assam, 1978 |
| A. M. Dani | Pre-History and Proto-History of Eastern India, 1960. |
| B. K. Baruah | Cultural History of Assam, 1951. |
| B. C. Gohain | Human Sacrifice and Headhaunting in North-Eastern India, 1977. |
| Banikanta Kakati | The Mother Goddess Kamakhya 1948. |
| D. Neog | Introduction to Assam, 1947. |
| H. Bareh | The History and Culture of the Khasi People, 1964. |
| Kanaklal Baruah | Early History of Kamrupa, 1933. |
| | Studies in the Early History of Assam, 1973. |
| Lila Gogoi, edited | The Tai Khamtis, 1971. |
| M. K. Saikia | Assam-Muslim relation and its Cultural Significance, 1978. |
| M. Neog | Sankaradeva and His Times, 1965. |
| | The Art of Painting in Assam, 1959. |
| M. Neog & K. C. Changkakati, edited | Rhythm in the Vaisnavite Music of Assam, 1962. |
| Mahendra Bora | Evolution of Assamese Script, 1981. |
| N. N. Basu | Social History of Kamrupa, vols. I, II and III, 1922, 1926 & 1933. |
| N. K. Basu | Assam in the Ahom Age, 1970. |
| P. C. Choudhury | The History of Civilization of the People of Assam, 1959 |
| edited | Hastividyarnava, 1976. |
| P. Gogoi | The Tai-Ahom Religion & Customs, |

